# অম্বিকাগিৰী ৰায়চৌধুৰীৰ জীৱন আৰু সাহিত্যৰ সমীক্ষাত্মক অধ্যয়ন

ড° তিলক বৰা

পৰিবেশক
ভগৱতী প্ৰকাশন
যশোৱন্ত পথ ■ পাণবজাৰ ■ গুৱাহাটী-১

AMBIKAGIRI RAYCHOWDHURIR JIWAN ARU SAHITYAR SAMIKSHYATMAK ADHYAYAN : A critical study of the life and works of Ambikagiri Raychowdhury by Dr. Tilock Borah, Senior Subject Teacher, Assamese, Margherita P.H.S. School., Margherita, and Published by Sri Ghanshyam Ladia, Divya Prakashan, Lamb Road, Guwahati-1, on behalf of Kacharihat Sakha Sahitya Sabha, Golaghat.

# অম্বিকাগিৰী ৰায়চৌধুৰীৰ জীৱন আৰু সাহিত্যৰ সমীক্ষাত্মক অধ্যয়ন

**প্ৰকাশক ঃ**
কছাৰীহাট শাখা সাহিত্য সভা (গোলাঘাট)ৰ হৈ
শ্ৰীঘনশ্যাম লাডিয়া
**দিব্য প্ৰকাশন**
লেম্ব ৰোড, গুৱাহাটী-৭৮১০০১

বেটুপাত ঃ বেণু মিশ্ৰ

**প্ৰথম প্ৰকাশ** ঃ ফেব্ৰুৱাৰী, ২০০১

পুথি ভঁৰাল সংস্কৰণ ১৫০ ০০ টকা

**অক্ষৰ বিন্যাস** ঃ জোনমনি শৰ্মা
অভিযাত্ৰী মুদ্ৰণ আৰু প্ৰকাশন
চেনিকুঠী, গুৱাহাটী-৩

**মুদ্ৰক ঃ**
**কীৰ্ত্তিকা মুদ্ৰণ**
লেম্ব ৰ'ড, আমবাৰী
গুৱাহাটী-৭৮১ ০০১

সংগীতা আৰু প্ৰাণজিৎ বৰাৰ হাতত,

স্নেহেৰে—

—দেউতা

# সূচীপত্ৰ

***

# আগকথা

'অম্বিকাগিৰী' (১৮৮৫-১৯৬৭) আছিল অসমৰ জাতীয় স্বাৰ্থৰ হকে অবিৰাম গৰ্জন কৰি থকা যেন এটি শক্তিশালী, সক্ৰিয় 'আগ্নেয়গিৰি'। 'অসম কেশৰী' উপাধিটি তেওঁৰ ব্যক্তিত্বৰ লগত আছিল খাপখোৱা। ৰায়চৌধুৰী আছিল ঊনবিংশ শতিকাৰ শেষাৰ্ধত জন্ম গ্ৰহণ কৰা, আমাৰ জাতীয় জীৱনৰ নায়কসকলৰ অন্যতম। এই সময়ছোৱা আছিল অসমীয়া সাংস্কৃতিক জাতীয়তাবাদৰ পূৰ্ণ বিকাশৰ সময়; এই সময়ছোৱা আছিল ভাৰতবৰ্ষত ৰাজনৈতিক জাতীয়তাবাদৰ ভিত্তি স্থাপনৰো সময়। অম্বিকাগিৰী আছিল এই সংক্ৰান্তিকালৰ সন্তান। ভাষা, সাহিত্য আৰু সাংস্কৃতিক স্বতন্ত্ৰ বিশিষ্টতাৰ সংৰক্ষণ, সংবৰ্ধন আৰু ইবিলাকক মৰ্যাদাত প্ৰতিষ্ঠা কৰাৰ বাবে বেজবৰুৱাৰ নেতৃত্বত 'জোনাকী' যুগৰ শৰাইঘটীয়া সকলে কৰা বৌদ্ধিক আন্দোলনৰ সাৰবত্তা অম্বিকাগিৰীয়ে প্ৰায় জন্মৰ সময়ৰ পৰাই লাভ কৰিছিল। এতেকে অসম, অসমীয়া ভাষা, অসমীয়া সাহিত্য আৰু অসমীয়া সংস্কৃতি সমন্বিতে অসমীয়া মানুহৰ মৰ্যাদা আৰু স্বাধিকাৰ প্ৰতিষ্ঠাৰ ক্ষেত্ৰত অম্বিকাগিৰী আছিল আপোচবিহীন। অনেকে তেওঁক বাঙালী-বিদ্বেষী আৰু উগ্ৰ জাতীয়তাবাদী বুলি ভাবিছিল। দৰাচলতে তেওঁ আছিল এচাম বাঙালীৰ উগ্ৰ বাঙালীয়ানা আৰু বাংলাভাষাৰ আগ্ৰাসী ভূমিকাৰ বিৰোধী। তেওঁ বাঙালী আৰু বাংলা ভাষা-সাহিত্যৰ বিৰোধী নাছিল। তেওঁৰ 'জীৱন ধুমুহাৰ এছাটি' পঢ়া সকলে জানে তেওঁ কেনেকৈ ইন্দুমতী নামৰ বাঙালী ছোৱালীৰ প্ৰেমত পৰি, তেওঁৰ প্ৰেমৰ চিনস্বৰূপে নিজৰ বাওঁহাতৰ কেঁএা আঙুলিৰ এপাৰ কাটি পঠাই দিছিল; ১৯৬০ চনৰ ভাষা আন্দোলনৰ নেতৃত্বত থকা অম্বিকাগিৰীয়ে কেনেকৈ এটা বাঙালী পৰিয়ালক নিজৰ ঘৰত ৰাখি ৰক্ষণাবেক্ষণ দিছিল সেই কথাও অনেকে জানে। 'উগ্ৰ ভাব-প্ৰৱণতা' বুলি এনেবোৰ কাৰ্যক উৰাই দিব নোৱাৰি। কাৰণ তেওঁৰ ব্যক্তিত্বৰ এটা দিশৰো এনে ঘটনাবোৰ পৰিচায়ক।

মানুহৰ প্ৰতি গভীৰ প্ৰেম নাথাকিলে কোনো প্ৰকৃত সাহিত্যিক হ'ব নোৱাৰে। যিসকল লেখকে এহাতে মানুহক তাৰ বাস্তৱ জীৱনৰ পটভূমিত আৰু আনহাতে মানুহক অনন্ত বিশ্বৰ পটভূমিত থৈ বিচাৰ কৰিবলৈ যত্ন কৰিছে, সেইসকল লেখকৰ ভিতৰত অম্বিকাগিৰী ৰায়চৌধুৰীও এজন। তেওঁ মানুহৰ সাৰ্বিক বিকাশৰ তিনিটা স্তৰ চিনাক্তকৰণ কৰিছে ঃ জাতীয়তাবাদ, মহাজাতীয়তাবাদ আৰু বিশ্বমানৱতাবাদ। অম্বিকাগিৰীয়ে অনুভৱ কৰিছিল আৰু বিশ্বাস কৰিছিল যে মানুহৰ ব্যক্তিত্ব আৰু প্ৰতিভাৰ বিকাশ সম্ভৱ হ'ব পাৰে যিটো সাংস্কৃতিক তথা সামাজিক পৰিবেশত তাৰ জন্ম হৈছে সেই পৰিবেশ যদি স্বাস্থ্যকৰ আৰু সমৃদ্ধিশালী হয়। এই পৰিৱেশেই তাৰ জাতীয় পৰিবেশ; এই পৰিৱেশৰ সংৰক্ষণ আৰু সংবৰ্ধনৰ ওপৰত সেইবাবে তেওঁ দিছিল সৰ্বাধিক গুৰুত্ব। তেওঁৰ 'চেতনা'ৰ লেখাসমূহত বাহিৰৰ পৰা অসমলৈ অহা সকলক অসমৰ ভাষিক-সাংস্কৃতিক-সামাজিক পৰিৱেশৰ লগত মিলি যাবলৈ জনোৱা আহ্বানৰ মাজত তেওঁৰ এই ভাবনা মূৰ্তিমান হৈ উঠিছে। যিসকলে এই আহ্বানৰ মৰ্মৰ প্ৰতি সঁহাৰি নজনাই এৰি অহা পূৰ্বৰ ঠাইৰ প্ৰতি মোহ আৰু দায়বদ্ধতা অনুভৱ কৰি কাম কৰিছিল তেওঁলোকক তেওঁ জাতীয় সামাজিক-সাংস্কৃতিক পৰিৱেশ তথা জীৱনৰ পৰিপন্থী বুলি গণ্য কৰিছিল। এতেকে তেওঁৰ এই

জাতীয়তাবাদী ধাৰণাৰ এটা ভেটি তেওঁৰ আছিল। তেওঁৰ ভাবনাৰ এই ভেটিটোৰ কথা নুবুজিলে তেওঁক উগ্ৰ জাতীয়তাবাদী যেন লাগিব পাৰে।

অসমীয়া জাতীয়তাবাদক তেওঁ ভাৰতীয় মহাজাতীয়তাবাদৰ পৰা পৃথককৈ চোৱা নাছিল। বৰং ভাৰতৰ ভৌগোলিক-সামাজিক জীৱনৰ বৈচিত্ৰ্যৰ মাজতো যে এক মহাজাতীয়তাবাদৰ সুদৃঢ় আধাৰ আছিল, সেই সম্পৰ্কেও তেওঁ নিশ্চিত আছিল। সেইবাবেই ভাৰতবৰ্ষৰ স্বাধীনতা সংগ্ৰামত তেওঁ বিনা দ্বিধাই জঁপিয়াই পৰিছিল। প্ৰথম অৱস্থাত তেওঁ ব্ৰিটিছৰ বিৰুদ্ধে সহিংস আন্দোলনত যোগ দিছিল। বংগত গঢ় লৈ উঠা সন্ত্ৰাসবাদী দলৰ কাৰ্যকলাপৰ দ্বাৰা প্ৰভাৱিত হৈ ব্ৰিটিছ বিষয়াৰ বিৰুদ্ধে গ্ৰহণ কৰা কাৰ্যসূচীত ইয়াৰে প্ৰতিফলন ঘটিছিল। তেওঁ ৰচনা কৰা নাটকৰ বাবে অন্তৰীণ হৈ থাকিব লগীয়াও হৈছিল। পিছলৈ তেওঁ ভাৰতীয় জাতীয় কংগ্ৰেছত যোগ দিয়ে। ১৯২৬ খ্ৰীষ্টাব্দৰ পাণ্ডু কংগ্ৰেছৰ অধিৱেশন আৰম্ভ হৈছিল তেওঁ ৰচনা কৰা গীতেৰেই।

কংগ্ৰেছ যদিও ভাৰতৰ প্ৰাদেশিক ভাষা-সংস্কৃতি-সমাজ জীৱনৰ স্বতন্ত্ৰ বিশিষ্টতাসমূহৰ বিৰুদ্ধে নাছিল, তথাপি কংগ্ৰেছৰ বাবে তেনে সমস্যাৰ সমাধানকে শেষ লক্ষ্য হিচাপে লোৱাৰো প্ৰশ্ন নাছিল। এতেকে অম্বিকাগিৰীৰ মনত 'অসম সংৰক্ষিণী সভা' আৰু পিছত 'অসম জাতীয় মহাসভা' গঠনৰ প্ৰয়োজনীয়তা অপ্ৰতিৰোধ্য হৈ পৰিছিল।

অম্বিকাগিৰী ৰায়চৌধুৰীৰ জীৱন আৰু কৰ্মৰাজিক ভাৰতবৰ্ষত সাংস্কৃতিক জাতীয়তাবাদ আৰু ৰাজনৈতিক জাতীয়তাবাদৰ উন্মেষণৰ পটভূমিত স্থাপন কৰি লৈ বিচাৰ নকৰিলে, তেওঁৰ জীৱন আৰু কৰ্মৰ প্ৰকৃত মূল্যায়ন সম্ভৱপৰ হৈ নুঠে। তেওঁৰ ব্যক্তিত্বৰ মাজত সংঘাতবিহীনভাৱে বিশ্ব-চেতনা আৰু থলুৱা জীৱন-চেতনাই একেলগে অৱস্থান কৰিছিল। যিজন ব্যক্তিয়ে অসমীয়া জাতীয়তাবাদৰ কথা ঘোষণা কৰিছিল, সেই একেজন ব্যক্তিয়েই ভাৰতীয় মহাজাতীয়তাবাদ আৰু বিশ্বমানবতাবাদৰ জয়গানো গাইছিল। যি সময়ত তেওঁ অসমৰ ভাষিক-সাংস্কৃতিক স্বাৰ্থ ৰক্ষাৰ বাবে আহ্বান জনাইছিল, সেই একে সময়তে পৃথিৱীত মানুহৰ সংখ্যা বৃদ্ধিৰ বাবে নিজৰ ভিতৰতে যুদ্ধ-বিগ্ৰহ কৰি আত্ম ধ্বংসৰ পথৰ পৰা মানুহৰ মন আঁতৰাই গ্ৰহান্তৰত মানুহৰ উপনিৱেশ পতাৰ এক অভূতপূৰ্ব ধাৰণাৰ কথাও ব্যক্ত কৰিছিল। অম্বিকাগিৰীয়ে যি সময়ত গ্ৰহান্তৰত উপনিৱেশ স্থাপন কৰি বিশ্বশান্তি স্থাপনৰ কথা কৈছিল, সেই সময়ত পৃথিৱীৰ কোনো বৈজ্ঞানিকে তেনে ধাৰণা ব্যক্ত কৰা নাছিল। অম্বিকাগিৰীৰ বিষয়ে কৰা আলোচনাই এই দিশবোৰৰ অন্তৰ্ভুক্তিও দাবী কৰে।

মন কৰিবলগীয়া যে যিজন কবি অম্বিকাগিৰীয়ে 'সুৰীদৌত্য'ৰ দৰে কবিতাত গভীৰ মিষ্টিক ভাবৰ দ্যোতনা প্ৰকাশ কৰিছে, সেই একেজনেই 'মই বিপ্লৱ কৰোঁ ক'ত, মই তাণ্ডৱ কৰোঁ ক'ত'ৰ দৰে কবিতাৰে পাৰ্থিৱ ব্যৱহাৰিক জীৱনক নিকা কৰাৰ গুৰুত্বও অনুভৱ কৰিছে। তেওঁৰ মাজত থকা সৌন্দৰ্যচেতনাৰ প্ৰকাশে 'তুমি'ৰ কোনো কোনো ছত্ৰত উজ্জ্বল হৈ ধৰা দিছে।

এই মিষ্টিক আৰু দেশপ্ৰেমিক কবিজনৰ এই জাতীয়তাবাদী আৰু মানৱতাবাদী চিন্তা-নায়ক- জনৰ, এই সাংস্কৃতিক আৰু ৰাজনৈতিক স্বাৰ্থৰ প্ৰবক্তাজনৰ বিষয়ে পদ্ধতিগত বৈজ্ঞানিক বিচাৰ হোৱা নাছিল। ফলত তেওঁৰ বিষয়ে কৰা মূল্যায়ন অনেক সময়ত একদেশদৰ্শী হৈ পৰিছিল। শ্ৰীমান তিলক বৰাই সামগ্ৰিকভাৱে ভাৰতবৰ্ষত জাতীয়তাবাদৰ উন্মেষৰ পটভূমিত

এই ক্ৰান্তিকালৰ নায়কজনক স্থাপন কৰি তেওঁৰ জীৱন আৰু কৰ্মক নিৰ্মোহ আৰু বস্তুনিষ্ঠভাৱে মূল্যায়ন কৰিবৰ বাবে আগবাঢ়ি আহিল। তেওঁৰ এই কামৰ দিক নিৰ্ধাৰণত জড়িত হ'বলৈ পাই ময়ো আনন্দ অনুভৱ কৰিছোঁ। তেওঁৰ গ্ৰন্থখনেই তেওঁৰ অধ্যয়নৰ বিস্তৃতিৰ পৰিচয় দাঙি ধৰিছে। অম্বিকাগিৰী ৰায়চৌধুৰীক সঠিকভাৱে বুজিবৰ বাবে এনে এটি প্ৰয়াসৰ বৰ প্ৰয়োজন আছিল। সেইফালৰ পৰা শ্ৰীতিলক বৰাৰ এই গ্ৰন্থখনে এটি ঐতিহাসিক দায়িত্ব পালন কৰিছে বুলিব পাৰি। মই ভাবোঁ এই গ্ৰন্থখনিয়ে অম্বিকাগিৰীক উপযুক্ত পটভূমিত থৈ তেওঁক বুজিবৰ বাবে পাঠকসকলক সুযোগ দিব। শ্ৰীমান তিলকৰ গ্ৰন্থখনিয়ে সমাদৰ লাভ কৰিব বুলি আশা কৰিলোঁ।

ডিব্ৰুগড় - ৩ ·
২৩-৯-২০০০

নগেন শইকীয়া

## ব্যক্তিগত একাষাৰ

অম্বিকাগিৰী ৰায়চৌধুৰী (১৮৮৫-১৯৬৭) আধুনিক অসমৰ ৰাজনৈতিক আৰু সাংস্কৃতিক ইতিহাসৰ এটি বৰ্ণাঢ্য ব্যক্তিত্ব। আধা শতিকাতকৈও অধিক সময় জুৰি তেওঁৰ ব্যক্তিত্ব অসমৰ ৰাজনৈতিক-সাংস্কৃতিক ইতিহাসৰ লগত এনে ঘনিষ্ঠভাৱে জড়িত যে তেওঁক বাদ দি এই সময়ছোৱাৰ ইতিহাস আৰু এই সময়ৰ ইতিহাস বাদ দি তেওঁক কোনোটোকে সুকীয়াকৈ বিচাৰ কৰা সহজ নহয়। উনবিংশ শতিকাৰ পৰা বৃটিছ ভাৰতত গঢ় লৈ উঠা ৰাজনৈতিক-সাস্কৃতিক-সামাজিক জাগৰণৰ লগত অম্বিকাগিৰী ৰায়চৌধুৰী আৰু তেওঁৰ সময়ৰ অসমৰ সম্পৰ্কও অবিচ্ছেদ্য। এক প্ৰকাৰ ক'বলৈ গ'লে বৃটিছ ভাৰতত সৃষ্টি হোৱা জাতীয় জাগৰণৰ এই পটভূমিতে ৰায়চৌধুৰী আৰু আধুনিক অসমৰ ইতিহাসো বিচাৰ কৰি চালেহে তেওঁৰ ব্যক্তিত্ব আৰু তেওঁৰ সময়ৰ অসম কি ভাব-শক্তি (Spirit)ৰ দ্বাৰা পৰিচালিত হৈছিল সেই কথা স্পষ্ট হৈ উঠিব। এনে দৃষ্টিভংগীৰে অম্বিকাগিৰীৰ জীৱন আৰু কৰ্মৰাজি পদ্ধতিগত আৰু স্বয়ংসম্পূৰ্ণভাৱে বিশ্লেষিত অথবা পৰীক্ষিত হোৱা নাই। প্ৰসংগটো উল্লেখ কৰি ১৯৮৩ চনত মই গৱেষণাৰ বাবে আগবাঢ়িব খোজাত মোৰ শিক্ষা গুৰু ডিব্ৰুগড় বিশ্ববিদ্যালয়ৰ অসমীয়া বিভাগৰ ৰীডাৰ, বৰ্তমান সাহিত্যৰথী লক্ষ্মীনাথ বেজবৰুৱা প্ৰাধ্যাপক ড° নগেন শইকীয়া ছাৰৰ লগত আলোচনাক্ৰমে "অম্বিকাগিৰী ৰায়চৌধুৰীৰ জীৱন আৰু সাহিত্যৰ সমীক্ষাত্মক অধ্যয়ন" শীৰ্ষক বিষয়টি নিৰ্ধাৰণ কৰি কামত আগবাঢ়িলোঁ। ড° শইকীয়াদেৱৰ তত্ত্বাৱধানতে ১৯৯০ চনত মোৰ গৱেষণা গ্ৰন্থ ডিব্ৰুগড় বিশ্ববিদ্যালয়ত দাখিল কৰিলোঁ আৰু ১৯৯১ চনত বিশ্ববিদ্যালয়ে মোক পি. এইছ. ডি প্ৰদান কৰিলে। উক্ত গৱেষণা কৰ্মৰ ভিত্তিতে বৰ্তমান গ্ৰন্থখনি প্ৰস্তুত কৰি উলিওৱা হৈছে। মই আশা কৰিছোঁ গ্ৰন্থখনিয়ে ৰায়চৌধুৰীৰ ব্যক্তিত্ব আৰু কৰ্মৰাজিক এক বহল পটভূমিত থৈ চাবৰ কাৰণে কিছু সহায় কৰিব।

গৱেষণা কৰ্মৰ সুদীৰ্ঘ সময়ছোৱাত ড° শইকীয়াদেৱে বিৰক্তিহীন ধৈৰ্যৰে গৱেষণাৰ আউল ভঙাত সহায় কৰাই নহয় বৰ্তমান গ্ৰন্থখনিৰো 'আগকথা' লিখি মোক যি উৎসাহ দিলে সেয়া মোৰ বৌদ্ধিক জীৱনৰ পাথেয় হৈ ৰ'ব। তেখেতলৈ মোৰ আন্তৰিক শ্ৰদ্ধা আৰু কৃতজ্ঞতা নিবেদন কৰিলোঁ। গৱেষণাৰ সময়ত ছাৰৰ সহধৰ্মিণী শ্ৰীযুতা লাৱণ্য শইকীয়া বাইদেউৱে দিল্লীস্থিত ড° শইকীয়াদেৱৰ লগত যোগাযোগ ৰক্ষা কৰাত যি সহায় কৰিলে সেয়াও পাহৰাৰ কথা নহয়। ৰায়চৌধুৰীৰ সুযোগ্যা কন্যা শ্ৰীযুতা শুচিব্ৰতা ৰায়চৌধুৰীয়ে তেখেতসকলৰ ঘৰত বহি 'চেতনা' আৰু 'ডেকা অসম' খিনি পৰীক্ষা কৰি চোৱাত আগবঢ়োৱা সহযোগিতাৰ বাবে তেখেতলৈ হিয়াভৰা কৃতজ্ঞতা যাচিছোঁ। সেই সময়ত অনেকজনে মোক নানাভাৱে সহায় কৰিছিল। তাৰ ভিতৰত মুখ্যকৈ ডিব্ৰুগড়ৰ সৰ্বশ্ৰী যতীন বৰ্মন, পানীন্দ্ৰ বৰ্মন, নীৰেন্দ্ৰ চন্দ্ৰ ভৌমিক, মাখন গগৈ, কছাৰীহাটৰ ভাতৃ শ্ৰীশিৱ প্ৰসাদ বৰা, গুৱাহাটীৰ দাদা শ্ৰীযুত কীৰ্তিকমল ভূঞা, মাৰ্ঘেৰিটাৰ শ্ৰীযুত কৃষ্ণ প্ৰসাদ সিংহ, শ্ৰীনগেন্দ্ৰ নাথ কলিতা, শ্ৰীজয়ন্ত চক্ৰৱৰ্তী ধন্যবাদাৰ্হ।

বৰ্তমান মোৰ সহকৰ্মী শ্ৰী লক্ষ্যধৰ সোণোৱালে যোৱা এবছৰ মান ধৰি গ্ৰন্থখন প্ৰকাশৰ বাবে নেৰা-নেপেৰাকৈ লাগি আছিল। তেওঁলৈ ধন্যবাদ যাচিলোঁ। এই ক্ষেত্ৰত দিহা পৰামৰ্শ

আৰু উৎসাহ দিওঁতা মাৰ্ঘেৰিটা মহাবিদ্যালয়ৰ প্ৰবক্তা মঃ মুজিবুৰ ৰহমান, সহকৰ্মী শ্ৰীসদানন্দ গগৈলৈকো ধন্যবাদ যাচিছোঁ। প্ৰকাশৰ ক্ষেত্ৰত আঁৰিয়া ধৰি সহায় কৰা বন্ধু কছাৰীহাট বালিকা উচ্চতৰ মাধ্যমিক বিদ্যালয়ৰ অধ্যক্ষ শ্ৰীবেৰকান্ত শইকীয়া, কলেজীয়া জীৱনৰ বন্ধু শ্ৰীৰবীবোদ কুমাৰ গোস্বামী, শ্ৰীৰমেশ প্ৰসাদ লাডিয়াৰ প্ৰতি কৃতজ্ঞতা প্ৰকাশ নকৰিলে দোষে চুৱ। বেটুপাতখনি আঁকি দি বিশিষ্ট শিল্পী শ্ৰীযুত বেণু মিশ্ৰদেৱে মোক অনুগৃহীত কৰিলে। তেখেতলৈ ধন্যবাদ। আৰ্হি কাকত চাই কৰা সহায়ৰ বাবে শ্ৰীহৰেকৃষ্ণ দাসো মোৰ ধন্যবাদৰ পাত্ৰ। সদৌ শেষত গ্ৰন্থখন প্ৰকাশৰ সকলো জেওা ভওাৰ দায়িত্ব লোৱা 'দিব্য প্ৰকাশন' (গুৱাহাটী)ৰ স্বত্বাধিকাৰ শ্ৰীমান ঘনশ্যাম লাডিয়াৰ প্ৰতি জনালোঁ সস্নেহ কৃতজ্ঞতা। গ্ৰন্থখনে সুধী সমাজৰ দৃষ্টি আকৰ্ষণ কৰিবলৈ সমৰ্থ হ'লেই আমাৰ শ্ৰম সাৰ্থক হৈছে বুলি ভাবিম।

মাৰ্ঘেৰিটা-৭৮৬১৮১
শংকৰ জয়ন্তী
১৯২২ শক

তিলক বৰা

# সংক্ষিপ্ত ৰূপ

| | | |
|---|---|---|
| অনু. | ঃ | অনুবাদ, অনুবাদক |
| অ. ভা. উ. সা. সভা | ঃ | অসমীয়া ভাষাৰ উন্নতি সাধিনী সভা |
| অস. | ঃ | অসমীয়া |
| খৃঃ | ঃ | খৃষ্টাব্দ, খৃষ্টীয় |
| দ্ৰ. | ঃ | দ্ৰষ্টব্য |
| সংক. | ঃ | সংকলক, সংকলয়িতা |
| সংগ্ৰা. | ঃ | সংগ্ৰাহক |
| সম্পা. | ঃ | সম্পাদক, সম্পাদনা |
| কন্. | ঃ | কন্ট্ৰিবিউটৰছ্ |
| জেন. এড্. | ঃ | জেনেৰেল এডিটৰ |
| এছ্. আৰ. চি. | ঃ | ষ্টেট ৰিঅৰ্গেনাইজেশ্যন কমিছন। |

# ০.০০ প্ৰস্তাৱনা

## ০.০১ বিষয়ৰ প্ৰকৃতি আৰু পৰিধি

আধুনিক অসমীয়া সাহিত্যৰ উন্মেষ ঘটে ঊনবিংশ শতিকাৰ মধ্যভাগত, কিন্তু ইয়াৰ যথাৰ্থ বিকাশ ঘটে শেষ দশকতহে। ঊনবিংশ শতিকাত অসমৰ জাতীয় জীৱনত ভালেকইটা সুদূৰপ্ৰসাৰী ঐতিহাসিক ঘটনা ঘটে। সেই সমূহৰ ভিতৰত উল্লেখযোগ্য ঘটনাৱলী হ'ল— (ক) ১৮২৬ চনত আহোম সামন্ত তন্ত্ৰৰ পতন ঘটিল আৰু য়াণ্ডাবু সন্ধিৰ চৰ্ত অনুসৰি অসমৰ শাসন বৃটিছ চৰকাৰৰ হাতলৈ গ'ল,[১] (খ) ইয়াৰ ফলত সৰ্বদিশত বস্তুগত পৰিৱৰ্তন ঘটে আৰু (গ) সেই শতিকাৰ চতুৰ্থ দশকতে অসমীয়া ভাষাৰ স্কুল-আদালতৰ পৰা স্থানচ্যুতি আৰু বঙলা ভাষাৰ প্ৰৱৰ্তন হ'ল।[২] (গ) বৃটিছ শাসনৰ বিৰুদ্ধে এই অঞ্চলত বিচ্ছিন্নভাৱে নানা বিদ্ৰোহ সংঘটিত হয় [৩] (ঙ)চতুৰ্থ দশকত আমেৰিকাৰ বেপ্টিষ্ট মিছনেৰিসকলৰ অসমলৈ আগমন ঘটে আৰু অসমীয়া ভাষাক পুনৰ্বাসন দিবৰ বাবে যত্ন কৰে।[৪] এই ঘটনাসমূহে অসমৰ জাতীয় জীৱনৰ দিগ্‌দৰ্শনত এটি নিৰ্ণায়ক ভূমিকা গ্ৰহণ কৰে। ঊনবিংশ শতিকাৰ এই ঘটনা প্ৰৱাহৰ পটভূমিত অসমত ভাষিক-সাংস্কৃতিক স্বকীয়তা ৰক্ষাৰ এটি জাতীয় চেতনা গঢ়ি উঠে। দ্বিতীয় বিশ্বযুদ্ধ পৰ্যন্ত এই চেতনাই অসমীয়া সাহিত্য আৰু অসমৰ জাতীয় জীৱনৰ বিভিন্ন দিশত নিয়ন্ত্ৰক শক্তিৰূপে ক্ৰিয়া কৰিছিল। বিংশ শতিকাৰ আৰম্ভণিৰ পৰা এই চেতনা ক্ৰমে ৰাজনৈতিক ক্ষেত্ৰলৈও সম্প্ৰসাৰিত হৈ পৰে। এফালেদি মহাত্মা গান্ধীৰ নেতৃত্বত অহিংস স্বাধীনতা আন্দোলন আৰু আনফালে বিচ্ছিন্নভাৱে আৰম্ভ হোৱা সন্ত্ৰাসবাদী আন্দোলনৰ পটভূমিৰ লগত উল্লিখিত ৰাজনৈতিক চেতনাৰ সম্প্ৰসাৰণ সম্পৰ্কিত। এই সময়ছোৱাত অসমীয়া ভাষা-সাহিত্য-সংস্কৃতি আৰু জাতীয়তাৰ সংৰক্ষণ আৰু সংবৰ্ধনৰ লক্ষ্য আৰু এই দুয়োটা লক্ষ্যৰ মাজত অসমীয়া বুদ্ধিজীৱীয়ে সমন্বয় সাধনৰ বাবে কৰা প্ৰযত্ন উল্লেখযোগ্য। অসমীয়া সাহিত্যই মধ্য-ঊনবিংশ শতিকাৰ পৰা মধ্য-বিংশ শতিকালৈকে এই এশ বছৰত জাতীয়তাবাদৰ উন্মেষ আৰু বিকাশৰ এনে ৰূপান্তৰিত প্ৰৱাহৰ স্পষ্ট পৰিচয় ধৰি ৰাখিছে। এই সময়ছোৱাৰ অসমীয়া বুদ্ধিজীৱীৰ ভূমিকা অসমৰ পৰা ভাৰতলৈ কৰা প্ৰগতিৰ ভূমিকা।

অম্বিকাগিৰী ৰায়চৌধুৰীও বিংশ শতিকাৰ প্ৰথমাৰ্ধৰ বিপ্লৱী দেশপ্ৰেমিক আৰু প্ৰসিদ্ধ অসমীয়া লেখক। অসমৰ জাতীয় জীৱনত সংঘটিত হোৱা উপৰিউক্ত ঘটনাৰ প্ৰত্যক্ষ বা পৰোক্ষ প্ৰভাৱৰ পৰা অম্বিকাগিৰী ৰায়চৌধুৰীও বিচ্ছিন্ন হৈ থাকিব নোৱাৰে। আধুনিক অসমীয়া সাহিত্যত জাতীয়তাবাদৰ উন্মেষ আৰু বিকাশৰ এই পটভূমিত অম্বিকাগিৰীৰ জীৱন আৰু সাহিত্যৰ সমীক্ষাত্মক অধ্যয়ন কৰিবলৈ এই গ্ৰন্থত প্ৰচেষ্টা কৰা হৈছে। আশা কৰা হৈছে, এই

---

১. এইচ্. কে. বৰপূজাৰী, (জেন. এড.), পলিটিকেল হিষ্টৰি অব্ আছাম, খণ্ড-১, ১৮২৬-১৯১৯, পৃঃ ৭.

২ ডিম্বেশ্বৰ নেওগ, নতুন পোহৰত অসমীয়া সাহিত্যৰ বুৰঞ্জী, পৃঃ ২৭৭.
মহেশ্বৰ নেওগ, 'ভূমিকা' অৰুনোদই, পৃঃ ৮৬.

৩. এইচ্. কে. বৰপূজাৰী, উল্লিখিত, পৃঃ ১৮-২৮.

৪. ডিম্বেশ্বৰ নেওগ, উল্লিখিত, পৃঃ ২৭৭-২৯২. মহেশ্বৰ নেওগ, উল্লিখিত, পৃঃ ৭৮-৯৩.

অধ্যয়নে অম্বিকাগিৰী ৰায়চৌধুৰীৰ জীৱন আৰু সাহিত্যৰ ঐতিহাসিক বিশেষত্ব দাঙি ধৰাৰ উপৰিও অসমীয়া মানুহৰ জাতীয়তাবোধৰ চৰিত্ৰ আৰু এনে বোধ গঢ়ি উঠাৰ কাৰণসমূহো বস্তুনিষ্ঠভাৱে বিশ্লেষণ কৰাৰ বাট মুকলি কৰিব। অম্বিকাগিৰী ৰায়চৌধুৰীক অধ্যয়নৰ বাবে গ্ৰহণ কৰাৰ ঘাই কাৰণ হ'ল, ৰায়চৌধুৰীৰ জীৱন-বীক্ষাত ঋণাত্মক চেতনাযুক্ত স্ব-বিৰোধ[৫] থকা সত্বেও অসমীয়া জাতীয়তাবাদ, ভাৰতীয় মহাজাতীয়তাবাদ আৰু বিশ্বমানৱতাবাদ[৬] তিনিওটাৰে স্ব-ঘোষিত প্ৰকাশ ঘটিছে। অম্বিকাগিৰী ৰায়চৌধুৰীৰ দৰ্শনত যি বিৰোধৰ কথা কোৱা হৈছে সেয়া অসম তথা ভাৰতৰ সেই যুগৰে সামগ্ৰিক বিৰোধৰ প্ৰতিফলন স্বৰূপ। সেই বিৰোধৰ মাজেদিও সমকালীন অসমৰ চিন্তা-চেতনাই অম্বিকাগিৰী ৰায়চৌধুৰীৰ হাতত বাণীৰূপ লাভ কৰিছে।

আমাৰ এই অধ্যয়নত গৃহীত দৃষ্টিভংগী হৈছে সামাজিক-ঐতিহাসিক। কিয়নো, সামাজিক-ঐতিহাসিক পটভূমি বহির্ভূতভাৱে কোনো লেখকেই সাহিত্য চৰ্চা কৰি মহৎ হ'ব নোৱাৰে। কথাষাৰ হেগেলৰ উক্তিৰে ক'ব পাৰি ঃ

> কোনো এটা যুগৰ মহৎ লোক হ'ল সেইজন যিজনে তেওঁৰ যুগৰ ইচ্ছা (অভিপ্ৰায়)ক ভাষাৰে প্ৰকাশ কৰিব পাৰে। সেই ইচ্ছা কি তাক সেই যুগক ক'ব পাৰে আৰু আয়ত্ত কৰিব পাৰে। তেওঁ যি কৰে সি হ'ল সেই যুগৰ মূল কথা; তেওঁ তেওঁৰ যুগক বাস্তৱত পৰিণত কৰে।[৭]

অম্বিকাগিৰীয়েও 'তেওঁৰ যুগৰ ইচ্ছাক ভাষাৰে প্ৰকাশ' কৰি সেই ইচ্ছাক 'বাস্তৱত পৰিণত' কৰাৰ মানস কৰিছিল। এই প্ৰসঙ্গতে আমি লেখক, সমাজ আৰু লেখকৰ যুগৰ মাজত যি পাৰস্পৰিক সম্পৰ্ক সেই বিষয়ে কিছু আলোচনা কৰাৰ প্ৰয়োজন অনুভৱ কৰিছোঁ।

ব্যক্তিৰ সমষ্টিয়েই সমাজ। মানুহ হিচাপে ব্যক্তি বিশেষ সমাজৰ লগত বিভিন্নভাৱে সম্পৰ্কযুক্ত হৈ থাকে। ব্যক্তিৰ চিন্তা, ভাৱনা, দৰ্শন বা নৈতিক প্ৰমূল্য আদি সকলোবোৰ সামাজিক প্ৰভাৱৰ ফল। এই প্ৰমূল্যসমূহে প্ৰচলিত সামাজিক অৱস্থাৰ প্ৰভাৱ আৰু ঐতিহ্যৰ ছাপ বহন কৰে। মানুহ আৰু সমাজৰ সম্পৰ্কৰ বিষয়ে মাৰ্ক্সে লিখিছে,

> যদি মানুহ প্ৰকৃতিগতভাৱে সামাজিক, তেনেহ'লে তেওঁ তেওঁৰ যথাৰ্থ প্ৰকৃতিৰ বিকাশ সমাজৰ মাজতে কৰিব লাগিব; তদুপৰি তেওঁৰ প্ৰকৃতিৰ শক্তি তেওঁৰ বিচ্ছিন্ন ব্যক্তি সত্বাৰ দ্বাৰা নিৰ্ণীত নহয়, সমাজৰ শক্তিৰ দ্বাৰাহে নিৰ্ণীত হ'ব।[৮]

সমাজতাত্ত্বিক দৃষ্টিত ব্যক্তি সামাজিক প্ৰক্ৰিয়াৰ সৃষ্টি। এই বিষয়ে ৰাছিয়াৰ এগৰাকী সাহিত্য সমালোচকে লেখিছে যে,

> জীৱন্ত মানুহে তেওঁৰ মনোভাৱত, হৃদয়ত আৰু তেওঁৰ তেজত সমাজ জীৱনৰ প্ৰাণ-স্পন্দন কঢ়িয়াই লৈ ফুৰে; সমাজৰ অসুখত তেওঁ যন্ত্ৰণা অনুভৱ কৰে,

---

৫. পৰৱৰ্তী, ৮.০২.

৬ পৰৱৰ্তী, ৩.০১, ৩.০২, ৩.০৩.

৭. দ্ৰ. ঃ ই. এইচ্. কাৰ, 'ব্যক্তি আৰু সমাজ', সংজ্ঞা, ২য় বছৰ ২য় সংখ্যা, ১৯৭৬, পৃঃ ৭. অনু. উদয় দত্ত।

৮. দ্ৰ. জি. কে. শাখনাজাৰভ্ আৰু অন্যান্য, ছ'চিয়েল ছায়েন্স পৃঃ [illegible].

> সমাজৰ যন্ত্ৰণাত নিজে জৰ্জৰিত হয়, সমাজৰ সুস্থতাত সজীৱ হৈ উঠে আৰু সমাজৰ সুখত আনন্দিত হয়।[৯]

মানুহ বাবেই এজন লেখকো সমাজৰ লগত ঘনিষ্ঠসূত্ৰে জড়িত। সামাজিক ঘটনা-প্ৰৱাহৰ পৰা এজন লেখক, সাধাৰণ হওক বা অসাধাৰণ হওক, বিচ্ছিন্ন হৈ থাকিব নোৱাৰে। সামাজিক অৱস্থা আৰু ঘটনা প্ৰৱাহে তেওঁৰ চেতনাক সজাগ কৰে আৰু তেওঁৰ ব্যক্তিত্ব, চিন্তা দৰ্শন উক্ত সমাজৰ পটভূমিতে গঢ় লৈ উঠাত সহায় কৰে।

কাৰ্লমাৰ্ক্সৰ মতে,

> মানুহৰ অৱস্থিতি তেওঁলোকৰ চেতনাৰ দ্বাৰা নিৰ্ণীত নহয়, তেওঁলোকৰ সামাজিক অৱস্থিতিৰ দ্বাৰাহে তেওঁলোকৰ চেতনা নিৰ্ণীত হয়।[১০]

গতিকে, মানুহে সামাজিক অৱস্থা আৰু ঘটনাৱলীৰ লগত জড়িত হৈ অৱস্থা আৰু ঘটনা-প্ৰৱাহ বিশ্লেষণ কৰাৰ যত্ন কৰে। এনে অৱস্থাত সংশ্লিষ্ট ব্যক্তিৰ এনে প্ৰযত্নৰ দিক্‌নিৰ্ণয় কৰে তেওঁৰ দৃষ্টিভংগী বা দৰ্শনে। উল্লিখিত দৃষ্টিভংগীও সমাজৰ আৰ্থ-ৰাজনৈতিক, সাংস্কৃতিক পটভূমিৰ পৰাই গঢ়ি উঠে। সেইবাবে, গৰ্কীয়ে শিল্পীক (লেখকক) দেশজ সামাজিক ঘটনা-স্ৰোতৰ 'সংবেদনশীল গ্ৰহীতা' বুলি উল্লেখ কৰিছে। আনহাতেদি, হাডছনৰ দৰে পশ্চিমীয়া সমালোচকেও লেখকসকলৰ চিন্তা-চৰ্চাৰ লগত তেওঁবিলাকৰ সামাজিক অৱস্থিতিৰ কথা স্বীকাৰ কৰিছে। এই ক্ষেত্ৰত ইংৰাজী সাহিত্যৰ বুৰঞ্জী লেখক টেইনৰ কথা বিশেষভাৱে উল্লেখযোগ্য। তেওঁ সামাজিক পটভূমিৰ লগত সাহিত্যৰ নিবিড় সম্পৰ্ক বিচাৰ কৰি দেখুৱাইছে।[১১]

দেশজ ঐতিহাসিক ঘটনাৱলী পৰস্পৰ বিচ্ছিন্ন নহয়। এটা জাতিৰ অতীত, বৰ্তমান আৰু ভৱিষ্যত পাৰস্পৰিক সম্পৰ্কযুক্ত। সেইবাবে এটা যুগৰ ঘটনাৱলীয়ে পৰৱৰ্তী সময় আৰু ঘটনাস্ৰোতৰ পটভূমি তৈয়াৰ কৰি প্ৰভাৱিত কৰাৰ উপাদান এৰি যায়। প্ৰতিটো যুগৰ একোটা নিজস্ব কাল-চেতনা থাকে। এই কাল-চেতনাৰ লগত ঐতিহাসিক-সামাজিক ঘটনা-স্ৰোতৰ সম্পৰ্ক অবিচ্ছিন্ন। এনে এটি বিষয়কে প্ৰসঙ্গান্তৰত এইচ্. ডব্লিউ. এপোলশ্বেইমাৰে উল্লেখ কৰিছে।[১২] গতিকে, কোনো লিখকৰ মূল্যায়ন তেওঁৰ যুগ, সামাজিক-ঐতিহাসিক ঘটনাস্ৰোতৰ পটভূমিতে কৰা উচিত। কাৰণ, লিখকো এজন মানুহ; আৰু "এজন মানুহ ব্যক্তি হিচাপেই কোনো এখন সমাজৰ সদস্য"।[১৩]

লিখক আৰু সমাজৰ দৰে, সমাজ আৰু সাহিত্যও পাৰস্পৰিক সম্বন্ধযুক্ত। মানুহৰ দ্বাৰা সৃষ্টি মানৱিকী চিন্তাসমূহ মূলতঃ সামাজিক চেতনাৰ ফল। সাহিত্যও সামাজিক চিন্তা-চেতনাৰ সুসমন্বিত শব্দ শিল্প। এই প্ৰসঙ্গত ৱেণে ৱেলেক আৰু আষ্টিন ৱাৰেণে তিনিটা দিশৰ পৰা বিষয়টো ব্যাখ্যা কৰিব খুজিছে—(ক) লেখকৰ সামাজিক অৱস্থা (খ) লেখকৰ ৰচনাত সামাজিক বিষয় সূচী, (গ) সমাজৰ ওপৰত সাহিত্যৰ প্ৰভাৱ।[১৪]

---

৯. উল্লিখিত, পৃঃ ৪১১.

১০. দ্ৰ. কাৰ্লমাৰ্ক্স, 'প্ৰিফেচ', এ কন্‌ট্ৰিবিউশ্যন টু দি ক্ৰিটিক্ অৱ্ পলিটিকেল ইকনমি, পৃঃ ২১.

১১. দ্ৰ. মেক্সিম গৰ্কী, 'হাও আই লাৰ্ণ টু ৰাইট', অন্ লিটাৰেচাৰ, পৃঃ ৫৮; ডব্লিউ. এইচ্. হাডছন, এন ইন্‌ট্ৰডাক্‌শ্যন টু দি ষ্টাডি অৱ্ লিটাৰেচাৰ, পৃঃ ৩৬.

১২. দ্ৰ. ৱেণে ৱেলেক, আষ্টিন ৱাৰেন, 'ছচাইটি এণ্ড লিটাৰেচাৰ', থিয়ৰি অৱ্ লিটাৰেচাৰ, পৃঃ ১১৯.

১৩. দ্ৰ. ই. এইচ্. কাৰ, পূৰ্বোল্লিখিত, পৃঃ ৭.

১৪. দ্ৰ. ৱেণে ৱেলেক, আষ্টিন ৱাৰেন, উল্লিখিত, পৃঃ ৯৬.

গতিকে উল্লিখিত চেতনাৰ লগত জড়িত হৈ আছে সামাজিক অৱস্থা। এই সামাজিক অৱস্থাই লিখকৰ চিন্তাৰ বিকাশত অৰিহণা যোগায়।

গতিকে, দেখা গ'ল, সাহিত্য সামাজিক চিন্তা চেতনাৰ বহিৰ্প্ৰকাশহে। ভাষাক মাধ্যম হিচাপে লৈ গঢ়ি উঠা সাহিত্য সমাজৰ সৃষ্টি, সেই বাবেই আনকি সাহিত্যত ব্যৱহৃত প্ৰতীক, ছন্দ অলংকাৰ আদিও সমাজৰ লগত সম্পৰ্কিত।[১৫] লগতে এই কথাও সমানেই স্বীকৃত যে সাহিত্যই জীৱনৰ প্ৰতিফলন ঘটাই আৰু এই জীৱন বহল অৰ্থত নিৰ্ণীত হয় সামাজিক বাস্তৱতাৰ দ্বাৰা।[১৬] কম্পটন ৰিকেটে ইংৰাজী সাহিত্যৰ বুৰঞ্জী বিশ্লেষণ কৰোঁতে সাহিত্যৰ মাজত সমাজ-জীৱনৰ প্ৰাণ স্পন্দনৰ অনুসন্ধান কৰাৰ বিষয়ে কৰা মন্তব্য উল্লেখযোগ্য। তেওঁ কৈছে যে সাহিত্যৰ বুৰঞ্জী হৈছে জীৱনৰ অন্তৰ্ভাগৰ বুৰঞ্জী, জীৱনৰ স্বপ্ন আৰু আদৰ্শৰ অভিলেখ, কিন্তু ই বিলাকক স্পষ্টভাৱে চাবলৈ হ'লে সামাজিক পটভূমিত ৰাখি বিচাৰ কৰিব লাগিব।[১৭] উদাহৰণ স্বৰূপে ছচাৰ আৰু লংলেণ্ডে চতুৰ্দশ শতিকাৰ ইংলণ্ডৰ সমাজৰ দুটা দৃষ্টিভংগী তেওঁলোকৰ ৰচনাত এৰি গৈছে। অথবা ঊনবিংশ শতিকাৰ ৰাছিয়াৰ মাটিগিৰীসকল টুৰ্গেনিভ্ আৰু টলষ্টয়ৰ ৰচনাত, আৰু ব্যৱসায়ী আৰু বুদ্ধিজীৱীসকল চেকভৰ গল্প আৰু নাটকত প্ৰতিফলিত হৈছে।[১৮] সেয়েহে লেনিনে টলষ্টয়ৰ সাহিত্য প্ৰতিভা বিশ্লেষণ কৰোঁতে তেওঁৰ ৰচনাসমূহক 'ৰুছ বিপ্লৱৰ দাপোণ বুলি মন্তব্য কৰিছে।[১৯] আনহাতে 'সামাজিক উপাদানৰ প্ৰাধান্য' দেখি কোনো কোনোৱে ৰাছিয়াৰ উপন্যাসসমূহক 'সামাজিক বুৰঞ্জীৰ আহিলা পাতি' ৰূপে ব্যৱহাৰ কৰিব খোজাৰ কথা কৃষ্ণকান্ত সন্দিকৈয়ে উল্লেখ কৰিছে।[২০] গতিকে দেখা যায় সাহিত্য আৰু সমাজৰ সম্বন্ধ মুদ্ৰাটোৰ ইপিঠি-সিপিঠিৰ দৰে।

সামাজিক ঘটনাৱলী বোলোঁতে আৰ্থিক, ৰাজনৈতিক, সাংস্কৃতিক সকলো ঘটনাকেই সামৰি লোৱা হৈছে। এনে ঘটনাৱলী এদিনতে সংঘটিত নহয়। সমাজ দেহে বহুদিন ধৰি এই ঘটনাসমূহৰ কাৰণসমূহ লালন-পালন কৰাৰ পিছতহে ই বহিৰ্প্ৰকাশ লাভ কৰে। এই কাৰণ সমূহেই সামাজিক জীৱনত একোটা দৰ্শন বা প্ৰমূল্য সৃষ্টি হোৱাত সহায় কৰে। একোজন লেখকে এনে দৰ্শন বা প্ৰমূল্যক তেওঁৰ ৰচনাৰ মাজত স্বতঃস্ফূৰ্তভাৱে বা সচেতনভাৱে ধৰি ৰাখে। গতিকে, সামাজিক ইতিহাসৰ পটভূমিতহে এজন লেখকৰ জীৱন আৰু সাহিত্য কৰ্মৰ সঠিক মূল্যায়ন সম্ভৱ হয় আৰু এনে মূল্যায়নে তেওঁ বাস কৰা সমকালীন সামাজিক অৱস্থা আৰু সময়ক পোহৰলৈ আনে। এজন লেখকে এটা নিৰ্দিষ্ট সামাজিক অৱস্থাৰ আৰু একোটা বিশেষ যুগৰ স্পষ্ট সীমাবদ্ধতাৰ মাজত থাকিহে তেওঁৰ সৃষ্টি কৰ্মত আত্মনিয়োগ কৰে। লেছ্লি ষ্টিফেনে ক'বৰ দৰে পৃথিৱীৰ মহৎ পুৰুষজনেও তেওঁৰ নিজৰ সময়ৰ মাজতে

---

১৫. ৱেণে ৱেলেক, আষ্টিন ৱাৰেন, পূৰ্বোল্লিখিত, পৃঃ ৯৪.
১৬. উল্লিখিত, পৃঃ ৯৪.
১৭. দ্ৰ. আৰ্থাৰ কম্পটন্ ৰিকেট্, 'ইংলিছ লিটাৰেচাৰ ইন্ ডি মেকিং', এ হিষ্ট্ৰী অৱ ইংলিছ লিটাৰেচাৰ, ১ম খণ্ড, পৃঃ ১.
১৮. দ্ৰ. ৱেণে ৱালেক্ এণ্ড আষ্টিন ৱাৰেন্, পূৰ্বোল্লিখিত, পৃঃ ১০৩.
১৯. দ্ৰ. লেনিন, অন্ লিও' টলষ্টয়, পৃঃ ২০.
২০. কৃষ্ণকান্ত সন্দিকৈ, 'সভাপতিৰ অভিভাষণ', ১৭শ অধিৱেশন, অসম সাহিত্য সভাৰ ভাষণাৱলী, ২য় ভাগ, পৃঃ ৯৬ সম্পা. অতুল চন্দ্ৰ হাজৰিকা।

জীৱন যাপন কৰে।[২১] কোনো কথাশিল্পীয়ে বিশ্বমানৱতাৰ ফাললৈ তেওঁৰ চিন্তা, অনুভৱ আৰু কল্পনাৰে আগুৱালেও সীমাবদ্ধতাক অস্বীকাৰ কৰিব নোৱাৰে। তেওঁৰ সমকালীন যুগৰ যুগদ্বন্দ্ব তেওঁৰ সৃষ্টি কৰ্মত কম-বেছি পৰিমাণে প্ৰতিফলিত হ'বই। কিয়নো গৰ্কীয়ে ক'বৰ দৰে,

> তেওঁৰ দেশ আৰু শ্ৰেণীত সংঘটিত আলোড়নৰ শিল্পী জন হ'ল সংবেদনশীল গ্ৰহীতা— তেওঁ সমাজৰ কাণ, চকু আৰু হিয়া; তেওঁৰ কণ্ঠত সময়ৰ বাণী উচ্চাৰিত হয়।[২২]

গতিকে, কোনো লেখকৰ জীৱন, জীৱন-বীক্ষা, শিল্প সৃষ্টিৰ বিচাৰ-বিশ্লেষণ কৰিবলৈ হ'লে সমাজ প্ৰগতিৰ যিটো স্তৰত বা যি সময়ত লেখকজনে তেওঁৰ সৃষ্টিকৰ্মত আত্মনিয়োগ কৰিছে সেই যুগৰ সামাজিক পটভূমিৰ কথা সততে মনত ৰাখিব লাগিব। স্থান-কাল-ঘটনা নিৰপেক্ষভাৱে কোনো লেখকৰ মূল্যায়ন কৰা সম্ভৱ নহয়। তদুপৰি, এজন লেখকক তেওঁৰ স্থান আৰু কালৰ পৰা আঁতৰাই আন স্থান আৰু কালত বহুওৱা সম্ভৱ নহয়। এই কথাও সমানেই প্ৰণিধানযোগ্য যে এজন লেখকৰ প্ৰতিভাও সেইবাবে আনজন সমান প্ৰতিভাৰ লেখকৰ লগত সলনি কৰা সম্ভৱ নহয়। সেয়েহে হাড্ছনে শ্বেক্‌ছপীয়েৰৰ আলোচনা প্ৰসঙ্গত কৈছে— শ্বেক্‌ছপীয়েৰৰ বিশেষ গুণাৱলীয়ে আমাক আকৰ্ষিত কৰিলেও তেওঁ তেওঁৰ সহযোগী আৰু বিৰুদ্ধবাদীসকলৰ দৰেই এটা নিৰ্দিষ্ট যুগৰ সভ্যতা-সংস্কৃতিৰ সৃষ্টি।[২৩] কোনো জাতিৰ সাহিত্যত নিৰ্দিষ্ট যুগৰ কাল-চেতনা থাকিবই। গতিকে গ্যেটেৰ পৰিভাষাৰে ক'ব পাৰি —প্ৰতিজন মানুহ তেওঁৰ যুগ আৰু দেশৰ নাগৰিক। ৰেণানেও একে সুৰেৰেই কৈছে— এজন লোকে "নিজৰ শতিকা আৰু জাতিৰ বিৰুদ্ধে প্ৰতিক্ৰিয়া প্ৰকাশ কৰিলেও তেৱোঁ সেই জাতি আৰু শতিকাৰ"।[২৪]

যি কোনো লিখকৰ সৃষ্টিত তেওঁৰ ব্যক্তিত্ব, যুগ, কাল-চেতনা, দেশগত-জাতিগত চৰিত্ৰ, আৰু সমকালীন জনজীৱনৰ সামাজিক জীৱনাদৰ্শৰ প্ৰকাশ ঘটে। এনে প্ৰসঙ্গত হাড্‌ছনে কৈছে,

> প্ৰতিখন কিতাপৰ অন্তৰালত যিদৰে লেখকজনৰ ব্যক্তিত্ব লুকাই থাকে, সেইদৰে জাতীয় সাহিত্যতো পৃষ্ঠভূমিত থকা জাতিটোৰ চৰিত্ৰ প্ৰকাশ পায়, ঠিক সেইদৰে এটা নিৰ্দিষ্ট যুগৰ সাহিত্যত সেই যুগৰ মন্ময় আৰু নৈৰ্ব্যক্তিক সকলো শক্তিৰ প্ৰকাশ ঘটে।[২৫]

সেইবাবে, এজন লেখকৰ জীৱন আৰু সাহিত্যৰ অধ্যয়ন কৰোঁতে সংশ্লিষ্ট কাল-চেতনা, আৰু সামাজিক আৰু বৌদ্ধিক চিন্তা-চেতনাৰ ধাৰা, উপধাৰা, বাদ দিয়া অসম্ভৱ আৰু অনুচিত। এজন লেখকক তেওঁৰ সমকালৰ সীমাৰ ভিতৰত সংঘাতৰ পটভূমিত মূল্যায়ন কৰাটো নীতিসিদ্ধ বুলি এগৰাকী মাৰ্ক্সীয় সমালোচকে মন্তব্য কৰিছে।[২৬] অৱশ্যে এই ক্ষেত্ৰত

---

২১. দ্ৰ. লেছলি ষ্টিফেন, ইংলিছ লিটাৰেচাৰ এণ্ড ছি ছচাইটি ইন্ দি এইটিন্‌থ্ চেঞ্চুৰী, পৃঃ ২.

২২. দ্ৰ. মেক্সিম গৰ্কী, 'হাও আই লাৰ্ণ টু ৰাইট', পূৰ্বোল্লিখিত, পৃঃ ৫৮.

২৩. দ্ৰ. ডব্লিউ. এইচ্. হাড্ছন, পূৰ্বোল্লিখিত, পৃঃ ৩৪.

২৪. দ্ৰ. উল্লিখিত, পৃঃ ৩৬.

২৫. দ্ৰ. ডব্লিউ. এইচ. হাড্ছন, পূৰ্বোল্লিখিত, পৃঃ ৩৭.

২৬. দ্ৰ. আলেকজেণ্ডাৰ ফেডিয়েভ, 'ছচিয়েলিষ্ট ৰিয়েলিজম্' ছচিয়েলিষ্ট ৰিয়েলিজম্ ইন লিটাৰেচাৰ এণ্ড আৰ্ট, পৃঃ ৬৮, সম্পা. মিখাইল পাৰ্খোমেংকে এণ্ড আলেকজেণ্ডাৰ ম্যাঝনিকভ্।

কোনোৱে সংশ্লিষ্ট যুগৰ অৰ্থনৈতিক অৱস্থাৰো বিশ্লেষণ কৰা আৱশ্যক বুলি ক'ব খোজে। কিন্তু সমদৃষ্টিভংগীসম্পন্ন অন্য এগৰাকী সমালোচকৰ মতে অৰ্থনৈতিক অৱস্থাৰ পুংখানুপুংখ বিশ্লেষণ অনাৱশ্যক।[২৭] এই প্ৰসঙ্গত কোনো কোনো সমালোচকে মাৰ্ক্সীয় সমালোচনাৰ এই দৃষ্টিকোণক সমালোচনা কৰি কৈছে যে, মাৰ্ক্সে সমাজ আৰু সাহিত্যৰ অংগাংগী সম্পৰ্কৰ কথা ক'লেও এই কথাও মানি লৈছে যে কলাৰ উচ্চস্তৰৰ বিকাশৰ কোনো কোনো সময়ত ইয়াৰ লগত সমকালীন সমাজৰ বিকাশৰ সম্পৰ্ক দেখা নাযায় অথবা সমাজৰ বস্তু জীৱন আৰু প্ৰাথমিক গাঁথনিৰ লগতো সম্পৰ্ক দেখা নাযায়।[২৮] তদুপৰি মাৰ্ক্সবাদে সাহিত্য সমাজৰ ওপৰত কিমানখিনি নিৰ্ভৰশীলতা সেই বিষয়ে স্পষ্টভাৱে কোৱা নাই। অৰ্থাৎ সাহিত্য আৰু সমাজৰ পৰস্পৰ নিৰ্ভৰশীল নিৰূপণ কৰাৰ কোনো যান্ত্ৰিক পদ্ধতি নাই। কিন্তু এজন লেখকৰ মূল্যায়ন যে সমকালীন যুগৰ পটভূমিতেই হ'ব এই বিষয়ে অমাৰ্ক্সীয় সমালোচকৰ বক্তব্যও সদৃশ। হাডছনৰ মতে,

> ভিন ভিন্ কিতাপৰ পৰা আমি তাৰ লেখক সকললৈ যোৱাৰ দৰে এজন লেখকৰ পৰা তেওঁৰ যুগ আৰু জাতিলৈ আগবাঢ়ো।[৩০]

উপৰি-উক্ত দৃষ্টিভংগীয়েই হ'ব, 'অম্বিকাগিৰী ৰায়চৌধুৰীৰ জীৱন আৰু সাহিত্যৰ সমীক্ষাত্মক অধ্যয়ন'ৰ আমাৰ গৃহীত দৃষ্টিভংগী। কাৰণ অম্বিকাগিৰীৰ জীৱন, প্ৰতিভা আৰু কৰ্ম সময়, সমাজ নিৰপেক্ষ নহয়। গতিকে, আমাৰ এই গ্ৰন্থত অম্বিকাগিৰীৰ জীৱন আৰু সাহিত্য-কৰ্মৰ অধ্যয়ন কৰোঁতে সমাজ আৰু সময়ৰ পটভূমি বিচাৰ কৰি সিদ্ধান্তলৈ আহিবলৈ প্ৰযত্ন কৰা হৈছে। ❑

---

২৭. দ্ৰ. এ. লুনাৰ্চাস্কি, 'থেছিছ অন দি প্ৰব্লেমছ অব্ মাৰ্ক্সিষ্ট ক্ৰিটিছিজিম্', অন লিটাৰেচাৰ এণ্ড আৰ্ট, পৃঃ ১১.
২৮. দ্ৰ. ৰেণে বেলেক এণ্ড অষ্টিন ৱাৰেন, পূৰ্বোল্লিখিত, পৃঃ ১০৬-১০৭.
২৯. উল্লিখিত, পৃঃ ১০৯.
৩০. ডব্লিউ. এইচ্. হাড্ছন, পূৰ্বোল্লিখিত, পৃঃ ৩১.

## ০.০২ জাতীয়তাবাদী চিন্তাধাৰা আৰু ইয়াৰ উন্মেষৰ কাৰণ

অম্বিকাগিৰী ৰায়চৌধুৰীৰ চিন্তাত অসমীয়া জাতীয়তাবাদ, ভাৰতীয় মহাজাতীয়তাবাদ আৰু বিশ্বমানৱতাবাদ— তিনিওটাৰে স্ব-ঘোষিত প্ৰকাশ ঘটিছে। স্বাভাৱিকতেই ৰায়চৌধুৰীৰ চিন্তাৰ বিভিন্ন দিশৰ সমীক্ষা কৰিবলৈ আগবাঢ়োঁতে জাতি, জাতীয়তাবাদ, আৰু আন্তৰ্জাতিকতাবাদ বা বিশ্বমানৱতাবাদ সম্পৰ্কে সমাজ-বিজ্ঞানৰ আলোকত কিছু তাত্ত্বিক আলোচনা কৰা প্ৰয়োজন বুলি অনুভৱ কৰা হৈছে। কিয়নো, জাতি, জাতীয়তা অথবা আন্তৰ্জাতিকতা আদি ধাৰণাসমূহৰ ক্ৰম বিকাশৰো একোটা ইতিহাস আছে। মানুহৰ সভ্যতা-সংস্কৃতিৰ বিকাশৰ লগত এই ধাৰণা-সমূহো অঙ্গাঙ্গীভাৱেই জড়িত। একোটা ভূ-খণ্ডত সৃষ্টি হোৱা বস্তুগত উপাদানেই এই ধাৰণাসমূহৰো জন্ম দিছে। গতিকে ভাৰতীয় জাতীয়তাবাদৰ উন্মেষ আৰু বিকাশৰ পটভূমিত অসমীয়া জাতীয়তাবাদৰ উন্মেষ আৰু বিকাশৰ বিচাৰ কৰাৰ আগতে উল্লিখিত বিষয়সমূহৰ বিচাৰ কৰা হৈছে।

ঊনবিংশ শতিকাটো মানুহৰ সভ্যতাৰ ইতিহাসত কেইবাটাও দিশৰ পৰা উল্লেখযোগ্য। এই শতিকাতে দৰ্শন আৰু বিজ্ঞানত এনে কিছুমান মৌলিক চিন্তা-চৰ্চা সংযোজিত হয় যে পূৰ্বৰ অনেক ধাৰণাৰ বস্তুগত পৰিৱৰ্তন সাধিত হয়। আধুনিক অৰ্থত জাতি বুলিলে যি বুজা যায় সিও ঊনবিংশ শতিকাৰে অৱদান। অৱশ্যে এই কথাও ঠিক যে জাতি গঠনৰ মূল উপাদানসমূহনো কি এই বিষয়ে সৰ্বজনগ্ৰাহ্য আৰু তৰ্কাতীত এটা নিৰ্দিষ্ট তত্ত্ব পাব নোৱাৰি। বিভিন্নজনে জাতি গঠনৰ ভিন্ ভিন্ উপাদানলৈ আঙুলিয়াই দিছে। সেই বিলাকৰ ভিতৰৰ প্ৰধান কেইটিমান আলোচনা কৰিলেই মৌলিক উপাদানসমূহ চিনাক্ত কৰিব পৰা হ'ব।

ইংৰাজীত 'নেশ্যন (Nation), 'নেশ্যনেলিটি' (Nationality), শব্দ দুটা অনেক সমাজ-বিজ্ঞানীয়ে সমাৰ্থক ৰূপেও ব্যৱহাৰ কৰা দেখা যায়। আমাৰ ইয়াত 'নেশ্যন' শব্দটি জাতি আৰু 'নেশ্যনেলিটি' শব্দটি জাতিসত্তা বা জাতীয়তাৰ সমাৰ্থক শব্দ স্বৰূপে ব্যৱহৃত হৈছে। জাতি, জাতিসত্তা বা জাতীয়তা, জাতীয়তাবাদ আৰু আন্তৰ্জাতিকতাবাদ আদি ধাৰণাবোৰ মূলতঃ সমাজ-বিজ্ঞানৰহে ধাৰণা। বিভিন্নজনে এই ধাৰণাসমূহৰ বেলেগ বেলেগ ব্যাখ্যা আগবঢ়াইছে। জাতিৰ সংজ্ঞা দিবলৈ গৈ ষ্টেলিনে লেখিছে,

> এটা জাতি হৈছে একে উমৈহতীয়া সংস্কৃতিত প্ৰতিফলিত হোৱা উমৈহতীয়া ভাষা, ৰাজ্য ক্ষেত্ৰ, অৰ্থনৈতিক জীৱন আৰু মানসিক গঠনৰ ভিত্তিত গঢ় লোৱা ঐতিহাসিকভাৱে বিকশিত হোৱা এক স্থায়ী জনগোষ্ঠী।[১]

আনহাতেদি কাৰ্ল দাখসে আকৌ জাতীয়তাবাদৰ আলোচনা-প্ৰসঙ্গত জাতিৰ সংজ্ঞা দিছে এইদৰে ঃ

> জাতি এনে এটা জনসমষ্টি যি এখন ৰাষ্ট্ৰৰ অধিকাৰ লাভ কৰে বা যি উমৈহতীয়া

---

১. জে. ভি. ষ্টেলিন, মাৰ্ক্সীজিম্ এণ্ড নেশ্যনেল কুৱেশ্যন, পৃঃ ১১.

ইচ্ছাৰ বিকাশ, সমৰ্থন আৰু প্ৰয়োগৰ বাবে এক প্ৰায় চৰকাৰতুল্য সামৰ্থ্য আহৰণ কৰি লয়।[২]

হনছ্ কহ্নে আকৌ জাতি গঠনৰ অন্যান্য বাস্তৱ উপাদানসমূহক অস্বীকাৰ নকৰিলেও কৈছে যে জাতি গঠনৰ সবাতোকৈ আৱশ্যকীয় উপাদানটো হৈছে— "এটা সজীৱ সক্ৰিয় যৌথ অভিলাষ'।[৩] ৰবাৰ্ট এৰ্গাঙে জাতীয় ৰাষ্ট্ৰৰ সৃষ্টিত অৰিহণা যোগোৱা উপাদান হিচাপে কুল বা গোষ্ঠী, ভাষা, জাতিপ্ৰেম, একত্ৰিত ৰাজ্যক্ষেত্ৰ আৰু কেন্দ্ৰীভূত প্ৰশাসন আদিৰ উল্লেখ কৰিছে।[৪] স্বাভাৱিকভাবে এই উপাদানসমূহক জাতিৰ উপাদান বুলি ধৰিলে ভুল নহ'ব। হেৰল্ড লাস্কিৰ মতে,

জাতিৰ ধাৰণাটোৰ এটি সংজ্ঞা নিৰ্ধাৰণ কৰা সুগম নহয়। কিয়নো ইয়াৰ মান নিৰ্ধাৰণকাৰী কোনো মাপকাঠী নাই।[৫]

আনহাতেদি ফ্ৰেন্‌চিছ্ ডব্লিউ ক'কাৰে ৰাজনৈতিক মুক্তিৰ আদৰ্শৰ লগত জাতিৰ ধাৰণা সংযুক্ত বুলি কৈছে আৰু তেওঁ কৈছে যে একে আচৰণ-বিধি আৰু বিশ্বাসেৰে যি জনসমষ্টিয়ে তেওঁবিলাকৰ সামাজিক জীৱন, ধৰ্ম, আইন আৰু ৰাজনীতি নিয়ন্ত্ৰণ কৰাৰ মানসিকতাৰ অধিকাৰী হয়, সেই জনসমষ্টিয়েই এটা জাতি স্বৰূপে চিহ্নিত হয়।[৬] এই বিষয়ে ই. এইচ্. কাৰে অলপ মুকলিকৈ আলোচনা কৰি উমৈহতীয়া চৰকাৰ, ব্যক্তিৰ মাজৰ সম্পৰ্ক, এক ৰাজ্যক্ষেত্ৰ, ভাষা আৰু উমৈহতীয়া স্বাৰ্থ এই কেইটা উপাদানৰ ওপৰত গুৰুত্ব দিছে।[৭] ঐতিহাসিক ক্ৰমবিকাশৰ ফলোদ্ভৱ জাতিক বেণানে এটা আত্মিক ভাবাবেগ, মানসিক অৱস্থা আৰু এক সজীৱ অনুভূতি বুলি আখ্যা দিছে।[৮] শিৱনাথ চক্ৰৱৰ্তীয়ে 'জাতি' আৰু 'জাতিসত্তা'ৰ আলোচনা প্ৰসঙ্গত কৈছে,

ৰাজনৈতিক চৈতন্যযুক্ত জাতিসত্তাই জাতি, আৰু ৰাজনৈতিক চৈতন্য বিযুক্ত জাতিয়েই হ'ব জাতি সত্তা। 'জাতি' ধাৰণাটোৱেই ৰাজনৈতিক তাৎপৰ্য সংযুক্ত। কিন্তু জাতিসত্তাৰ মৌলিক নীতি এক আবেগ, সেয়েহে ই আত্মিক।[৯]

আকৌ

জাতিসত্তাক এক জনগোষ্ঠী ৰূপে সংজ্ঞাবদ্ধ কৰা হৈছে; যি জনসমষ্টি গোষ্ঠী (কুল) ভাষা, ধৰ্ম বা ঐতিহ্য আৰু পৰম্পৰাৰ এনাজৰীৰে আবদ্ধ। কিন্তু জাতি হৈছে এক সাৰ্বভৌমত্বৰ অধীনত ঐক্যবদ্ধ জনসমষ্টি।[১০]

ৰামছাই মুইৰ মতেও 'ভাবাবেগ'ই হৈছে জাতিৰ সাৰমৰ্ম। জাতিক জাতি বুলি কোৱা

২ কাৰ্ল ডব্লিউ. দাৎস, নেশ্যনেলিজিম্ এণ্ড ইটছ্ অল্টাৰনেটিভছ্, পৃঃ ১৯.

৩ দ্ৰ. অপূৰ্ব বৰুৱা, "ভাৰতীয় জাতীয়তাবাদ আৰু অসমৰ জাতি সমস্যা" অঙ্গীকাৰ, ৭ম বছৰ, ১-৩ সংখ্যা, ১৯৮০, পৃঃ ২৩

৪. উল্লিখিত, পৃঃ ২৩.

৫ দ্ৰ. এইচ্. জে লাস্কি. "নেশ্যনেলিজিম এণ্ড চিভিলাইজেশ্যন", এ গ্ৰামাৰ অব্ পলিটিকছ্, পৃঃ ২১৯

৬ দ্ৰ অঞ্জলি কাঞ্জিলাল, 'নিবেদন' ঊনবিংশ শতাব্দীৰ বাংলা সাহিত্যে দেশপ্ৰেম, পৃঃ ২১-২২.

৭. দ্ৰ. এ. আৰ. দেশাই, ছচিয়েল বেক্ গ্ৰাউণ্ড অব্ ইণ্ডিয়ান নেশ্যনেলিজিম, পৃঃ ১-২

৮. দ্ৰ এইচ্. জে লাস্কি, পূৰ্বোল্লিখিত, পৃঃ ২১৯. এছ, এন. চক্ৰৱৰ্তী, এন ইন্ট্ৰডাক্‌শ্যন টু পলিটিকছ্, পৃঃ ১২২

৯ দ্ৰ. এছ এন্ চক্ৰৱৰ্তী, উল্লিখিত, পৃঃ ১২২.

১০ দ্ৰ. এচ্. এন্. চক্ৰৱৰ্তী. উল্লিখিত, পৃঃ ১১৯.

হয় কাৰণ ইয়াৰ অন্তৰ্ভুক্ত সদস্যসকল 'অনুৰাগ সহকাৰে' আৰু 'সৰ্বসন্মত'ভাৱে সেইদৰেই ('জাতি' বুলি) প্ৰত্যায়িত হয়।[১১]

উল্লিখিত নিৰ্বাচিত সংজ্ঞাসমূহৰ পৰা দেখা গ'ল যে জাতি সংক্ৰান্তত এটা নিৰ্দিষ্ট সৰ্বসন্মত সিদ্ধান্ত পোৱা নাযায়। সেইদৰে জাতিসত্তাৰ সংক্ৰান্ততো নিৰ্দিষ্ট সূত্ৰ পোৱা সম্ভৱ নহয়। ভিন ভিন্ জাতি আৰু জাতিসত্তাৰ ক্ৰমবিকাশৰ ইতিহাস ইমান বৈচিত্ৰ্যপূৰ্ণ আৰু ভিন ভিন্ বৈশিষ্ট্যযুক্ত যে সাধাৰণ এটি সূত্ৰৰে সকলোকে সাধাৰণীকৰণ কৰাৰ চেষ্টা কৰিলে প্ৰমাদৰ সম্ভাৱনাই বেছি থাকিব। দৰাচলতে জাতি, জাতিসত্তা আৰু জাতীয় ৰাষ্ট্ৰ এই তিনিওটাৰে এটি আন্তঃসম্পৰ্ক আছে। কিয়নো "জাতিৰ উদ্ভৱ সমাজৰ পৰা"।[১২] মানৱ সভ্যতাত জাতীয় গোষ্ঠী, জাতীয় সমাজ, জাতীয় ৰাষ্ট্ৰ, জাতীয় সংস্কৃতি সৃষ্টি হোৱাৰ পূৰ্বে মানৱ সমাজ গোষ্ঠী, দাস আৰু সামন্ত সমাজ আদি বিভিন্ন স্তৰেদি আগুৱাই আহি আছে।[১৩] কিয়নো আধুনিক অৰ্থত জাতিৰ অৱস্থিতিৰ প্ৰথম উপলব্ধি হয় "সামন্ততন্ত্ৰৰ পৰা পুঁজিবাদলৈ উত্তৰণৰ পৰ্যায়তহে"।[১৪]

মানৱ সভ্যতাৰ আদি স্তৰত মানুহ ৰক্ত সম্পৰ্কিত গোষ্ঠী ৰূপেহে বাস কৰিছিল। এই অৱস্থাত ৰক্ত সম্পৰ্কটোৱেই মুখ্য স্থান লভিছিল। ক্ৰমে সময়ৰ অতিক্ৰমণৰ লগে লগে মানুহৰ সংখ্যা বাঢ়িবলৈ ধৰিলে আৰু ৰক্ত সম্পৰ্কৰ গুৰুত্ব অন্তৰ্হিত হ'ল আৰু বিভিন্ন গোষ্ঠীৰ মাজত জীয়াই থকাৰ বাস্তৱ তাড়নাত একোটা ঐক্যবদ্ধ গোটৰ সৃষ্টি হ'বলৈ ধৰে। তদুপৰি তেওঁলোকে নিজৰ জীৱিকাৰ বাবে একোটা নিৰ্দিষ্ট অঞ্চলত আধিপত্য প্ৰতিষ্ঠা কৰিলে। লাহে লাহে তেওঁবিলাকৰ মাজত এটা সমূহীয়া অৰ্থনীতি, সমূহীয়া ভাষা, সমূহীয়া ৰীতি-নীতি আৰু এটা সমূহীয়া মানসিকতা গঢ়ি উঠিল। এই সকলো বিলাকৰ সমন্বয়ত গঢ়ি উঠিল সমূহীয়া সংস্কৃতি। এইদৰেই ক্ৰমে ৰক্ত সম্পৰ্কিত গোষ্ঠী অন্তৰ্হিত হ'ল আৰু বিভিন্ন গোষ্ঠীৰ সমন্বয়ত গঢ়ি উঠিল জনসমষ্টি।[১৫] এইদৰেই মানুহৰ সংস্কৃতি ক্ৰমে গোষ্ঠী চেতনাৰ পৰা জনসমষ্টিৰ চেতনালৈ সম্প্ৰসাৰিত হ'ল। নিৰ্দিষ্ট ভূমিখণ্ড এই জনসমষ্টিয়ে অধিকাৰ কৰি বসবাস আৰম্ভ কৰে আৰু বিভিন্ন স্তৰৰ মাজেদি আহি জাতিৰ ধাৰণাত প্ৰৱেশ কৰেহি। অৱশ্যে মধ্যযুগৰ শেষ পৰ্যন্ত আধুনিক অৰ্থত জাতি গঢ়ি উঠা নাছিল বুলি ই. এইচ্. কাৰে উল্লেখ কৰিছে।[১৬] আধুনিক অৰ্থত জাতিৰ সৃষ্টি ঊনবিংশ শতিকাৰহে ঘটনা। অৱশ্যে সপ্তদশ-অষ্টাদশ শতিকাতে এই প্ৰক্ৰিয়া আৰম্ভ হয়। উল্লেখযোগ্য যে ৰাষ্ট্ৰ অথবা ৰাষ্ট্ৰৰ নিচিনা গুণযুক্ত সংগঠন অথবা ব্যৱস্থাৰ অনুপস্থিতিত আধুনিক অৰ্থত জাতি গঢ়ি উঠিব নোৱাৰে। দ্বাদশ শতিকামানৰ পৰা সপ্তদশ শতিকাৰ ভিতৰতে এনে গুণযুক্ত সংগঠন গঢ়ি উঠে। ইয়াকেই কোৱা হৈছে জাতীয় ৰাষ্ট্ৰ। ইংলণ্ড আৰু ফ্ৰান্সেই জাতীয় ৰাষ্ট্ৰ সৃষ্টিৰ বাটকটীয়া। জাতীয় ৰাষ্ট্ৰৰ বিষয়ে ৰবাৰ্ট এৰ্গাঙে লেখিছে,

---

১১. দ্ৰ. এচ্. এন্. চক্ৰৱৰ্তী, উল্লিখিত, পৃঃ ১২৪-২৫.

১২. দীপংকৰ চক্ৰবৰ্তী, (অনু.) 'জাতীয় সমস্যা', মাৰ্ক্স থেকে মাও -সে-তুং, পৃঃ ৪৬. মূল. জৰ্জ টমছন, ফ্ৰম মাৰ্ক্স টু মাও-সে-টুং.

১৩. এ. আৰ. দেশাই, পূৰ্বোল্লিখিত, পৃঃ ১.

১৪. জৰ্জ টমছন, উল্লিখিত, পৃঃ ৪.

১৫. দ্ৰ. জি. কে. শ্বাখ্নাজাৰভ্, এ. ডি. ববৰিকিন্, বাই. এ. ক্লাছিন. ভি. ভি. সুখোদিয়েভে, অ'. এন্. পিছাৰজেভ্স্কি, হুইটিয়েল ছায়েন্স, পৃঃ ১০৫-১০৮.

১৬. দ্ৰ. এ. আৰ. দেশাই, পূৰ্বোল্লিখিত, পৃঃ ১.

.জাতীয় ৰাষ্ট্র এনে এটা ৰাজনৈতিক সংগঠন যি মধ্যযুগৰ শেষলৈ আৰু আধুনিক যুগৰ আৰম্ভণিতে একে ৰাজ্যক্ষেত্ৰৰে একত্রিত, প্রশাসনীয়ভাৱে কেন্দ্রীভূত, স্বাধীন আত্মনির্ভৰশীল এককত পৰিণত হৈছিল।[১৭]

এন ৰাষ্ট্ৰৰ লোক উমৈহতীয়া স্বার্থ আৰু ঐতিহ্যৰ ডোলেৰে বান্ধ খাই থাকে। আধুনিক অর্থত জাতি আৰু জাতীয় ৰাষ্ট্ৰৰ সৃষ্টি হয় প্রথম ইংলণ্ডতেই। পুঁজিবাদৰ উত্থান আৰু সামন্তবাদৰ পতনৰ যুগেই জাতীয় ৰাষ্ট্ৰৰ ভিত্তি পত্তনৰ যুগ। সপ্তদশ-অষ্টাদশ আৰু ঊনবিংশ শতিকাৰ সময়ছোৱা মানৱ সংস্কৃতিৰ জাতি-গঠনৰ শতিকা।[১৮]

গতিকে উপৰ্যুক্ত সূত্রসমূহৰ পর্যালোচনা কৰিলে বিভিন্নজনৰ জাতি আৰু জাতিসত্বাৰ সংজ্ঞাৰ মাজত থকা সমিল আৰু অমিল স্পষ্টতৰ হয়। এই সূত্র সমূহৰ পৰা আমাৰ স্পষ্ট ধাৰণা হ'ল— জাতি হ'ল এটা নির্দিষ্ট ভৌগোলিক এলেকাত ঐতিহাসিকভাৱে গঢ়ি উঠা উমৈহতীয়া ভাষিক, সাংস্কৃতিক, আৰু অর্থনৈতিক ভেটিত সংগঠিত হোৱা একোটা জনগোষ্ঠী। অৱশ্যে এনেধৰণৰ জনগোষ্ঠীসমূহৰ ৰাজনৈতিক সার্বভৌমত্ব নাথাকিব পাৰে। আৰু কেতিয়াবা নির্দিষ্ট ভৌগোলিক এলাকাৰ অধিকাৰো নাথাকিব পাৰে বা হেৰুৱাব পাৰে।

উপৰিউক্ত বৈশিষ্ট্যসমূহে মানৱ সভ্যতাৰ জাতি গঠনৰ বৈচিত্র্যময় প্রক্রিয়াৰ আংশিক ৰূপৰহে আভাস দিয়ে। এইবোৰ অনতিক্রম্য আৰু পানী নসৰকা নহয়।

হেৰল্ড লাস্কিৰ মতে 'জাতি'ৰ মান নির্ধাৰণকাৰী কোনো মাপকাঠী নাই। তেওঁ দেখুৱাইছে প্রাচীন ইউৰোপৰ প্রায়বোৰ জাতিয়েই বর্ণসংকৰ।[১৯] লাস্কিয়ে জাতি গঠনত ভাষাৰ তাৎপর্যপূর্ণ ভূমিকাৰ প্রতি সজাগ হৈয়ো চুইজাৰলেণ্ডে ভাষা বৈচিত্র্যৰে ইয়াকো অতিক্রম কৰি যোৱাৰ প্রতিও লক্ষ্য কৰিছে। আনহাতে জাতিৰ বাবে প্রয়োজনীয় আবাসভূমিৰ প্রশ্নটোও তেওঁ ইহুদীসকলৰ জাতীয়তাৰ পোহৰত বিচাৰ কৰি দেখুৱাইছে যে আবাসভূমি জাতীয়ত্বৰ আকাংক্ষাৰ নির্ণায়ক উপাদান নহয়।[২০] আনহাতে ভাষাৰ প্রশ্নত কে. আৰ. মিনগৰ এষাৰ কথা লক্ষ্য কৰিব লগা। তেওঁ কৈছে,

যি জাতিৰ ভাৱ প্রকাশৰ মাধ্যম হ'ল এক বিদেশী ভাষা তেওঁলোকে তেওঁলোকৰ নিজস্ব একক বিশ্ববোধ সাংস্কৃতিক বিজেতাসকলৰ দৃষ্টিভংগীৰ ওচৰত সমর্পণ কৰে।[২১]

এইদৰে দেখা পোৱা জাতি গঠনৰ প্রক্রিয়াত কোনটি উপাদান কোন ক্ষেত্রত অধিক শক্তিশালী সেইটো নির্ণীত হয় উক্ত ভৌগোলিক অঞ্চল বিশেষৰ অৱস্থিতি আৰু জনগোষ্ঠীৰ গাঁথনি আৰু স্তৰ অনুসৰিহে।

---

১৭. দ্র. অপূর্ব বৰুৱা, পূর্বোল্লিখিত, পৃঃ ২১-২২.

১৮. দ্র. দেবী প্রসাদ চট্টোপাধ্যায়, 'জাতীয়তাবাদৰ স্বৰূপ আৰু ভবিষ্যত' সাপ্তাহিক নীলাচল, ৮ মার্চ ১৯৭৮, সংখ্যা ৪৭০ পৃঃ ৩. (অনু. নগেন চৌধুৰী)
আৰ. কৃষ্ণমূর্ত্তি, 'ইণ্ডিয়ান ডেমক্রেটিক্ ৰিভলুশ্যন : নেশ্যনেল কুৱেশ্যন', নেশ্যনেলিটি কুৱেশ্যন ইন্ ইণ্ডিয়া, সম্পা. অন্ধ্র প্রদেশ ৰেডিকেল্ ষ্টুডেন্টছ্ য়ুনিয়ন, পৃঃ ১৪৭.

১৯. দ্র. এইচ্. জে. লাস্কি, পূর্বোল্লিখিত, পৃঃ ২১৯.

২০. উল্লিখিত

২১. দ্র. কে. আৰ. মিনগ., নেশ্যনেলিজিম, পৃঃ ১২০.

জাতি আৰু জাতীয় ৰাষ্ট্ৰৰ ধাৰণাৰ লগে লগে জাতীয়তাবাদৰ ধাৰণাটোৰো সৃষ্টি হ'ল। জাতীয়তাবাদ, ইয়াৰ স্বৰূপ ইয়াৰ ধনাত্মক অথবা ঋণাত্মক দিশৰ ক্ষেত্ৰত কোনো সৰ্বজনগ্ৰাহ্য সৰ্বসন্মত সংজ্ঞা বিচাৰি উলিওৱা সুগম নহয়। এই বিষয়ে দেৱী প্ৰসাদ চট্টোপাধ্যায়ে ভিন্ ভিন্ ঐতিহাসিক পৰিৱেশত জাতীয়তাবাদৰ স্বৰূপ আৰু সমস্যাৰ স্বাভাৱিক বৈচিত্ৰ্যক চকুৰ আগত ৰাখি কৈছে যে জাতীয়তাবাদৰ সৰ্বজনগ্ৰাহ্য তত্ত্ব প্ৰতিষ্ঠা সম্ভৱ নহয়।[২২] কাৰণ, পৃথিৱীৰ বিভিন্ন জাতিৰ মাজত বিভিন্ন সময়ত গঢ়ি উঠা জাতীয়তাবাদৰ উপাদানবোৰ একে আগী নহয়। সেইবাবে প্ৰত্যেক জাতিৰ জাতীয়তাবাদৰ নিজস্ব বৈশিষ্ট্যক আওকাণ কৰিব নোৱাৰি। আনহাতে উনবিংশ আৰু বিংশ শতিকাত বিশ্বৰ বিভিন্ন দিশত জাতীয়তাবাদৰ প্ৰভাৱ ইমান সূক্ষ্ম আৰু প্ৰভাৱশালী যে আন্তৰ্জাতিকতাৰ কথা-বতৰা সততে উচ্চাৰিত হ'লেও ইয়াৰ প্ৰভাৱ উপেক্ষা কৰিব নোৱাৰি। কাৰ্ল দাৎসে "জাতীয়তাবাদ বৰ্তমান পৃথিৱীত এটি শক্তিশালী ৰাজনৈতিক শক্তি" বুলি দিয়া অভিমত প্ৰণিধানযোগ্য।[২৩]

সমাজ বিকাশৰ বিভিন্ন পৰ্যায়ৰ দৰে জাতীয়তাবাদো এটা ঐতিহাসিক পৰ্যায়। মানব সংস্কৃতিৰ বিকাশৰ এটা নিৰ্দিষ্ট স্তৰত ইয়াৰ উদ্ভৱ। সামাজিক প্ৰক্ৰিয়াৰ এটা নিৰ্দিষ্ট অৱস্থাত জাতীয়তাবাদ সৃষ্টিৰ বস্তুগত বহিৰঙ্গ আৰু অন্তৰঙ্গ উপাদানবোৰ পৰিপক্ক হ'লেহে জাতীয়তাবাদ সৃষ্টি হয়। জাতীয় অনুভূতি মানুহৰ অতি শক্তিশালী অনুভূতি। উনবিংশ শতিকাৰ পৰা বৰ্তমানলৈকে জাতীয় ভাৱধাৰাই সাহিত্য, শিল্প, বিজ্ঞান, দৰ্শন, কাৰিকৰী বিদ্যা আদি সৰ্বদিশত বিভিন্ন জাতিক প্ৰেৰণা দি আহিছে। 'জাতি'ৰ অস্তিত্ব থকালৈকে এই অনুভূতি থাকিবই। বিগত সময়ছোৱাৰ ৰুচ-চীন-ভিয়েটনাম আদি দেশবোৰৰ সীমান্ত সংঘৰ্ষই তাৰেই ইংগিত দিয়ে। জাতীয়তাবাদী চিন্তাধাৰাই যিদৰে ভাৰতবৰ্ষ, চীন প্ৰমুখ্যে অনেক সৰু-বৰ দেশক বিদেশী শাসন-শোষণৰ পৰা মুক্ত কৰিছে ঠিক একেদৰে হিট্‌লাৰ আৰু নাজী বাহিনীৰো সৃষ্টি কৰিছে। অৱশ্যে ভিন্ ভিন্ দেশত জাতীয়তাবাদ সৃষ্টিৰ সামাজিক-ঐতিহাসিক পটভূমি আৰু কাৰণ ভিন্ ভিন্। গতিকে জাতীয়তাবাদ আদৰ্শটি এটা নিৰ্দিষ্ট সংজ্ঞা অথবা সুনিৰ্দিষ্ট কিছুমান কাৰণৰ মাজত আবদ্ধ কৰা সম্ভৱ নহয়। তথাপি আমাৰ মূল বিষয়টিক পৰৱৰ্তী অধ্যায়বোৰত পোহৰলৈ অনাৰ সুবিধাৰ্থে জাতীয়তাবাদৰ এটি সীমাৰেখা বান্ধি লোৱা নিতান্ত প্ৰয়োজন বুলি ভবা হৈছে। সেই হেতুকে তলত সীমিতভাৱে বিষয়টি উত্থাপন কৰা হৈছে।

জাতীয়তাবাদৰ আলোচনা প্ৰসঙ্গত হনছ্ কহ্‌নে জাতীয়তাবাদক জাতীয় ৰাষ্ট্ৰৰ প্ৰতি ব্যক্তিৰ সৰ্বোচ্চ আনুগত্য অনুভৱ কৰা এটা মানসিক অৱস্থা বুলি ব্যাখ্যা কৰিবলৈ যত্ন কৰিছে।[২৪] ই. এইচ্. কাৰে আকৌ নিজৰ দেশ আৰু ভাষাৰ প্ৰতি থকা গভীৰ মমত্ববোধ আৰু বৃহত্তৰ জাতিত্বক জাতীয়তাবাদ সৃষ্টিৰ উপাদানবোৰৰ ভিতৰত সাঙুৰি লৈছে।[২৫] ডন্ লুইগ ষ্টুৰ্জুৱে পৰম্পৰা, ৰীতি, ভাষা, ৰাজ্যক্ষেত্ৰ সামাজিক অধিকাৰ আৰু অৰ্থনৈতিক স্বাৰ্থ আদি জাতীয়তাবাদ সৃষ্টিৰ মূল কথা বুলি উল্লেখ কৰিছে।[২৬] 'এনচাইক্লপেদিয়া ব্ৰিটানিকা'ত জাতীয়তাবাদক ৰাজহুৱা

২২. দ্ৰ. দেৱী প্ৰসাদ চট্টোপাধ্যায়, পূৰ্বোল্লিখিত, পৃঃ ৩.

২৩. দ্ৰ. কাৰ্ল ডব্লিউ দাৎস, পূৰ্বোল্লিখিত, পৃঃ ১.

২৪. দ্ৰ. অপূৰ্ব বৰুৱা, পূৰ্বোল্লিখিত, পৃঃ ২১.

২৫. উল্লিখিত, পৃঃ ২৩.

২৬. উল্লিখিত, পৃঃ ২৩.

আৰু ব্যক্তিগত জীৱনক গঢ় দিয়া আৰু ইতিহাসৰ গতি নিৰ্ধাৰণ কৰিব পৰা এটা মহৎ আৰু একক উপাদান স্বৰূপে চিহ্নিত কৰা হৈছে।[২৭] আনহাতে কে. আৰ. মিনগে জাতীয়তাবাদক এটি ৰাজনৈতিক দৰ্শন বা দৃষ্টি বুলি চিহ্নিত কৰি কৈছে যে বিভিন্ন দাৰ্শনিক চিন্তাৰ বিপৰীতধৰ্মী এই দৰ্শন দৰাচলতে ৰাজনৈতিক বিৱৰ্তনৰ বাবেও শক্তিশালী অস্ত্ৰ হৈ পৰিছে আৰু জনসাধাৰণৰ বাবে ইয়াৰ আবেদন ইমান তীব্ৰ যে তাৰ বাবে জনসাধাৰণে জীৱন উছৰ্গা কৰিবলৈও কুণ্ঠাবোধ নকৰে।[২৮] এই ক্ষেত্ৰত হেৰল্ড লাস্কিৰ মতো প্ৰণিধানযোগ্য। তেওঁ জাতীয়তাবাদক ৰাষ্ট্ৰশক্তি গঢ়ি তুলিব পৰা, ইতিহাসৰ এক অভিনৱ শক্তি আখ্যা দিছে।[২৯]

লৰ্ড মৰ্লেয়ো জাতীয়তাবাদৰ শক্তিক সমান গুৰুত্বৰে স্বীকাৰ কৰি কৈছে যে জাতীয়তাবাদৰ জন্ম মানুহৰ স্বাভাৱিক প্ৰবৃত্তিত; প্ৰবৃত্তিয়ে এটা ধাৰণাৰ সৃষ্টি কৰে, ধাৰণাৰ পৰা সৃষ্টি হয় বিমূৰ্ত সূত্ৰৰ আৰু তাৰ পিছত ই উদ্দীপনাময় পূৰ্বসংস্কাৰলৈ ৰূপান্তৰিত হয়। মৰ্লেই এই কথাও কৈছে যে গ্ৰহণযোগ্য হওকেই বা নহওকেই জাতীয়তাবাদ ক্ৰমে এটা গোড়া মতবাদত পৰিণত হৈছে।[৩০]

জাতীয়তাবাদ মূলতঃ পুঁজিবাদৰ সৃষ্টি। সামন্তবাদৰ পতন আৰু পুঁজিবাদৰ বিকাশৰ যুগতে জাতীয়তাবাদৰ উদ্ভৱ আৰু বিকাশ আৰম্ভ হয়। অৱশ্যে ইংৰাজী 'Nationalism' শব্দটি পূৰ্বৰ আভিধানিক অৰ্থৰ পৰিবৰ্তে নতুন তত্ত্বৰ ভিত্তিত বৰ্তমানৰ অৰ্থত ঊনবিংশ শতাব্দীৰ আৰম্ভণিৰ পৰাহে ব্যৱহৃত হৈছে।[৩১] জাতীয়তাবাদী চিন্তাধাৰাৰ উন্মেষ আৰু বিকাশৰ প্ৰথম থলী ইউৰোপ।[৩২] পোলেণ্ডৰ প্ৰথম বিভাজনেই জাতীয়তাৰ সূত্ৰপাত কৰে।[৩৩] কিয়নো ৰাছিয়া আৰু এছিয়াৰ ষড়যন্ত্ৰত বিভক্ত হৈ পৰা পোলেণ্ড জাতীয়তাৰ বন্ধনেৰে ঐক্যবদ্ধ হয় আৰু কৃত্ৰিম ৰাজনৈতিক সীমান্ত ওফৰাই দিবলৈ দৃঢ় প্ৰতিজ্ঞ হৈছিল।[৩৪]

জাতিগঠনৰ প্ৰক্ৰিয়া আৰু জাতীয়তাবাদী আন্দোলনৰ বিকাশ সপ্তদশ শতিকাত আৰম্ভ হৈ বিশ্বত বৰ্তমানলৈকে চলি আছে।[৩৫] সমাজ-বিজ্ঞানৰ অন্যান্য ধ্যান-ধাৰণাতকৈ জাতীয়তাবাদ, ইয়াৰ বিকাশ আৰু বিভিন্ন প্ৰকাশ সম্বন্ধে অধ্যয়ন আৰু বিস্তাৰিত আলোচনা হৈছে। জাতি গঠনৰ প্ৰক্ৰিয়া অথবা জাতীয়তাবাদৰ বিকাশৰ লগত বিভিন্ন জাতিৰ অৰ্থনৈতিক, ৰাজনৈতিক, সামাজিক অথবা সাংস্কৃতিক পটভূমি ইমানেই ভিন্ন প্ৰকৃতিৰ যে জাতীয়তাবাদৰ এটা সাধাৰণীকৃত সূত্ৰৰ দ্বাৰা একক সিদ্ধান্তত উপনীত হ'ব নোৱাৰি। এই ক্ষেত্ৰত ভাৰতীয় জাতীয়তাবাদী আন্দোলন আৰু ভাৰতীয় জাতীয়তাৰ স্বৰূপ মন কৰিবলগীয়া। কাৰণ সমগ্ৰ ভাৰতীয় জনসাধাৰণক ৰাজনৈতিকভাৱে এক জাতীয়তাৰ অন্তৰ্ভুক্ত কৰিলেও, ভাৰতৰ বিভিন্ন ৰাজ্যসমূহৰ

---

২৭. এনচাইক্লপেদিয়া ব্ৰিটানিকা, খণ্ড-১২ পৃঃ ৮৫১.

২৮. দ্ৰ. কে. আৰ. মিনগ, পূৰ্বোল্লিখিত, পৃঃ ৩৩.

২৯. দ্ৰ. এইচ্. জে. লাস্কি, পূৰ্বোল্লিখিত, পৃঃ ২২২-২২৩.

৩০. দ্ৰ. এছ্. এন্. চক্ৰৱৰ্তী, পূৰ্বোল্লিখিত, পৃঃ ১৩৪.

৩১. দ্ৰ. নিৰ্মল সেনগুপ্ত, 'নেশ্যনেলিটি কুৱেশ্চন ইন্ দি প্ৰেজেণ্ট ইপক', নেশ্যনেলিটি কুৱেশ্চন ইন্ ইণ্ডিয়া, অন্ধ্ৰপ্ৰদেশ ৰেডিকেল ষ্টুডেন্টছ্ ইউনিয়ন, পৃঃ ১৬৫.

৩২. কে. আৰ মিনগ, পূৰ্বোল্লিখিত, পৃঃ ৩৩.

৩৩. এইচ্. জে. লাস্কি, পূৰ্বোল্লিখিত, পৃঃ ২২২-২৩.

৩৪. দেবীপ্ৰসাদ চট্টোপাধ্যায়, পূৰ্বোল্লিখিত, পৃঃ ৩.

৩৫. এ. আৰ. দেশাই, পূৰ্বোল্লিখিত, পৃঃ ৩.

ভৌগোলিক, প্ৰাকৃতিক, অৰ্থনৈতিক, ভাষিক, সাংস্কৃতিক আৰু সামাজিক জীৱনৰ বিচিত্ৰতাই একো একোটা জাতিসত্তাৰ স্বকীয় পৰিচয় দান কৰিছে। বৃটিছ আগমনৰ আগলৈকে বিভিন্ন স্বাধীন ৰাজ্যবিলাকৰ অৱস্থিতিয়ে এনে জাতীয়তা গঢ়ি উঠাত ৰাজনৈতিক পটভূমি নিৰ্মাণ কৰি দিছিল। এই দৃষ্টিৰে চালে অম্বিকাগিৰী ৰায়চৌধুৰীৰ ভাৰতীয় মহাজাতীয়তাৰ ধাৰণা[৩৬] যুক্তিসংগত আৰু গ্ৰহণীয়। ভাৰতৰ বিভিন্ন ৰাজ্য তথা অঞ্চলসমূহত নিজস্ব ঐতিহাসিক প্ৰক্ৰিয়াৰে গঢ় লৈ উঠা জাতিসমূহৰ জাতীয়তাবাদৰ পটভূমি, প্ৰকৃতি, উদ্দেশ্য আৰু লক্ষ্য একে নহয়। উদাহৰণ স্বৰূপে বাঙালী জাতিৰ জাতীয়তাবাদ আৰু অসমীয়া জাতিৰ জাতীয়তাবাদৰ মাজত ঐতিহাসিক ঘটনা আৰু কাৰণসমূহৰ বাবেই জাতীয়তাবাদী চিন্তা-চৰ্চাৰ জন্ম আৰু বিকাশৰ সময় আৰু অৱস্থাৰ স্বাভাৱিক পৃথকতা আছে। জাতীয়তাবাদ বিকাশৰ এনে পৃথকতাই বিভিন্ন দেশৰ জাতীয়তাবাদৰ স্বকীয় বৈশিষ্ট্যৰ কথা সূচনা কৰে আৰু পৃথক পৃথক অধ্যয়নৰ প্ৰয়োজনীয়তাৰ কথাও প্ৰতিপন্ন কৰে।[৩৭] কাৰণ,

> বিভিন্ন দেশত জাতীয়তাবাদৰ ক্ৰমবিকাশ সেই দেশসমূহৰ জাতীয় সামাজিক অস্তিত্ব ৰক্ষাৰ অগ্ৰগামী সৈন্য সদৃশ সামাজিক শ্ৰেণীসমূহৰ বিশেষ মনস্তাত্ত্বিক আৰু অৰ্থনৈতিক বৈশিষ্ট্য তথা আৰ্থ-ৰাজনৈতিক আৰু সামাজিক গাঁথনিত পৰিপুষ্ট সামাজিক আৰু সাংস্কৃতিক ইতিহাসৰ দ্বাৰা নিৰ্ধাৰিত।[৩৮]

জাতীয়তাবাদে মানৱ সংস্কৃতিত গ্ৰহণ কৰা বিশেষ নিয়ন্ত্ৰণকাৰীৰ ভূমিকা সম্পৰ্কে এতিয়ালৈকে হোৱা বিভিন্ন অধ্যয়নে জাতীয়তাবাদৰ ৰাজনৈতিক, অৰ্থনৈতিক আৰু সামাজিক অভিব্যক্তিৰ উপৰিও জাতীয়তাবাদৰ সাংস্কৃতিক ভেটিৰ স্থিতিৰ কথাও প্ৰতিপন্ন কৰিছে।[৩৯]

সাধাৰণভাৱে সাহিত্য-শিল্পাদিৰ কৰ্মীসকলেই সাংস্কৃতিক স্বকীয়তা আৰু জাতীয়তাবাদৰ মুখপাত্ৰ হৈ উঠে। জাতি হিচাপে স্বীকৃতি লাভৰ ক্ষেত্ৰত সাহিত্যয়ো এটি বিশেষ ভূমিকা পালন কৰে।[৪০]

আনহাতেদি সাংস্কৃতিক জাতীয়তাবাদৰ আলোচনা প্ৰসঙ্গতে, ভাষাৰ ভূমিকাৰ কথাও মিনগে উল্লেখ কৰিছে।[৪১]

সাংস্কৃতিক পৰিচয়েই দৰাচলতে মানুহৰ পৰিচয়। ই দেশ আৰু কাল অনুসৰি পৃথক চৰিত্ৰৰ হ'বলৈ বাধ্য। নিজস্ব সাংস্কৃতিক পৰিমণ্ডলতহে মানুহৰ প্ৰতিভা আৰু মনুষ্যত্বই বিকাশ লাভ কৰে। এতেকে, সাংস্কৃতিক আত্ম পৰিচয় ৰক্ষা কৰাৰ প্ৰৱণতাই সৃষ্টিশীল আৰু চিন্তাশীল সকলক নতুন দায়িত্ব দান কৰে। পৰৱৰ্তী সময়ত হয়তো এই সাংস্কৃতিক পৰিচয় ৰক্ষা কৰাৰ প্ৰৱণতা ৰাজনৈতিক ক্ষেত্ৰলৈও সম্প্ৰসাৰিত হয়। কিয়নো,

> সৰ্বপ্ৰথমে বহু ক্ষেত্ৰত কবি আৰু পণ্ডিতবৰ্গই সাংস্কৃতিক জাতীয়তাবাদৰ ওপৰত

৩৬. অম্বিকাগিৰী ৰায়চৌধুৰী, 'ভাৰতীয় স্বৰাজ আৰু অসমীয়াৰ স্বৰাজ', 'জাতীয়তা আৰু মহাজাতীয়তা', আহুতি, পৃঃ ৭৩-৮৪, ৯২.
৩৭. এ. আৰ. দেশাই, পূৰ্বোল্লিখিত, পৃঃ ৫.
৩৮. দ্ৰ. এ. আৰ দেশাই, পূৰ্বোল্লিখিত, পৃঃ ৩.
৩৯. এ. আৰ. দেশাই, পূৰ্বোল্লিখিত, পৃঃ ৪.
৪০. দ্ৰ. কে. আৰ. মিনগ. পূৰ্বোল্লিখিত, পৃঃ ১১৮.
৪১. কে. আৰ. মিনগ, পূৰ্বোল্লিখিত, পৃঃ ১২০.

> গুৰুত্ব আৰোপ কৰে। তেওঁলোকে জাতীয় ভাষাটোক সংস্কাৰ কৰি, সেই জাতিৰ দুৰ অতীতলৈ ভূমুকি মাৰি তেওঁলোকৰ ভাষাক সাহিত্যৰ ভাষালৈ উন্নীত কৰে। আৰু সেইদৰেই তেওঁলোকে জাতীয় চৈতন্য জাগৃত কৰা জনগণে শীঘ্ৰে উত্থাপন কৰিবলগীয়া জাতীয় ৰাষ্ট্ৰত্বৰ ৰাজনৈতিক দাবীৰ ভেটি প্ৰস্তুত কৰে।[৪২]

জাতীয়তাবাদ সৃষ্টি হোৱাৰ বিভিন্ন কাৰণ থাকিব পাৰে। ইয়াৰ প্ৰধান উৎসটোৱেই হ'ল দেশপ্ৰেম বা স্বদেশপ্ৰেম। ইংৰাজী Patriotism শব্দৰ প্ৰতিশব্দৰূপে অসমীয়াত দেশপ্ৰেম বা স্বদেশপ্ৰেম শব্দটো ব্যৱহৃত হয়। দেশপ্ৰেম গভীৰ সামাজিক অনুভূতি। ই হ'ল নিজ দেশৰ প্ৰতি থকা এটা তীব্ৰ মমত্ববোধ। এই গভীৰ মমত্ববোধ এনে এক অতীন্দ্ৰিয় প্ৰেৰণা যি দেশৰ বাবে মৃত্যুকো তুচ্ছ জ্ঞান কৰিবলৈ শিকায়। কিন্তু এই প্ৰেৰণাৰ অন্তৰালত দৰাচলতে কিহে ক্ৰিয়া কৰে তাৰ সঠিক ব্যাখ্যা কৰাটো জটিল কাম। হেৰল্ড লাস্কিয়ে ইয়াক নিৰ্ধাৰিত গোষ্ঠীৰ প্ৰতি থকা আত্মীয়তাৰ অকৃত্ৰিম, স্বাভাৱিক আৰু বিশিষ্ট অনুভৱ বুলি কৈছে। লগতে তেওঁ ইয়াকো কৈছে যে ৰাজনীতি-সচেতন জনগোষ্ঠীৰ সামগ্ৰিক জাতীয় চেতনাই দেশপ্ৰেম।[৪৩] দেশপ্ৰেম মানৱীয় প্ৰকৃতিৰে প্ৰকাশ। যিখন দেশৰ মাটিত থিয় হৈ, আহাৰ পানী খাই জীয়াই থাকে সেই দেশৰ প্ৰতি এক স্বাভাৱিক আৰু প্ৰাকৃতিক আকৰ্ষণ নিতান্তই অৰ্থপূৰ্ণ। আত্ম-সংৰক্ষণৰ প্ৰবৃত্তি এটা নৈতিক কৰ্তব্যবোধলৈ ৰূপান্তৰিত হৈ দেশাত্মবোধৰ জন্ম দিয়ে বুলি অনেক সমাজবিজ্ঞানীয়ে ভাবে।[৪৪] এই প্ৰসঙ্গতে মিনগে কৰা বিশ্লেষণ প্ৰণিধানযোগ্য ঃ

> ৰাষ্ট্ৰ আৰু জাতিৰ মাজত থকা পাৰ্থক্যৰ ওপৰত দেশপ্ৰেম নিৰ্ভৰশীল। জাতিৰ প্ৰতি থকা অনুৰাগ বা একাত্মতা স্বাভাৱিক আৰু বস্তুগত, দেশপ্ৰেমৰ প্ৰতি থকা একাত্মতা আধ্যাত্মিক বা নৈতিক।[৪৫]

এই আত্ম সংৰক্ষণৰ চেতনা জাতীয়তাবাদী চিন্তাধাৰা সৃষ্টিৰ এটি অন্যতম কাৰণ। অনেক সময়ত এই আত্ম সংৰক্ষণৰ চেতনাই আত্ম পৰিচয় সংৰক্ষণৰ ৰাজনৈতিক চেতনালৈ সম্প্ৰসাৰিত হয়। যেতিয়া একোখন দেশৰ জনগণ স্বেচ্ছাচাৰী বা অত্যাচাৰী শাসনকৰ্তাৰ দ্বাৰা শাসিত হয়, তেতিয়া জনগণে সেই শাসন ওফৰাই নতুন ৰাজনৈতিক ব্যৱস্থা প্ৰৱৰ্তন কৰিবলৈ জাতীয়তাবাদী চিন্তাৰ দ্বাৰা উদ্বুদ্ধ হয়।[৪৬]

একোটা জনগোষ্ঠীয়ে সততে সেই জনগোষ্ঠীৰ অতীতৰ প্ৰতি লক্ষ্য কৰে। এনে জনগোষ্ঠী যদি পূৰ্বে একোটা স্বাধীন সত্তা আছিল, স্বাভাৱিকতে অতীতৰ গৌৰৱময় অধ্যায় বিশ্লেষণ কৰি তাৰ পৰাও প্ৰেৰণা লাভৰ চেষ্টা কৰে। এই চেষ্টাই তেওঁলোকক আত্ম বিশ্বাস দান কৰে। ইও এক প্ৰকাৰ আত্ম প্ৰতিষ্ঠাৰ প্ৰৱণতা। এই স্তৰটোক জাতীয়তাবাদী চিন্তাধাৰাৰ প্ৰথম ঢাপ বুলিও ক'ব পাৰি।[৪৭] দেখা যায়, অতীতৰ সোঁৱৰণ, অতীতৰ ঐতিহ্যৰ বিশ্লেষণ,

---

৪২. দ্ৰ. এনচাইক্লোপেডিয়া ব্ৰিটানিকা, খণ্ড, ১২, পৃঃ ৮৫১.
৪৩. দ্ৰ. এইচ. জে. লাস্কি. পূৰ্বোল্লিখিত, পৃঃ ২২১.
৪৪. দ্ৰ. কে. আৰ. মিনগ. পূৰ্বোল্লিখিত, পৃঃ ১৩৫.
৪৫. দ্ৰ. কে. আৰ. মিনগ. পূৰ্বোল্লিখিত, পৃঃ ১৩৫.
৪৬. দ্ৰ. জি. পি. শৰ্মা, 'দি ছাৰ্চ ফৰ আইডেন্টিটি', নেশ্যনেলিজিম ইন্ ইণ্ডো-এংলিকান ফিক্শ্যন, পৃঃ ৩৫.
৪৭. দ্ৰ. জি. পি. শৰ্মা, 'দি ডিছ্কভাৰী অব্ দি পাষ্ট', উল্লিখিত, পৃঃ ৬০.

জাতীয়তাবাদী চিন্তাধাৰাৰ উন্মেষৰ অন্য এটি কাৰণ হ'ব পাৰে।

আৰ্থ-সামাজিকভাৱে অগ্ৰসৰ আৰু সাংস্কৃতিকভাৱে চহকী জাতিৰ দ্বাৰা আৰ্থ-সামাজিকভাৱে পিছপৰা জাতিৰ প্ৰতি দেখুৱা হেয় মনোভাৱ আৰু সাংস্কৃতিকভাৱে লোৱা সম্প্ৰসাৰণবাদী আগ্ৰাসী ভূমিকাৰ বাবেও জাতীয়তাবাদী চিন্তাধাৰাৰ উন্মেষ ঘটিব পাৰে।

সমাজবিজ্ঞানৰ অন্যান্য ধাৰণাৰ দৰে জাতীয়তাবাদৰো ধনাত্মক আৰু ঋণাত্মক দুয়োটা দিশ বৰ্তমান। সামন্তবাদৰ পতন আৰু পুঁজিবাদৰ বিকাশৰ প্ৰথম পৰ্যায়ত জাতীয়তাবাদ ধনাত্মক হৈ থাকে। এই স্তৰত ই জাতি আৰু জাতীয় ৰাষ্ট্ৰৰ সৃষ্টিৰ ক্ষেত্ৰত যথেষ্ট অৰিহণা যোগায়। তদুপৰি বিভিন্ন জনগোষ্ঠীৰ মাজত পাৰ্থক্যৰ দেৱাল ভাঙি জনগোষ্ঠীসমূহক একত্ৰিত কৰে। সাম্ৰাজ্যবাদৰ বিৰুদ্ধে যুঁজ কৰি নিজ দেশলৈ স্বাধীনতা কঢ়িয়াই অনাত জাতীয়তাবাদে এক শক্তিশালী ভূমিকা পালন কৰি আহিছে।[৪৮] ভাৰতবৰ্ষ, ভিয়েটনাম, আদি দেশৰ স্বাধীনতা আন্দোলনৰ ইতিহাসো এই শতিকাৰে। অন্য জাতিৰ প্ৰতি আৰ্থ-ৰাজনৈতিক-সাংস্কৃতিকভাৱে আগ্ৰাসী ভূমিকা নোলোৱালৈকে জাতীয়তাবাদ ধনাত্মক হৈ থাকে।

জাতীয়তাবাদ যদিওবা এটি গণতান্ত্ৰিক আদৰ্শ তথাপি ইও কেতিয়াবা তাৰ সীমা পাৰ হৈ ঋণাত্মক ভূমিকাত অৱতীৰ্ণ হয়। ই কেতিয়াবা একোটা জাতিক আত্মাভিমানী কৰি তুলি আনৰ অধিকাৰ খৰ্ব কৰে। পুঁজিবাদৰ চৰম বিকাশৰ স্তৰত জাতীয়তাবাদে তাৰ গণতান্ত্ৰিক চৰিত্ৰ হেৰুৱাই পেলায় আৰু উপনিবেশবাদৰ জন্ম দিয়ে। উদাহৰণ স্বৰূপে বৃটিছ সাম্ৰাজ্যবাদলৈ আঙুলিয়াব পাৰি। কেতিয়াবা আকৌ ই উগ্ৰজাতীয়তাবাদলৈও ৰূপান্তৰিত হ'ব পাৰে। আৰু সময়ত ই ফেচীবাদলৈও ৰূপান্তৰিত হ'ব পাৰে। হিট্‌লাৰৰ নেতৃত্বত জাৰ্মান জাতীয়তাবাদে ফেচীবাদৰ ৰূপ লোৱাৰ ইতিহাসো এই শতিকাৰে।

মাৰ্ক্সীয় দৰ্শনত বিশ্বাসী অনেক সমালোচকে জাতীয়তাবাদক (ক) সংকীৰ্ণ (খ) সম্প্ৰসাৰণবাদী আৰু (গ) আন্তৰ্জাতিকতাবিৰোধী বুলি গণ্য কৰিব খোজে। অৱশ্যে সংকীৰ্ণ জাতীয়তাবাদৰ সমালোচক যে কেৱল মাৰ্ক্সীয় চিন্তাবিদসকলেই এনে নহয় স্বয়ং ৰবীন্দ্ৰনাথ ঠাকুৰেও এই বিষয়ে সাৱধান বাণী শুনাইছিল।[৪৯]

অৱশ্যে, যিকোনো এটা জাতিৰ জাতীয়তাবাদ সকলো সময়তে সংকীৰ্ণ হ'বই আৰু ই উগ্ৰজাতীয়তাবাদ বা সাম্ৰাজ্যবাদী বা ফেচীবাদী ৰূপ ল'বই বুলি সাধাৰণীকৰণ কৰি পূৰ্বসিদ্ধান্ত ল'ব নোৱাৰি। ঐতিহাসিক পৰিবেশ, সামাজিক-সাংস্কৃতিক পটভূমি বিচাৰ কৰিহে ইয়াৰ মূল্যায়ন কৰা উচিত। সংকীৰ্ণতা আৰু পৰৰাজ্য বিদ্বেষ জাতীয়তাবাদৰ সাধাৰণ চৰিত্ৰ নহয়।[৫০] তদুপৰি যি মাৰ্ক্স বা এঙ্গেলছ্ জাতীয়তাবাদৰ বিৰোধী আছিল তেওঁলোকেও সকলো প্ৰকাৰৰ বা সকলো স্তৰতে জাতীয়তাবাদৰ বিৰোধিতা কৰা নাছিল। কিয়নো, পোলেণ্ড আৰু আয়াৰলেণ্ডৰ জাতীয়তাবাদী আন্দোলনৰ প্ৰতি তেওঁলোকৰ সমৰ্থন মুকলিমূৰীয়া আছিল। ১৮৮২ চনত এই দুই জাতিৰ জাতীয়তাবাদী আন্দোলনৰ প্ৰসঙ্গত এঙ্গেলছে লেখিছিল যে আইৰিছ আৰু পোলিছ,

৪৮. দ্ৰ. ভি. ভি. মহাজন, 'নেশ্যনেলিজিম, ইন্টাৰনেশ্যনেলিজিম্ এণ্ড ইম্পেৰিয়েলিজিম্', ৰিচেণ্ট পলিটিকেল থট্, পৃঃ ৪৪৯.

৪৯. দ্ৰ. অৰবিন্দ পোদ্দাৰ, 'কালান্তৰে ৰবীন্দ্ৰনাথ', ৰবীন্দ্ৰ মানস, পৃঃ ১০৮-১১৮.

৫০. দেবী প্ৰসাদ চট্টোপাধ্যায়, পূৰ্বোল্লিখিত, ১৫ মাৰ্চ ১৯৭৮, সংখ্যা- ৪৭১, পৃঃ ৩.

ইউৰোপৰ এই দুটা জাতিৰ আন্তৰ্জাতিকতাবাদী হোৱাৰ পূৰ্বে জাতীয়তাবাদী হোৱাৰ প্ৰয়োজন আৰু অধিকাৰ আছে। তেওঁ স্পষ্ট ভাষাৰে কৈছিল যে তেওঁবিলাক জাতীয়তাবাদী হ'লেহে আন্তৰ্জাতিক হ'ব পাৰিব।[৫১] গতিকে জাতীয়তাবাদৰ আলোচনা বিমূৰ্তভাৱে নহয়। বিভিন্ন জাতিৰ জাতীয়তাবাদৰ সঠিক মূল্যায়নত স্বয়ং লেনিনেও বিশেষভাৱে গুৰুত্ব দিছিল। তেওঁ জাতীয়তাবাদ সম্পৰ্কে এচাম মাৰ্ক্সবাদীয়ে কৰা বিমূৰ্ত সমালোচনা বাতিল কৰি কৈছিল যে— "এটা শোষিত জাতিৰ জাতীয়তাবাদৰ পৰা এটা শোষক জাতিৰ জাতীয়তাবাদক পৃথক কৰা দৰকাৰ; এটা ডাঙৰ জাতিৰ জাতীয়তাবাদৰ লগত এটা সৰু জাতিৰ জাতীয়তাবাদৰ পাৰ্থক্য ৰখা দৰকাৰ।"[৫২] এতেকে, মাৰ্ক্সীয় দৃষ্টিভংগীয়ে জাতীয়তাবাদ সমূলঞ্চে বাতিল কৰি দিছে বুলি কৰা মন্তব্য বিভ্ৰান্তিকৰ। বৰং সমাজবাদী বুলি খ্যাত ৰাষ্ট্ৰসমূহৰ মাজত হোৱা সীমান্ত-সংঘৰ্ষ[৫৩] ই জাতীয়তাবাদৰ যি মৌলিক প্ৰাণ তাৰ নিৰ্ণায়ক শক্তিৰ কথাকে ঘোষণা কৰে। তদুপৰি, বহু ক্ষেত্ৰত সমাজবাদী দেশসমূহেও জাতীয় দৃষ্টিভংগীৰ পৰা বিভিন্ন সিদ্ধান্ত লয়। কে. আৰ. মিনগে সঠিকভাৱেই কৈছে যে চীন আৰু ৰুচদেশে যিমানেই, "মাৰ্ক্সবাদৰ নীতিৰ দোহাই নিদিয়ক তথাপি এখন আনখনৰ পৰা বিচ্ছিন্ন হৈ যোৱাৰ মূলতেই জাতীয় দৃষ্টিভংগী।"[৫৪]

এই বিষয়ত আমাৰ ধাৰণা আৰু বেছি স্পষ্ট হ'ব যদি মাৰ্ক্সবাদ আৰু চীনা জাতিৰ প্ৰসঙ্গত কোৱা মাও-চে-তুঙৰ কথাৰ অনুধাবন কৰোঁ। তেওঁ কৈছে,

> চীনত মাৰ্ক্সবাদ প্ৰয়োগ কৰোঁতে চীনা কমিউনিষ্টসকলে ইয়াৰ বিশ্বজনীন সত্যবোৰ যথাযথভাৱে চীন বিপ্লৱৰ বিশেষ ধৰণৰ প্ৰয়োগৰ লগত সাঙুৰিব লাগিব। অৰ্থাৎ প্ৰয়োগ কৰাৰ আগেয়ে মাৰ্ক্সবাদ আৰু জাতীয় বৈশিষ্ট্যৰ সংহতি সাধন কৰি ইয়াৰ এটা জাতীয় ৰূপ দি ল'ব লাগিব। ইয়াক কেৱল এটা ভাৱগত সূত্ৰ হিচাপে প্ৰয়োগ কৰিব নালাগিব। .... চীনৰ সংস্কৃতিৰ এটি নিজস্ব আৰু জাতীয় ৰূপ থাকিব লাগিব।[৫৫]

তেওঁ আকৌ লেখিছে,

> নব্য-গণতান্ত্ৰিক সংস্কৃতি হ'ল জাতীয়, ই আমাৰ জাতিৰ নিজস্ব আৰু আমাৰ জাতীয় বৈশিষ্ট্যৰ ছাপ বহন কৰিছে।[৫৬]

সাহিত্য মূলতঃ সামাজিক চিন্তাৰ শব্দ শিল্প। এই শব্দ শিল্পৰ সৃষ্টি কৰে লেখকে। লেখকৰ লগত সমাজৰ সম্বন্ধ অবিচ্ছেদ্য। এখন সমাজৰ আঁৰত থাকে এটা জাতি আৰু এখন দেশ।[৫৭] এজন মানুহ হিচাপে লেখকেও নিজৰ দেশ আৰু মানুহক গভীৰভাৱে ভাল পায়।

---

৫১. দ্ৰ. ভবেন বৰুৱা, 'জাতীয়তাবাদ,সমাজবাদ আৰু ভাৰতীয় সমাজ', সংজ্ঞা, ১ম বছৰ চতুৰ্থ সংখ্যা (১৯৭৫-৭৬) পৃঃ ১২৭.

৫২. দ্ৰ. মাৰ্ক্স এঙ্গেলছ্- লেনিন, বুৰ্জোৱা জাতীয়তাবাদ আৰু সৰ্বহাৰা আন্তৰ্জাতিকতাবাদ প্ৰসঙ্গত, প্ৰগেচিভ্ বুক হাউচ, গুৱাহাটী, পৃঃ ১৩৬.

৫৩. ৰুছ-চীন, চীন-ভিয়েটনাম ইত্যাদি।

৫৪. দ্ৰ. কে. আৰ মিনগ, পূৰ্বোল্লিখিত, পৃঃ ১৪০.

৫৫. দ্ৰ. মাও-চে-তুং, অন আৰ্ট এণ্ড লিটাৰেচাৰ, পৃঃ ৩০.

৫৬. উল্লিখিত, পৃঃ ২৯.

৫৭. পূৰ্ববৰ্তী, ০.০১.

হাজাৰ জনৰ কথা এজনৰ লেখাত প্ৰকাশিত হয়। এটা জাতিৰ সাহিত্যত সেই জাতিৰ সামগ্ৰিক চিন্তা-চেতনা, কৰ্ম, অভিজ্ঞতা, ব্যৰ্থতা, স্বপ্নই ৰূপ লয়।[৫৮]

এটা জাতিৰ প্ৰগতিৰ চিত্ৰ সেই জাতিৰ সাহিত্যত চিত্ৰিত হৈ থাকে। জাতীয় জীৱনৰ উৰ্দ্ধলৈ গৈ কোনেও সাহিত্য সৃষ্টি কৰিব নোৱাৰে। যিমান কালজয়ী সাহিত্যই নহওক কিয় জাতীয় জীৱনেই তাৰ ভিত্তি। সেয়েহে আমি 'ধৰণী মাষ্টৰক'[৫৯] 'পেভেল'[৬০] বুলি নাভাবোঁ। মাৰ্ক্সীয় দৃষ্টিভংগীৰ সমালোচকসকলেও এই কথা স্বীকাৰ কৰিছে।[৬১] জাতীয় জীৱনৰ ৰূপায়ণ কৰিবলৈ আৰু জাতীয় শিল্প হ'বলৈ হ'লে জনগণৰ লগত নিজক গভীৰভাৱে যুক্ত কৰিব লাগিব। পেভেল কৰিণৰ দৰে মাৰ্ক্সবাদী চিন্তাশীল লেখকে সেই সকলকহে প্ৰকৃত জাতীয় শিল্পী বুলি কৈছে।[৬২]

গতিকে, এই আলোচনাৰ পৰা দেখা গ'ল এজন জাতীয় লেখকৰ বাবে তেওঁৰ দেশ আৰু মাটিয়েই হ'ল ভিত্তিমূল। অসমীয়া সাহিত্যতো পৰৱৰ্তী কালত গঢ় লৈ উঠা ৰাজনৈতিক জাতীয়তাবাদী [৬৩] চিন্তাৰ বিকাশৰ আগতে 'অৰুনোদয়' (১৮৪৬)ৰ পৰা 'জোনাকী' (১৮৮৯) যুগৰ শেষলৈকে আমি আগতে উল্লেখ কৰি অহা সাংস্কৃতিক জাতীয়তাবাদী চিন্তাধাৰাৰ দ্বাৰাহে অসমীয়া লেখকসকল পৰিচালিত হৈছিল। বেজবৰুৱাৰ 'অসম সঙ্গীত' বা 'অ' মোৰ আপোনাৰ দেশ' সৃষ্টিৰ প্ৰেৰণাত সাংস্কৃতিক জাতীয়তাবাদহে। এই প্ৰসঙ্গত দেৱীপ্ৰসাদ চট্টোপাধ্যায়ে পাৰস্পৰিক ঐক্যবোধ কেনেকৈ সাংস্কৃতিক জাতীয়তাবোধলৈ ৰূপান্তৰিত হয় সেই বিষয়ে কৰা বিশ্লেষণ প্ৰণিধানযোগ্য।[৬৪]

প্ৰায়বোৰ দেশৰ জাতীয়তাবাদৰ পৃষ্ঠভূমিও এনেই। ভাৰতীয় জাতীয়তাবাদৰ পটভূমিত এই সাংস্কৃতিক ঐতিহ্যগত চিন্তাই ধাৰক আৰু বাহকৰূপে কাম কৰিছিল। এই বিষয়ে ভি. ডি. মহাজনে লেখিছে,

> ভাৰতত ৰাজনৈতিক চেতনা গঢ়ি উঠাটো কেইজনমান আন্দোলনকাৰীৰ (কাৰ্য্যৰ) ফল নহয়। আনহাতেদি ঐতিহ্যৰ পুনৰ্জীৱন আৰু মানুহৰ আত্মিক মুক্তিহে।[৬৫]

কিয়নো সাংস্কৃতিক ঐতিহ্যই ভৱিষ্যতৰ আত্ম নিৰ্ণয়ৰ এক বিশ্বাস ভাৰতীয়সকলক দান কৰিছিল।[৬৬]

---

৫৮. ডব্লিউ. এইচ্. হাডছন, এন ইনট্ৰডাকশ্যন টু দি ষ্টাডি অব্ লিটাৰেচাৰ, পৃঃ ৩২.

৫৯. বীণা বৰুৱাৰ জীৱনৰ বাটত উপন্যাসৰ এটি চৰিত্ৰ।

৬০. মেক্সিম গৰ্কীৰ মা উপন্যাসৰ এটি চৰিত্ৰ।

৬১. দ্ৰ. পেভেল কৰিণ, 'থটছ্ অন্ আৰ্ট', ছচিয়েলিষ্ট ৰিয়েলিজিম ইন লিটাৰেচাৰ এণ্ড আৰ্ট, পৃঃ ৯৭. সম্পা. মিখাইল পাৰখোমেংকে আৰু আলেকজেণ্ডাৰ মিয়াছনিকভ।

৬২. দ্ৰ. পেভেল কৰিণ, উল্লিখিত, পৃঃ ৯৭.

৬৩. জ্যোতিপ্ৰসাদ আগৰৱালাৰ লভিতা, বীণা বৰুৱাৰ জীৱনৰ বাটত, বীৰেন্দ্ৰ কুমাৰ ভট্টাচাৰ্যৰ ইয়াৰুইঙ্গম, মৃত্যুঞ্জয়, প্ৰতিপদ আদি গ্ৰন্থ দ্ৰষ্টব্য।

৬৪. দেৱীপ্ৰসাদ চট্টোপাধ্যায়, পূৰ্বোল্লিখিত, ৮ মাৰ্চ, ১৯৭৮, পৃঃ ৩.

৬৫. দ্ৰ. ভি. ডি. মহাজন, দি নেশ্যনেলিষ্ট মভমেন্ট ইন্ ইণ্ডিয়া এণ্ড ইট্‌ছ লীডাৰছ্, পৃঃ ১.

৬৬. উল্লিখিত, পৃঃ ২.

যি আধুনিক আৰু সমাজবিজ্ঞানৰ পাৰিভাষিক অৰ্থত জাতীয়তাবাদ শব্দটি আমি ব্যৱহাৰ কৰিছোঁ সেই অৰ্থত এই শব্দটো বৃটিছ্-পূৰ্ব ভাৰতত ব্যৱহৃত হোৱা নাছিল। অৰ্থাৎ আধুনিক জাতীয়তাবাদে যি কেইটা মৌলিক উপাদানত গুৰুত্ব দিছে সেই উপাদানকেইটা ভাৰতীয় জাতীয়তাবাদ গঠনৰ বাবে সংমিশ্ৰিত হৈ পৰা নাছিল। অৱশ্যে প্ৰাচীন ভাৰতীয় হিন্দু-সংস্কৃতিয়ে ভাৰতবৰ্ষৰ বিভিন্ন অঞ্চলত সদৃশ জীৱনাদৰ্শ এটাৰ সম্প্ৰসাৰণ ঘটাইছিল। কিন্তু, এটা ভাৰতীয় জাতি গঠন কৰিবৰ বাবে ই সক্ষম হোৱা নাছিল। এতেকে, দেখা যায়, ভাৰতত ভাৰতীয় জাতীয়তা গঢ়ি উঠিছে বৃটিছ যুগত আৰু এই জাতীয়তাবাদ পৰোক্ষে বৃটিছসকলেই স্থাপন কৰিছে। এটা ৰাজনৈতিক শাসন আৰু একে আগী পুঁজি-ভিত্তিক অৰ্থনীতি এই দুটাই এই ক্ষেত্ৰত যোগোৱা বৰঙণি উল্লেখযোগ্য। আনুষ্ঠানিক শিক্ষা আৰু ইংৰাজী ভাষাই নব্য শিক্ষিত শ্ৰেণীৰ পত্তন কৰিলে আৰু এই শ্ৰেণীটো ভাৰতৰ বিভিন্ন অঞ্চলৰ জনসাধাৰণৰ প্ৰতিনিধি হৈ উঠি নতুন মানসিক সংযোগৰ বাট কাটিলে। পশ্চিমীয়া সভ্যতা আৰু সংস্কৃতিয়েও একে ধৰণৰ এটা মানসিকতা দান কৰিলে।[৬৭] তথাপি দেখা যায় ভাষা আৰু সংস্কৃতি— এই দুটা উপাদান দুৰ্বল হৈয়েই থাকিল; বৰং পূৰ্বৰ বিভিন্ন স্বাধীন ৰাজ্যবিলাকত থকা ভাষা আৰু সংস্কৃতিৰ ভেটিত আঞ্চলিক জাতীয়তাবাদৰ নব-উন্মেষ ঘটিল।

এক ভাৰতীয় চিন্তা আৰু আদৰ্শ, বৃটিছ সাম্ৰাজ্যবাদৰ বিৰুদ্ধে ভাৰতবৰ্ষত ঊনবিংশ শতিকাৰ শেষাৰ্ধৰ পৰা গঢ়ি উঠা ৰাজনৈতিক আদৰ্শ। ভাৰতীয় জাতীয়তাবাদৰ বিকাশৰ এই পটভূমি এটা স্বাভাৱিক ঐতিহাসিক প্ৰক্ৰিয়াৰ ফল।[৬৮]

জাতীয়তাবাদ যি কেইটা মৌলিক উপাদানৰ ওপৰত নিৰ্ভৰশীল, দেখা যায় ভাৰতবৰ্ষৰ বিভিন্ন অঞ্চলত গঢ়ি উঠা আঞ্চলিক জাতীয়তাবাদৰ লগতহে সি বিলাকৰ সাদৃশ্য আছে। তাৰ ভিতৰত একে ধৰণৰ ভৌগোলিক অৱস্থা, অৰ্থনৈতিক জীৱন, উমৈহতীয়া ভাষা, উমৈহতীয়া সংস্কৃতি আৰু এইখিনিৰ ভিত্তিত সংশ্লিষ্ট জনগোষ্ঠীৰ মাজত গঢ়ি উঠা এটা আৱেগিক ঐক্য। বৃটিছ ৰাজত্বত ভাৰতৰ ৰাজ্যসমূহত গঢ় লৈ উঠা নতুন শিক্ষিত মধ্যবিত্ত শ্ৰেণীয়েই এই নব্য আঞ্চলিক জাতীয়তা গঠনত ঘাই ভূমিকা গ্ৰহণ কৰিলে। এতেকে, ভাৰতবৰ্ষৰ ৰাজনৈতিক মানচিত্ৰৰ মাজত গঢ়ি উঠা বিভিন্ন আঞ্চলিক জাতিসত্তাসমূহৰ বিকাশ আৰু স্থিতিৰ ইতিহাসৰ পৰা ভাৰতীয় জাতীয়তাবাদক সম্পূৰ্ণ বিচ্ছিন্ন আৰু পৃথক দিশ স্বৰূপে বিচাৰ কৰা সম্ভৱ নহয়। তদুপৰি, ভাৰতবৰ্ষৰ বিভিন্ন ৰাজ্যৰ মাজত থকা পৃথকতা অথবা বিচিত্ৰতাৰ বাবে প্ৰত্যেক অঞ্চলত জাতীয়তাবাদী চেতনাৰ উন্মেষ আৰু বিকাশৰ কাৰণ আৰু লক্ষণসমূহো পৃথক হ'বলৈ বাধ্য।

অসমত জাতীয়তাবাদী ধাৰণাৰ বিকাশ ঘটিছে ঊনবিংশ শতিকাত। আহোম ৰজাৰ শাসনত ৰাজ্যখনৰ ৰাজনৈতিক জাতীয়তাবোধ এটা গঢ় লৈ উঠিছিল। বিশেষকৈ দিল্লীৰ বাদশ্বাহৰ আক্ৰমণে এনে এটা বোধ জন্ম হোৱাত সহায় কৰিছিল। তদুপৰি অসমৰ লোক-জীৱন, লোক-অৰ্থনীতি আৰু লোক-সংস্কৃতিৰ মাজত থকা ঐক্য আৰু নব্য-বৈষ্ণৱ আন্দোলনে সামগ্ৰিক জীৱন পদ্ধতিত পেলোৱা প্ৰভাৱে এটা সাংস্কৃতিক ঐক্য দান কৰিছিল। ভাষাৰ ক্ষেত্ৰতো উমৈহতীয়া

---

৬৭. পৰৱৰ্তী, ০.০৩

৬৮. পৰৱৰ্তী, ০.০৩.

অসমীয়া ভাষাৰ বিকাশে জনসাধাৰণৰ মাজত ভাষিক ঐক্য স্থাপন কৰিছিল। তৎসত্ত্বেও অসমীয়া জাতীয়তাবোধৰ এটা বিশিষ্ট ৰূপে বিকাশ লাভ কৰা নাছিল।

মানৰ আক্ৰমণৰ পিছত য়াণ্ডাবু সন্ধিৰ (১৮২৬) যোগে অসমত বৃটিছ শাসন প্ৰতিষ্ঠিত হ'ল।[৬৯] প্ৰশাসন আৰু ৰাজহৰ পদ্ধতিত বৃটিছে ঘটোৱা পৰিৱৰ্তনে অসমৰ সমাজ-জীৱনক এটা নতুন অধ্যায়ৰ বুকুলৈ ঠেলি দিলে। আনহাতে অসমত একে সময়তে দুটা বিশেষ মন কৰিবলগীয়া ঘটনা ঘটিল ঃ (১) আনুষ্ঠানিক শিক্ষাৰ প্ৰৱৰ্তন [৭০] আৰু (২) অসমীয়া ভাষাৰ অপসাৰণ আৰু বঙলা ভাষাৰ প্ৰতিষ্ঠা।[৭১] আনুষ্ঠানিক শিক্ষাই লাহে লাহে গঢ়ি তুলিলে এটা নতুন শিক্ষিত শ্ৰেণী। আনহাতে, অসমীয়া ভাষাৰ অপসাৰণে এই শিক্ষিত শ্ৰেণীটোৰ মাজত গঢ়ি তুলিলে এটা অসন্তুষ্টি। কিন্তু, প্ৰথম অৱস্থাৰ অসমীয়া মানুহে অসমীয়া ভাষাৰ অপসাৰণৰ ঘটনাক বৃটিছ শাসন প্ৰৱৰ্তনৰ এটা স্বাভাৱিক ফল স্বৰূপেই গ্ৰহণ কৰিছিল।[৭২] কিন্তু ১৮৩৬ চনত অসমলৈ অহা আমেৰিকান বেপ্টিষ্ট মিছনেৰীসকলে অসমীয়া মানুহৰ মনত ভাষা-চেতনা জগাই তুলিলে।[৭৩] আধুনিক অসমীয়া জাতীয়তাবাদো এই নব্য ভাষা-চেতনাৰ ভিত্তিত ধীৰে ধীৰে গঢ় লৈ উঠিল। বঙলা ভাষাক আঁতৰাই পুনৰ অসমীয়া ভাষাক প্ৰতিষ্ঠাৰ আৱেগিক লক্ষ্যই এই চেতনাক তীব্ৰতৰ কৰি তুলিলে। আনন্দৰাম ঢেকিয়াল ফুকন, হেমচন্দ্ৰ বৰুৱা আৰু গুণাভিৰাম বৰুৱা এই ত্ৰিমূৰ্তি হ'ল আধুনিক অসমীয়া ভাষা-ভিত্তিক জাতীয়তাবাদৰ পুৰোধা ব্যক্তি।

দেখা গ'ল, ৰাজনৈতিক লক্ষ্য বা উদ্দেশ্যই যিদৰে ভাৰতীয় জাতীয়তাবাদৰ[৭৪] ভিত্তি প্ৰতিষ্ঠা কৰিলে, অসমকে[৭৫] ধৰি ভাৰতৰ বিভিন্ন ৰাজ্যত তেনে ৰাজনৈতিক লক্ষ্য বা উদ্দেশ্যৰ পৰিৱৰ্তে জাতীয় সাংস্কৃতিক লক্ষ্য বা উদ্দেশ্যইহে আঞ্চলিক জাতীয়তাবাদৰ জন্ম দিলে। সেইবাবে, ঊনবিংশ শতিকাত বিভিন্ন ৰাজ্য গঢ় লৈ উঠা নব্য-শিক্ষিত মধ্যবিত্ত শ্ৰেণীয়ে বৃটিছ শক্তিৰ বিৰুদ্ধে থিয় নিদি বৃটিছ শক্তিক সহযোগিতা দান কৰিলে। ইতিমধ্যে বংগদেশত হোৱা নৱ-জাগৰণৰ ঢৌ সমগ্ৰ দেশলৈ বিয়পি গ'ল। এই জাগৰণে এহাতে নিজস্ব ঐতিহ্যক নৱমূল্যায়ন কৰি গ্ৰহণ কৰাৰ আৰু আনহাতে নতুন পাশ্চাত্য শিক্ষা আৰু সাংস্কৃতিক আদৰ্শৰে ব্যক্তি আৰু সমষ্টিৰ জীৱন গঢ়ি তোলাৰ লক্ষ্য দান কৰিলে। ভাৰতৰ প্ৰত্যেক অঞ্চলত সেইবাবে এনে এটা ৰাজনৈতিক আৰু সাংস্কৃতিক পটভূমিত নব্য-জাতীয়তাবাদী চিন্তাৰ উন্মেষ ঘটিল। অসমতো নব্য-জাতীয়তাবাদী চেতনাৰ উন্মেষৰ আঁৰত এই কাৰণসমূহেই ক্ৰিয়া কৰিছিল। ভাৰতীয় ৰাজনৈতিক আৰু সাংস্কৃতিক জীৱন-বৃত্তৰ মাজত থাকিও নিজস্ব জাতীয় সাংস্কৃতিক পৰিচয় প্ৰতিষ্ঠাৰ যত্ন এই নব্য-জাতীয়তাবাদী চেতনাৰ মাই লক্ষণ আছিল।

---

৬৯. এইচ্. কে. বৰপূজাৰী. **পলিটিকেল হিষ্টৰী অব্ আছাম**, খণ্ড, ১, পৃঃ ৭.
৭০. এইচ্. কে. বৰপূজাৰী, **আছাম ইন দি দেইজ অব্ কম্পেনী**, পৃঃ ৩০৮-৩১৫.
৭১. এইচ. কে. বৰপূজাৰী, উল্লিখিত, পৃঃ ৩১৫, ডিম্বেশ্বৰ নেওগ, **নতুন পোহৰত অসমীয়া সাহিত্যৰ বুৰঞ্জী**, পৃঃ ২৭৭., হেৰম্বকান্ত বৰপূজাৰী, **আমেৰিকান মিছনেৰীসকল আৰু ঊনবিংশ শতিকাৰ অসম**, পৃঃ ৩৪-৩৫.
৭২. হলিৰাম ঢেকিয়াল ফুকনৰ "আসাম বুৰঞ্জী" আৰু মণিৰাম দেৱানৰ বুৰঞ্জী বিবেক ৰত্নই এনে চিন্তাৰ প্ৰমাণ দাঙি ধৰে।
৭৩. দ্ৰ. মহেশ্বৰ নেওগ, 'ভূমিকা' অৰুনোদই, পৃঃ ৭৮-৯৩.
৭৪. পৰৱৰ্তী, ০.০৩.
৭৫. পৰৱৰ্তী, ১.০১, ১.০৩, ২.০১, ২.০২.
৭৬. পৰৱৰ্তী, ১.০২.

## ০.০৩ ভাৰতীয় জাতীয়তাবাদৰ উন্মেষৰ পটভূমি

ভাৰতীয় জাতীয়তাবাদ সম্পূৰ্ণৰূপে ঊনবিংশ শতিকাৰ বৃটিছ প্ৰশাসনৰ অৱদান। বৃটিছ প্ৰশাসনে সৃষ্টি কৰা বহু বাহ্যিক আৰু আভ্যন্তৰীণ ক্ৰিয়া-প্ৰতিক্ৰিয়াৰ ফলস্বৰূপে ভাৰতীয় জাতীয়তাবাদে জন্ম লাভ কৰে। ঊনবিংশ শতিকাৰ আগতে জাতীয়তাবাদৰ ধাৰণাটো ভাৰতবাসীৰ বাবে সম্পূৰ্ণ অপৰিচিত আছিল।[১] বহুজাতিক আৰু বহুভাষিক উপমহাদেশ ভাৰতবৰ্ষত বৃটিছসকলেই প্ৰথমে ভাৰতীয়সকলক এটা জাতিৰ ধাৰণাটো দিয়ে।[২]

প্ৰাক্-বৃটিছ প্ৰশাসনিক কালছোৱাত ভাৰতবৰ্ষত স্থায়ীভাৱে একে আগী শাসন প্ৰৱৰ্তিত হোৱা নাছিল। ফলস্বৰূপে একেআগী প্ৰশাসনৰ অভাৱ ভাৰতত ৰাজনৈতিক ঐক্য প্ৰতিষ্ঠাৰ অন্তৰায় আছিল। অৱশ্যে এনে ধৰণৰ প্ৰচেষ্টা যে একেবাৰে হোৱা নাছিল এনে নহয়। কিন্তু যাতায়াত, ভাষিক আৰু স্থানীয় ঐতিহ্যই এনে প্ৰচেষ্টাক স্থায়ীৰূপ দান কৰাত বাধা দিছিল।[৩] এই বিষয়ে জৱাহৰলাল নেহৰুৱেও সদৃশ মত পোষণ কৰে।[৪]

মৌৰ্য সম্ৰাটসকলৰ দিনত, বিশেষকৈ চন্দ্ৰগুপ্ত আৰু অশোকৰ দিনত, আৰু মোগল সম্ৰাট আকবৰৰ দিনতো এনে প্ৰচেষ্টা চলোৱা হৈছিল। এখন ভাৰতৰ স্বপ্নই অশোকক উৎসাহিত কৰিছিল আৰু ভাৰতৰ বহু অংশ মৌৰ্য সাম্ৰাজ্যৰ অন্তৰ্ভুক্ত হৈছিল। কিন্তু ই স্থায়ী ৰূপ ল'ব পৰা নাছিল।[৫] এক নিৰ্দিষ্ট ৰাজনৈতিক ঐক্যৰে সম্পূৰ্ণ অৰ্থত এটা জাতি গঢ়ি উঠাটো দীৰ্ঘকাল ব্যাপি হোৱা অন্তঃস্ৰোত প্ৰক্ৰিয়াৰ ফল। নিতান্ত সীমিত সময়ৰ বাবে গঢ়ি উঠা ৰজাসকলৰ এই একেআগী প্ৰশাসনে তাৰ বাবে প্ৰয়োজনীয় পৃষ্ঠভূমি তৈয়াৰ কৰাৰ আগতই সংশ্লিষ্ট ৰাজনৈতিক মঞ্চৰ পৰা বিদায় লৈছিল। এক কেন্দ্ৰীয় প্ৰচেষ্টা চলা সত্ত্বেও প্ৰান্তীয় সৰু সৰু ৰাজ্যবোৰৰ মাজত সততে ক্ষমতাৰ আঁৰিয়াআঁৰি বা সংঘৰ্ষ ঘটিছিল। সেই সময়ত ৰাজনৈতিক চুবুৰীয়া ৰাজ্যক শত্ৰু হিচাপে গণ্য কৰাটো, ওচৰ-চুবুৰীয়া ৰাজ্যৰ লোকক বিদেশী বুলি গণ্য কৰাটো

---

১. দ্ৰ. এ. আৰ. দেশাই, **ছচিয়েল বেকগ্ৰাউণ্ড অব্ ইণ্ডিয়ান নেশ্যনেলিজিম্**, পৃঃ ৫.
জি. পি. শৰ্মা, 'গ্ৰোথ অব্ নেশ্যনেলিজিম ইন্ ইণ্ডিয়া' **নেশ্যনেলিজিম্ ইন্ ইণ্ডো-এংলিকান ফিক্‌শ্যন**, পৃঃ ১.
সুখবীৰ চৌধুৰী, **গ্ৰোথ অব্ নেশ্যনেলিজিম ইন ইণ্ডিয়া**, (১৮৫৭-১৯১৮) খণ্ড-১, পৃঃ ৬.

২ দ্ৰ. মহাত্মা গান্ধী, 'কনচেপ্ত অব্ ইণ্ডিয়ান ইউনিটি' **ইণ্ডিয়ান ইউনিটি**, পৃঃ ৫১, সম্পা. আৰ. ভি. চন্দ্ৰশেখৰ ৰাও.
ভি. ডি. মহাজন, **দি নেশ্যনেলিষ্ট ম'ভমেণ্ট ইন্ ইণ্ডিয়া এণ্ড ইটছ্ লীডাৰছ**, পৃঃ ২.

৩ দ্ৰ. সুখবীৰ চৌধুৰী, পূৰ্বোল্লিখিত, পৃঃ ৩, ৫.

৪. দ্ৰ. জৱাহৰলাল নেহৰু, 'ইণ্ডিয়াজ পলিটিকেল ইউনিটি' **ইণ্ডিয়ান ইউনিটি**, পৃঃ ৬৭. সম্পা. আৰ. ভি. চন্দ্ৰশেখৰ ৰাও,

৫. দ্ৰ. জৱাহৰলাল নেহৰু, **ডিছ্কভাৰী অব্ ইণ্ডিয়া**, পৃঃ ১১২, ১২২.
এ. আৰ. দেশাই, পূৰ্বোল্লিখিত, পৃঃ ১৬৬.
আৰ. চি. মজুমদাৰ এণ্ড পি. এন. চোপ্ৰা, **মেইন কাৰেণ্টছ অব্ ইণ্ডিয়ান হিষ্টৰী**, পৃঃ ৪, পৃঃ ৯৬.
মহাদেৱ গোবিন্দ ৰাণা ডে, 'আৱাৰ কমন ইন্টাৰেষ্ট' **ইণ্ডিয়ান ইউনিটি**, পৃঃ ৯৫. সম্পা. আৰ. ভি. চন্দ্ৰশেখৰ ৰাও ৰাধাকুমুদ মুকাৰ্জী, 'ফাণ্ডামেণ্টেল ইউনিটি অব্ ইণ্ডিয়া', উল্লিখিত, পৃঃ ১৩৫.

স্বাভাৱিক বুলি বিবেচিত হৈছিল। উদাহৰণ স্বৰূপে অসমৰ বাহিৰৰ লোক মাত্ৰেই অসমত 'বঙাল' ৰূপে বিবেচনা কৰা হৈছিল।[৬]

বিশ্বপ হাৰ্বাৰৰ মতে ১৮২৪ চন পৰ্যন্ত এজন বঙালী লোকক উত্তৰ প্ৰদেশত "এজন ইংৰাজৰ দৰে বিদেশী" বুলি ভবা হৈছিল।[৭] আনহাতে অশোকৰ সৈন্যৰ লগত কলিঙ্গৰাজ্যৰ যি যুঁজ, সৈন্য ক্ষয়ৰ ঘটনা একোখন ৰাজ্যই ৰাজনৈতিক ভিন্ন সত্তা বজাই ৰাখিবলৈ কৰা সংগ্ৰামৰ নামান্তৰ মাথোন। আনকি ১৮৫৭ চনৰ চিপাহী বিদ্ৰোহক যদিওবা 'ভাৰতৰ প্ৰথম স্বাধীনতা যুদ্ধ' বুলি কোৱা হয় ইও সৰ্ববাদীসন্মত নহয়। এই বাবেই আৰ. চি. মজুমদাৰ আৰু পি. এন. চোপ্ৰাই এক ভাৰতীয় জাতীয়তাৰ ধাৰণা গঢ় লৈ নুঠাৰ বিষয়ে ব্যাখ্যা কৰিছে।[৮] বৰঞ্চ, ইয়াৰ মূলতে গোড়া ধৰ্মীয় ধ্যান-ধাৰণাইহে ক্ৰিয়া কৰিছিল। আধুনিক ৰাজনৈতিক জাতীয়তাৰ পৰিবৰ্তে, পাৰ্চিভেল স্পিয়েৰৰ মতে "ভাৰতীয় সমাজ ধৰ্মৰ ভিত্তিত হিন্দু বা মুছলমান সমাজ স্বৰূপেই গঢ় লৈ উঠিছিল", আৰু নিজা ধৰ্মীয় শাসককহে বিচাৰিছিল।[৯]

ওপৰৰ আলোচনাৰ পৰা স্পষ্ট হ'ল যে প্ৰাক্-বৃটিছ যুগত ভাৰতবৰ্ষ ৰাজনৈতিক আৰু প্ৰশাসনিক গোট হিচাপে ঐক্যবদ্ধ নাছিল। আনকি বৃটিছ শাসনৰ প্ৰথম ভাগতো আধুনিক অৰ্থত জাতীয়তাবাদ গঢ়ি উঠা নাছিল।[১০]

যি কি নহওক একেআগী ৰাজনৈতিক আৰু প্ৰশাসনিক ঐক্য অবৰ্তমান আছিল যদিও এক সাংস্কৃতিক ঐক্যৰ অন্তঃসলিলা ফল্গু ভাৰতত বহু পূৰ্বৰ পৰাই প্ৰৱাহিত হৈ আছিল।[১১] এ. আৰ. দেশায়ে এই ঐক্যক মূলতঃ হিন্দুসকলৰ 'ধৰ্মীয়-সাংস্কৃতিক' ঐক্য বুলি উল্লেখ কৰিছে।[১২] অ'. মলেৰ মতে, ভাষিক, সামাজিক আৰু ৰাজনৈতিকভাৱে ভাৰতীয় সমাজ পৃথক হোৱা সত্ত্বেও হিন্দু ধৰ্মই এই ধৰ্মাৱলম্বীসকলক বহু পৰিমাণে ঐক্যবদ্ধ হোৱাত সহায় কৰিছিল।[১৩] এই ঐক্য গঢ়াৰ ক্ষেত্ৰত পুৰণি ভাৰতৰ অধ্যয়ন কেন্দ্ৰবোৰেও অনেক অৱদান দিছিল।[১৪]

উল্লিখিত অন্তঃস্ৰোতী ঐক্য সম্পৰ্কে ভিনছেণ্ট স্মিথ, ছাৰ ফ্ৰেডেৰিক্ হোৱাইট আদিও একমত।[১৫]

---

৬ দ্ৰ. সূৰ্য্য কুমাৰ ভূঞা, (সম্পা.) সাতসৰী অসম বুৰঞ্জী, পৃঃ ১৬৮.
এই প্ৰসঙ্গত স্বৰ্গদেউ চক্ৰধ্বজ সিংহই মোগলসকলৰ বিষয়ে কৰা মন্তব্য স্মৰণযোগ্য ঃ
মঞি স্বৰ্গৰজাৰ নাতি. বন্দী বঙ্গালক কেনেকৈ কৰ দিম ? বোলে, মঞি ৰজা হৈ চাৰিদিন থাকিলোঁ। তেওঁ বঙালৰ অধিন হৈ থাকিব নোৱাৰো।
বঙাল ঃ বিদেশী, সেইবাবে শ্বেত বৰ্ণৰ চাহাব সকলক বুজাবলৈ 'বগা-বঙাল' বোলা হৈছিল।
৭. দ্ৰ. আৰ. চি. মজুমদাৰ এণ্ড পি. এন. চোপ্ৰা. পূৰ্বোল্লিখিত, পৃঃ ২০৮.
৮. দ্ৰ. আৰ. চি. মজুমদাৰ, এণ্ড পি. এন. চোপ্ৰা, পূৰ্বোল্লিখিত, পৃঃ ২০৮.
৯. দ্ৰ. পাৰ্চিভেল স্পিয়েৰ, 'ইনট্ৰডাকশ্যন' দি অক্সফোৰ্ড হিষ্টৰী অব্ মডাৰ্ণ ইণ্ডিয়া (১৭৪০-১৯৪৭) পৃঃ ৫-৬.
১০. দ্ৰ. আৰ. চি. মজুমদাৰ এণ্ড পি. এন. চোপ্ৰা, পূৰ্বোলিখিত, পৃঃ ২০৮.
১১. দ্ৰ. আৰ. চি. মজুমদাৰ এণ্ড পি. এন. চোপ্ৰা, পূৰ্বোল্লিখিত, পৃঃ ২০৮.
১২. দ্ৰ. এ. আৰ. দেশাই, পূৰ্বোল্লিখিত, পৃঃ ১৬৭.
১৩. উল্লিখিত, পৃঃ ১৬৭.
১৪. দ্ৰ. জৱাহৰলাল নেহৰু, ডিস্কভাৰী অব্ ইণ্ডিয়া, পৃঃ ৪৯
১৫. দ্ৰ. জৱাহৰলাল নেহৰু, 'এ দীপ ফাণ্ডামেণ্টেল ইউনিটি', ইণ্ডিয়ান ইউনিটি, পৃঃ ৬৮.
সম্পা. আৰ. ভি. চন্দ্ৰ শেখৰ ৰাও.

এখন বিশাল দেশৰ ঐক্যৰ ভিত্তি সাংস্কৃতিক নহ'লে জীৱনীশক্তি দুৰ্বল হোৱা স্বাভাৱিক। সাংস্কৃতিক ঐক্য থকাৰ হেতু ভাৰতৰ বিভিন্ন ৰাজ্যৰ জনসাধাৰণৰ মাজত একেধৰণৰ মানসিকতাও কিছু পৰিমাণে লক্ষ্য কৰা যায়। ধৰ্ম প্ৰচাৰক শংকৰাচাৰ্যৰ দ্বাৰা প্ৰতিষ্ঠিত তীৰ্থস্থান বদ্ৰীনাথ, ৰামেশ্বৰম, দ্বাৰকা আৰু পুৰী ভাৰতৰ চতুৰ্কোণত অৱস্থিত। এই তীৰ্থস্থানসমূহত বিভিন্ন অঞ্চলৰ লোকৰ সমাগম ঘটিছিল। এনে সমাগমবোৰত ভাব-চিন্তাৰ আদান-প্ৰদান এটা স্বাভাৱিক কথা।[১৬] অসমৰ শংকৰদেৱে বাৰ বছৰ জুৰি কৰা তীৰ্থভ্ৰমণো এই প্ৰসঙ্গতে উল্লেখযোগ্য।[১৭] এনেদৰে প্ৰৱাহিত হৈ অহা সাংস্কৃতিক ঐতিহ্যৰ ধাৰাটোক চতুৰ্দশ-পঞ্চদশ শতিকাৰ সমগ্ৰ ভাৰতবৰ্ষ টৌৱাই যোৱা প্ৰবল শক্তিশালী বৈষ্ণৱ আন্দোলনে সুদৃঢ়তা প্ৰদান কৰে। সেইবাবে, পুৰণি অসমীয়া বৈষ্ণৱ সাহিত্যতো ভাৰতৰ উল্লেখ পোৱা যায়। সেইবাবেই বিপিন চন্দ্ৰ পালে এই বিষয়ে স্পষ্টভাৱেই লেখিছে, যে ভাৰতৰ এই ঐক্য ধৰ্ম, সম্প্ৰদায় প্ৰশাসন বা ৰাজনীতিক ভিত্তি কৰি হোৱা নাই; ই সম্পূৰ্ণৰূপে সাংস্কৃতিক ভেটিত গঢ় লৈ উঠিছে।[১৮] উল্লিখিত সাংস্কৃতিক ঐক্যৰ ধাৰাবাহিকতা যে প্ৰৱাহিত হৈ আহিছে সেই সম্পৰ্কে ড° ডি. ডি. কৌশাম্বীও একমত।[১৯] তেওঁ আৰু এটা বিশিষ্টতাৰ প্ৰতি আঙুলিয়াইছে সেইটো হৈছে, এই সমন্বয়ৰ প্ৰক্ৰিয়াটো 'হিংসাশ্ৰয়ী' নাছিল আৰু পাৰস্পৰিক গ্ৰহণেৰে এই প্ৰক্ৰিয়া প্ৰৱাহিত হৈছিল।[২০]

এই মৌলিক ঐক্য থকা সত্ত্বেও ভাৰতবৰ্ষক আমি প্ৰাক্-বৃটিছ যুগৰ ৰাজনৈতিকভাৱে সংগঠিত ৰূপত নোপোৱাৰ কাৰণ, ভাৰতবৰ্ষৰ বিশালতা আৰু ভৌগোলিক আৰু সামাজিক পৃথকতা।[২১]

গতিকে দেখা গ'ল, বহু হাজাৰ বছৰ ধৰি ভাৰতীয় সংস্কৃতিৰ সংমিশ্ৰিত ঐক্যবোধ এটা প্ৰৱাহিত হৈ আহিছিল। বৃটিছ যুগত এই ঐক্যবোধে বস্তুগত আৰু তাৎক্ষণিক কাৰণৰ হেতু আধুনিক জাতীয়তাবাদৰ উন্মেষ ঘটালে, এই জাতীয়তাবাদ সম্পূৰ্ণৰূপে আধুনিক আৰু উদাৰ নৈতিক চিন্তাধাৰাৰ ওপৰত প্ৰতিষ্ঠিত। আনহাতেদি এই জাতীয়তাবাদ ৰাজনৈতিক দৃষ্টিভংগীৰ ওপৰত ভিত্তি কৰি গঢ়ি উঠা, এনে ধৰণৰ ৰাজনৈতিক জাতীয়তাবাদ প্ৰাক্-বৃটিছ-যুগৰ অৱৰ্তমান। ফলত বৃটিছ সাম্ৰাজ্যবাদৰ লগত ভাৰতীয় সমাজৰ কোনো ঐক্যবদ্ধ সংঘৰ্ষ নলগাকৈয়ে ভাৰতবৰ্ষ বৃটিছ শক্তিৰ অধীন হ'ল।[২২] সেইবাবেই বৃটিছ প্ৰশাসন বংগদেশত প্ৰৱৰ্তিত হোৱাৰ সময়ত কিছু বিখ্যাত লোকে ইয়াক আদৰণি জনাইছিল। কেৱল তাৰ ওলোটাটো ঘটিছিল মাৰাঠা (মহাৰাষ্ট্ৰ) সকলৰ ক্ষেত্ৰত।[২৩] গতিকে, বহিৰ্প্ৰকাশ লভি ৰাজনৈতিক ঐক্যলৈ পৰিণতি লাভ নকৰা উল্লিখিত

---

১৬. দ্ৰ. জৱাহৰলাল নেহৰু, 'দি পাৱাৰ অব্ কাল্চাৰ', উল্লিখিত, পৃঃ ৬৯-৭০.

১৭. দ্ৰ. মহেশ্বৰ নেওগ, অসমীয়া সাহিত্যৰ ৰূপৰেখা, পৃঃ ৮৫.

১৮. দ্ৰ. বিপিন চন্দ্ৰ পাল, 'দি ছ'ল অব্ ইণ্ডিয়া', ইণ্ডিয়ান ইউনিটি, পৃঃ ১৩৪. সম্পা. আৰ. ভি. চন্দ্ৰশেখৰ ৰাও,

১৯. দ্ৰ. ডি. ডি. কৌশাম্বী, ভাৰতৰ ইতিহাস, অনু. বীৰেন্দ্ৰ কুমাৰ ভট্টাচাৰ্য, পৃঃ ২৩.

২০. উল্লিখিত, পৃঃ ৫২.

২১. দ্ৰ. ৰাধা কুমুদ মুকাৰ্জী, পূৰ্বোল্লিখিত, পৃঃ ১৩৪.

২২. দ্ৰ. পাৰ্চিভেল স্পিয়েৰ, পূৰ্বোল্লিখিত, পৃঃ ৫-৬.

২৩. দ্ৰ. আৰ. চি. মজুমদাৰ, এণ্ড পি. এন্. চোপ্ৰা, পূৰ্বোল্লিখিত, পৃঃ ১৮৭-৮৮.

সাংস্কৃতিক ঐক্যই বৃটিছ প্ৰশাসনৰ ফল স্বৰূপে ৰাজনৈতিক ঐক্য আৰু পৰিশেষত সিয়েই আধুনিক অৰ্থত জাতীয়তাবাদলৈ ৰূপান্তৰিত হ'ল।[২৪]

ৰাজনৈতিক আৰু প্ৰশাসনিক ঐক্যৰে আত্ম প্ৰকাশ লাভ নকৰা বহু জাতি-গোষ্ঠীৰে অধ্যুষিত ভাৰতৰ এই ঐক্যকেই মাথোন ঊনবিংশ শতিকাত একেআগী প্ৰশাসনে আৰু আধুনিক শিক্ষাৰ সম্প্ৰসাৰণে ৰাজনৈতিক ঐক্যলৈ আগবঢ়াৰ বাট মুকলি কৰে। অৱশ্যে ভাৰতীয় সংস্কৃতিৰ অন্তৰ্নিহিত শক্তিয়ে সৃষ্টি কৰা ঐক্যৰ কথাও প্ৰসঙ্গত উল্লেখযোগ্য।[২৫]

গতিকে, ভাৰতত গঢ়ি উঠা ৰাজনৈতিক ঐক্য ওপৰৰ পৰা ঘটা ঘটনা নহয়। অথবা কেইজনমান আন্দোলনকাৰীয়ে কৰা আন্দোলনৰ ফলো নহয়।[২৬]

ভাৰতীয় জাতীয় কংগ্ৰেছৰ নেতৃত্বত সামগ্ৰিকভাৱে গঢ়ি উঠা শক্তিশালী জাতীয়তাবাদী আন্দোলনে ভাৰতৰ অগণিত মানুহক ইতিমধ্যে সুপ্তভাৱে প্ৰৱাহিত হৈ থকা সাংস্কৃতিক ঐক্যকে মাথোন ৰাজনৈতিক ঐক্যলৈ ৰূপান্তৰিত কৰিলে।[২৭] এনে ৰূপান্তৰৰ কিছুমান প্ৰত্যক্ষ আৰু তাৎক্ষণিক কাৰণ আছে। এইটোও বিশেষ উল্লেখযোগ্য যে এই প্ৰত্যক্ষ আৰু তাৎক্ষণিক কাৰণ-সমূহৰ লগত নকৈ অহা বিদেশী প্ৰশাসন ওতঃপ্ৰোতভাৱে জড়িত। পাশ্চাত্যৰ লগত হোৱা এই প্ৰত্যক্ষ সংযোগে ভাৰতত এটা সৃষ্টিশীল ভূমিকা গ্ৰহণ কৰে। পাশ্চাত্যৰ লগত ভাৰতৰ যোগাযোগ পঞ্চদশ শতিকাৰ পৰাই আৰম্ভ হয় যদিও ঊনবিংশ শতিকালৈকে ই প্ৰশাসনিক-ৰাজনৈতিক ক্ষেত্ৰলৈ সম্প্ৰসাৰিত হোৱা নাছিল। পঞ্চদশ শতিকাৰ শেষ দশক দুটাত পেড্ৰো কভিলহাম্ আৰু ভাস্কো-ডা-গামাই ক্ৰমে স্থল আৰু জল পথেদি ভাৰতত প্ৰৱেশ কৰে। ষোড়শ শতিকাৰ পৰা পৰ্তুগীজ, বৃটিছ, ডাছ, ডেন, আৰু কিছু পাছত ফৰাচীসকল ভাৰতলৈ আহে। এই সকলোবোৰৰে উদ্দেশ্য বাণিজ্যযোগে অৰ্থনৈতিকভাৱে লাভৱান হোৱা। ভাৰতৰ মানচিত্ৰত বাকীসকল ক্ৰমে নাইকিয়া হৈ বৃটিছ আৰু ফৰাচী, এই দুই প্ৰতিযোগী বৈ গ'ল। ফৰাচী শক্তিক ভাৰতত প্ৰতিষ্ঠা কৰাত ডুপ্লে আৰু বৃটিছ শক্তিক প্ৰতিষ্ঠা কৰাত ক্লাইৱৰ ভূমিকা বিশেষভাৱে উল্লেখযোগ্য।[২৮]

ডুপ্লে অনুসৃত নীতিয়ে বণিজৰ বাবে অহা সাউদ শাসক হ'লগৈ। কিয়নো, পলাশীৰ যুদ্ধই (১৭৫৭) কেৱল বংগৰ নবাব চিৰাজউদ্দৌলাকে পৰাজিত কৰা নাছিল, ভাৰতীয় স্বাধীনতাৰ কণকঠিয়াও নষ্ট কৰিছিল। ভাৰতৰ ৰাজনৈতিক বিশৃংখলাই বাণিজ্যিক সংস্থাসমূহক ভাৰতত ৰাজ্য প্ৰতিষ্ঠাৰ বাট মুকলি কৰি দিছিল।[২৯] ১৭৫৭-১৮৫৭, এই এশ বছৰৰ ভিতৰত সাউদ শাসকলৈ পৰিবৰ্তিত হ'ল, ১৮৫৮ চনৰ ভিক্টোৰিয়াৰ ঘোষণা পত্ৰেৰে ইষ্ট ইণ্ডিয়া কোম্পানীৰ অধীনস্থ ক্ষুদ্ৰ দেশীয় ৰাজ্যবোৰ বৃটিছ সিংহাসনৰ প্ৰত্যক্ষ নিয়ন্ত্ৰণলৈ অনা হ'ল।

---

২৪. দ্ৰ. জৱাহৰলাল নেহৰু, 'দি ইউনিটি অব্ ইণ্ডিয়া', **ইণ্ডিয়ান ইউনিটি**, পৃঃ ৭০-৭১, সম্পা. আৰ. ভি. চন্দ্ৰশেখৰ ৰাও।

২৫. দ্ৰ. আৰ. চি. মজুমদাৰ, এণ্ড পি. এন্. চোপ্ৰা, পুৰ্বোল্লিখিত, পৃঃ ২০৮.

২৬. ভি. ভি. মহাজন, পুৰ্বোল্লিখিত, পৃঃ ১.

২৭. জৱাহৰলাল নেহৰু, দি ইউনিটি অব্ ইণ্ডিয়া', পুৰ্বোল্লিখিত, পৃঃ ৭১.

২৮. দ্ৰ. আৰ. চি. মজুমদাৰ এণ্ড পি. এন্ চোপ্ৰা, পুৰ্বোল্লিখিত, পৃঃ ১৭৭-১৭৯ পৃঃ ১৭৯-১৮০; জি. পি. শৰ্মা, 'দি গ্ৰৌথ অব্ নেশ্যনেলিজিম্ ইন্ ইণ্ডিয়া', পুৰ্বোল্লিখিত, পৃঃ ২-৩.

২৯. জি. পি. শৰ্মা, উল্লিখিত, পৃঃ ২.

এনেকৈয়ে পোন প্ৰথমবাৰৰ বাবে ভাৰতত এক আৰ্থ-ৰাজনৈতিক আৰু প্ৰশাসনিক গোট প্ৰতিষ্ঠিত হ'ল। অৱশ্যে এক ভাৰতীয় ধাৰণাটো সৃষ্টিৰ বীজ প্ৰশাসকসকলৰ দ্বাৰা সিঁচি দিয়া হ'ল। এই ক্ষেত্ৰত পশ্চিমীয়া আনুষ্ঠানিক শিক্ষাৰ ভূমিকাও বিশেষভাৱে উল্লেখযোগ্য। এই আধুনিক শিক্ষাৰ প্ৰসাৰেই ভাৰতত নৱজাগৰণ সৃষ্টিত ইন্ধন যোগালে।[৩০] বৃটিছ বুৰঞ্জীকাৰৰ দৃষ্টিত তেওঁলোকৰ ভূমিকা হ'ল "সাংস্কৃতিক কঠিয়া কঢ়িয়াওঁতা"ৰ[৩১]। কাৰণ,

> এই শিক্ষাই আধুনিক পশ্চিমীয়া উদাৰনৈতিক চিন্তা আৰু গণতান্ত্ৰিক ধাৰণা ভাৰতলৈ বোৱাই আনিলে আৰু জাতীয় মুক্তিৰ বাবে সংগ্ৰাম কৰাৰ প্ৰেৰণাও সুমাই দিলে।[৩২]

পাশ্চাত্য শিক্ষা প্ৰৱৰ্তনৰ লগে লগে দেখা দিলে তাৰ মাধ্যমৰ প্ৰশ্নই। ইংৰাজী ভাষা এই শিক্ষাৰ মাধ্যম হ'ল। এই মাধ্যমে, ইমানদিনে অনুপস্থিত এটি উপাদান ভাৰতীয় সামাজিক জীৱনত সংযোজন কৰিলে। সংখ্যাত কম হ'লেও বিভিন্ন প্ৰদেশৰ মানুহৰ ভাব-বিনিময়ৰ বাট সুগম হ'ল।[৩৩] এই বিষয়ে হুনছ্ কহ্নে অধিক স্পষ্টকৈ লেখিছে যে উদীয়মান নতুন চামে ইয়োৰোপীয় শিকনিক আগ্ৰহেৰে গ্ৰহণ কৰিলে আৰু জীৱনৰ লগত তাক ঘনিষ্ঠভাৱে যুক্ত কৰিলে। এই শিক্ষাই তেওঁলোকক জাতীয়তাবাদী, গণতান্ত্ৰিক আৰু সমাজতান্ত্ৰিক আদৰ্শৰ প্ৰতি আকৃষ্ট কৰিলে।[৩৪]

১৮১৩ চনৰ চাৰ্টাৰ আইন অনুসৰি বৃটিছ ইষ্ট ইণ্ডিয়া কোম্পানীয়ে প্ৰথমবাৰৰ বাবে শিক্ষা বিষয়টো ৰাষ্ট্ৰৰ দায়িত্ব বুলি গ্ৰহণ কৰে।[৩৫] ভাৰতবৰ্ষত পাশ্চাত্য আনুষ্ঠানিক শিক্ষাৰ প্ৰৱৰ্তন বৃটিছ সকলে স্বতঃপ্ৰণোদিত হৈ কৰা নাছিল।[৩৬] উক্ত কাৰণতেই কি মাধ্যমত কেনেকৈ ভাৰতীয়সকলক শিক্ষা দিয়া হ'ব এই লৈ বৃটিছসকলৰ মাজত ইংৰাজী সমৰ্থকসকলেৰে 'এংলিচিষ্ট' আৰু সংস্কৃত, আৰবী আদি ভাৰতীয় ভাষাৰ সমৰ্থকসকলেৰে 'অৰিয়েণ্টেলিষ্ট' বুলি দুটা দলৰ সৃষ্টি হ'ল।[৩৭]

আনহাতে অৰিয়েণ্টেলিষ্টসকলৰ ভিতৰতে মুৰ্ণো আৰু এল্‌ফিন্‌ষ্টনৰ নেতৃত্বত এদল মাতৃভাষাৰ প্ৰবক্তা। কাৰণ, মাতৃভাষাৰ যোগেদি প্ৰদত্ত শিক্ষাহে উপকাৰত আহিব বুলি তেওঁলোকে বিশ্বাস কৰিছিল।[৩৮] ইতিমধ্যে, ১৮৩৪ চনত মেক্‌লে' ভাৰতলৈ আহে আৰু তেওঁকেই 'জেনেৰেল কমিটি অব্ পাব্লিক ইনষ্ট্ৰাক্‌শ্যন'ৰ অধ্যক্ষৰূপে নিয়োগ কৰা হ'ল। তেওঁ এই শিক্ষাৰ উদ্দেশ্য হ'ব এনে এটা শ্ৰেণীৰ সৃষ্টি কৰা, যিটো "তেজ আৰু বৰণত ভাৰতীয়, কিন্তু ৰুচি, মত,

---

৩০. দ্ৰ. আৰ. চি. মজুমদাৰ এণ্ড পি. এন. চোপ্ৰা, পূৰ্বোল্লিখিত, পৃঃ ২১০.
৩১. দ্ৰ. পাৰ্চিভেল স্পিয়েৰ, পূৰ্বোল্লিখিত, পৃঃ ৭.
৩২. দ্ৰ. সুখবীৰ চৌধুৰী, পূৰ্বোল্লিখিত, পৃঃ ১৬-১৭.
৩৩. উল্লিখিত, পৃঃ ১৭.
৩৪. দ্ৰ. সুখবীৰ চৌধুৰী, পূৰ্বোল্লিখিত, পৃঃ ১৮.
৩৫. দ্ৰ. এ. আৰ. দেশাই, পূৰ্বোল্লিখিত, পৃঃ ১৪৫.
৩৬. আৰ. চি. মজুমদাৰ এণ্ড পি. এন. চোপ্ৰা, পূৰ্বোল্লিখিত, পৃঃ ২১১.
৩৭. উল্লিখিত, পৃঃ ২১২; এ. আৰ. দেশাই, পূৰ্বোল্লিখিত, পৃঃ ১৪৫-৪৬; জি. পি. শৰ্মা, পূৰ্বোল্লিখিত, পৃঃ ৪.
৩৮. এ. আৰ. দেশাই. পূৰ্বোল্লিখিত, পৃঃ ১৪৬-৪৭. চৈয়দ নুৰুল্লা এণ্ড জে. পি. নাইক, **এ ষ্টুডেণ্টছ হিষ্টৰী অব্ এডুকেশ্যন ইন্ ইণ্ডিয়া**, পঃ ৫২-৫৩.

নৈতিকতা আৰু বুদ্ধিত হ'ব ইংৰাজ"[৩৯] বুলি কৰা মন্তব্যই বৃটিছ শাসকসকলৰ মনোভাৱৰ প্ৰতিনিধিত্ব কৰে। মাধ্যম সংক্ৰান্তীয় বিতৰ্কৰ শেষ হয় ১৮৩৫ চনৰ ফেব্ৰুৱাৰীত।[৪০]

'ইংৰাজী বনাম ক্লাচিকেল ভাষা, (সংস্কৃত, আৰবী আদি) আৰু 'ক্লাচিকেল ভাষা বনাম মাতৃভাষা', বম্বে প্ৰেছিডেন্সীত আৰম্ভ হোৱা এই বিতৰ্কৰ ফলত ইংৰাজীক মহাবিদ্যালয়ৰ শিক্ষাৰ মাধ্যম কৰিলেও মাধ্যমিক স্তৰত দেশীয় ভাষাই মাধ্যম স্বৰূপে স্বীকৃত হ'ল।[৪১] মাতৃভাষাৰে শিক্ষাদান আৰু মাতৃভাষা মাধ্যমৰূপে ব্যৱহৃত হোৱা — এই দুয়োটা বিষয়েই ভাষাৰ ভিত্তিত জাতীয়তাৰ চেতনা গঢ়ি তোলাত পৰৱৰ্তী কালত বিশেষ ভূমিকা গ্ৰহণ কৰিছে। এই ক্ষেত্ৰত ১৮৫৪ চনত গৃহীত ভাৰতৰ আধুনিক শিক্ষাৰ 'মেগ্নাকাৰ্টা' বুলি অভিহিত 'বৰ্ড অব্ কণ্ট্ৰল'ৰ অধ্যক্ষ ছাৰ চাৰ্লছ উডৰ শিক্ষা সম্পৰ্কীয় 'ডেৎপাৎছ'ৰ প্ৰসঙ্গ বিশেষভাৱে উল্লেখযোগ্য।[৪২]

মাধ্যম হিচাপে মাতৃভাষাৰ ব্যৱহাৰ সংক্ৰান্তীয় বোম্বে প্ৰেছিডেন্সীত আৰম্ভ হোৱা বিতৰ্কটো জাতীয়তাবাদী দৃষ্টিকোণৰ পৰা বিশেষ গুৰুত্বপূৰ্ণ। কিয়নো, আমাৰ ধাৰণাত এই বিতৰ্কই ভাৰতৰ বিভিন্ন প্ৰদেশত আপোন ভাষাক কেন্দ্ৰ কৰি গঢ়ি উঠা জাতীয়তাবাদৰ বীজ সৃষ্টি কৰিলে। ভাৰতীয় জাতীয়তাবাদৰ অধ্যয়নত এইটো একেবাৰে উলাই কৰিব পৰা বিষয় নহয়। কাৰণ, অসমত খৃষ্টান মিছনেৰীসকলৰ নেতৃত্বত গঢ়ি উঠা জাতীয় চেতনা আৰু পৰৱৰ্তীকালৰ অসমীয়া জাতীয়তাবাদৰ ঐতিহাসিক ভিত্তি এই দুইটাই উল্লিখিত ভাষিক-চেতনাৰ ভিত্তিতে গঢ় লৈ উঠিছিল।[৪৩]

আধুনিক ভাৰতীয় শিক্ষাৰ প্ৰসঙ্গ ওলালেই ৰামমোহন ৰায়ৰ (১৭৭২-১৮৩৩) অৱদানৰ কথাও স্বাভাৱিকভাৱেই ওলায়। কলিকতাত হিন্দু কলেজ প্ৰতিষ্ঠাত ৰামমোহনো জড়িত। আধুনিক ভাৰতীয় জাতি গঠনত ৰামমোহনৰ শক্তিশালী অৱদান তৰ্কাতীত। আধুনিক শিক্ষাৰ মাধ্যম সংক্ৰান্ততো ৰামমোহনৰ বক্তব্য স্বাভাৱিকতে এংলিচিষ্টসকলৰ সপক্ষেই গৈছিল।[৪৪]

আধুনিক শিক্ষা পদ্ধতিয়ে ভাষিক-ধৰ্মীয় হেঙাৰ অতিক্ৰম কৰি ভাৰতীয় জাতিগঠনৰ প্ৰক্ৰিয়া আৰু অখণ্ড ভাৰতবোধৰ চেতনা দান কৰাত বিশেষ অৱদান দিয়ে। কিয়নো ইয়েই ধৰ্ম, ভাষা আৰু বিভিন্ন গোষ্ঠীৰ মাজত এক অদৃশ্য যোগসূত্ৰ গঢ়ি তুলিলে, যাৰ ফলত সকলোৰে মাজত সামূহিক স্বাৰ্থৰ বাবে ঐক্যবদ্ধ হৈ যুঁজাৰ পৰৱৰ্তী কালৰ যি মানসিকতা তাৰ উন্মেষ আৰু বিকাশ ঘটিল। পৰৱৰ্তীকালৰ ভাৰত ইতিহাসৰ ঘটনা-প্ৰৱাহ এই আধুনিক শিক্ষাৰ বস্তুগত ফল।[৪৫]

ইয়োৰোপীয় শিক্ষা প্ৰৱৰ্তনৰ ফলস্বৰূপে সংখ্যাত অলপীয়াকৈ হ'লেও এটা শিক্ষিত

---

৩৯. দ্ৰ. এ. আৰ. দেশাই, পূৰ্বোল্লিখিত, পৃঃ ১৪৫.

৪০. চৈয়দ নুৰুল্লা এণ্ড জে. পি. নাইক, উল্লিখিত, পৃঃ ৬৩, আৰ. চি. মজুমদাৰ এণ্ড পি এন. চোপ্ৰা, পূৰ্বোল্লিখিত, পৃঃ ২১৩. জে. পি. শৰ্মা, পূৰ্বোল্লিখিত, পৃঃ ৬.

৪১. এ. আৰ. দেশাই, পূৰ্বোল্লিখিত, পৃঃ ১৪৭. উল্লেখযোগ্য, এই বিতৰ্কৰ নেতৃত্ব কাৰ্বাইল বোম্বে নেটিভ এডুকেশ্যন ছচাইটি নামৰ অনুষ্ঠানে।

৪২. দ্ৰ. চৈয়দ নুৰুল্লা এণ্ড জে. পি. নাইক, পূৰ্বোল্লিখিত, পৃঃ ৭৫-৭৬, ১১৫-১২৫; এ. আৰ. দেশাই, পূৰ্বোল্লিখিত, পৃঃ ১৪৭-৪৮.

৪৩. পৰৱৰ্তী, ১.০১, ১.০৩.

৪৪. জি. পি. শৰ্মা, পূৰ্বোল্লিখিত, পৃঃ ৪. চৈয়দ নুৰুল্লা এণ্ড জে. পি. নাইক, পূৰ্বোল্লিখিত, পৃঃ ১১০-১১৪.

৪৫. দ্ৰ. পাৰ্চিভেল স্পিয়েৰ, পূৰ্বোল্লিখিত, পৃঃ ২৭৪.

মধ্যশ্ৰেণী গঢ়ি উঠিল। স্বাভাৱিক কাৰণতে তেওঁলোকৰ প্ৰাথমিক অৱস্থাত কোনো সাংগঠনিক ভিত্তি নাছিল।[৪৬] এই পৰিবৰ্তনকালীন সময়ছোৱাত ধৰ্মীয় আৰু সামাজিক ক্ষেত্ৰত তিনিটা চিন্তাধাৰাৰ প্ৰকাশ ঘটে— (ক) সম্পূৰ্ণ পশ্চিমমুখী (খ) পৰম্পৰা তথা ঐতিহ্যমুখী (গ) সংস্কাৰমুখী।[৪৭] তিনিওটা চিন্তাধাৰাই তিনি শ্ৰেণী লোকৰে প্ৰতিনিধিত্ব কৰিছিল। প্ৰথম দলটোৰ সংখ্যা কম আছিল। হেন্ৰি ডিৰজিঅ'নামৰ হিন্দু কলেজৰ ইংৰাজী সাহিত্যৰ এজন অধ্যাপকক কেন্দ্ৰ কৰি এদল উৎসাহী তৰুণে উদ্বুদ্ধ হৈ হিন্দু ধৰ্মৰ অনেক মূল্যবোধ আৰু প্ৰাচীন সংস্কাৰৰ বিৰুদ্ধে ৰাজহুৱাভাৱেই 'জেহাদ' ঘোষণা কৰিলে।[৪৮] আনহাতে ৰাজা ৰামমোহন ৰায়ৰ মাজত এক আধুনিক সংস্কাৰবাদিতা গঢ় লৈ উঠিল।[৪৯] ৰামমোহনে ১৮২৮ চনত 'ব্ৰাহ্মসভা' প্ৰতিষ্ঠা কৰে। পৰৱৰ্তী কালত ইয়েই 'ব্ৰাহ্ম সমাজ' নামে জনাজাত হ'ল। ৰাম মোহনে আৰম্ভ কৰা এই আন্দোলনক শক্তিশালী ৰূপত আগবঢ়াই নিয়ে দেবেন্দ্ৰনাথ ঠাকুৰ, কেশৱচন্দ্ৰ সেন, অক্ষয় কুমাৰ দত্ত আদিয়ে।[৫০] অৱশ্যে পৰৱৰ্তী সময়ত কেশৱচন্দ্ৰ সেন মূল সংগঠনৰ পৰা আঁতৰি যায়, আনহাতে এটা নতুন দলে পুনৰ সাধাৰণ ব্ৰহ্মসমাজ প্ৰতিষ্ঠা কৰি নিজকে অহিন্দু বুলি ঘোষণা কৰে।[৫১]

বোম্বেৰ 'প্ৰাৰ্থনা সমাজ' (১৮৬৭) যদিওবা ব্ৰাহ্ম আন্দোলনৰ বীজৰ পৰাই সৃষ্টি হৈছিল তথাপি এম. জি. ৰাণাডেৰ নেতৃত্বত ই এটা ভিন্ন সুঁতিয়েদি প্ৰৱাহিত হ'ল। প্ৰাৰ্থনা সমাজ তেলুগুদেশ (বৰ্তমান অন্ধ্ৰ প্ৰদেশ)ত যথেষ্ট জনপ্ৰিয় হয়। ব্ৰাহ্ম সমাজৰ সমাজ সংস্কাৰৰ আদৰ্শসমূহ (জাতি প্ৰথা বৰ্জন, বিধবা বিবাহ প্ৰচলন, নাৰী শিক্ষা, বাল্য-বিবাহ বন্ধ আদি) 'গোড়া হিন্দু সমাজেও গ্ৰহণ কৰে। কেশৱ চন্দ্ৰৰ নেতৃত্বত আৰম্ভ হোৱা ধৰ্মীয় আন্দোলনে পৰৱৰ্তী সময়ছোৱাত ভাৰতীয় জাতীয়তাবাদী আন্দোলনত যথেষ্ট পৰিমাণে প্ৰভাৱ বিস্তাৰ কৰে। ১৮৭৫ চনত দয়ানন্দ সৰস্বতীয়ে 'আৰ্য সমাজ' প্ৰতিষ্ঠা কৰে। আৰ্যসমাজৰ দেৱ-দেৱীৰ পূজাৰ বিৰোধিতা, বাল্যবিবাহ বিৰোধিতা, আন্তঃ সম্প্ৰদায়ৰ বিবাহক উৎসাহ দান আদি আদৰ্শ আছিল।[৫২] ৰামকৃষ্ণ পৰম হংসৰ নামানুসাৰে নামকৰণ কৰা ৰামকৃষ্ণ সংঘ (১৮৮৬), পাছত 'ৰামকৃষ্ণ মিশ্বন' (১৮৯৭) এই ধৰণৰ অন্য এটি সংগঠন। ৰামকৃষ্ণৰ চিন্তাধাৰাক বাস্তৱ ৰূপ দান কৰে তেওঁৰ শিষ্য কলিকতা বিশ্ববিদ্যালয়ৰ স্নাতক স্বামী বিবেকানন্দই।[৫৩] বিবেকানন্দৰ উপৰিও আইৰিছ্ মহিলা ছিষ্টাৰ নিবেদিতাৰ এই অনুষ্ঠানত যোগদান এটি উল্লেখযোগ্য ঘটনা। তদুপৰি ৰুছ মহিলা মাদাম এইচ্. পি. ব্লাভাৎস্কি আৰু কৰ্ণেল এইচ. এছ্. অলকটৰ দ্বাৰা প্ৰতিষ্ঠিত 'থিয়'ছফিকেল ছচাইটি'ৰ নাম এই প্ৰসঙ্গত উল্লেখযোগ্য। ১৮৭৫ চনতআমেৰিকাত প্ৰতিষ্ঠিত

৪৬. দ্ৰ. জি. পি. শৰ্মা, পূৰ্বোল্লিখিত, পৃঃ ৭.
৪৭. দ্ৰ. পাৰ্চিভেল স্পিয়েৰ, পূৰ্বোল্লিখিত, পৃঃ ২৮৫-৮৬.
৪৮. দ্ৰ. জি. পি. শৰ্মা, পূৰ্বোল্লিখিত, পৃঃ ৮.
৪৯. পাৰ্চিভেল স্পিয়েৰ, পূৰ্বোল্লিখিত, পৃঃ ২৮৬.
৫০. আৰ. চি. মজুমদাৰ এণ্ড পি. এন. চোপ্ৰা. পূৰ্বোল্লিখিত, পৃঃ ২১৬-১৭, পাৰ্চিভেল স্পিয়েৰ, পূৰ্বোল্লিখিত, পৃঃ ২৮৬, জি. পি. শৰ্মা, পূৰ্বোল্লিখিত, পৃঃ ৯.
৫১. দ্ৰ. আৰ. চি. মজুমদাৰ এণ্ড পি. এন. চোপ্ৰা, পূৰ্বোল্লিখিত, পৃঃ ২১৭.
৫২. আৰ. চি. মজুমদাৰ এণ্ড পি. এন. চোপ্ৰা, পূৰ্বোল্লিখিত, পৃঃ ২১৮.
৫৩. আৰ. চি. মজুমদাৰ এণ্ড পি. এন. চোপ্ৰা. পূৰ্বোল্লিখিত, পৃঃ ২১৯-২১.

এই অনুষ্ঠানৰ এটি শাখা ১৮৮৬ চনত মাদ্ৰাজৰ ওচৰৰ আদিয়াৰ অঞ্চলত প্ৰতিষ্ঠা কৰা হৈছিল। ১৮৮৯ চনত এনী বেছান্তে এই সংগঠনত যোগ দিয়ে আৰু পৰৱৰ্তী কালত মিছেচ বেছান্তে ইয়াৰ যোগেদি 'হোমৰুল' আন্দোলনত সক্ৰিয় অংশ গ্ৰহণ কৰে।[৫৪]

এই অনুষ্ঠানবোৰৰ দ্বাৰা আৰম্ভ কৰা সামাজিক ধৰ্মীয় সংস্কাৰবাদী আন্দোলনে জাতীয় ঐক্য গঢ়ি ভাৰতীয় জাতীয় আন্দোলনৰ পটভূমি তৈয়াৰ কৰাত যথেষ্ট অৱদান আগবঢ়ায়। বৃটিছ বুৰঞ্জীবিদৰ মতে,

> ৰাজা ৰাম মোহনক যদি নতুন ভাৰতীয় চেতনাৰ মনটো বুলি কোৱা হয়, দয়ানন্দ সৰস্বতীক শৰীৰ আৰু ৰামকৃষ্ণক আত্মা বুলিব পাৰি।[৫৫]

উল্লিখিত অনুষ্ঠানকেইটাৰ ক্ষেত্ৰত উল্লেখযোগ্য বিষয় হ'ল, প্ৰথম দুটা সংগঠন ধৰ্মীয় সংস্কাৰ আৰু হিন্দুৰ বিকাশৰ চিন্তাত আবদ্ধ আছিল। কিন্তু পাছৰ সংগঠন দুটাই মানৱ সেৱা আৰু সামগ্ৰিকভাৱে ভাৰতীয়ৰ উন্নতি বিচাৰিছিল।[৫৬] প্ৰথম সংস্থা দুটিয়ে হিন্দু সকলৰ মাজত সামাজিক আৰু ধৰ্মীয় সহনশীলতাৰ সৃষ্টি কৰি বহল ভাৰতীয় সমাজ গঢ়াত অৱদান আগবঢ়াই জাতীয় চেতনাৰ প্ৰথম খুঁটিটো পোতে। এই সংগঠনকেইটাই ভাৰতীয় জাতীয় চেতনাৰ দুটা স্তৰৰ প্ৰতিনিধিত্ব কৰিছে। প্ৰথম ধৰ্ম-সমাজ সংস্কাৰমুখী মনোভাৱ, আৰু হিন্দুৰ বিকাশ, দ্বিতীয়— সমাজ-ধৰ্মৰ লগত মানৱ সেৱা আৰু ভাৰতীয়ৰ বিকাশ। হিন্দুৰ বিকাশৰ পৰা ভাৰতীয়ৰ বিকাশলৈ এখোজ আগবাঢ়ি জাতীয় চেতনাৰ বিকাশ দ্ৰুত কৰি তোলে।

এইবোৰৰ উপৰিও বোম্বাইত যটিবা ফুলে, কাৰ্চন দাস মূলজী, মহাদেৱ গোবিন্দ ৰাণাডে বঙ্গত ঈশ্বৰ চন্দ্ৰ বিদ্যাসাগৰ, বি. এম. মালবাৰী আদিয়ে সামাজিক কু-সংস্কাৰৰ বিৰুদ্ধে কেতিয়াবা খণ্ডিত আৰু কেতিয়াবা সৰ্বভাৰতীয় আন্দোলন গঢ়ি তুলিছিল। আনহাতেদি বেণ্টিংকৰ দ্বাৰা গৃহীত কিছু প্ৰশাসনিক ব্যৱস্থাই এই সামাজিক আন্দোলনক শক্তি দান কৰিছিল। সতীদাহ প্ৰথা বন্ধ আইনখন এই প্ৰসংগত উল্লেখযোগ্য। এনে ব্যৱস্থা গ্ৰহণত আলোচিত ব্যক্তিসকলৰ প্ৰত্যক্ষ-পৰোক্ষ অৱদান প্ৰণিধানযোগ্য।[৫৭] এনে ধৰণৰ ঘটনা আৰু তাৰ প্ৰভাৱে সৰ্বভাৰতত স্বাভাৱিকতে আলোড়নৰ সৃষ্টি কৰিছিল। এইদৰেই এক সমূহীয়া ভাৱ, সমূহীয়া স্বাৰ্থ আদি ধাৰণাবোৰ ক্ৰমাৎ গঢ় লৈ উঠি এটি জাতীয় অনুভূতি গঢ়ি তুলি ৰাজনৈতিক আন্দোলনৰ পটভূমি সৃষ্টি কৰিছিল।

উল্লিখিত আন্দোলনবোৰৰ আটাইৰে কেন্দ্ৰবিন্দু আছিল হিন্দু জাতি। গতিকে, ইয়াৰ ফলত গঢ় লৈ উঠা ধ্যান-ধাৰণাসমূহ হিন্দুজাতিকেন্দ্ৰিক আৰু জাতীয় চেতনাও অনেকভাগ হিন্দুমূলক। গতিকে, এই জাতীয়তাবাদক হিন্দু জাতীয়তাবাদ বুলিও কোনো কোনোৱে ক'ব খোজে।[৫৮]

আনহাতে মুছলমানসকলৰ মাজতো এনে সংস্কাৰমুখী আন্দোলন গঢ়ি উঠিল। এই

---

৫৪ পাৰ্চিভেল স্পিয়েৰ, পূৰ্বোল্লিখিত, পৃঃ ২৮৮,
জি. পি. শৰ্মা, পূৰ্বোল্লিখিত, পৃঃ ১০.

৫৫. দ্ৰ. পাৰ্চিভেল স্পিয়েৰ, পূৰ্বোল্লিখিত, পৃঃ ২৮৭.

৫৬. দ্ৰ. জি. পি. শৰ্মা, পূৰ্বোল্লিখিত. পৃঃ ১০-১১.

৫৭. জি. এছ. চাব্ৰা, এড্ভান্স ষ্টাডি ইন্ দি হিষ্টৰী অব্ মডাৰ্ণ ইণ্ডিয়া, খণ্ড-২, পৃঃ ৬৬-৬৮.

৫৮. জি. পি. শৰ্মা, পূৰ্বোল্লিখিত, পৃঃ ১১.
আৰ. চি. মজুমদাৰ এণ্ড পি. এন্. চোপ্ৰা, পূৰ্বোল্লিখিত, পৃঃ ২৩১.

আন্দোলনবোৰো সদৃশভাৱে ইছলাম ধৰ্মকেন্দ্ৰিক আৰু মুছলমান জাতিকেন্দ্ৰিক হৈছিল। ইও এক ধৰণৰ জাতীয়তবাদৰ উন্মেষ ঘটাইছিল। এই প্ৰসঙ্গত পাটনা আৰু মোৰাদাবাদৰ ৱাহাবী আন্দোলন, আহমেদীয়া আন্দোলন, ফিৰাজী আন্দোলন আদি উল্লেখযোগ্য।[৫৯] এই প্ৰসঙ্গত চৈয়দ আহমেদ খানৰ নাম বিশেষ উল্লেখযোগ্য। কিয়নো আহমেদখানে আধুনিক পশ্চিমীয়া চিন্তা আৰু ইছলাম চেতনাৰ সমন্বয় সাধনৰ প্ৰচেষ্টা কৰিছিল।[৬০]

উল্লিখিত বৃত্তানুসাৰেএফালে হিন্দু জাতিকেন্দ্ৰিক আৰু আনফালে মুছলমান জাতিকেন্দ্ৰিক জাতীয়তাবাদী চেতনাৰ উন্মেষ ঘটা দেখা গ'ল। দৰাচলতে তেতিয়ালৈকে এক ভাৰতীয়ৰ ধাৰণাৰে ৰাজনৈতিক জাতীয়তাবাদ গঢ়ি উঠা নাছিল। সেই সময়লৈকে ভিন্ ভিন্ ভাৱে ভিন্ ভিন্ বৃত্তৰ জাতীয় চেতনা গঢ়ি উঠিছে আৰু ৰাজনৈতিক জাতীয়তাবাদৰ পটভূমি সৃষ্টিৰ ৰক্ত সঞ্চালনৰ সূত্ৰপাত হৈছে।

হিন্দু জাতিকেন্দ্ৰিক জাতীয়তাবাদ সৃষ্টিৰ মূলতে মেক্সমূলাৰ প্ৰমুখ্যে প্ৰাচ্যতত্ত্ববিদ্‌সকলৰ অৱদানো উল্লেখযোগ্য। এইসকলৰ গৱেষণাই হিন্দুসকলৰ প্ৰাচীন সম্পদ-সম্ভাৰ আৰু ঐতিহ্যৰ প্ৰতি ভাৰতীয়সকলৰ দৃষ্টি উন্মিলিত কৰালে।[৬১] ফলত এটা জাতিৰ ধাৰণাটো স্পষ্ট হৈ আহিল। ইংৰাজী ভাষাই ভাষিক সংযোগকাৰীৰ ভূমিকা পালন কৰিলে। ফলত ধৰ্ম, সংস্কৃতি আৰু ঐতিহাসিক ঐতিহ্যৰ ভিত্তিত এক জাতীয়তাৰ চেতনা গঢ় লৈ উঠা সহজ হৈ পৰিল।[৬২]

পাশ্চাত্য আনুষ্ঠানিক শিক্ষা প্ৰৱৰ্তনৰ প্ৰায় পঞ্চাশ বছৰ মানৰ ভিতৰতে ইয়াৰ সামাজিক আৰু বস্তুগত প্ৰক্ৰিয়া আৰম্ভ হ'ল। ইয়াৰ প্ৰথম ফল ভাৰতীয় সমাজত এটা নব্য শিক্ষিত মধ্য শ্ৰেণীৰ সৃষ্টি হ'ল।[৬৩] এই শ্ৰেণীটো সংখ্যাত তাকৰ হ'লেও ইয়াৰ গুণগত প্ৰভাৱে পৰৱতী কালৰ ভাৰতবৰ্ষৰ ৰাজনৈতিক আৰু সামাজিক ক্ষেত্ৰত দিক্ নিৰ্ণায়কৰ ভূমিকা পালন কৰিলে। এই শ্ৰেণীটো হ'ল

> ভিন্ন সামাজিক পৃষ্ঠভূমিৰ কিন্তু সদৃশ জ্ঞান, ধাৰণা আৰু মূল্যবোধৰ অধিকাৰী এটা নতুন সৰ্বভাৰতীয় শ্ৰেণী।[৬৪]

তদুপৰি এই শ্ৰেণীটোৱেই "নৱজাত ভাৰতৰ আত্মা স্বৰূপ" হৈ উঠিল।[৬৫]

পাশ্চাত্যৰ উদাৰনৈতিক ৰাজনৈতিক চিন্তাৰাজিৰ লগত পৰিচয় ঘটাত এই শ্ৰেণীটোৱে নিজা ৰাজনৈতিক চিন্তাধাৰা গঢ়ি তুলি তাৰ প্ৰকাশ বিচৰাটো স্বাভাৱিক। ফলস্বৰূপে ৰাজনৈতিক চেতনাৰে উদ্দীপিত এইসকলে সীমিতভাৱে ৰাজনৈতিক সংগঠন আৰম্ভ কৰে। এনে সংগঠনৰ প্ৰথম হ'ল 'জামিনদাৰী এছচিয়েশ্যন'। দ্বাৰকানাথ ঠাকুৰৰ দ্বাৰা ১৮৩৭ চনত প্ৰতিষ্ঠিত এই সংগঠন পৰৱতী কালত 'লেণ্ড-হ'ল্ডাৰছ ছচাইটি' নামে জনাজাত হ'ল। এই সংগঠনেই

---

৫৯. দ্ৰ. পাৰ্চিভেল স্পিয়েৰ, পুৰ্বোল্লিখিত, পৃঃ ২৮৮.
জি. পি. শৰ্মা, পুৰ্বোল্লিখিত, পৃঃ ১১.
৬০. দ্ৰ. পাৰ্চিভেল স্পিয়েৰ, পুৰ্বোল্লিখিত, পৃঃ ২৮৮.
৬১. আৰ. চি. মজুমদাৰ এণ্ড পি. এন্. চোপ্ৰা, পুৰ্বোল্লিখিত, পৃঃ ২৩১.
৬২. আৰ. চি. মজুমদাৰ. এণ্ড পি. এন্. চোপ্ৰা. পুৰ্বোল্লিখিত, পৃঃ ২৩১.
৬৩. দ্ৰ. পাৰ্চিভেল স্পিয়েৰ, পুৰ্বোল্লিখিত, পৃঃ ২৯১.
এ. আৰ দেশাই, পুৰ্বোল্লিখিত, পৃঃ ১৭৪-১৯৯.
৬৪. দ্ৰ. পাৰ্চিভেল স্পিয়েৰ, পুৰ্বোল্লিখিত, পৃঃ ২৯১.
৬৫. উল্লিখিত, পৃঃ ২৯১.

জনসাধাৰণক তেওঁলোকৰ অসুবিধাসমূহ আঁতৰ কৰাৰ বাবে সাংবিধানিক সংগ্ৰামৰ প্ৰেৰণা দিয়ে। ভাৰতৰ বিভিন্ন প্ৰদেশত ইয়াৰ শাখা সংগঠন গঢ়ি তোলাৰ লক্ষ্য লৈছিল।[৬৬] ইয়াৰ পৰা অনুধাৱন কৰিব পাৰি যে উনবিংশ শতিকাৰ চতুৰ্থ দশকৰ পৰা সৰ্বভাৰতীয় ৰাজনৈতিক সংগঠনৰ প্ৰয়োজনীয়তা অনুভৱ কৰা হৈছিল। ১৮৪২ চনত প্ৰতিষ্ঠাপক ঠাকুৰ বৃটেইনলৈ যায় আৰু দাস প্ৰথা বিৰোধী প্ৰবক্তা জৰ্জ টম্প্‌ছনক সাংবিধানিক সংগ্ৰামৰ পদ্ধতি বঙালী যুৱকসকলক শিকাবলৈ বঙ্গলৈ আমন্ত্ৰণ জনায়। তেওঁৰ পৰামৰ্শমতেই 'বেংগল বৃটিছ ইণ্ডিয়া ছচাইটি' (১৮৪৩)ৰ সংগঠন কৰে।

১৮৪৯ চনত ভাৰত চৰকাৰে চাৰিখন বিলৰ যোগেদি ভাৰতস্থ বৃটিছ প্ৰজাসকলক কলিকতা উচ্চতম ন্যায়ালয়ৰ বাহিৰেও স্থানীয় ন্যায়ালয়সমূহেও বিচাৰ কৰিব পৰা ব্যৱস্থা কৰিবলৈ প্ৰস্তাৱ কৰা হৈছিল। এই আইনসমূহক 'ক'লা আইন' বুলি বৃটিছ প্ৰজাসকলে কৰা হিংসাত্মক আন্দোলনৰ ফলত চৰকাৰে আইন কেইখন উঠাই লয়। এই ঘটনা এটা দৃষ্টান্ত স্বৰূপ হ'ল। ফলত,

> বঙ্গৰ শিক্ষিত সম্প্ৰদায়ে ইয়োৰোপীয়ৰ দ্বাৰা আক্ৰান্ত ভাৰতৰ স্বাৰ্থক ৰক্ষা কৰাৰ বাবেই নহয় ১৮৫৩ চনত ইষ্ট ইণ্ডিয়া কোম্পানীৰ চাৰ্টাৰ নবীকৰণৰ আগমুহূৰ্তত সংসদত ভাৰতীয়সকলৰ দৃষ্টি ভংগী উত্থাপন কৰাৰ বাবেও এটা শক্তিশালী ৰাজনৈতিক সংস্থাৰ প্ৰয়োজনীয়তা অনুভৱ কৰিলে।[৬৭]

ইয়াৰ ফলত 'লেণ্ড হ'ল্ডাৰছ্ ছচাইটি' আৰু 'বেঙ্গল বৃটিছ ইণ্ডিয়া ছচাইটি' ঐক্যবদ্ধ হৈ 'বৃটিছ ইণ্ডিয়ান এছোচিয়েশ্যন' নাম লয়, ১৮৫১ চনৰ ২৯ অক্টোবৰত।[৬৮] এই সময়ছোৱাত অন্যান্য অঞ্চলতো এনে অনুষ্ঠান গঢ়ি উঠিল। মাদ্ৰাজত 'মাদ্ৰাজ নেটিভ এছোচিয়েশ্যন', ১৮৪৮ চনত বোম্বাইত 'ষ্টুডেণ্টছ্ লিটাৰেৰী এণ্ড ছাইণ্টিফিক্ ছচাইটি' পুনাত 'উন্নায়ক মণ্ডল' ১৮৫২ চনত জগন্নাথ শেঠৰ প্ৰচেষ্টাত বোম্বাইত 'বোম্বে এছোচিয়েশ্যন', ১৮৭৫ চনত শিশিৰ ঘোষৰ প্ৰচেষ্টাত 'ইণ্ডিয়া লীগ' আদি সংগঠন গঢ়ি উঠে। পূৰ্বৰ সংগঠনবোৰৰ লগত এই অনুষ্ঠানবোৰৰ লক্ষ্যগত পাৰ্থক্য দেখা যায়। কিয়নো, এই অনুষ্ঠানবোৰৰ সৃষ্টিত সাধাৰণভাৱে এটা 'সচেতন ৰাজনৈতিক আন্দোলন' গঢ়ি তোলাৰ প্ৰৱণতা পৰিলক্ষিত হয়।[৬৯]

উল্লিখিত সংগঠনবোৰৰ দৃষ্টিকোণত জাতি, ধৰ্ম, আঞ্চলিকতা অতিক্ৰম কৰাৰ আভাস আছিল, গতিকে জন্মৰে পৰা বৃটিছ ইণ্ডিয়ান এছোচিয়েশ্যনৰ "এটা সৰ্বভাৰতীয় দৃষ্টিভংগী আছিল।" গতিকে, এই সংগঠনে অন্যান্য প্ৰদেশৰ নেতৃস্থানীয় ৰাজনৈতিক ব্যক্তি আৰু সদৃশ মনোভাৱাপন্ন সংগঠনৰ লগত সংযোগ ৰক্ষা কৰি চলিছিল। কিন্তু উল্লিখিত দৃষ্টিভংগী থাকিলেও বৃটিছৰ শুভেচ্ছা আৰু ন্যায়াদৰ্শৰ ওপৰত গভীৰ আস্থা থকা হেতুকে আবেদন আৰু প্ৰাৰ্থনাৰ মাজত ইয়াৰ কাম-কাজ সীমাবদ্ধ আছিল।[৭০] ফলত বৰ্ধিত ৰাজনৈতিক চেতনাৰ পৰিপ্ৰেক্ষিতত

---

৬৬. জি. পি. শৰ্মা, পূৰ্বোল্লিখিত, পৃঃ ১২.
৬৭. দ্ৰ. আৰ. চি. মজুমদাৰ এণ্ড পি. এন. চোপ্ৰা, পূৰ্বোল্লিখত, পৃঃ ২৩৪.
৬৮. উল্লিখিত, পৃঃ ২৩৪-৩৫; জি. পি. শৰ্মা, পূৰ্বোল্লিখিত, পৃঃ ১৩.
৬৯. দ্ৰ. জি. পি. শৰ্মা, পূৰ্বোল্লিখিত, পৃঃ ১৪-১৫.
৭০. দ্ৰ. আৰ. চি. মজুমদাৰ এণ্ড পি. এন চোপ্ৰা, পূৰ্বোল্লিখিত, পৃঃ ২৩৫-৩৭.

এই সংগঠনৰ ভূমিকা যথোচিত নোহোৱাৰ বাবেই, সুৰেন্দ্ৰনাথ বেনাৰ্জীৰ প্ৰচেষ্টাত জন্ম হ'ল, 'ইণ্ডিয়ান এছোচিয়েশ্যন' (১৮৭৫) এই সংগঠনৰ আদৰ্শ আছিল,

> (ক) দেশত শক্তিশালী জনমত গঠন, (খ) উমৈহতীয়া ৰাজনৈতিক স্বাৰ্থ আৰু আকাংক্ষাৰ ভিত্তিত ভাৰতীয় সম্প্ৰদায় সমূহক ঐক্যবদ্ধ কৰা, (গ) হিন্দু-মুছলমানৰ মাজত বন্ধুত্ব গঢ়ি তোলা, (ঘ) ৰাজহুৱা আন্দোলনত জনসাধাৰণক জড়িত কৰা।[৭১]

'ইণ্ডিয়া লীগ' আৰু 'ইণ্ডিয়ান এছোচিয়েশ্যন' গঢ়ি উঠাৰ লগে লগেই ৰাজনৈতিক জাতীয়তাবাদৰ ধাৰণাটো স্পষ্ট হ'ল আৰু হিন্দু-মুছলমানৰ ঐক্যৰ ভিত্তিতহে যে ভাৰতীয় জাতি গঢ়ি উঠিব পাৰে সেইটো স্পষ্ট হৈ পৰিল।[৭২] ইণ্ডিয়ান এছাচিয়েশ্যনৰ নেতৃত্বত ১৮৭৬ চনৰ চিভিল ছাৰ্ভিচ্ আন্দোলনে ভাষা, জাতি, ধৰ্মগত পাৰ্থক্য পৰিহাৰ কৰি ঐক্যবদ্ধ হ'ব পাৰে সেইটো প্ৰমাণ কৰিলে।[৭৩] ক্ৰমে জাতিকেন্দ্ৰিক চেতনা ভাৰতীয় চেতনালৈ বিস্তৃত ঘটিল আৰু ভাৰতীয় জাতীয়তাবাদী আন্দোলনটোৱে দ্বিতীয় পৰ্যায়ত ভৰি দিলে বুলি কোৱা হৈছে।[৭৪] আনহাতে লৰ্ড লিটনৰ 'ভাৰ্ণেকুলাৰ প্ৰেছ এক্ট', ১৮৭৮ চনৰ 'আৰ্মছ এক্ট', ১৮৮৩ চনৰ 'ইলবাৰ্টবিল' সুৰেন্দ্ৰনাথ বেনাৰ্জীৰ ন্যায়ালয় অৱমাননাৰ মোকৰ্দমা আদিয়ে ইণ্ডিয়ান এছোচিয়েশ্যনক আন্দোলন গঢ়ি তোলাৰ সুযোগ দিলে। ইলবাৰ্ট বিলৰ বিৰুদ্ধে বৃটিছসকলে 'ডিফেন্স এছোচিয়েশ্যন" খুলি আন্দোলন গঢ়ি তোলে। আনহাতেদি মোকৰ্দমাত বেনাৰ্জী দণ্ডিত হয়। এই ঘটনাই ভাৰতৰ সৰ্বপ্ৰান্তৰ মানুহক উত্তেজিত কৰে আৰু ডাঙৰ নগৰবোৰত স্বতঃস্ফূৰ্ত প্ৰতিবাদ অনুষ্ঠিত হয়।[৭৫]

উল্লিখিত প্ৰক্ৰিয়াৰ মাজেদিয়েই সৰ্বভাৰতীয় ৰাজনৈতিক মঞ্চ এখনৰ প্ৰয়োজন বাঢ়ি আহিল আৰু ইণ্ডিয়ান এছোচিয়েশ্যনৰ প্ৰচেষ্টাত ভাৰতৰ বিভিন্ন প্ৰান্তৰ পৰা অহা হিন্দু-মুছলমান উভয়ৰে প্ৰতিনিধিৰ উপস্থিতিত কলিকতাৰ এলবাৰ্ট হলত ১৮৮৩ চনৰ ২৮ ডিচেম্বৰত 'নেশ্যনেল কন্‌ফাৰেন্স' অনুষ্ঠিত হয়। 'নেশ্যনেল কন্‌ফাৰেন্স'ৰ দ্বিতয় অধিবেশন অনুষ্ঠিত হোৱাৰ সমসাময়িকভাৱে বৃটিছ আমোলা এ. অ. হিউমৰ প্ৰচেষ্টাত ২৮-৩১ ডিচেম্বৰলৈ (১৮৮৫) ভাৰতৰ বিভিন্ন প্ৰান্তৰ পৰা অহা প্ৰতিনিধিৰ এখন সভাত ভাৰতীয় জাতীয় কংগ্ৰেছৰ জন্ম হয়। পৰৱৰ্তী সময়ত নেশ্যনেল কন্‌ফাৰেন্সো' কগ্ৰেছত মিলি যায়।[৭৬] ১৯০৫ চন পৰ্যন্ত কংগ্ৰেছৰ অধিবেশনসমূহ অনুষ্ঠিত হৈছিল, আৰু প্ৰস্তাৱ গ্ৰহণ কাৰ্যসূচী আদি নৰম পন্থাতে আবদ্ধ আছিল।

ভাৰতৰ ৰাজনৈতিক মঞ্চলৈ পৰিৱৰ্তন দ্ৰুত গতিত আহিবলৈ ধৰিলে। এই সময়তে কংগ্ৰেছৰ উল্লিখিত নৰমপন্থী নীতিত অসন্তুষ্ট কেইজনমান এই মঞ্চৰ আগলৈ আহিল। এই

---

৭১. দ্ৰ. জি. পি. শৰ্মা, পূৰ্বোল্লিখিত, পৃঃ ১৫.

৭২. দ্ৰ. জি. পি. শৰ্মা, পূৰ্বোল্লিখিত, পৃঃ ১৬.

৭৩. আৰ. চি. মজুমদাৰ, এণ্ড পি. এন. চোপ্ৰা, পূৰ্বোল্লিখিত, পৃঃ ২৩৮-৩৯
জি. পি. শৰ্মা, পূৰ্বোল্লিখিত, পৃঃ ১৭.

৭৪. দ্ৰ. জি. পি. শৰ্মা, পূৰ্বোল্লিখিত, পৃঃ ১৭.

৭৫. আৰ. চি. মজুমদাৰ এণ্ড পি. এন. চোপ্ৰা, পূৰ্বোল্লিখিত, পৃঃ ২৪০.
জি. পি. শৰ্মা পূৰ্বোল্লিখিত, পৃঃ২০

৭৬. আৰ. চি. মজুমদাৰ এণ্ড পি. এন. চোপ্ৰা, পূৰ্বোল্লিখিত, পৃঃ ২৪২-৪৩; জি. পি. শৰ্মা, পূৰ্বোল্লিখিত, পৃঃ ২৪.

সকল হ'ল— বালগঙ্গাধৰ তিলক, অৰবিন্দ ঘোষ, লালা লাজপৎ ৰায়, বিপিন চন্দ্ৰ পাল। এওঁলোকে কংগ্ৰেছে গতানুগতিক কাৰ্যসূচী পৰিহাৰ কৰি কিছু বলিষ্ঠ কাৰ্যসূচী গ্ৰহণৰ পৃষ্ঠপোষকতা কৰিলে। ফলস্বৰূপে কংগ্ৰেছত অন্তৰ্সংঘাত সৃষ্টি হ'ল আৰু ১৯০৭ চনত ছুৰাট কংগ্ৰেছত ইয়াৰ বহিৰ্প্ৰকাশ ঘটিল। স্বৰাজৰ দাবীৰে ভাৰতীয় জাতীয়তাবাদী আন্দোলনে দ্বিতীয় পৰ্যায় সম্পূৰ্ণ কৰিলে।[৭৭]

লৰ্ড কাৰ্জনৰ বংগ বিভাজনে (১৯০৫) উগ্ৰবাদী চিন্তাৰ নেতৃবৃন্দক এটা সুযোগ দান কৰিলে। লৰ্ড কাৰ্জনৰ সিদ্ধান্তৰ বিৰুদ্ধে বঙালী জাতি একত্ৰিত হ'ল 'স্বদেশী' আৰু 'বৰ্জন' আন্দোলনেৰে তীব্ৰ প্ৰতিবাদ জনালে। ক্ৰমে স্বদেশী আন্দোলনে সৰ্বভাৰতীয় চৰিত্ৰ অৰ্জন কৰিলে। ইয়েই ক্ৰমে বলিষ্ঠ আৰু ধনাত্মক জাতীয়তাবাদৰ ৰূপ পৰিগ্ৰহ কৰিলে।[৭৮] সুৰেন্দ্ৰনাথ বেনাৰ্জীৰ ভাষাত স্বদেশী আন্দোলনে, "সকলো স্তৰৰ জনসাধাৰণক ৰাজনৈতিক আন্দোলনৰ মাজলৈ লৈ আহিল"।[৭৯] গান্ধীজীৰ মতো সদৃশ ধৰণৰ। বংগ-ভংগ আন্দোলনৰ বিষয়ে গান্ধীজীয়ে কৈছিল, "সেই দিনটোৱেই ভাৰতত বৃটিছ সাম্ৰাজ্যভংগৰ প্ৰথম দিন বুলিব পাৰি।"[৮০]

কংগ্ৰেছৰ অন্তৰ্ভাগত মতাদৰ্শগত সংকটে তীব্ৰ ৰূপ ধাৰণ কৰাত ছুৰাট অধিবেশন (১৯০৭)ত বিভাজন সম্পূৰ্ণ হ'ল। প্ৰথম বিশ্বযুদ্ধইও আন্তৰ্জাতিক ৰাজনীতিৰ পৰিৱৰ্তন ঘটালে আৰু ভাৰতত তাৰ প্ৰভাৱ পৰিল।[৮১]

১৯০৮ চনত তিলক জেললৈ গ'ল আৰু ১৯১৪ চনত মুকলি হৈ আহি এনী বেছান্তৰ সহযোগত 'হোম ৰুল' (১৯১৬) আন্দোলন আৰম্ভ কৰিলে। এই সময়ছোৱাত তিলকৰ চিন্তা-চেতনাৰ আয়তনিক বিস্তৃতি ঘটিল আৰু প্ৰাদেশিক জাতীয়তাবাদৰ পৰা সৰ্বভাৰতীয় জাতীয়তাবাদলৈ গতি কৰিলে।[৮২] ১৯১৬ চনত কংগ্ৰেছৰ দুই বিবাদী শিবিৰ লগ লাগিল যদিও লাভালাভ নহ'ল। ক্ৰমে ভাৰতৰ ৰাজনীতি মঞ্চত তিলক আৰু তেওঁৰ অনুগামীসকলৰ প্ৰভাৱ বাঢ়ি আহিল। তিলক আৰু এনী বেছান্তে যুটীয়া পৰিকল্পনাৰে কিন্তু ভিন্ ভিন্‌ভাৱে হোমৰুল আন্দোলন আৰম্ভ কৰিলে। এতিয়া "স্বৰাজ বা স্বাধীনতা হৈ পৰিল আন্দোলনৰ ৰণধ্বনি।"[৮৩]

এই সময়ছোৱাত আন এটি উল্লেখযোগ্য ঘটনা হ'ল সন্ত্ৰাসবাদী সংগঠন আৰু তাৰ যোগেদি বৃটিছ সাম্ৰাজ্যবাদক উচ্ছেদ কৰাৰ মতাদৰ্শ গ্ৰহণ কৰি এদল তৰুণ ওলাই আহিল। ক্ৰমে বঙ্গ, মহাৰাষ্ট্ৰ, পাঞ্জাব ইয়াৰ কেন্দ্ৰ হৈ পৰিল।[৮৪] ভাৰতৰ স্বাধীনতা আন্দোলনলৈ সন্ত্ৰাসবাদী আন্দোলনৰো অৰিহণা আছে। অসমতো এনে সংগঠন গঢ়ি উঠিছিল আৰু স্বয়ং অম্বিকাগিৰীৰ ইয়াৰ লগত সংযুক্তি ঘটিছিল।[৮৫]

---

৭৭. আৰ. চি. মজুমদাৰ এণ্ড পি. এন. চোপ্ৰা, পূৰ্বোল্লিখিত, পৃঃ ২৪৩-৪৫.
জি. পি. শৰ্মা, পূৰ্বোল্লিখিত, পৃঃ ২৪-২৬.
৭৮. দ্ৰ. আৰ. চি. মজুমদাৰ এণ্ড পি. এন. চোপ্ৰা, পূৰ্বোল্লিখিত, পৃঃ ২৪৫-২৪৬.
৭৯. উল্লিখিত, পৃঃ ২৪৮.
৮০. উল্লিখিত, পৃঃ ২৪৮-৪৯.
৮১. ভি. ডি. মহাজন, ইণ্ডিয়ান ছিন্‌চ্ ১৫২৬, পৃঃ ৪৬০-৬২.
৮২. দ্ৰ. পাৰ্চিভেল স্পিয়েৰ, পূৰ্বোল্লিখিত, পৃঃ ৩১৮.
৮৩. দ্ৰ. আৰ. চি. মজুমদাৰ এণ্ড পি. এন. চোপ্ৰা. পূৰ্বোল্লিখিত, পৃঃ ২৫৪.
৮৪. উল্লিখিত, পৃঃ ২৫৪.
৮৫. কে. এন. দত্ত, লেণ্ড মাৰ্কছ অব্ দি ফ্ৰীডম ষ্ট্ৰাগোল ইন আছাম, পৃঃ ৪৮,
পৰৱৰ্তী, ৩.০১.

১৯১৫ চনত মোহন দাস কৰম চাঁদ গান্ধী দক্ষিণ আফ্ৰিকাৰ পৰা ভাৰতলৈ উভতি আহে। ১৯১৮ চনত তিলকৰ মৃত্যুৰ লগে লগে গান্ধীজী সক্ৰিয়ভাৱে কংগ্ৰেছৰ কৰ্মসূচীৰ মাজলৈ সোমাই আহিল। গান্ধীৰ নেতৃত্বত কংগ্ৰেছে নতুন শক্তি আৰু গতিশীলতা পালে। কংগ্ৰেছত গান্ধীৰ নেতৃত্ব সম্পৰ্কে বৃটিছ বুৰঞ্জীবিদে উল্লেখ কৰিছে এনেদৰে, গান্ধীয়ে,

> এটা উমৈহতীয়া লক্ষ্য আগত ৰাখি কৃষক আৰু নগৰবাসীক, পূৱ আৰু পশ্চিমৰ মানুহক, গোড়া আৰু প্ৰগতিশীল আদি সকলোকে লগ লগাব পাৰিছিল। ভাৰতীয় জাতীয়তাবাদৰ, তেওঁ দুটা মহৎ লক্ষ্যণীয় বিশিষ্টতা সংযোগ কৰিলে; আন্দোলনক সমগ্ৰ দেশলৈ বিয়পালে আৰু ইয়াক অহিংস কৰি ৰাখিলে।[৮৬]

গান্ধীজী এতিয়া কংগ্ৰেছৰ নেতাৰূপে গৃহীত হ'ল। ১৯২০ চনত কলিকতাত অনুষ্ঠিত কংগ্ৰেছৰ এখন বিশেষ অধিবেশনত গান্ধীয়ে "অহিংস আৰু অসহযোগিতা' এই প্ৰস্তাৱেৰে আন্দোলনৰ নতুন কৌশল ৰচনা কৰে। এই কৌশল ভাৰতৰ অগণন মানুহে সানন্দে গ্ৰহণ কৰে আৰু ই গণ-আন্দোলনলৈ পৰিবৰ্তিত হয়। ইমান দিনে কংগ্ৰেছে সৃষ্টি কৰা জাতীয় ৰাজনৈতিক চেতনা মধ্যশ্ৰেণীৰ মাজত সীমাবদ্ধ হৈ আছিল, গান্ধী নেতৃত্বলৈ অহাৰ পাছত আৰু 'অসহযোগ'ৰ সিদ্ধান্ত গ্ৰহণৰ পাছত স্বাধীনতা আন্দোলন জনসাধাৰণৰ মাজলৈ বিয়পি গ'ল।[৮৭]

উনবিংশ শতিকাৰ পৰা এনেকৈয়ে ভাৰতবৰ্ষত এটা নতুন জাতীয়তাৰ চেতনা গঢ় লৈ উঠিল। ই এহাতে সাংস্কৃতিক চৰিত্ৰ আৰু আনহাতে সৰ্বভাৰতীয় ৰাজনৈতিক লক্ষ্য লৈ আগবাঢ়ি আহিল। ভাৰতবৰ্ষৰ বিভিন্ন প্ৰদেশত এই নব্য-জাতীয় চেতনাৰ প্ৰভাৱ পৰিবলৈ ধৰিলে। উনবিংশ শতিকাৰ অসমেও ভাৰতৰ এই নতুন মানচিত্ৰত নিজৰ স্থান উলিয়াই ল'লে। অসমত গঢ় লৈ উঠা জাতীয়তাৰ চেতনা প্ৰথম অৱস্থাত ভাষাৰ ভিত্তিত গঢ় লৈ উঠা সাংস্কৃতিক জাতীয় চেতনা স্বৰূপেই চিহ্নিত হ'বৰ যোগ্য। বিংশ শতিকাৰ প্ৰথম ভাগতে ই সৰ্বভাৰতীয় ৰাজনৈতিক জাতীয় চেতনাৰ পৃষ্ঠভূমি এটি লাভ কৰিবলৈ সমৰ্থ হয়। সেইবাবে ভাৰতীয় জাতীয়তাবাদৰ উন্মেষৰ এই পৃষ্ঠভূমিৰ লগত অসমীয়া জাতীয়তাবাদী চেতনা আৰু অম্বিকাগিৰীৰ ব্যক্তিত্ব আৰু কৰ্মও স্বাভাৱিকভাৱে সংযুক্ত।

---

৮৬. পাৰ্চিভেল স্পিয়েৰ, পূৰ্বোল্লিখিত, পৃঃ ৩৪০.

৮৭. আৰ. চি. মজুমদাৰ এণ্ড পি. এন. চোপ্ৰা, পূৰ্বোল্লিখিত, পৃঃ ২৫৯-৬০.

## প্ৰথম অধ্যায়

# ১.০০ অসমীয়া সাহিত্যত জাতীয়তাবাদৰ উন্মেষ আৰু বিকাশ

## ১.০১ উনবিংশ শতিকাত অসমত জাতীয় চেতনাৰ উন্মেষৰ কাৰণ আৰু স্বৰূপ

প্ৰাক্-বৃটিছ অসম ৰাজনৈতিকভাৱে ভাৰতবৰ্ষৰ অংগীভূত নাছিল। ভাৰতবৰ্ষত বৃটিছ প্ৰশাসন প্ৰতিষ্ঠাৰ-দিন পৰ্যন্ত সাংস্কৃতিক আৰু ভৌগোলিক ঐক্য বিৰাজ কৰিলেও, ৰাজনৈতিক ঐক্য নাছিল।[১] প্ৰথম পক্ষৰ সম্মতি আৰু উপস্থিতি নোহোৱাকৈয়ে দ্বিতীয়-তৃতীয় পক্ষৰ মাজত ১৮২৬ চনত য়াণ্ডাবুত স্বাক্ষৰিত চুক্তিয়ে অসমৰ স্বাধীন ৰাজনৈতিক[২] সত্তাৰ বিলোপ ঘটাই আৰু অসমক বৃটিছ ভাৰতৰ অংগীভূত কৰে। এই চুক্তিখনে অসমৰ অৱক্ষয়ী ডা-ডাঙৰীয়া সকলৰ মাজত মিশ্ৰিত প্ৰতিক্ৰিয়াৰ সৃষ্টি কৰিলে। জীৱনৰ পৰৱৰ্তী সময়ত বৃটিছৰ প্ৰবল শত্ৰুলৈ পৰিণত হোৱা মণিৰাম দেৱানে (১৮০৬-১৮৫৮) বৃটিছক আদৰণি জনালে। বৃটিছ প্ৰশাসনে শাসনভাৰ গ্ৰহণ কৰিয়ে 'পাইক প্ৰথা' বিলোপ সাধন কৰাত ডা-ডাঙৰীয়াসকল ক্ষুণ্ণ হ'ল আৰু স্থিতাৱস্থা ৰক্ষাৰ বাবে গোপন ষড়যন্ত্ৰত লিপ্ত হ'ল।[৩]

ডা-ডাঙৰীয়া, সম্ভ্ৰান্ত পৰিয়ালৰ লোক জড়িত এই বিদ্ৰোহে আহোম কোঁৱৰ গমধৰ কোঁৱৰক সিংহাসনত বহুৱাবলৈ প্ৰচেষ্টা কৰিছিল।[৪] ইয়াৰ পাছতো গদাধৰ সিংহই সিহাসন অধিকাৰ কৰাৰ (১৮২৯) চেষ্টা কৰে। আৰু ৰূপ চান্দ কোঁৱৰ নামৰ এজনকো সিংহাসনত বহুৱাৰ প্ৰচেষ্টা কৰা হয়। এই বিদ্ৰোহত জড়িত পিয়লি বৰ ফুকন জীউৰাম দুলীয়া বৰুৱা আদিৰ ফাঁচী হয়।[৫] উল্লিখিত সকলোবোৰ বিদ্ৰোহ বৃটিছে সহজে দমন কৰিছিল। এই ক্ষেত্ৰত বৃটিছসকলৰ বাবে এটি বিশেষ সুবিধা হৈছিল এয়ে যে এই বিদ্ৰোহবোৰত সাধাৰণ প্ৰজাৰ সহযোগিতা লোৱা হোৱা নাছিল। মোৱামৰীয়া বিদ্ৰোহ আৰু মানৰ উপদ্ৰৱে ইতিমধ্যে তেওঁলোকক জুলুকি-জুলুকিকৈ শিকাইছিল। গতিকে সাধাৰণ প্ৰজা স্বাভাৱিকতে এই বিদ্ৰোহৰ পৰা নিৰাপদ দূৰত্বত অৱস্থান

---

১.. পূৰ্ববৰ্তী, ০.০৩.

২ এইচ্. কে. বৰপূজাৰী, পলিটিকেল হিষ্টৰী অব্ আছাম, (সম্পা.) খণ্ড-১. পৃঃ ৭; আছাম ইন্ দি দে'জ অব্ কম্পেনী, পৃঃ ১৩-১৭. এ. গুহ, প্লেন্টাৰ ৰাজ টু স্বৰাজ, পৃঃ ১.

৩ দ্ৰ. এইচ্. কে. বৰপূজাৰী (সম্পা.) উল্লিখিত, পৃঃ ১০ লক্ষ্মী দেৱী, বৃটিছ-অসমত ৰাজনৈতিক চিন্তা-চৰ্চা আৰু ৰাজনৈতিক অনুষ্ঠানৰ অভ্যুত্থান, অসম সাহিত্য সভাৰ অধিবেশন (১৯৭৮) বুৰঞ্জী সন্মিলনত প্ৰদত্ত ভাষণ, পৃঃ ২.

৪. লক্ষ্মী দেৱী,. উল্লিখিত, পৃঃ ২-৪.

৫. এইচ্. কে. বৰপূজাৰী, (সম্পা.), উল্লিখিত, পৃঃ ১৯-২০.

এ. গুহ, উল্লিখিত, পৃঃ ৩.

কৰিছিল।[৬] মণিৰামে জনোৱা আদৰণিৰ মাজত সাধাৰণ মানুহৰ মনোভাৱো প্ৰতিফলিত হৈছিল বুলি ভবাৰ থল আছিল। এইদৰে সঘন সম্ভ্ৰান্ত বিদ্ৰোহৰ পটভূমিত ডেভিদ্ স্কটে আহোম ৰাজবংশৰ এজনক অসমৰ সাধাৰণ প্ৰশাসন চলোৱাৰ দায়িত্ব দিবলৈ বংগৰ গৱৰ্ণৰ জেনেৰেললৈ পৰামৰ্শ পঠালে। ১৮৩৩ চনত পুৰন্দৰ সিংহক মাহে পঞ্চাশ্ হাজাৰ কৰ শোধোৱাৰ চুক্তিৰে এই দায়িত্ব অৰ্পণ কৰা হ'ল।[৭]

অসমত ইতিমধ্যে চাহ আৱিষ্কাৰ হোৱাত [৮] কোম্পানীয়ে পূৰ্বৰ স্থিতি সলনি কৰিলে। চাহ আৱিষ্কাৰৰ লগে লগে বৃটিছ মূলধন বিনিয়োগৰ পোনপটীয়া ক্ষেত্ৰ প্ৰস্তুত হ'ল। ফলস্বৰূপে বংগৰ গৱৰ্ণৰ জেনেৰেলৰ এজেণ্ট জেনকিন্স অসমলৈ আহিল আৰু স্ব-জমিন অনুসন্ধানেৰে কোম্পানীৰ স্বাৰ্থ সংৰক্ষণ কৰিবলৈ পুৰন্দৰ সিংহৰ প্ৰশাসনিক অনুপযুক্ততা সদৰি কৰে আৰু তেওঁৰ হাতত শাসন ভাৰ এৰি দিয়া উচিত নহ'ব বুলি মত প্ৰকাশ কৰে।[৯] মাহিলি এহেজাৰ টকীয়া পেঞ্চনেৰে ১৮৩৮ চনত কৰ শোধাব নোৱৰা অজুহাতত এই ব্যৱস্থাৰ যতি পেলায় কোম্পানীৰ এনে কাৰ্যই অসমীয়া সম্ভ্ৰান্ত সম্প্ৰদায়ক প্ৰচণ্ড আঘাত দিলে আৰু পুৰন্দৰ সিংহৰ মুখ্য উপদেষ্টা মণিৰাম দেৱান গৱৰ্ণৰ জেনেৰেলক এই কাৰ্যৰ বিৰুদ্ধে আপত্তি জনাবলৈ কলিকতা পালেগৈ।[১০]

ৰাজনৈতিক আঘাতটো চম্ভালি লোৱাৰ আগতেই দ্বিতীয় আৰু সাংস্কৃতিক আঘাতটো আহিল ১৮৩৬ চনত। অসমৰ বিদ্যালয় আৰু আদালতৰ পৰা অসমীয়া ভাষাক বিতাড়ন কৰি বঙলা ভাষাক স্থান দিয়া হ'ল।[১১] ১৮৩১ চনত বঙ্গদেশত ফাৰ্চী জনা কৰ্মচাৰী নোপোৱাৰ অজুহাতত ফাৰ্চী ভাষাৰ পৰিৱৰ্তে বঙলা ভাষাৰ প্ৰবৰ্তন হ'ল। ১৮৩৭ চনৰ আইন আৰু দণ্ডবিধি আইনৰ ৩৩৭ ধাৰাৰ নিৰ্দেশ অনুসৰি দেৱানী, ৰাজহ আদিৰ ক্ষেত্ৰত যি কোনো প্ৰদেশত সংশ্লিষ্ট প্ৰদেশৰ ভাষাৰ ব্যৱহাৰ কৰিব লাগিছিল। কিন্তু এই ক্ষেত্ৰত অসম ব্যতিক্ৰম হৈ ৰ'ল।[১২] অসমৰ আৰ্থ-সামাজিক-ৰাজনৈতিক দিগ্‌দৰ্শনত এই ঘটনাৰ প্ৰভাৱ অপৰিসীম। এই ঘটনাৰ সংক্ৰান্তত মতদ্বৈধতা বৰ্তমান, (ক) কোনো কোনোৰ মতে ই বঙলাভাষী কৰ্মচাৰীসকলৰ কৰ্ম [১৩] (খ) আন সকলৰ মতে মূলতঃ বৃটিছে 'নেটিভ'সকলৰ ক্ষেত্ৰত প্ৰয়োগ কৰা বিভাজনবাদী[১৪] নীতিৰহে ফল। কিন্তু ই আছিল বৃটিছসকলৰ প্ৰশাসনিক সুবিধাৰ প্ৰয়োজনত সৃষ্ট প্ৰশাসনীয়

---

৬. লক্ষ্মী দেৱী উল্লিখিত, পৃঃ ৪.
৭. দ্ৰ. লক্ষ্মী দেৱী, পূৰ্বোল্লিখিত, পৃঃ ৫; এইচ্. কে. বৰপূজাৰী (সম্পা.) পূৰ্বোল্লিখিত, পৃঃ ২৭-২৮, ৩২.
৮. দ্ৰ. বেণুধৰ শৰ্মা, মণিৰাম দেৱান, পৃঃ ৮২, ৮৭-১০৮.
৯. উল্লিখিত, পৃঃ ৭৬-৭৯;
১০. লক্ষ্মী দেৱী, পূৰ্বোল্লিখিত, পৃঃ ৫-৬; এইচ্. কে. বৰপূজাৰী, পূৰ্বোল্লিখিত, পৃঃ ৩৫-৩৬, পূৰ্বোল্লিখিত, পৃঃ ১১৩-১৪১, বেণুধৰ শৰ্মা, উল্লিখিত, পৃঃ ৭৮-৮৪, পৃঃ ৮৫-৮৯.
১১. ডিম্বেশ্বৰ নেওগ, নতুন পোহৰত অসমীয়া সাহিত্যৰ বুৰঞ্জী, পৃঃ ২৭৭, মহেশ্বৰ নেওগ, অসমীয়া সাহিত্যৰ ৰূপৰেখা, পৃঃ ২৩৩; 'ভূমিকা', অৰুনোদই, পৃঃ ৮৬; সত্যেন্দ্ৰ নাথ শৰ্মা, অসমীয়া সাহিত্যৰ ইতিবৃত্ত, পৃঃ ২০৬.
১২. ডিম্বেশ্বৰ নেওগ, উল্লিখিত, পৃঃ ২৭৭.
১৩. হেমচন্দ্ৰ গোস্বামী, 'অসমীয়া ভাষা', পণ্ডিত হেমচন্দ্ৰ গোস্বামী ৰচনাৱলী, পৃঃ ১২৬-১৩০, সম্পা. বেণুধৰ শৰ্মা.
১৪. প্ৰসেনজিৎ চৌধুৰী, 'উনবিংশ শতিকাৰ ভাষিক দুৰ্যোগ আৰু ইতিহাস', বাস্তৱ নে বিভ্ৰম, পৃঃ ৩-১৪.

নীতি-নির্দেশনা।[১৫] ভাষা বিতাৰণৰ অজুহাতটো আছিল, অসমীয়া ভাষা বঙলা ভাষাৰ এটি উপভাষা বা চহাৰূপ।[১৬] দৰাচলতে বৃটিছ বিষয়াসকলৰ এই মনোভাৱ কেৱল অসমীয়া ভাষাৰ ক্ষেত্রতে নহয়। ভাৰতীয় শিক্ষা ব্যৱস্থাত কি মাধ্যম ব্যৱহাৰ কৰা হ'ব, সেই সংক্রান্তত যি বিতর্ক হৈছিল, সেই বিতর্কত অনেক ক্ষমতাশালী বৃটিছ বা বিষয়াই এনে মতেই পোষণ কৰিছিল। এই সম্পর্কত মেক্‌লেৰ মন্তব্য প্রণিধানযোগ্য।[১৭]

১৮৫৪ চনত চার্লছ্ উডৰ শিক্ষা সম্পর্কীয় নীতি-নির্দেশিকাৰ[১৮] পাছতো অসমৰ পঢ়াশলিত অসমীয়া ভাষা প্রৱর্তিত নহ'ল। অসমীয়া ভাষা বিতাৰণৰ প্রসঙ্গত অসমীয়া ডা-ডাঙৰীয়াসকলৰ ভূমিকাও প্রশংসাযোগ্য নহয়। কিয়নো—

> এনে ঘোৰ অন্যায়ৰ বিৰুদ্ধেও কোনো অসমীয়াই আঙুলি এটা টোঁওৱা দেখিবলৈ পোৱা নগ'ল।[১৯]

অর্থাৎ অসমৰ জাতীয় জীৱনত এটি বুজন পৰিমাণৰ দুর্বলতা আহি পৰিছিল। হীৰেন গোহাঁয়ে, অসমীয়া মধ্যবিত্তৰ দুর্বলতাৰ সুযোগ বৃটিছে গ্রহণ কৰা বুলিহে আঙুলিয়াইছে।[২০]

ডা-ডাঙৰীয়াৰ নেতৃত্বত হোৱা ৰাজনৈতিক বিদ্রোহৰ ব্যর্থতাই, স্বাভাৱিকতে জাতীয় জীৱনত এক সংকটৰ সৃষ্টি কৰিছিল। নকৈ গঢ়ি উঠিব ধৰা মধ্য বিত্তৰ চৰিত্রৰ মাজেদি দৰাচলতে এই সংকটটোৱেই বহির্প্রকাশ লাভ কৰিছে। এই যুগটোৰ বিষয়ে ডিম্বেশ্বৰ নেওগে লেখিছে,

> এই যুগৰ পাতনিত অসমীয়া জাতি মৰিশালিৰ পৰা অহা মানুহৰ দৰে আনন্দবিহীন আৰু উৎসাহশূণ্য। মান ৰজাই কেতিয়াও অসম নিয়মিতভাৱে অধিকাৰ কৰা নাছিল; অথচ যেতিয়া য়াণ্ডাবু সন্ধিমতে ইংৰাজে অসম অধিকাৰ কৰি বহিল, অসমীয়াই তাক দেখিও নেদেখিলে ঃ তাৰ বিৰুদ্ধে মাত এষাৰ মতা যে দূৰৰ কথাই! মাতৃভাষাৰ বিষয়েও একেটি সাধুৱেই; ইংৰাজ শাসনৰ বিৰুদ্ধে অকলশৰীয়াকৈ হ'লেও গুর্জৰি-গুমৰি থকা মণিৰাম দেৱানৰ (১৮০৬-১৮৫৮) দৰে, বঙলা ভাষাৰ শাসনৰ বিৰুদ্ধে পাদ্রীসকলৰ লগত পোনতে যোগ দিওঁতা একমাত্র অসমীয়া আনন্দৰাম ঢেঁকিয়াল ফুকন (১৮২৯-১৮৫৮)।[২১]

নেওগ ডাঙৰীয়াৰ মতে এক জাতীয় 'আত্ম বিশ্বাসহীনতা'[২২] ইয়াৰ মূল কাৰণ। এই জাতীয় আত্মবিশ্বাসহীনতা দূৰ কৰিবলৈ প্রায় অর্ধশতিকা কাল বাট চাব লগা হ'ল। এনে আত্মবিশ্বাসহীনতা আৰু হীনমন্য মানসিকতাৰ বহির্প্রকাশ হলিৰাম ঢেকিয়াল ফুকনৰ বঙলা

---

১৫. এফ. এছ. ডাউনছ্, 'মিছনেৰীসকল আৰু অসমৰ ভাষা বিতর্ক', অসম সাহিত্য সভা পত্রিকা, চত্বাৰিংশৎ বছৰ, ২য়/৩য় সংখ্যা, অনু. ইমৰাণ শ্বাহ, পৃঃ ৪০.

১৬. উল্লিখিত, পৃঃ ৪০-৫৭.

১৭. চৈয়দ নুৰুল্লা আৰু জে. পি. নায়ক, এ ষ্টুডেন্টছ্ হিষ্টৰী অব্ এডুকেশ্যন ইন ইণ্ডিয়া, পৃঃ ৬১.

১৮. উল্লিখিত, পৃঃ ১১৭.

১৯. প্র. ডিম্বেশ্বৰ নেওগ, পূর্বোল্লিখিত, পৃঃ ২৭৭.

২০. হীৰেন গোঁহাই, 'অসমৰ মধ্যবিত্ত সমাজৰ ইতিহাস', সাহিত্য আৰু চেতনা, পৃঃ ৩৫.

২১. প্র. ডিম্বেশ্বৰ নেওগ, পূর্বোল্লিখিত, পৃঃ ২৭৮.

২২. উল্লিখিত, পৃঃ ২৭৮.

ভাষাত লেখা 'আসাম বুৰঞ্জি'। এনেবোৰ কাৰ্য্য নকৈ পত্তন হ'ব খোজা মধ্যবিত্ত শ্ৰেণীৰ 'উন্নাসিকতা' বুলি কোনোৱে আঙুলিয়াইছে।[২৩] এই মানসিকতা ১৮৭৩ চন, আনকি তাৰ পৰৱৰ্তী কাললৈকো ক্ৰিয়াশীল হৈ থাকিল।[২৪]

১৮৩৬ চনত অসমীয়া ভাষা বিতাৰণৰ লগে লগে অসমৰ জাতীয় জীৱনত অন্য এটি উল্লেখযোগ্য ঘটনা হ'ল আমেৰিকান বেপ্তিষ্ট মিছন ছচাইটিৰ সভ্যসকলৰ অসম প্ৰৱেশ।[২৫] অসমৰ জাতীয় জীৱনলৈ এই মিছনেৰীসকলৰ অৱদান হ'ল ভাষিক পুনৰ্বাসন আৰু ভাষা আৰু সংস্কৃতিক কেন্দ্ৰ কৰি গঢ়ি উঠা নব্য-জাতীয় চেতনা দান। মিছনেৰীসকলৰ অৱদান সম্পৰ্কে থোৰতে মহেশ্বৰ নেওগে লেখিছে,

> অসমৰ জাতীয় জীৱনত বেপ্তিষ্টসকলৰ ভূমিকা হ'ল মৃত-সঞ্জীৱনী-দানৰ, অসমীয়া ভাষাৰ ত্ৰাণ আৰু নিৰ্মাণৰ জীৱনদায়ী ভূমিকা।[২৬]

সেইবাবে ইয়াক কোৱা হৈছে, নব্য-জাতীয় চেতনা দান। কিয়নো সমকালীন অসমৰ জাতীয় জীৱন আৰু জাতীয় চৰিত্ৰৰ বিষয়ে গুণাভিৰাম বৰুৱাৰ মন্তব্য স্মৰ্তব্য। তেওঁ কৈছে যে ঢেকিয়াল ফুকনৰ বাহিৰে, বিদেশীসকলৰ কথা বাদেই দেশীয়সকলৰো মাতৃভাষাৰ প্ৰতি কোনো প্ৰকাৰৰ সচেতনতা আৰু দায়বদ্ধতা নাছিল। পাদ্ৰীসকলৰ লগত ফুকনৰ সহযোগিতাইহে এনে সচেতনতা বৃদ্ধিত সহায় কৰিছিল।[২৭]

১৮৫৩ চনত এ. জে. মফট মিলছ্ অসমৰ প্ৰশাসনিক ব্যৱস্থাৰ পৰ্যবেক্ষণ কৰিবলৈ আহিল। ঢেকিয়াল ফুকনে এখন স্মাৰক পত্ৰৰ যোগে অসমৰ বিভিন্ন সমস্যাৱলী সম্পৰ্কত আৰু অসমীয়া ভাষা প্ৰয়োগৰ সমৰ্থনত পৰামৰ্শ আৰু যুক্তি দাঙি ধৰিলে।[২৮] ১৮৫৪ চনত মিলছ চাহাবে তেওঁৰ মন্তব্য সহ প্ৰতিবেদন দিলে আৰু অসমীয়া ভাষাৰ সপক্ষে মত দিলে।[২৯] ইতিমধ্যে ভাৰতীয় শিক্ষা ব্যৱস্থাৰ মেগ্নাকাৰ্টা ৰূপে অভিহিত ছাৰ চাৰ্লছ উডৰ শিক্ষা সম্পৰ্কীয় নিৰ্দেশিকাত (১৮৫৪) মাতৃ ভাষাক[৩০] শিক্ষাৰ মাধ্যম কৰিবলৈ পৰামৰ্শ দিলে যদিও অসম এই ক্ষেত্ৰত পুনৰ্বাৰ বঞ্চিত হ'ল।

স্বাভাৱিকভাৱেই অসমীয়া সমাজ-জীৱনত এই ঘটনাটোৱে সুদূৰপ্ৰসাৰী প্ৰতিক্ৰিয়াৰ সৃষ্টি কৰিলে আৰু অসমীয়া জাতীয়তাবাদক বিস্তৃত আয়তন দান কৰিলে। আধুনিক, এই জাতীয়তাবাদৰ পূৰোধা ব্যক্তি ঢেকিয়াল ফুকনৰ 'ইংলণ্ডৰ বিৱৰন'তে অসমীয়া জাতীয়তাবাদৰ বীজ সঞ্চিত হৈ আছিল। ঢেকিয়াল ফুকনে 'ইংলণ্ডৰ বিৱৰন'ৰ যোগেদি যি আহ্বান জনালে

---

২৩. হীৰেন গোহাঁই, পূৰ্বোল্লিখিত, পৃঃ ২৮.

২৪. অম্বিকাগিৰী ৰায়চৌধুৰী, 'জয়দ্ৰথ-বধ ৰচনাৰ ইতিবৃত্ত' মোৰ জীৱন ধুমুহাৰ এছাটি; অম্বিকাগিৰী ৰায়চৌধুৰী ৰচনাৱলী, পৃঃ ৩-৫, পৃঃ ৬৬৩-৬৫. সম্পা., সত্যেন্দ্ৰ নাথ শৰ্মা.

২৫. দ্ৰ. মহেশ্বৰ নেওগ, 'ভূমিকা', পূৰ্বোল্লিখিত, পৃঃ ৭৮.
ডিম্বেশ্বৰ নেওগ, পূৰ্বোল্লিখিত, পৃঃ ২৮০. এফ. এছ্. ডাউনছ্, মাইটি বৰ্কছ অব্ গড্, পৃঃ ১৮.

২৬. দ্ৰ. মহেশ্বৰ নেওগ, 'ভূমিকা' পূৰ্বোল্লিখিত, পৃঃ ৮৬.

২৭. দ্ৰ. গুণাভিৰাম বৰুৱা, আনন্দৰাম ঢেকিয়াল ফুকনৰ জীৱন চৰিত্ৰ, পৃঃ ১২৭.

২৮. দ্ৰ. মহেশ্বৰ নেওগ, আনন্দৰাম ঢেকিয়াল ফুকন : প্ৰিয়াৰ আত্মা এণ্ড আত্মনিজ, পৃঃ ১১৮-১১৯.

২৯. দ্ৰ. মহেশ্বৰ নেওগ, 'ভূমিকা', পূৰ্বোল্লিখিত, পৃঃ ৮৭.

৩০. দ্ৰ. চৈয়দ নুৰুল্লা আৰু জে. পি. নায়ক, পূৰ্বোল্লিখিত, পৃঃ ১১০.

সেই আহ্বান অসমৰ মধ্যবিত্ত বুদ্ধিজীৱীৰ বাবে "নৱজাগৰণৰ বাণী" ৰূপে গৃহীত হৈ আহিছে।[৩১] দ্বিতীয় মহাযুদ্ধ পৰ্যন্ত এই বাণী বিভিন্ন দিশেদি ক্ৰিয়াশীল হৈ থাকিল, যদিওবা ১৮৭৩ চনতে অসমীয়া ভাষা স্ব-স্থানত স্থাপিত হৈছিল।[৩২] কিন্তু ভাষা প্ৰতিষ্ঠাৰ এই সংগ্ৰামত 'অৰুনোদই' সৰ্বাগ্ৰগণি। কিয়নো অৰুনোদয়ে অসমৰ সেই সময়ৰ শিক্ষিতসকলক আন্তৰ্জাতিক চেতনা দানৰ উপৰিও পৰৱৰ্তী কালৰ "ভাষাই জাতীয় উন্নতিৰ সিংহ দুৱাৰ"[৩৩] জাতীয় প্ৰবাদ বাক্যৰ সৃষ্টি হোৱাৰ ভাষিক অনুৰাগ আৰু মানসিকতা সৃষ্টিৰ পটভূমি তৈয়াৰ কৰাত অৰিহণা যোগালে।[৩৪]

বঙলা ভাষা আৰু অসমীয়া ভাষাৰ এই সংঘাতে যদিও অসমীয়া জাতীয়তাবাদক কেতিয়াবা কেতিয়াবা নেতিবাচক অৱস্থালৈ লৈ গৈছে, তাৰ বাবে সততে অসমীয়া জাতীয়তাবাদৰ যুক্তিযুক্ততাকো অনেকে অস্বীকাৰ কৰি বঙলী জাতীয়তাবাদৰ নেতিবাচক দিশটোক একেবাৰে উলাই কৰিব খোজাও দেখা গৈছে। উদাহৰণ স্বৰূপে, ১৮৬৩ চনত অসমত কাম কৰা অসামৰিক বিষয়াসকলক অসমীয়া ভাষাত যোগ্যতা অৰ্জন কৰিব লগা পৰীক্ষা দিয়াৰ ব্যৱস্থা কৰে। কিন্তু "চৰকাৰৰ পৃষ্ঠপোষকতাত.ইতিমধ্যে বাঢ়ি অহা স্বাৰ্থজড়িত মহল প্ৰবল হৈ পৰিল আৰু যি উপায়েৰে নহওক এই ব্যৱস্থাৰো ওৰ পেলাবলৈ চেষ্টা কৰিলে।" এই কাৰ্যৰ পুনৰ ১৮৭২ চনত ব্ৰন্সনৰ নেতৃত্বত প্ৰতিবাদ কৰিব লগা হ'ল। ১৩৪ জন শিক্ষিত অসমীয়াই চহী কৰা এখন স্মাৰক পত্ৰত বৃটিছ বিষয়াৰ উভয় ভাষাৰ অজ্ঞতা আৰু তাৰ ফলত বঙলাভাষী বিষয়াৰ ওপৰত নিৰ্ভৰশীলতাৰ কথা স্পষ্টকৈ কোৱা হৈছে। তদুপৰি ভাষাৰ প্ৰতি থকা স্বাভাৱিক টানৰ বাবে "তেওঁলোকৰ ভাষা চলোৱাত" থকা আগ্ৰহৰ কথা উনুকিওৱা হৈছে।[৩৫]

পাশ্চাত্য ইংৰাজী শিক্ষাৰে শিক্ষিত মধ্য-বিত্ত শ্ৰেণীৰ উদ্ভৱ অসমত পলমকৈ হৈছিল। ফলস্বৰূপে বৃটিছৰ প্ৰশাসনিক প্ৰয়োজনত বঙ্গদেশৰ পৰা যথেষ্ট পৰিমাণে আমোলা-কৰ্মচাৰী আনিব লগা হৈছিল। তদুপৰি ডা-ডাঙৰীয়াসকলৰ নেতৃত্বত হোৱা ভালেকেইটা বিদ্ৰোহজনিত কাৰণত অসমীয়া মানুহক বৃটিছ প্ৰশাসনে বিশ্বস্ত ৰূপে বিবেচনা কৰা নাছিল। সেয়েহে, বঙ্গ দেশৰ বিষয়া, কৰ্মচাৰীৰ ওপৰত বৃটিছ প্ৰশাসনৰ নিৰ্ভৰশীলতাই ওপৰ-গধুৰ ৰূপ লৈছিল। আনহাতেদি ১৮৭৪ চন মানলৈকে অসমীয়া মজলীয়া শ্ৰেণীটো দুৰ্বল, সংখ্যাত সীমিত আৰু অসংগঠিত আছিল।[৩৬] সেই সময়ত অসমলৈ হোৱা জন-প্ৰব্ৰজনৰ এটি পৰিসংখ্যা দিলেই বিষয়টো স্পষ্ট হ'ব।

১৮৭২ চনত অসমৰ মুঠ জনসংখ্যা ১৫ লাখৰ ভিতৰত ১ লাখ, ১৯০১ চনত মুঠ জনসংখ্যা ২২ লাখৰ ভিতৰত প্ৰায় পাঁচ-ছয় লাখ প্ৰব্ৰজিত লোক। দেখা গ'ল মুঠ জনসংখ্যাৰ

---

৩১. দ্ৰ. বীৰেন্দ্ৰ কুমাৰ ভট্টাচাৰ্য, ডেকশ বছৰৰ অসমীয়া সংস্কৃতিত এভুমুকি, পৃঃ ১৫.

৩২. মহেশ্বৰ নেওগ, 'ভূমিকা', পূৰ্বোল্লিখিত, পৃঃ ৯৩.

৩৩. দ্ৰ. [illegible] কুমাৰ ভট্টাচাৰ্য, উল্লিখিত, পৃঃ ৪৫-৫২.

৩৪. দ্ৰ. মহেশ্বৰ নেওগ, 'ভূমিকা', পূৰ্বোল্লিখিত, পৃঃ ৮৬-১৫৯.

৩৫. দ্ৰ. হেৰম্বকান্ত বৰপূজাৰী, আমেৰিকান মিছনেৰীসকল আৰু উনবিংশ শতিকাৰ অসম, পৃঃ ৩৯-৪০.

৩৬. বিৰিঞ্চি কুমাৰ বৰুৱা, হিষ্টৰী অৱ্ আছামিজ লিটাৰেচাৰ, পৃঃ ১০৩-০৪.
এ. গুহ, পূৰ্বোল্লিখিত, পৃঃ ২৬.

এক চতুৰ্থাংশ লোক অ-খিলঞ্জীয়া।[৩৭] চৰকাৰী কাৰ্যালয়সমূহৰ সৰহভাগতে বংগদেশৰ পৰা অহা কৰ্মচাৰীৰ একচেতিয়া আধিপত্য আছিল আৰু এই আধিপত্যৰ বিৰুদ্ধে নকৈ গঢ়ি উঠা অসমীয়া মধ্যবিত্তৰ অসন্তুষ্টি প্ৰকাশিত হৈছিল।[৩৮] আনহাতেদি মণিৰাম দেৱানৰ আৰ্জিতো বহিৰাগতক সুবিধা দিয়াৰ বিষয়ে অসন্তুষ্টি প্ৰকাশ কৰিছিল।[৩৯]

গমধৰ কোঁৱৰৰ নেতৃত্বত গঢ়ি উঠা সম্ভ্ৰান্ত শ্ৰেণীৰ বিদ্ৰোহতে আৰম্ভ হোৱা ৰাজনৈতিক প্ৰতিবাদ ব্যৰ্থ হোৱাত এই শ্ৰেণীটো ক্ৰমে সাংস্কৃতিক স্বকীয়তা ৰক্ষাৰ প্ৰতি সচেতন হ'ল আৰু মিছনেৰীসকলৰ নেতৃত্বত আৰম্ভ হোৱা ভাষিক আত্মপ্ৰতিষ্ঠাৰ প্ৰতি সহানুভূতিশীল মনোভাৱ প্ৰকাশিত হ'বলৈ ধৰে। এই পথেদিয়েই হেৰোৱা অধিকাৰ পাবৰ প্ৰয়াস পৰিলক্ষিত হয়। মণিৰাম দেৱানে আৰু "অসমৰ সকলো গণ্যমান্য লোকে" আনন্দৰাম ঢেকিয়াল ফুকনক "অসমীয়া ল'ৰাৰ মিত্ৰ" ছপাবলৈ আৰ্থিক সাহায্য দিছিল। তদুপৰি দেৱানে "অৰুনোদই" "কাকত চলাব"লৈ দান দিয়াটো মন কৰিবলগীয়া বিষয়।[৪০] ১৮৭৩ চনত অসমীয়া ভাষাৰ আত্ম প্ৰতিষ্ঠাৰ প্ৰায় দুকুৰি বছৰীয়া সংগ্ৰামৰ অন্ত হ'ল, কিন্তু এই ঘটনাই অসমৰ আৰ্থ-সামাজিক জীৱনত এক সুদূৰ-প্ৰসাৰী প্ৰভাৱ পেলালে। পৰৱৰ্তী সময়ৰ আৰ্থ-ৰাজনৈতিক আৰু সাংস্কৃতিক চিন্তাৰ সৰ্ব দিশত এই ঘটনাই বিস্তৃত আয়তন দান কৰিলে। কিয়নো, ইতিমধ্যে দুৰ্বল হ'লেও মধ্যবিত্ত শ্ৰেণীটো উদ্ভৱৰ পথ প্ৰশস্ত হৈছিল আৰু স্বাভাৱিকভাৱেই এই মধ্য শ্ৰেণীটো স্বাধীনভাৱেগঢ়ি উঠা নাছিল বাবেই সম্ভ্ৰান্ত শ্ৰেণীটোৰ লগত সহযোগিতামূলক মনোভাৱ গ্ৰহণ কৰিছিল। অসমৰ সম্ভ্ৰান্ত শ্ৰেণীটোৰ লগতে সহযোগী মধ্যবিত্তৰ প্ৰথম ৰাজনৈতিক জয় হৈছে ভাষিক সংগ্ৰামত।[৪১] পূৰ্ব অভিজ্ঞতাজনিত কাৰণত অসমৰ মধ্য শ্ৰেণীটোৱে বৃটিছ চৰকাৰৰ লগত এক সহযোগী মনোভাৱ গ্ৰহণ কৰে আৰু মাতৃভাষাৰ উন্নতিৰ মাজেদিয়েই জাতিক সেৱা কৰাৰ মানসিকতা সৃষ্টি হয়। এনে মানসিকতা অৰ্থাৎ সহযোগী চৰিত্ৰ ১৯০২ চন পৰ্যন্ত কংগ্ৰেছতো দেখা গৈছিল। আনহাতে দি মধ্য শ্ৰেণীৰ পত্তনৰ লগে লগে বংগদেশতো দেখা গৈছিল।[৪২] উল্লিখিত মানসিকতাৰে উল্লিখিত পটভূমিত ১৮৮৮ চনত আগষ্ট মাহত কলিকতাত জন্ম হ'ল অ.ভা.উ.সা. সভা।[৪৩] কিন্তু এই সভাৰ ভ্ৰাণ লুকাই আছিল ১৮৭২ চনত কলিকতাতে প্ৰতিষ্ঠিত 'অসমীয়া সাহিত্য সভা' বা 'অসমীয়া ছাত্ৰৰ সাহিত্য সভা'ৰ গৰ্ভত।[৪৪] আমি উল্লেখ কৰা মানসিকতাৰ স্বাক্ষৰ বহন কৰিছে 'ৰাজনীতিত' অনভিজ্ঞ' বাবেই 'ৰাজনৈতিক বিষয় বিলাকত হস্তক্ষেপ' কৰিব নোখোজা গুণাভিৰাম বৰুৱাৰ 'আসাম বন্ধু'ত প্ৰকাশিত সম্পাদকীয়ই। অথবা 'ৰাজনীতি আমাৰ

৩৭. দ্ৰ. এ. গুহ, পূৰ্বোল্লিখিত, পৃঃ ৩৭-৩৯.

৩৮. দ্ৰ. এইচ্. কে. বৰপূজাৰী, পূৰ্বোল্লিখিত, পৃঃ ২৯৭-৯৮.

৩৯. বেণুধৰ শৰ্মা, পূৰ্বোল্লিখিত, পৃঃ ১৩৪.

৪০. দ্ৰ. বেণুধৰ শৰ্মা, পূৰ্বোল্লিখিত, পৃঃ ২০২-২০৩.

৪১. লক্ষ্মী দেৱী, পূৰ্বোল্লিখিত, পৃঃ ১০ ; অমলেন্দু গুহ, 'সভাপতিৰ অভিভাষণ', বুৰঞ্জী সন্মিলন, অসম সাহিত্য সভা, ১৯৭৮, আমাৰ প্ৰতিনিধি, ১৮ শ বছৰ, ৭ম সংখ্যা, পৃঃ ৬২৫.

৪২. দ্ৰ. নগেন শইকীয়া, 'ভূমিকা' আসাম বন্ধু, (একত্ৰ) পৃঃ ১৩; পূৰ্ববৰ্তী, ০.০৩.

৪৩. মহেশ্বৰ নেওগ, 'অসমীয়া ভাষা-সাহিত্যত লক্ষ্মীনাথ বেজবৰুৱাৰ স্থান', লক্ষ্মীনাথ বেজবৰুৱা, সম্পা. চন্দ্ৰপ্ৰসাদ শইকীয়া, পৃঃ ২৫৯.

৪৪. দ্ৰ. নন্দ তালুকদাৰ, 'অসমীয়া ভাষা উন্নতি সাধিনী সভা', সম্বাদ পত্ৰৰ বাতৰিত অসমীয়া সাহিত্য, পৃঃ ৪৯.

'ৰাজ্য'ৰ বাহিৰ" বুলি 'জোনাকী'[৪৫] কাকতৰ 'আত্মকথা'ত কৰা ঘোষণাই।[৪৬] আনহাতে অ.ভা.উ.সা. সভাৰ উদ্দেশ্য আৰু কাৰ্যক্ৰম হ'ল ঃ

> কেচুবা মাতৃভাষা কেনেকৈ ডাঙৰ দীঘল হ'ব; কেনেকৈ সি পৃথিৱীৰ আন আন ধনী আৰু উন্নতিশীল ভাষাৰ সমান হৈ আপোন গৌৰব বেলিৰ পোহৰ চাৰিওফালে পেলাই দুখীয়া আৰু আন্ধাৰ আসামৰ মুখ পোহৰাব পাৰিব; কেনেকৈ সি দুৰ্বল ৰুগীয়া আৰু জীৰ্ণ অৱস্থাৰ পৰা, সবল, সুস্থ আৰু শকত অৱস্থা পাব তাৰ উপায় সাধনেই এই সভাৰ উদ্দেশ্য।[৪৭]

উল্লিখিত লক্ষ্য পূৰণৰ বাবে পুৰণি পুথি সংগ্ৰহ-সংৰক্ষণৰ পৰা বাতৰিকাকতৰ প্ৰতি আগ্ৰহ বঢ়োৱালৈকে, অথবা অসমীয়া ভাষাত নোহোৱা লাগতিয়াল পুথি আন ভাষাৰ পৰা অনুবাদ কৰাৰ পৰা 'সকলো অঞ্চলতে এটা মাত্ৰ লিখিত ভাষা' সৃষ্টিৰ প্ৰয়াস কৰা।[৪৮] এয়ে আছিল সভা-স্ৰষ্টা সকলৰ "স্পষ্ট ধাৰণাৰ প্লেন আৰু প্ৰোগ্ৰেম"।[৪৯] এই কেঁচুৱা মাতৃভাষাক ডাঙৰ-দীঘল কৰা আন্দোলনটিৰ দ্বিতীয় পৰ্যায় হ'ল 'জোনাকী' (১৮৮৯)ৰ জন্ম। 'আন্ধাৰৰ বিপক্ষে' যুঁজি দেশলৈ উন্নতিৰ জোনাক কঢ়িওৱাই এই কাকত আৰু ইয়াৰ গুৰিত থকা "তেতিয়াৰ অসমৰ ইণ্টেলেক্চুৱেল ডেকা-শক্তি"ৰ মহৎ উদ্দেশ্য আছিল।[৫০]

ঢেকিয়াল ফুকনৰ 'ইংলণ্ডৰ বিৱৰন'তে যি এক উদাৰনৈতিক আঞ্চলিক জাতীয়তাবাদৰ পৰোক্ষ অথচ উদাত্ত আহ্বান লুকাই আছিল, পৰৱৰ্তী সময়ত 'এ. নেটিভ' ছদ্মনামত প্ৰকাশিত "এ ফিউ ৰিমাৰ্কছ্ অন্ দি আছামীজ লেংগুৱেজ এণ্ড অন ভাৰ্ণেকুলাৰ এডুকেশ্যন ইন আছাম"এ এই জাতীয়তাবাদী চিন্তাধাৰাক আৰু স্পষ্টৰূপত প্ৰকাশ কৰিলে। কিন্তু তাৰ আগে আগে মফট মিলছক দিয়া তেওঁৰ স্মাৰক পত্ৰত ২৮ বছৰ পাৰ হোৱাৰ পিছতো ৰাজ্যখনৰ কোনো প্ৰকাৰৰ উল্লেখযোগ্য পৰিৱৰ্তন নঘটা বুলি আৰু চৰকাৰৰ মুৰব্বীসকলে ৰাজ্যখনৰ সমস্যাৰ প্ৰতি কোনো প্ৰকাৰৰ অনুসন্ধান নকৰা বুলি কৰা মন্তব্যত[৫১] এক অস্পষ্ট অথচ টান ৰাজনৈতিক সুৰ লুকাই আছে। আনহাতে এই 'অৱহেলিত প্ৰদেশ'খনৰ জনসাধাৰণ, যিসকলক প্ৰশাসনে স্পৰ্শ কৰি গৈছে তেওঁলোকহে প্ৰশাসনৰ 'আঁসোৱাহ' আৰু 'অসম্পূৰ্ণতা' সমূহ আঙুলিয়াই[৫২] দিয়াৰ সংশ্লিষ্ট পক্ষ বুলি ভবাৰ অন্তৰালত সহযোগী মনোভাৱ থাকিলেও থলুৱা লোকসকলৰ অধিকাৰ সংক্ৰান্তীয় এটি মৃদু ৰাজনৈতিক সুৰ আছে।

ফুকনৰ স্মাৰক পত্ৰত প্ৰকাশিত এইটো সহযোগী অথচ স্ব-সত্তা নিৰংকুশ কৰি ৰখাৰ মনোভাৱ। এই মনোভাৱ আন্তৰিক আৰু বিশিষ্টতাৰ পৰিচায়ক।

ফুকনৰ এই সহযোগিতামূলক বিশিষ্ট মনোভঙ্গীৰ বিপৰীতে মণিৰাম দেৱানৰ আৰ্জিত

---

৪৫. দ্ৰ. উল্লিখিত, পৃঃ ৯৮; আসাম বন্ধু, ১ম বছৰ ১ম সংখ্যা, একত্ৰ পুনৰ্মুদ্ৰণ, পৃঃ ২-৩, সম্পা. নগেন শইকীয়া।

৪৬. দ্ৰ. নন্দ তালুকদাৰ, 'জোনাকী' উল্লিখিত, পৃঃ ১১৮-১১৯.

৪৭. দ্ৰ. মহেশ্বৰ নেওগ, উল্লিখিত, পৃঃ ২৫৯.

৪৮. দ্ৰ. মহেশ্বৰ নেওগ, 'অসমীয়া ভাষা-সাহিত্যত লক্ষ্মীনাথ বেজবৰুৱাৰ স্থান', পূৰ্বোল্লিখিত, পৃঃ ২৬০.

৪৯. উল্লিখিত, পৃঃ ২৫৯.

৫০. উল্লিখিত, পৃঃ ২৬০.

৫১. দ্ৰষ্টব্য ঃ মহেশ্বৰ নেওগ, আনন্দৰাম ঢেকিয়াল ফুকন ঃ প্লি ফৰ আছাম এণ্ড আছামিজ, পৃঃ ৬১.

৫২. উল্লিখিত, পৃঃ ৬১.

এক বিশিষ্ট ৰাজনৈতিক সুৰো শুনা গ'ল। মণিৰাম সামন্তবাদী ঐতিহ্য আৰু আধুনিকতাৰ এক বিচিত্ৰ সমাহাৰ।[৫৩] মণিৰাম সম্পৰ্কে মফট মিলছে কৰা মন্তব্য প্ৰণিধানযোগ্য। মিলছৰ মতে, "মণিৰাম দেৱান মানুহজন টেঙৰ, কিন্তু তলেপুতল বা বিশ্বাস কৰিব নোৱৰা আৰু ষড়যন্ত্ৰকাৰী বা শীতল সন্নিপাত। এওঁ গোটেই শাসন প্ৰণালীটোকে নিন্দা কৰিছে আৰু যিমানখিনিলৈকে নিন্দা কৰিব পৰা সীমা আছে, তাতোকৈ অতিৰঞ্জিতকৈহে এওঁ কুৎসা ৰটনা কৰি উচ্চ-শ্ৰেণীৰ বিলাই-বিপত্তিবোৰ ফঁহিয়াই দেখুৱাইছে।"[৫৪]

১৮৫৭ চনত চিপাহী বিদ্ৰোহৰ সূত্ৰপাত। চল চাই চাপৰি বজাবলৈ মণিৰাম সক্ষম হ'ল আৰু কন্দৰ্পেশ্বৰ সিংহক সিংহাসনত বহুৱাৰ পৰিকল্পনাৰে বিদ্ৰোহ কৰাৰ কথা পাঙিলে। কিন্তু মণিৰাম বিফল হ'ল, বিদ্ৰোহৰ পৰিকল্পনা বাজ ওলাল, মণিৰামেও ডিঙিত 'ছিপজৰী' ল'লে।[৫৫] কিন্তু উল্লেখযোগ্য বিষয় হ'ল এই সময়ছোৱাত হোৱা বিদ্ৰোহবোৰত স্বাভাৱিক কাৰণতে সাধাৰণ মানুহ জড়িত হোৱা নাছিল; সম্ভ্ৰান্ত পৰিয়ালবোৰৰ মাজতে ই আবদ্ধ আছিল। আনহাতে, ১৮৬০ চন মানৰ পৰা ১৯০০ চন মানলৈকে 'ফুলগুৰিৰ ধেৱা'ৰ পৰা 'পাথৰুঘাটৰ ৰণ'লৈ এক দীঘলীয়া কৃষক বিদ্ৰোহৰ ইতিহাস। এই বিদ্ৰোহত স্থানীয়ভাৱে সংগঠিত হোৱা 'ৰাইজমেল'বোৰৰ ভূমিকা সৰ্বাগ্ৰণি। এই বিদ্ৰোহবোৰৰ মূল কাৰণ আছিল অপৰিমিতভাৱে খাজনা বৃদ্ধি কৰাৰ ফলত পৰা অৰ্থনৈতিক হেঁচা।[৫৬] কৃষক বিদ্ৰোহবোৰতেই এই অঞ্চলৰ জনসাধাৰণৰ আৰ্থ-ৰাজনৈতিক চিন্তাধাৰাৰ প্ৰকাশ ঘটিছিল। মণিৰামৰ চিন্তাৰ বিদ্ৰোহী সুৰটোৰ লগত পৰৱৰ্তীকালৰ ৰাজহুৱা বিদ্ৰোহবোৰৰ পোনপটীয়া সম্পৰ্ক নাথাকিলেও দুয়োটাৰ মাজত থকা বৃটিছ বিৰোধী মনোভাৱৰ সাদৃশ্য স্পষ্ট। ইতিমধ্যে ভেটি প্ৰতিষ্ঠা হোৱা মজলীয়া শ্ৰেণীটোৱে মণিৰামৰ বাটেদি আগ নাবাঢ়ি ঢেকিয়াল ফুকনৰ বাটেদি আগ বঢ়াহে দেখা গ'ল আৰু নিতান্ত বোধগম্য কাৰণতে ৰাজনীতিক সীমাৰ বাহিৰত ৰাখিলে। এই সময়ছোৱাতে (১৮৫০-১৯০০) ৰাজনৈতিক সংগঠনবোৰৰ সূত্ৰপাত হোৱাৰ আগতেই মণিৰামৰ আৰ্জিতেই অসমীয়া জাতীয়তাবাদৰ আৰ্থ-ৰাজনৈতিক প্ৰকাশ ঘটিছে। এই বিষয়ে অমলেন্দু গুহৰ বিশ্লেষণ হ'ল,

> পঞ্চাছৰ ৰাজনীতিৰ পৰিপ্ৰেক্ষিতত মণিৰাম যদি চৰম পন্থী আছিল, ঢেকিয়াল ফুকন আছিল নৰম পন্থী বা মডাৰেট সকলৰ পূৰ্বসূৰী।[৫৭]

ঊনবিংশ শতিকাৰ দ্বিতয়াৰ্ধৰ আৰম্ভণিৰ পৰা অসমত দুই-এটি ৰাজনৈতিক সংগঠন গঢ়ি উঠে। ১৮৫৬ চনত প্ৰতিষ্ঠিত 'অসম দেশ হিতৈষিণী সভা' তেনে এটি সংগঠন। এই সংগঠনে "ৰাইজক দুৱলীয়া লাট চাহাবৰ ওচৰত ওজৰ আপত্তি জনাবলৈ "[৫৮] আহ্বান জনোৱাটো এই সময়ছোৱাৰ এটি উল্লেখযোগ্য ঘটনা, কিছু পৰিমাণে ৰাজনৈতিক চিন্তা-চৰ্চাৰ পৰিচায়ক। আশীৰ দশকত এনে ধৰণৰ ভালেকেইটি সংগঠন গঢ়ি উঠে। সেই সংগঠনবোৰ হৈছে 'যোৰহাট সাৰ্বজনিক সভা', 'তেজপুৰ ৰায়ত সভা', 'নগাওঁ ৰায়ত এছোচিয়েশ্যন', 'শ্বিলং এছোচিয়েশ্যন',

---

৫৩ দ্ৰ হীৰেন গোহাঁই, পূৰ্বোল্লিখিত, পৃঃ ২৫ অমলেন্দু গুহ, 'সভাপতিৰ ভাষণ', পূৰ্বোল্লিখিত, পৃঃ ৬২৪.

৫৪ দ্ৰ বেণুধৰ শৰ্মা, পূৰ্বোল্লিখিত, পৃঃ ১৬১

৫৫ বেণুধৰ শৰ্মা, পূৰ্বোল্লিখিত, পৃঃ ১৬৩-১৯২.

৫৬ দ্ৰ লক্ষ্মী দেৱী, পূৰ্বোল্লিখিত, পৃঃ ১০-১৩. অমলেন্দু গুহ, 'সভাপতিৰ অভিভাষণ', পূৰ্বোল্লিখিত, পৃঃ ৬২৭

৫৭ অমলেন্দু গুহ, উল্লিখিত, পৃঃ ৬২৫

৫৮ দ্ৰ. অমলেন্দু গুহ, 'সভাপতিৰ অভিভাষণ' পূৰ্বোল্লিখিত, পৃঃ ৬২৪.

'আপাৰ আছাম এছোচিয়েশ্যন', 'অসমীয়া ছাত্ৰৰ সাহিত্য সভা'।[৫৯] ৰায়ত সভাই কৃষক জনগণক সংগঠিত কৰে আৰু খাজনা বৃদ্ধিৰ প্ৰতিবাদ কৰে। এই সংগঠনসমূহৰ ভিতৰত সবাতোকৈ গুৰুত্বপূৰ্ণ সংগঠন হ'ল 'যোৰহাট সাৰ্বজনিক সভা'। জগন্নাথ বৰুৱাৰ নেতৃত্বত প্ৰতিষ্ঠা হোৱা এই সংগঠনে আৰম্ভণিৰ পৰা চৰকাৰৰ সমালোচনামুখী দৃষ্টিভংগী গ্ৰহণ কৰিছিল আৰু সততে থলুৱা স্বাৰ্থৰ প্ৰবক্তাৰূপে শক্তিশালী ভূমিকাত অৱতীৰ্ণ হৈছিল। অসমীয়া জাতীয়তাবাদৰ ৰাজনৈতিক দিশটো ১৯০৩ চনত 'অসম এছোচিয়েশ্যন'[৬০] গঠন হোৱাৰ আগলৈকে এই সংগঠনটোৱেই প্ৰতিনিধিত্ব কৰিছিল। এই সময়ছোৱাত অসমীয়া বুদ্ধিজীৱীৰ সৰ্বভাৰতীয় সংগঠনৰ প্ৰতিও দৃষ্টি আছিল। 'নগাঁও ৰায় এছোচিয়েশ্যন'ৰ 'ইণ্ডিয়ান এছোচিয়েশ্যন'ত অন্তৰ্ভুক্তি তাৰে এটি স্পষ্ট উদাহৰণ। তদুপৰি নেশ্যনেল কন্‌ফাৰেন্সৰ প্ৰথম অধিবেশত তেজপুৰ আৰু ছিলেটৰ প্ৰতিনিধিৰ যোগদান, ১৮৮৬ চনত কলিকতাত আৰু ১৮৮৭ চনত মাদ্ৰাজত অনুষ্ঠিত কংগ্ৰেছ অধিবেশনত 'আপাৰ আছাম এছোচিয়েশ্যন', 'শ্বিলং এছোচিয়েশ্যন', 'নগাঁও ৰায়ত এছোচিয়েশ্যন' আদিৰ প্ৰতিনিধিয়ে যোগদান কৰিছিল।[৬১] এইটোৱে অসমৰ বুদ্ধিজীৱীসকলৰ সৰ্বভাৰতীয় মূল দাবীসমূহৰ প্ৰতিও যে সচেতন দৃষ্টি আছিল তাৰেই পৰিচয় বহন কৰে। অৱশ্যে এই সময়তে অ.ভা.উ.সা. সভা প্ৰতিষ্ঠা আৰু 'জোনাকী'[৬২] কাকতৰ প্ৰকাশ অসমীয়া ভাষিক-সাংস্কৃতিক জাতীয়তাবাদৰ বলিষ্ঠ দিশ। ঊনবিংশ শতিকাৰ শেষ চতুৰ্থাংশত অসমৰ আৰ্থ-সাংস্কৃতিক ভেটিটো হ'ল এফালে ভাষিক-সাংস্কৃতিক স্বাতন্ত্ৰ্য ৰক্ষাৰ প্ৰৱণতা আৰু আনফা[illegible]। সৰ্বভাৰতীয় ৰাজনৈতিক চিন্তাৰ লগত অসমৰ সংযুক্তি।[৬৩] অৰ্থাৎ বৃটিছ সাম্ৰাজ্যবাদৰ বিৰোধিতা ঊনবিংশ শতিকাৰ প্ৰথমাৰ্ধৰ শেষ দশকত বিদ্যালয় আৰু কাছাৰীৰ মাধ্যমক কেন্দ্ৰ কৰি আৰম্ভ হোৱা ভাষিক স্বতন্ত্ৰ্যৰ প্ৰচেষ্টাই দ্বিতয়াৰ্ধৰ তৃতীয় দশকৰ (১৮৭৩) পৰা সাংস্কৃতিক স্বাতন্ত্ৰ্য ৰক্ষাৰ লক্ষ্য আৰু আৰ্থ-ৰাজনৈতিক চিন্তা-চেতনাৰে অসমীয়া জাতীয়তাবাদৰ এটি পটভূমি সৃষ্টি কৰে। এই পটভূমিত সৃষ্টি হোৱা চিন্তা-চেতনাই সামগ্ৰিকভাৱে বিংশ শতিকাৰ প্ৰথমাৰ্ধলৈকে অসমীয়া বুদ্ধিজীৱীসকলক পৰিচালিত কৰিছিল। ভাষিক স্বাতন্ত্ৰ্য ৰক্ষাৰ মাজেদি সাংস্কৃতিক সত্তা ৰক্ষা আৰু সেই সাংস্কৃতিক সত্তাৰ হৰণ-ভগন নোহোৱাকৈ ভাৰতীয় জাতীয়তাবাদী আন্দোলনলৈ অৰিহণা যোগোৱা এই দুই চিন্তাধাৰাৰ মাজেদি অসমীয়া জাতীয়তাবাদৰ ভাৰতীয় জাতীয়তাবাদলৈ প্ৰগতি এই শতিকাৰ শেষ ভাগৰ অসমৰ সামাজিক-ৰাজনৈতিক পটভূমি।

ভাষিক-সাংস্কৃতিক জাতীয়তাবাদী চেতনা সমকালীন অসমৰে নহয়, ভাৰতীয় জাতীয়তাবাদৰ ই এক বলিষ্ঠ অংগস্বৰূপো। ভাৰতৰ ভিন্ ভিন্ প্ৰদেশত এনে চিন্তা ঊনবিংশ শতিকাৰ, আনকি পৰৱৰ্তী শতিকাৰো ভাৰতীয় জাতীয়তাবাদৰ এটি বৈশিষ্ট্য। অসমীয়া ভাষিক

---

৫৯. দ্ৰ. এইচ্. কে বৰপূজাৰী, (সম্পা ) পূৰ্বোল্লিখিত, পৃঃ ১৫৮-৫৯; অমলেন্দু গুহ, উল্লিখিত, পৃঃ ৬২৬ শেষোক্ত সংগঠনটি ১৮৭২ চনত কলিকতাত প্ৰতিষ্ঠিত হৈছিল। এই সংগঠনৰ পৰা জগন্নাথ বৰুৱা, মাণিক চন্দ্ৰ বৰুৱাই নৰ্থব্ৰুকক অসমৰ যোগাযোগ ব্যৱস্থা উন্নতিকল্পে আবেদন জনাইছিল।

৬০. দ্ৰ অমলেন্দু গুহ, পূৰ্বোল্লিখিত, পৃঃ ৬৩; অৱশ্যে ১৮৮২ চনতো শিৱসাগৰত মুখ্য কাৰ্যালয় হিচাপে লৈ 'অসম এছোচিয়েশ্যন' নামেৰে এটি সংগঠন আছিল।

৬১. এইচ কে. বৰপূজাৰী, (সম্পা ) পূৰ্বোল্লিখিত, পৃঃ ১৬৪-৬৫.

৬২. মহেশ্বৰ নেওগ, পূৰ্বোল্লিখিত, পৃঃ ২৬০-৬৭.

৬৩. অমলেন্দু গুহ, 'সভাপতিৰ অভিভাষণ', পূৰ্বোল্লিখিত, পৃঃ ৬২৬

সাংস্কৃতিক জাতীয়তাবাদৰ কেৱল ন্যঞৰ্থক দিশৰ প্ৰতি সমালোচনাশীলসকলে উল্লিখিত পটভূমিক এৰাই চলিব খোজে। এই প্ৰসঙ্গত আৰু এটি উল্লেখযোগ্য বিষয় হ'ল, ভাৰতীয় শিক্ষা ব্যৱস্থাৰ মাধ্যম সংক্ৰান্ত বিতৰ্ক। এই বিতৰ্কত বোম্বে প্ৰেছিডেন্সিত আৰম্ভ হোৱা ক্লাচিকেল বনাম আধুনিক ভাৰতীয় ভাষাৰ বিষয়টো ভাৰতীয় প্ৰাদেশিক জাতীয়তাবাদৰ মূল্যায়ন প্ৰসঙ্গত অত্যন্ত গুৰুত্বপূৰ্ণ। আমাৰ বিশ্বাস, ভাৰতৰ ভিন্ ভিন্ প্ৰদেশৰ ভাষিক জাতীয়তাবাদৰ সৃষ্টিৰ উপাদানসমূহৰ ইও এটা। যদিওবা মেক্‌লেই "জন্মত ভাৰতীয়, কিন্তু চিন্তা, বুদ্ধিমত্তা আৰু ৰুচিত বৃটিছ"[৬৪] সৃষ্টিৰ উদ্দেশ্যে এই বিতৰ্কক গুৰুত্ব নিদিলে। অসমৰ ক্ষেত্ৰত স্বাভাৱিকতে বঙলা ভাষাৰ আধিপত্যৰ বিৰুদ্ধে বহুকাল অসমীয়া বুদ্ধিজীৱীসকলে যুঁজিব লগা হৈছিল। তদুপৰি বৃটিছ প্ৰশাসনৰ সহায়ক হিচাপে বঙলাভাষী লোকসকল ভাৰতৰ সকলো প্ৰদেশতেই বিয়পি পৰিছিল। ফলস্বৰূপে, অনেক ক্ষেত্ৰত এওঁলোকৰ হাতত সামাজিক ঘটনা নিয়ন্ত্ৰণ কৰাৰ পৰোক্ষ ক্ষমতাও আহি পৰিছিল। অসমৰ প্ৰসঙ্গত এই কথা নুই কৰিলে অসমীয়া জাতীয়তাবাদৰ মৌলিক প্ৰশ্নটোৰ উত্তৰেই এৰাই যাব লাগিব। এই প্ৰসঙ্গত অনিল শীলৰ মূল্যায়ন উল্লেখযোগ্য।[৬৫] আনহাতেদি বঙলাভাষীসকলৰ সম্প্ৰসাৰণমুখী মনোভাৱৰ ইঙ্গিত এটি ১৯০১ চনৰ চেঞ্চাছ ৰিৰ্পটত মন কৰিব লগা। অসমীয়া আৰু বঙলা ভাষাৰ প্ৰসঙ্গত এই ৰিপৰ্টত অসমীয়া ভাষাৰ ওপৰত বঙলা জাপি দিয়াৰ বিৰুদ্ধে অসমীয়া ভাষা আৰু জাতিৰ স্বতন্ত্ৰ অস্তিত্ব সম্পৰ্কে এটি তাৎপৰ্যপূৰ্ণ মন্তব্য কৰিছে।[৬৬] এই প্ৰতিবেদনত উল্লিখিত ভাষিক স্বাতন্ত্ৰ্য ৰক্ষাৰ প্ৰৱণতা আৰু 'জাপি দিয়াৰ' প্ৰৱণতা উভয়েই মূলতঃ ভাষিক জাতীয়তাবাদী চেতনা। সংৰক্ষণৰ প্ৰৱণতাটো ন্যঞৰ্থক নহয়, কিন্তু 'জাপি দিয়া'ৰ প্ৰৱণতাটো স্বাভাৱিক কাৰণতে সম্প্ৰসাৰণমুখী চৰিত্ৰৰ আৰু ন্যঞৰ্থক দিশৰ।

বৃটিছ সাম্ৰাজ্যবাদ বঙ্গ, বোম্বে আৰু মাদ্ৰাজত খোপনি পুতিয়ে সমগ্ৰ ভাৰতলৈ বিস্তাৰিত হৈছিল আৰু বৃটিছ প্ৰশাসনৰ প্ৰত্যক্ষ সুফলবোৰৰ প্ৰথম অধিকাৰী হৈছিল এই তিনিখন প্ৰদেশেই।[৬৭] এই অঞ্চলকেইটাৰ ভাষা-সাহিত্যৰ প্ৰগতিতো বৃটিছসকলৰ পৰোক্ষ অৰিহণা আছে। এনে প্ৰগতিয়ে এই সংশ্লিষ্ট ভাষা-ভাষীসকলৰ মাজত এক অদৃশ্য ঐক্যবোধ গঢ়ি তুলিছিল। ফলত, আঞ্চলিক স্বদেশ প্ৰেমৰ চেতনা গঢ় লৈছিল আৰু ই ৰাজনৈতিক চেতনাৰে পৰিচয়।[৬৮] গতিকে, ভাৰতবৰ্ষত উনবিংশ শতিকাত ভাষিক স্বাতন্ত্ৰ্য ৰক্ষাৰ যি প্ৰৱণতা মূলতঃ সেইটো ৰাজনৈতিক চেতনাৰ প্ৰকাশ মাথোন। স্বাভাৱিক কাৰণতেই উভয় শিবিৰ ইয়াৰ পৰা লাভৱান হৈছিল।[৬৯]

বঙলা, মাৰাঠী আৰু তামিলভাষীৰ চৌপাশে অন্যান্য বহুতো ভাষিক গোষ্ঠী আছিল যাৰ ন্যায়সঙ্গত অধিকাৰ অস্বীকৃত হৈ ৰৈছিল। উদাহৰণস্বৰূপে অসমৰ প্ৰসঙ্গটোলৈ আঙুলিয়াব পাৰি। ফলত একোটা ভাষিক গোষ্ঠীৰ ভাষিক পুনৰুত্থান সংশ্লিষ্ট গোষ্ঠীৰ মাজত ঐক্যৰ সেতু হিচাপে থিয় দিলে, যিদৰে ভাৰতীয় জাতীয় চেতনাৰ প্ৰাথমিক স্তৰত ধৰ্ম এটা সেতু হিচাপে

৬৪. দ্ৰ. এ. আৰ দেশাই, ছচিয়েল বেক্‌গ্ৰাউণ্ড অব্ ইণ্ডিয়ান নেশ্যনেলিজিম, পৃঃ ১৪৫.
৬৫. দ্ৰ. অনিল শীল, দি ইমাৰজেন্‌চ্ অব্ ইণ্ডিয়ান নেশ্যনেলিজিম্, পৃঃ ৪৭-৪৮.
৬৬. দ্ৰ. অনিল শীল, উল্লিখিত, পৃঃ ৪৮.
৬৭. উল্লিখিত, পৃঃ ২৬.
৬৮. উল্লিখিত, পৃঃ ৩১.
৬৯. উল্লিখিত, পৃঃ ৩১-৩২.

থিয় দিছিল। অসমীয়া, উৰীয়া, বিহাৰীসকলে বঙলাৰ বিৰুদ্ধে, অন্ধ্ৰত তেলুগুসকলে তামিলৰ বিৰুদ্ধে, যুক্ত প্ৰদেশত হিন্দীভাষীয়ে, দক্ষিণ বোম্বেত কানাড়ীসকলে মাৰাঠীৰ বিৰুদ্ধে থিয় দিছিল।[৭০] উৰীয়াভাষীৰ লগত বঙলাভাষীৰ সংঘাতৰ ক্ষেত্ৰত 'কলিকতীয়া পণ্ডিত'[৭১] সকলৰ ভূমিকাও প্ৰণিধানযোগ্য। ঊনবিংশ শতিকাৰ দ্বিতীয়াৰ্ধত কলিকতীয়া ৰাজনীতিবিদসকলে অসমৰ বঙলাভাষী লোকসকলক বঙ্গ প্ৰেছিডেন্সীৰ দাবীসমূহৰ ক্ষেত্ৰত ৰাজনৈতিকভাৱে ব্যৱহাৰ কৰিছিল।[৭২] স্বাভাৱিকতে, এই সকলে অসমীয়া জনসাধাৰণৰ সপক্ষে বক্তব্য উত্থাপন কৰিব বুলি আশা কৰিব নোৱাৰি, কিয়নো, এই সকল লোকৰো ঐক্যৰ মূলসূত্ৰ ভাষিক চেতনা। ফলত, উভয় ভাষিক চেতনাৰ সংঘাত অপৰিহাৰ্য হৈ পৰিছিল। গতিকে, দেখা গ'ল ভাষিক সাংস্কৃতিক নিয়ন্ত্ৰণৰ বিৰুদ্ধে প্ৰতিবাদৰ মাজেদি গঢ়ি উঠা প্ৰাদেশিক জাতীয়তাবাদ কেৱল অসমৰে নহয়, ইয়াৰ এটা সৰ্বভাৰতীয় প্ৰাদেশিক পটভূমি আছে।[৭৩] অসমৰ প্ৰসঙ্গত আৰু এটি উল্লেখনীয় বৈশিষ্ট্য হ'ল ছিলেট জিলাক যেতিয়া প্ৰশাসনীয় সা-সুবিধাৰ বাবে অসমৰ লগত সাঙুৰি দিয়াৰ প্ৰতিবাদত ইয়াৰ হিন্দু-মুছলমান সকলো ঐক্যবদ্ধ হৈ ১৮৭৪ চনৰ ১০ আগষ্টত ভাইচৰয়ক দিয়া স্মাৰক পত্ৰখনত দুটা বিষয়ৰ ওপৰত গুৰুত্ব দিয়া হৈছিল— (ক) সাংস্কৃতিক পৰিচয় (খ) ঐতিহাসিকভাৱে বংগৰ লগত থকা সম্বন্ধ।[৭৪]

বৃটিছ প্ৰবৰ্তিত আনুষ্ঠানিক শিক্ষা ব্যৱস্থাই নৱা-শিক্ষিত মজলীয়া শ্ৰেণী সৃষ্টি কৰাৰ ফলত চাকৰি আৰু তৎজনিত সা-সুবিধাৰ প্ৰশ্নটো অসমত অসমীয়া আৰু বাঙালী জাতীয়তাবাদৰ আনুষঙ্গিক সমস্যা হৈ ধৰা দিলে। অসমীয়া লোকৰ মাজত এনে সা-সুবিধা পোৱা মানুহৰ সংখ্যা তুলনামূলকভাৱে বঙলাভাষী লোকতকৈ কম। ই অসমীয়া ভাষীসকলৰ মাজত অসন্তোষৰ সৃষ্টি কৰিছিল।[৭৫] এই প্ৰসঙ্গত উল্লেখযোগ্য বিষয়টো হ'ল চাকৰি আৰু সা-সুবিধাৰ বাবে এনে অসন্তোষ আৰু প্ৰতিযোগিতা কেৱল অসমীয়াসকলৰে একচেটিয়া নাছিল। ইয়াৰো আছিল সৰ্বভাৰতীয় প্ৰাদেশিক চৰিত্ৰ। উদাহৰণ স্বৰূপে গুজৰাট কলেজ প্ৰতিষ্ঠাৰ মূল লক্ষ্য আছিল, অঞ্চলটোক প্ৰশাসক যোগান ধৰি দাক্ষিণাত্য অথবা অন্য প্ৰদেশৰ পৰা প্ৰব্ৰজিত হ'ব পৰা 'বিদেশীক' বাধা প্ৰদান কৰা।[৭৬] মাদ্ৰাজ প্ৰেছিডেন্সীত তামিল আৰু তেলুগু ভাষী[৭৭] সকলৰ মাজত এনে সংঘাত, পাঞ্জাৱত বঙালীসকলৰ বিৰুদ্ধে এনে প্ৰতিক্ৰিয়া দেখা গৈছিল।[৭৮]

দেখা গ'ল, ঊনবিংশ শতিকাত অসমত জাতীয় চেতনাৰ উন্মেষ ভাষিক স্বাতন্ত্ৰ্য ৰক্ষাৰ বাবে হোৱা সংগ্ৰামক কেন্দ্ৰ কৰি গঢ়ি উঠি, সাংস্কৃতিক স্বাতন্ত্ৰ্য ৰক্ষাৰ প্ৰৱণতাক সাঙুৰি বৃহৎ ভাৰতীয় মঞ্চলৈ জাতি সত্তা সংৰক্ষণৰ মাজেদি ওলাই যোৱাৰ প্ৰৱণতা স্পষ্ট-অস্পষ্ট

---

৭০. দ্ৰ. অনিল শীল, পূৰ্বোল্লিখিত, পৃঃ ৪৮.
৭১. উল্লিখিত, পৃঃ ৪৮.
৭২. উল্লিখিত, পৃঃ ৪৮.
৭৩. অনিল শীল, পূৰ্বোল্লিখিত, পৃঃ ৭২.
৭৪. অমলেন্দু গুহ, পূৰ্বোল্লিখিত, পৃঃ ২৭.
৭৫. অমলেন্দু গুহ, 'সভাপতিৰ অভিভাষণ', পূৰ্বোল্লিখিত, পৃঃ ৬২৫.
৭৬. দ্ৰ. অনিল শীল, পূৰ্বোল্লিখিত, পৃঃ ৮৫.
৭৭. উল্লিখিত, পৃঃ ১০১.
৭৮. উল্লিখিত, পৃঃ ৩৭.

ৰূপত উল্লিখিত শতিকাৰ অন্তলৈকে প্ৰবাহিত হৈ থাকিল। ১৯০৩ চনত 'অসম এছোচিয়েশ্যন'ৰ জন্মৰ মাজেদি এই প্ৰৱণতাসমূহৰ মৃদু ৰাজনৈতিক প্ৰকাশ ঘটিল। গতিকে, দেখা গ'ল কেতিয়াবা সংঘাত আৰু কেতিয়াবা সহযোগ এই চাৰিত্ৰিক বৈশিষ্ট্যযুক্ত হৈ অসমত ভাৰতীয় জাতীয়তাবাদী আন্দোলনে গতি কৰিছে। অসমত বঙলা ভাষা প্ৰবৰ্তনৰ "প্ৰতিক্ৰিয়াৰ প্ৰক্ৰিয়াত পৰি এই জাতীয় যুগৰ সাহিত্যিকসকলে বঙালী সাহিত্যিকসকলেৰে প্ৰতিযোগিতাৰ প্ৰয়াস বিচাৰিছিল। গতিকে এই যুগত বঙ্গ-বিদ্বেষৰ ভাব এটা স্থায়ীভাৱে লক্ষ্য কৰা হয়।"[৭৯] তদুপৰি দুই ভাষিক গোষ্ঠীৰ মাজত অনুচিত আৰু অকাৰণ সংঘাত উপস্থিত হ'ল। এই সংঘাতৰ উৎস তিনিটা— (ক) উভয় ভাষিক গোষ্ঠীৰ বুদ্ধিজীৱীসকলৰ বৃটিছৰ বিভাজন বাদ সম্পৰ্কে স্পষ্ট ধাৰণাৰ অভাৱ (খ) বৃটিছ প্ৰশাসন-সৃষ্ট বঙালী মজলীয়া শ্ৰেণীৰ লগত অসমীয়া মজলীয়া শ্ৰেণীৰ দুৰ্বল প্ৰতিযোগিতা আৰু অকাৰণ হীনমন্যতাবোধ আৰু তৎজনিত কাৰণত হোৱা ঈৰ্ষা, (গ) অসমত বসবাস কৰিবলৈ লোৱা বঙলাভাষী সকলৰ স্থানীয় প্ৰাচীন ঐতিহ্যৰ প্ৰতি অৱজ্ঞা সূচক মনোভাৱ। এই সম্পৰ্কত ড° সুনীতি কুমাৰ চট্টোপাধ্যায়ে বঙালীসকলৰ সাধাৰণ চৰিত্ৰৰ মূল্যায়ন কৰি দিয়া মন্তব্য প্ৰণিধানযোগ্য। তেওঁ লেখিছিল,

> সাহেবদেৰ সঙ্গে-সঙ্গে, বড় সাহেবেৰ নীচে বাঙ্গালী ছোট সাহেব হইয়া উঠিল। উৰিষ্যা প্ৰদেশেৰ জনৈক বিখ্যাত জন নেতাৰ ভাষায় -ruling race -এৰ সঙ্গে সঙ্গে বাঙালীৰ একটী intermediate ruling race হইয়া দাঁড়াইল।
>
> এক ময়ূৰ পুচ্ছ দেহ আবত কৰিয়া বাঙ্গালীৰ মন অহমিকায়— "হামবড়া" ভাবে পূৰ্ণ হইল। ইংৰেজ-কৰ্তৃক নূতন বিজিত প্ৰদেশে তাহাৰ সৰ্‌দাৰী কৰিতে যাওয়াৰ মধ্যে যে কতখানি দৈন্য ছিল তাহা সে বুঝিতে পাৰিল না; স্থানীয় লোকেৰাও স্পষ্ট বুঝিতে পাৰিল না, তবে ইহাতে তাহাদেৰ মনেৰ অন্তস্তলে অজ্ঞাত বা প্ৰচ্ছন্নভাবে বাঙ্গালীৰ বিৰুদ্ধে যে একটুখানি জুগুপ্সা, বিদ্বেষ বা হিংসাৰ ভাব না আসিয়া গেল, তাহা নহে। ইংৰেজেৰ সাহচৰ্যেৰ বলে, নূতন-লব্ধ ইংৰেজী শিক্ষাৰ দম্ভ ও মোহে সে ভাৰতে সু-প্ৰাচীন সুসভ্য জাতি গুলিকে বহু স্থলে হেয় ভাবিতে লাগিল।[৮০]

একেই প্ৰসঙ্গত বঙালী মধ্যবিত্ত শ্ৰেণীৰ সংকীৰ্ণতাৰ বিষয়ে চট্টোপাধ্যায়ে উল্লেখ কৰিছে,

> নিজেৰ সম্প্ৰদায়েৰ বা সামাজিক গণ্ডীৰ বাহিৰে কিছু দেখিলে, সে জিনিসকে সহজে বুঝিতে না পাৰা, বা বুঝিবাৰ জন্য তাদৃশ চেষ্টা না কৰা— ইহা এক সাধাৰণ সংকীৰ্ণতা; বাঙ্গালী মধ্যবিত্ত শ্ৰেণী এই সংকীৰ্ণতা হইতে মুক্ত নহে।[৮১]

অসমলৈ বিভিন্ন কৰ্মসূত্ৰে অহা বঙলাভাষীসকল সামাজিকভাৱে অসমীয়াভাষীসকলৰ পৰা আঁতৰত থাকিল আৰু উল্লিখিত প্ৰথম কাৰণৰ বাবে অসমীয়া ভাষিক আত্মপ্ৰতিষ্ঠাৰ সংগ্ৰামখনত অসম নিবাসী দুই-এজনৰ বাহিৰে সহযোগিতা আগবঢ়াব নোৱাৰিলে। অসম নিবাসী

---

৭৯. দ্ৰ. মহেশ্বৰ নেওগ, পূৰ্বোল্লিখিত, পৃঃ ২৬১.

৮০. দ্ৰ. ড° সুনীতি কুমাৰ চট্টোপাধ্যায়, জাতি সংস্কৃতি ও সাহিত্য, পৃঃ ৯৭-৯৮.

৮১. উল্লিখিত, পৃঃ ১০৩.

বাঙালী মধ্য বিত্ত শ্ৰেণীৰ এই দুৰ্বলতাক অসমীয়া জাতীয়তাবাদৰ মূল্যায়নৰ প্ৰসঙ্গত সততে এৰি যোৱা দেখা যায়। অসমীয়া জাতীয়তাবাদৰ নেতিবাচক দিশটোৰ প্ৰসঙ্গত উল্লিখিত বিষয়টো মনত ৰখা প্ৰয়োজন।

গতিকে, দেখা গ'ল ঊনবিংশ শতিকাৰ প্ৰথমাৰ্ধৰ শেষ দশকত আৰম্ভ হোৱা ভাষিক আত্ম-প্ৰতিষ্ঠাৰ সংগ্ৰামৰ মাজতে অসমীয়া জাতীয়তাবাদৰো বীজ লুকাই আছে। মূলতঃ এই জাতীয়তাবাদ ভাষিক-সাংস্কৃতিক আত্ম পৰিচয় সংৰক্ষণ আৰু সংবৰ্ধনকেন্দ্ৰিক। বিংশ শতিকাৰ প্ৰথম দশকত ৰাজনৈতিক ক্ষেত্ৰলৈ প্ৰসাৰিত হৈছে 'অসম এছোচিয়েশ্যন' গঠনত। ১৯২০ চনত জাতীয় কংগ্ৰেছৰ কাৰ্যসূচী গ্ৰহণৰ মাজেদি ৰাজনৈতিকায়ন সম্পূৰ্ণ হৈছে।[৮২] আৰু ভাৰতীয় জাতীয়তাবাদৰ মঞ্চলৈ দৃঢ় পদক্ষেপ দিয়াতো লক্ষ্য কৰা গৈছে।[৮৩]

---

৮২. এইচ্. কে. বৰপূজাৰী, (সম্পা.) পূৰ্বোল্লিখিত, পৃঃ ২৪০-৪১.
অৰুণ চন্দ্ৰ ভূঞা আৰু অন্যান্য (সম্পা.) পলিটিকেল হিষ্টৰী অব্ আছাম, ভল-২, পৃঃ ৯-১৪.

৮৩. পৰ্বতী, ২০২.

## ১.০২ বংগদেশৰ নৱ-জাগৰণ আৰু স্বদেশ প্ৰীতিৰ সাহিত্যিক প্ৰতিষ্ঠা

বঙ্গৰ নৱজাগৰণে পাশ্চাত্যৰ যুক্তিবাদ, উদাৰ মানৱিকতাবাদ আৰু পুঁজিবাদী অৰ্থনীতি সামৰি লৈ আৰ্থ-সামাজিক-সাংস্কৃতিক পৰিবৰ্তন সংঘটন কৰে। অখণ্ড ভাৰতবোধ, জাতীয়তাবাদ আৰু স্বাদেশিকতা এই জাগৰণৰে ফল। সেয়ে আধুনিক ভাৰতীয় সমাজ-জীৱন আৰু শিল্প-সাহিত্যৰ অনুসন্ধান বঙ্গৰ নৱজাগৰণৰ পটভূমিতে কৰিব লাগিব।

বঙ্গৰ নৱ-জাগৰণক ইউৰোপীয় ৰেণেছাঁৰ লগত তুলনা কৰা হৈছে যদিও ইউৰোপীয় ৰেণেছাঁৰ সামাজিক পুনৰ্গঠনত যি বহুমুখী আৰু বিস্তৃত ভূমিকা আছিল বঙ্গৰ নৱজাগৰণৰ এনে ব্যাপক বিশালতা সম্পূৰ্ণভাৱে স্বীকৃত হোৱা নাই। কিয়নো, বৃটিছ প্ৰশাসনেহে পুৰণি ব্যৱস্থা ভঙাৰ পথ-প্ৰশস্ত কৰিছিল আৰু ইয়াৰ প্ৰাণশক্তি পশ্চিমৰ পৰা আহৰিত হৈছিল। সেইবাবেই এই জাগৰণত দুটি চিন্তাধাৰাৰ সংঘাত অনিবাৰ্য হৈ উঠিছিল। সেই দুটা হৈছে— (ক) পাশ্চাত্যবাদ বা উদাৰ নৈতিকতাবাদ (খ) পৰম্পৰা বা ঐতিহ্যবাদ।[১]

বঙ্গৰ নৱ-জাগৰণৰ সূচনাৰ পৃষ্ঠভূমিত পলাশী-যুদ্ধৰ ভূমিকা গুৰুত্বপূৰ্ণ। কাৰণ, পলাশীৰ যুদ্ধইহে বৃটিছসকলক বঙ্গ দেশৰ প্ৰত্যক্ষ শাসকৰূপে প্ৰতিষ্ঠা কৰিলে।[২] বৃটিছ সকলে ভাৰতলৈ লগত লৈ আহিছিল বণিকী পুঁজি আৰু ইউৰোপীয় ৰেণেছাঁৰ বীজমন্ত্ৰ, ফৰাচী বিপ্লৱৰ বাণী।[৩] পলাশী যুদ্ধৰ পৰৱৰ্তী সুদূৰপ্ৰসাৰী প্ৰশাসনিক কাৰ্য চিৰস্থায়ী বন্দবস্ত আৰু তাৰ ফলত ভূমিস্বত্বৰ সাল-সলনিৰ যোগেদি ঔপনিবেশিক অৰ্থনীতিৰ পৃষ্ঠপোষকতাত ভূমিভিত্তিক মধ্যস্বত্বভোগী মধ্যশ্ৰেণীৰ সৃষ্টি হ'ল।[৪] এই ব্যৱস্থাত থলুৱা সহয়োগী শক্তিৰ সৃষ্টিৰে ঔপনিবেশিক স্বাৰ্থ নিৰংকুশভাৱে সুৰক্ষিত হ'ল আৰু ক্ষয়প্ৰাপ্ত সামন্ত অৰ্থনীতিৰ প্ৰতিপত্তি ৰক্ষা কৰা হ'ল। অৱশ্যে এই সহযোগী শ্ৰেণীৰ সৃষ্টিত পৰৱৰ্তীকালত পাশ্চাত্য আনুষ্ঠানিক শিক্ষাৰ অৱদান উল্লেখযোগ্য। চিপাহী বিদ্ৰোহ, বৃটিছৰ উদাৰতা আদিৰ প্ৰতি এই শ্ৰেণীটোৰ নেতৃস্থানীয় লোকৰ মনোভাৱত উল্লিখিত বিষয়ৰ স্পষ্টতা আছে।[৫] ঊনবিংশ শতিকাৰ দ্বিতীয়াৰ্ধত বৃটিছ বনিক পুঁজি শিল্প পুঁজিলৈ পৰিৱৰ্তনৰ প্ৰক্ৰিয়া সমাপ্ত হয় আৰু উদ্যোগ বিপ্লৱৰ সুফল বৃটিছে আপোন স্বাৰ্থতে ভাৰতত প্ৰৱৰ্তন কৰে।[৬]

বঙ্গৰ নৱ-জাগৰণ এটা প্ৰক্ৰিয়া। এই প্ৰক্ৰিয়াৰ মাজেদিয়ে বঙ্গ তথা ভাৰতবৰ্ষত আধুনিক

---

১. দ্ৰ. সুশোভন সৰকাৰ, বেঙ্গল ৰেণেছাঁ এণ্ড আদাৰ এছেইজ, পৃঃ ১৪৯-৫২.

২. আৰ. চি. মজুমদাৰ এণ্ড পি. এন. চোপ্ৰা, মেইন কাৰেণ্টছ অৱ্ ইণ্ডিয়ান হিষ্টৰী. পৃঃ ১৮২-৮৬.

৩. আৰ. চি. মজুমদাৰ এণ্ড পি. এন. চোপ্ৰা, উল্লিখিত, পৃঃ ১৭৭-৯৫. প্ৰথম নাথ বিশী, 'ভূমকা' চিত্ৰ চৰিত্ৰ, পৃঃ IIV.
গোপাল হালদাৰ, বাংলা সাহিত্যৰ ৰূপৰেখা, ২য় খণ্ড, পৃঃ ৩.

৪. আৰ. চি. মজুমদাৰ এণ্ড পি. এন. চোপ্ৰা, উল্লিখিত, পৃঃ ১৯৬-৯৭. গোপাল হালদাৰ, উল্লিখিত, পৃঃ ১৩-১৪.

৫. প্ৰথম নাথ বিশী, 'ডেভিদ হেয়াৰ' উল্লিখিত, পৃঃ ৯. মোহিতলাল মজুমদাৰ 'ভূমিকা' বাংলাৰ নৱযুগ, পৃঃ ১২-১৩, আৰ চি মজুমদাৰ এণ্ড পি. এন. চোপ্ৰা, উল্লিখত পৃঃ ২৩৪-৩৫.

৬ গোপাল হালদাৰ, উল্লিখিত, পৃঃ ১৩-২৪, আৰ. চি. মজুমদাৰ এণ্ড পি. এন্. চোপ্ৰা, উল্লিখিত, পৃঃ ১৯৯.

পৰিভাষাৰ জাতীয়তাবাদ আৰু স্বদেশপ্ৰেমৰ সৃষ্টি হয় আৰু সাহিত্যত প্ৰতিষ্ঠা লাভ কৰে। এই জাগৰণৰ প্ৰক্ৰিয়াটোক আমি তিনিটা স্তৰত বিভাজন কৰিব খুজিছোঁ, —(ক) প্ৰাৰম্ভ (খ) প্ৰস্ফুটন (গ) বিকাশ। সংশ্লিষ্ট প্ৰক্ৰিয়াটোক পৰিপূৰ্ণতা দানৰ যি প্ৰচেষ্টা সেই প্ৰচেষ্টা দুভাগত বিভক্ত কৰিব পাৰি। (১) বিদ্যায়তনিক (২) সাংগঠনিক। অৱশ্যে এই বিভাজন আন্তঃ সম্পৰ্ক বিবৰ্জিত নহয়।

## বিদ্যায়তনিক

প্ৰাৰম্ভৰ পৰ্যায়ৰ যি বিদ্যায়তনিক প্ৰচেষ্টা, সেই প্ৰচেষ্টা তিনি দিশৰ পৰা আৰম্ভ হৈছিল। (ক) মিছনেৰী প্ৰচেষ্টা, (খ) থলুৱা ৰাজহুৱা প্ৰচেষ্টা (গ) কোম্পানীৰ প্ৰচেষ্টা।[৭] বিদ্যায়তনিক অনুষ্ঠানসমূহৰ অৱদান বঙ্গৰ জাগৰণত মুখ্য, পৰৱৰ্তী বিষয়বোৰ আনুষঙ্গিকহে। পশ্চিমীয়া আনুষ্ঠানিক শিক্ষাইহে বঙ্গৰ ভাব-জগতত সংঘাতৰ সৃষ্টি কৰি নতুন প্ৰমূল্যৰ (ৰেণেছাঁৰ লগৰীয়া) সূচনা[৮] কৰে। ফৌৰ্ট উইলিয়াম কলেজ (১৮০০) প্ৰতিষ্ঠাৰে ইয়াৰ শুভাৰম্ভ হয়। এই বিদ্যায়তনিক প্ৰচেষ্টাৰ চৰকাৰী উদ্দেশ্য আছিল বৃটিছ কৰ্মচাৰীসকলক দেশীয় ভাষা-সংস্কৃতিৰ লগত পৰিচিত কৰি তোলা। কিন্তু বঙলা সাহিত্যৰ নতুন পথানুসন্ধানত ই গুৰুত্বপূৰ্ণ ঐতিহাসিক ভূমিকা গ্ৰহণ কৰিলে। ইতিপূৰ্বে পশ্চিমীয়া আৰ্হিৰ শিক্ষা আৰম্ভ কৰিলেও বঙলা গদ্যৰ (জাতীয় ভাষা সৃষ্টিৰ) প্ৰত্যক্ষ প্ৰচেষ্টাৰ পাতনি এই কলেজতেই তৰা হয়। খৃষ্টান মিছনেৰী উইলিয়াম কেৰীক (১৭৬১-১৮৪৩) বঙলা বিভাগৰ অধ্যক্ষ হিচাপে লৈ এই কাৰ্য সম্পাদিত হয়।[৯]

উনবিংশ শতিকাৰ প্ৰথম ভাগতে মাতৃভাষাৰ চেতনা দান বিদেশীসকলৰে কীৰ্তি। হলহেড্ আৰু ফাৰ্ষ্টাৰ চাহাবেই আদালত আদিত ফাৰ্চীৰ পৰিৱৰ্তে বঙলা ভাষা প্ৰৱৰ্তনৰ যুক্তি দৰ্শায়। আনহাতে শাসকে শাসিতৰ ভাষা জনাটো অপৰিহাৰ্য হোৱাত সেই ফালৰ পৰাও উৎসাহ পোৱা স্বাভাৱিক। তদুপৰি মিছনেৰীসকলে আপোন স্বাৰ্থতে বঙলা ভাষা শিকিছিল আৰু তেওঁলোকৰ দ্বাৰা প্ৰতিষ্ঠিত শিক্ষানুষ্ঠানবোৰৰ মাধ্যম আছিল বঙলা।[১০] সেয়েহে ফৌৰ্ট উইলিয়াম কলেজ মাতৃভাষা চৰ্চাৰ কেন্দ্ৰ হৈছিল।[১১] এই প্ৰচেষ্টাৰ ফলত আধুনিক জাতীয়তাবোধৰ বিকাশৰ বাবে প্ৰয়োজনীয় উপাদান 'জাতীয় ভাষাৰ বিকাশ'[১২] উল্লেখযোগ্য সামাজিক-সাংস্কৃতিক ঘটনা। পৰৱৰ্তী কালত ৰাম মোহন ৰায় (১৭৭৪-১৮৩৩) প্ৰমুখ্যে যুক্তিবাদীসকলৰ বাবেও ই শক্তিশালী অস্ত্ৰ হৈ উঠিল।

বিদ্যায়তনিক প্ৰচেষ্টাৰ দ্বিতীয় স্তৰত ৰামমোহন, ডেভিদ হেয়াৰ (১৭৭৫-১৮৪২) ৰাধাকান্ত দেৱ আদিৰ নাম বিশেষ উল্লেখযোগ্য। ১৮১৭ চনত হিন্দু কলেজৰ প্ৰতিষ্ঠা বিদ্যায়তনিক

---

৭. দ্ৰ. এছ. কে. দে, বেঙ্গলী লিটাৰেচাৰ ইন্ দি নাইনটিন্থ্ চেঞ্চুৰী, পৃঃ ৪৫৭-৪৬৫
গোপাল হালদাৰ, পূৰ্বোল্লিখিত, পৃঃ ৩৮-৪৪.

৮. গোপাল হালদাৰ, পূৰ্বোল্লিখিত, পৃঃ ৩৩-৩৬.

৯. এচ. কে. দে, উল্লিখিত, পৃঃ ১০৬-৪২
গোপাল হালদাৰ, পূৰ্বোল্লিখিত, পৃঃ ৩৮.
প্ৰমথ নাথ বিশী, 'উইলিয়াম কেৰী' পূৰ্বোল্লিখিত, পৃঃ ১৩-১৬.

১০. এচ. কে. দে, পূৰ্বোল্লিখিত, পৃঃ ৫০-৫৬.

১১. এচ. কে. দে, পূৰ্বোল্লিখিত, পৃঃ ১০৬.

১২. বিনয় ঘোষ, 'বাঙালীৰ ৰাষ্ট্ৰ চিন্তা', অটোমেটিক জীৱন ও সমাজ, পৃঃ ৪১.

দিশত দ্বিতীয়টো গুৰুত্বপূৰ্ণ সংযোজন। উদাৰনৈতিক চিন্তাধাৰাৰ বিকাশত হিন্দু কলেজৰ ভূমিকা উল্লেখযোগ্য।[13] এই হিন্দু কলেজৰ শিক্ষক হেন্‌ৰি ডিৰজিঅ'ৰ (১৮০৯-১৮৩১) নেতৃত্বত সৃষ্টি হোৱা এদল তৰুণে (বংগৰ নৱজাগৰণত 'ঈয়ং বেংগল' ৰূপে পৰিচিত) বংগৰ সামাজিক জীৱনত প্ৰচণ্ড আলোড়নৰ সৃষ্টি কৰিলে।[14] ঊনবিংশ শতিকাৰ দ্বিতীয় দশকত অন্য দুটি বিদ্যায়তনিক অনুষ্ঠান 'কলিকতা স্কুল বুক্ ছচাইটি' (১৮১৭), 'স্কুল ছচাইটি (১৮১৮) প্ৰতিষ্ঠাও অন্যতম গুৰুত্বপূৰ্ণ ঘটনা। ক্ৰমে শ্ৰীৰামপুৰ কলেজ (১৮১৮) প্ৰমুখ্যে অনেক বিদ্যায়তনিক অনুষ্ঠান গঢ়ি উঠে। মেকলেৰ শিক্ষা সংক্ৰান্তীয় সিদ্ধান্ত (১৮৩৫), ছাৰ চাৰ্লছ্ উডৰ শিক্ষা সম্পৰ্কীয় নীতি নিৰ্দেশিকা (১৮৫৪) আৰু সৰ্বশেষত কলিকতা বিশ্ববিদ্যালয় প্ৰতিষ্ঠাৰ[15] (১৮৫৭) মাজেদি বিদ্যায়তনিক প্ৰচেষ্টা সম্পূৰ্ণ হোৱাৰ লগে লগে শিক্ষিত মধ্যবিত্ত শ্ৰেণী গঢ়ি উঠাৰ পথ পূৰ্ণভাৱে উন্মুক্ত হ'ল।

**সাংগঠনিক ঃ** সাংগঠনিক ক্ষেত্ৰত দুটি ধাৰা অনুসৰণ কৰা হৈছিল— (ক) সভা-সমিতি (খ) পত্ৰিকা প্ৰকাশ। সভা-সমিতিসমূহো আকৌ দুটা দিশৰ পৰাই গঢ়ি তোলা হৈছিল। (ক) ধৰ্মীয় আৰু সামাজিক আৰু (খ) আৰ্থ-ৰাজনৈতিক।

## সভা-সমিতি ঃ ধৰ্মীয় আৰু সামাজিক

বঙ্গৰ নৱ-জাগৰণত পাশ্চাত্য চিন্তা প্ৰথমে অনুভূত হয় যুক্তিবাদী দৃষ্টিভঙ্গীৰ ভিত্তিত গঢ় লোৱা সমাজ সংস্কাৰৰ আগ্ৰহৰ মাজত। যুক্তিবাদ ভাৰতীয় মানসলৈ ইউৰোপীয় ৰেণেছাঁৰ দান। এই যুক্তিবাদৰ সহায়তে ৰাম-মোহনৰ পৰা বিদ্যাসাগৰলৈকে (১৮২০-৯১) সময়ছোৱাত সতীদাহ, বাল্য বিবাহ, বহু বিবাহৰ বিৰুদ্ধে আৰু বিধবা বৱাহ, স্ত্ৰী-শিক্ষা, অ-ব্ৰাহ্মণৰ বাবে সংস্কৃত শিক্ষা আৰু বহু দেৱতাৰ বিৰুদ্ধে একেশ্বৰবাদী চিন্তাৰ সপক্ষে বিভিন্ন ধৰ্মীয় আৰু সামাজিক চিন্তা আৰু কাম সংঘটিত হৈছিল। যুক্তিবাদে সামাজিক সংস্কাৰ, উদাৰতাবাদ আৰু মানৱতাবাদ আদি নতুন প্ৰমূল্যবোৰৰ সৈতে সমান্তৰালভাৱে আগবাঢ়ে।[16] উল্লিখিত বিষয়বোৰৰ স্পষ্ট-অস্পষ্ট পোহৰত সামাজিক সংগঠন গঢ়ি তোলাৰ হেঁপাহ সমকালীন মানুহৰ মনত জাগৃত হৈছিল। এই ভাৱ-জগতৰ হেঁপাহ আৰু সংঘাতেই নৱ-জাগৰণৰ বাট কাটিলে।

ধৰ্মৰ কঠোৰ বান্ধোনেৰে ভাৰতীয় জীৱন এনেভাৱে নিকপকপীয়াকৈ বন্ধনযুক্ত আছিল যে নৱ-জাগৰণৰ অগ্ৰদূতসকলে সামাজিক সংস্কাৰৰ যি পৰিকল্পনা যুক্তিৰে থিয় কৰাইছিল, স্বভাৱিকভাৱেই সি ধৰ্ম্মীয় চিন্তা-চৰ্চাৰ লগত সংযুক্ত হৈ পৰিছিল। সমকালীন ভাৰতীয় সমাজ জীৱনৰ সকলো প্ৰমূল্য নিৰ্ণীত হৈছিল ধৰ্মীয় চিন্তাৰ ভেটিতহে। গতিকে নৱ-জাগৰণৰ প্ৰথম

---

১৩. এচ. কে. দে. পূৰ্বোল্লিখিত, পৃঃ ৪৬৫.
সুশোভন সৰকাৰ, পূৰ্বোল্লিখিত, পৃঃ ৯-১০.
আৰ. চি. মজুমদাৰ এণ্ড পি. এন্. চোপ্ৰা, পূৰ্বোল্লিখিত, পৃঃ ২১১.

১৪. সুশোভন সৰকাৰ, পূৰ্বোল্লিখিত, পৃঃ ১৯২১.
গোপাল হালদাৰ, পূৰ্বোল্লিখিত, পৃঃ ১১৯-৩১,
প্ৰমথ নাথ, 'ডিৰোজিও' পূৰ্বোল্লিখিত, পৃঃ ১৭-২১.

১৫. সুশোভন সৰকাৰ, পূৰ্বোল্লিখিত, পৃঃ ৩৪.

১৬. সুশোভন সৰকাৰ, পূৰ্বোল্লিখিত, পৃঃ ১৫৩-৫৪. প্ৰথম নাথ বিশী, 'ভূমিকা', পৃঃ পৃঃ I৩—II৩ 'বিদ্যাসাগৰ' পৃঃ ৭৭-৭৯, পূৰ্বোল্লিখিত.

আঘাতটো লাগিছিল সামাজিক জীৱনত আৰু এই যুগধৰ্মক অনুভৱ কৰা প্ৰথম ব্যক্তিজন হ'ল ৰামমোহন ৰায়।[১৭]

মিছনেৰীসকলে উইলিয়াম কেৰীৰ নেতৃত্বত শ্ৰীৰামপুৰ মিছন প্ৰতিষ্ঠা (১৮০০) কৰি এনে প্ৰয়াস কৰিলেও ধৰ্মীয় সামাজিক সংস্কাৰৰ থলুৱা প্ৰচেষ্টাৰ সূত্ৰপাত হয় ৰাম মোহনৰ 'আত্মীয় সভা'ৰ (১৮১৫) মাজেদিহে। ৰামমোহন সৃষ্ট এই সভা মূলতঃ অভিজাতসকলৰহে সভা আছিল। ১৮২৮ চনত তেওঁ পুনৰ 'ব্ৰাহ্মসভা' প্ৰতিষ্ঠা কৰে। ধৰ্মীয় দিশত উদাৰ মানসিকতা প্ৰসাৰত ৰামমোহনে আলোচনা আৰু বিতৰ্কৰ উত্থাপন আৰু গোহাৰি প্ৰচাৰ আদি বিভিন্ন উপায় অৱলম্বন কৰিছিল। যুক্তিবাদী ৰামমোহনে উভয় সংস্কৃতিৰ মূল্যৱান চিন্তাৰ সুসমন্বয়েৰে এটি সংশ্লেষণ সৃষ্টিৰ প্ৰয়াস কৰিছিল।[১৮]

কিন্তু ৰামমোহনৰ সংশ্লেষণৰ প্ৰভাৱ বিস্তৃতিৰ আগতেই সংঘৰ্ষৰ সৃষ্টি কৰিলে ডিৰজিঅ'ৰ মন্ত্ৰপূত শিষ্যসকলে। 'ঈয়ং বেংগল' (১৮৩৩-৫৭) ৰূপে খ্যাত এই সকলে বিভিন্ন ঐতিহ্যক আঘাত কৰা কৰ্মেৰে বংগদেশৰ সামাজিক জীৱন তৰঙ্গায়িত কৰিলে। আনফালে ৰাধাকান্ত দেৱৰ নেতৃত্বত গোড়া ঐতিহ্যবাদীসকল একগোট হ'ল। 'ঈয়ং বেংগল'ৰ তৰুণ বিদ্ৰোহীসকলে 'একাডেমিক এছোচিয়েশ্যন' (১৮২৮) 'ছচাইটি ফৰ একুইজিশ্যন অব্ জেনেৰেল নলেজ' (১৮৩৮), ঐতিহ্যবাদীসকলে 'গৌড়ীয় সভা' (১৮২৩) আৰু 'ধৰ্মসভা' (১৮৩০) প্ৰতিষ্ঠা কৰে।[১৯] উল্লিখিত অনুষ্ঠানসমূহত স্ব-দৃষ্টি কোণৰ পৰা সামাজিক-সাংস্কৃতিক বিষয়বোৰৰ সম্পৰ্কে আলোচনা আৰু বিতৰ্ক হৈছিল আৰু স্বমত প্ৰকাশ আৰু প্ৰসাৰৰ বাবে পত্ৰিকা প্ৰকাশৰ উদ্যম হাতত লৈছিল। ৰাম মোহনে তেওঁৰ সৃষ্ট সংশ্লেষণৰ সপক্ষে মিছনেৰী, ঈয়ং বেংগল, আৰু ঐতিহ্যবাদী, তিনিও দলৰ লগত কৰ্মৰ মাজেদি সংঘাতৰ সন্মুখীন হ'ব লগা হৈছিল। ১৮৩৯ চনত দেবেন্দ্ৰনাথ ঠাকুৰে 'তত্ত্ববেধিনী সভা' প্ৰতিষ্ঠা কৰে। ক্ৰমে ১৮৫১ চনত 'বেথুন ছচাইটি' 'বিদ্যোৎসাহিনী সভা' (১৮৫৩) প্ৰতিষ্ঠা কৰা হয়।[২০]

তত্ত্ববোধিনী সভা'ৰ কাৰ্যাৰম্ভই প্ৰস্ফুটন পৰ্যায়ৰ শুভাৰম্ভ। শতিকাৰ দ্বিতীয়াৰ্ধৰ প্ৰথম দশকত ধৰ্মীয় আৰু সামাজিক জীৱনৰ সংগঠন আৰু পুনৰুত্থান পৰ্যায়টি সম্পূৰ্ণ হয়।

**আৰ্থ-ৰাজনৈতিক ঃ** আৰ্থ-ৰাজনৈতিক সংগঠন ঊনবিংশ শতিকাৰ 'লেণ্ড হোল্ডাৰ্ছ এছোচিয়েশ্যনে'ৰে (১৮৩৭) আৰম্ভ হয়। ক্ৰমে এই সময়ছোৱাত সংশ্লিষ্ট দৃষ্টিভঙ্গীৰ অন্য দুটি সংগঠন 'বেঙ্গল বৃটিছ ইণ্ডিয়ান ছচাইটি' (১৮৪৩), 'বৃটিছ ইণ্ডিয়ান এছচিয়েশ্যন' (১৮৫১)। মূলতঃ তিনিওটা সংগঠনেই ভূমিভিত্তিক অভিজাত আৰু মধ্যবিত্তৰ সংগঠন।[২১] দ্বিতীয়াৰ্ধত সংগঠিত আৰ্থ-ৰাজনৈতিক সংগঠনসমূহ হ'ল ৰাজনাৰায়ণ বসু প্ৰতিষ্ঠিত 'জাতীয় গৌৰবেচ্ছা সঞ্চাৰিণী সভা' (১৮৬১), জ্যোতিৰিন্দ্ৰ ঠাকুৰৰ সহযোগত 'স্বাদেশিকেৰ সভা' (১৮৬৫), নৱ

---

১৭. আৰ. চি. মজুমদাৰ, 'পূৰ্বোল্লিখিত, পৃঃ ২১৬.

১৮. দ্ৰ. সুশোভন সৰকাৰ, পূৰ্বোল্লিখিত, পৃঃ ৫-৮
গোপাল হালদাৰ, পূৰ্বোল্লিখিত, পৃঃ ৩৬.

১৯. সুশোভন সৰকাৰ, পূৰ্বোল্লিখিত, পৃঃ ১৯-২১.
গোপাল হালদাৰ, পূৰ্বোল্লিখিত, পৃঃ ৩৬-৩৭, পৃঃ ৬০-৬১.

২০. গোপাল হালদাৰ, পূৰ্বোল্লিখিত, পৃঃ ৬১-৬২.

২১. গোপাল হালদাৰ, পূৰ্বোল্লিখিত, পৃঃ ৬৩. বিনয় ঘোষ, পূৰ্বোল্লিখিত, পৃঃ ৪৩.

গোপাল মিত্ৰৰ 'হিন্দু মেলা' (১৮৬৫), সুৰেন্দ্ৰনাথ বেনাৰ্জীৰ 'ইণ্ডিয়ান এছোচিয়েশ্যন' (১৮৭৫)।[২২]

## সংবাদ পত্ৰ ঃ পত্ৰিকা ঃ

জ্ঞান প্ৰসাৰৰ দুটি আধুনিক মাধ্যম মুদ্ৰণ ব্যৱস্থা আৰু সংবাদপত্ৰ আৰু আলোচনী। মুদ্ৰণ যন্ত্ৰৰ সহায়ত সংবাদ পত্ৰসমূহৰ দ্বাৰা আধুনিক গণতান্ত্ৰিক মূল্যবোধ প্ৰচাৰৰ কেৱল বঙ্গ দেশতে নহয়, সমগ্ৰ বিশ্বতে এক অভিনৱ প্ৰচেষ্টা।

জাগৰণকালীন বংগদেশতো এই দুয়োটাই উল্লিখিত কৰ্মসমূহৰ সফল ৰূপদান কৰাত বিশাল ভূমিকা লৈছিল। উল্লিখিত ধৰ্মীয় আৰু সামাজিক সংগঠনসমূহে নিজা নিজা বক্তব্য উত্থাপন কৰিবলৈ নিজা সংগঠনৰ পৰা পত্ৰিকা বা সংবাদপত্ৰ প্ৰকাশ কৰিছিল। এই প্ৰচেষ্টাই নৱ-জাগৰণ সৃষ্টিত ভাৱৰ লগত ভাৱৰ সংযোগ প্ৰতিষ্ঠা কৰি পটভূমিৰ বিশাল আয়তন দানত প্ৰত্যক্ষ সহায় কৰে।

এই ক্ষেত্ৰতো বাট-কটীয়াৰ কৃতিত্ব মিছনেৰীসকলৰে। হালহেডৰ 'বাংলা ব্যাকৰণ' (১৭৭৮) প্ৰকাশেৰে যদিও বঙলা মুদ্ৰণ প্ৰক্ৰিয়া আৰম্ভ হয়, শ্ৰীৰামপুৰ মিছন প্ৰেছ প্ৰতিষ্ঠাৰ (১৮০০) পৰাহে বঙলা মুদ্ৰণ ইতিহাস প্ৰকৃততে আৰম্ভ হয়। মিছন প্ৰেছ প্ৰতিষ্ঠা বছৰৰ প্ৰথম ভাগৰ পৰাই 'দিগদৰ্শন', এমাহৰ মানৰ পাছতে 'সমাচাৰ দৰ্পণ'ৰ প্ৰকাশ আৰম্ভ আৰু বঙলা সাংবাদিকতা আৰু পত্ৰিকাৰ ইতিহাসো আৰম্ভ হয়। মিছনেৰী প্ৰকাশৰ ভিতৰত ইংৰাজী ভাষাত 'ফ্ৰেণ্ড অব ইণ্ডিয়া'ও অন্যতম। থলুৱা প্ৰচেষ্টাৰ প্ৰকাশনসমূহ, 'সম্বাদ কৌমুদী' (১৮২১), (পাছত 'ব্ৰাহ্মণ সেৱধি'), 'সমাচাৰ চন্দ্ৰিকা' (১৮২২), বঙ্গদূত (১৮২৯), সংবাদ প্ৰভাকৰ (১৮৩১), 'এনকোয়াৰাৰ' (১৮৩১) জ্ঞানান্বেষণ (১৮৩১),"তত্ত্ববোধিনী পত্ৰিকা' (১৮৪৩) আদি।[২৩]

## নতুন সাহিত্য সৃষ্টিৰ পথানুসন্ধান ঃ

শ্ৰীৰামপুৰ মিছন, ফোৰ্ট উইলিয়াম কলেজৰ গদ্যচৰ্চাতেই নতুন সাহিত্য সৃষ্টিৰ প্ৰয়াস আৰম্ভ হয়। এই প্ৰয়াসতে ভঙ্গ কৰা হয় সাহিত্যৰ পুৰণি ৰূপ আৰু ৰীতি। কিন্তু সেয়ে হ'লেও মাইকেল মধুসূদন—বংকিমচন্দ্ৰ পৰ্যন্ত এই সময়ছোৱাৰ সৃষ্টি সাহিত্য বিচাৰত মূল্যৱান নহয়; মূল্যৱান ঐতিহাসিক বিচাৰতহে। পৰৱৰ্তী কালৰ সাহিত্য সৃষ্টিৰ যি উদ্দাম জোৱাৰ তাৰ প্ৰক্ৰিয়া এই কাৰ্যবোৰৰ মাজেদিয়ে সূচিত হৈছিল। এই কালৰ সাহিত্যৰ ভূমিকা সাংগঠনিক। বিস্তৃত আয়তনেৰে পটভূমিকা সৃষ্টিতে ইয়াৰ কৃতিত্ব।[২৪]

## ৰাজনৈতিক চেতনাৰ অগ্ৰগতি আৰু স্বদেশপ্ৰেমৰ শিল্পৰূপ ঃ

বৃটিছ ঔপনিবেশিক অৰ্থনীতিৰ পৃষ্ঠপোষকতাত গঢ়ি উঠা অভিজাত শ্ৰেণীটোৰ আৰ্থ-ৰাজনৈতিক স্বাৰ্থ- ৰক্ষাৰ সংগঠন 'লেণ্ড হোল্ডাৰ্ছ ছচাইটি'। ৰাজনৈতিক চেতনা বৃদ্ধিত এই

---

২২. বিনয় ঘোষ, পূৰ্বোল্লিখিত, পৃঃ ৪৫.
আৰ. চি. মজুমদাৰ এণ্ড পি. এন. চোপ্ৰা, পূৰ্বোল্লিখিত, পৃঃ ২৩৬.

২৩. গোপাল হালদাৰ, পূৰ্বোল্লিখিত, পৃঃ ৩৪-৩৫, ৭২-৭৭.

২৪. দ্ৰ. গোপাল হালদাৰ, পূৰ্বোল্লিখিত, পৃঃ ৬৫.

সংগঠনৰ অৱদান নাই। উদাৰনৈতিক ৰাজনৈতিক চেতনাৰ প্ৰকাশ ৰামমোহনৰ সতীদাহ বিৰোধিতা, ভাৰ্ণেকুলাৰ প্ৰেছ আইন, কৃষকৰ দুৰৱস্থাৰ প্ৰতিবাদ আদিতেই সূচনা হয়।[২৫]

বিভিন্ন সভা আৰু সংগঠনৰ আলোচনা-বিলোচনাৰ মাজেদি ৰাজনৈতিক চেতনাৰ বীজ সৃষ্টি হয়। কিন্তু শিক্ষিত মধ্যশ্ৰেণীটো গঢ়ি নুঠালৈকে আৰু সামাজিক জীৱনৰ নেতৃত্বলৈ নহালৈকে বিভিন্ন মঞ্চত এই চেতনাৰ প্ৰকাশ আলোচনা-বিলোচনাৰ মাজতে আবদ্ধ আছিল। ১৮৩৩ চনৰ চনদ পৰিৱৰ্তনৰ সময়ত বঙালীসকলৰ নিজা বক্তব্য উত্থাপনৰ স্পৃহা পৰিলক্ষিত হৈছে। কিন্তু সকলোতে এটা পটভূমিগত সীমাবদ্ধতালৈ বিনয় ঘোষে আঙুলিয়াই দিছে।[২৬]

ৰাজনৈতিক চেতনা বৃদ্ধিৰ পটভূমি সৃষ্টিত এই সময়ছোৱাৰ উল্লেখযোগ্য ঘটনাৱলী হ'ল— মাতৃভাষাৰ মৰ্যাদা প্ৰতিষ্ঠা, জাতীয় ভাষাৰ সৃষ্টি, জ্ঞান প্ৰসাৰৰ প্ৰতি স্পৃহা প্ৰকাশ আৰু জ্ঞানবাদী সাহিত্য সৃষ্টি, সংবাদ পত্ৰ প্ৰকাশৰ প্ৰৱণতা, পশ্চিমীয়া শিক্ষা আৰু মূল্যবোধৰ প্ৰতি আগ্ৰহ, সামাজিক-ধৰ্মীয় কু-সংস্কাৰ দূৰ কৰাৰ আন্তৰিক হেঁপাহ। উল্লিখিত অনুষ্ঠানবোৰেই এই কাৰ্যবোৰত নেতৃত্ব দান কৰিছিল।

১৮৩৫ চনৰ বেণ্টিঙ্কৰ নিয়োগ নীতিয়ে চাকৰিজীৱী মধ্যবিত্ত শ্ৰেণীৰ সৃষ্টি হোৱাত সহায় কৰে আৰু ভূমিৰ বাহিৰে জীৱিকা অৰ্জনৰ এটি নতুন পথ তেওঁলোকৰ বাবে মুকলি হ'ল।[২৭] শিক্ষা সংক্ৰান্তীয় নীতি-নিৰ্দেশিকা, বিশ্ববিদ্যালয় প্ৰতিষ্ঠা আদিয়ে মধ্যবিত্ত শ্ৰেণীৰ সৃষ্টি খৰতকীয়া কৰে। ৰেণেছাঁৰ জীৱন জিজ্ঞাসা, ধৰ্ম আৰু সমাজ-সংস্কাৰৰ আগ্ৰহ আৰু গণতান্ত্ৰিক মধ্যবিত্তৰ ৰাজনৈতিক ক্ষমতা লাভ, ইউৰোপত বিকশিত আধুনিক যুগৰ এই তিনিওটা বৈশিষ্ট্যৰ লগত বঙ্গৰ ঊনবিংশ শতিকাৰ প্ৰথমাৰ্ধত পৰিচয় ঘটে।[২৮] সেইবাবেই এই সময়ছোৱাৰ লেখকসকলো যুগটোৰ সকলো লক্ষণ লৈ প্ৰকাশিত হৈছে। এই প্ৰসঙ্গত এচ্. কে. দেৰ মন্তব্য প্ৰণিধানযোগ্য,

> এই পৰিবৰ্তনকালীন সময়ৰ প্ৰত্যেকজন মহান লেখকেই প্ৰয়োজনভিত্তিক একো একোজন ৰাজনীতিবিদ, সমাজ সংস্কাৰক, অথবা ধৰ্মীয় দিগ দৰ্শক আছিল।[২৯]

গতিকে, দেখা যায়, আধুনিক যুগ-প্ৰয়োজনক প্ৰথম অনুভৱ কৰে ৰামমোহনেই। সেই লক্ষ্যত উপনীত হ'বলৈ তেওঁ জ্ঞান প্ৰসাৰ, ধৰ্ম আৰু সমাজসংস্কাৰ আৰু ৰাজনৈতিক আন্দোলন—যুগধৰ্মৰ এই ত্ৰিধাৰা সম্বন্ধে সচেতন আৰু সক্ৰিয় হৈছিল।[৩০] এই সচেতনতা আৰু সক্ৰিয়তাই তেওঁক এটি সংশ্লেষণ সৃষ্টিৰ প্ৰেৰণা দান কৰিছিল। গতিকে, সেই সংশ্লেষণক শক্তিশালী প্ৰতিষ্ঠা দিব পৰা সকলো কৰ্মতে তেওঁ অংশ গ্ৰহণ কৰিছিল, সতীদাহ বন্ধৰ পৰা হিন্দু কলেজ প্ৰতিষ্ঠালৈকে। এনে দৃষ্টিভঙ্গী ৰামমোহনৰ পৰা ৰবীন্দ্ৰনাথলৈকে সকলোৰে ক্ষেত্ৰত

---

২৫. সুশোভন সৰকাৰ, পূৰ্বোল্লিখিত, পৃঃ ৯-১৪.
গোপাল হালদাৰ, পূৰ্বোল্লিখিত, পৃঃ ১১.
২৬. বিনয় ঘোষ, পূৰ্বোল্লিখিত, পৃঃ ৪০-৪৩.
২৭. গোপাল হালদাৰ, পূৰ্বোল্লিখিত, পৃঃ ২৪.
২৮. দ্ৰ. গোপাল হালদাৰ, পূৰ্বোল্লিখিত, পৃঃ ১৪৬-৪৭.
২৯. এচ্. কে. দে. পূৰ্বোল্লিখিত, পৃঃ ৫১.
৩০. দ্ৰ. গোপাল হালদাৰ, পূৰ্বোল্লিখিত, পৃঃ ১৪৭.

দেখা যায়। এই বৃত্তৰ ভিতৰত ৰামমোহন, ডিৰজিঅ', হেয়াৰ চাহাব, ৰাধাকান্ত দেৱ, দেবেন্দ্ৰ নাথ ঠাকুৰ, অক্ষয় দত্ত, কেশৱচন্দ্ৰ সেন, বিদ্যাসাগৰ সকলো ঘূৰিছিল।

ৰামমোহনৰ চিন্তাত যুগজনিত আৰু সীমাবদ্ধতা থকা সত্ত্বেও তেওঁৰ ৰচনাৱলীত পৰিস্ফুট হোৱা গুণ কেইটা হ'ল— যুক্তিবাদ, ব্যক্তিস্বাতন্ত্ৰ্যবোধ, জাতীয় স্বাধীনতাৰ স্পৃহা, মানৱাধিকাৰ, আন্তৰ্জাতিক চিন্তা, আদি।[৩১] ৰামমোহনৰ চিন্তাত সূত্ৰপাত হোৱা উক্ত বিষয়বোৰৰ বিস্তৃত আয়তনদানৰ বাবে সভা-সমিতি, বিদ্যায়তনিক, আলোচনা-বিলোচনা, বিতর্ক, সংবাদ পত্ৰ আদি সকলো মাধমেই ব্যৱহৃত হৈছে। ৰামমোহন অন্বেষিত পথৰ লগত অমিল যেন দেখা গ'লেও মূলতঃ ৰামমোহনীয় চিন্তাকে শক্তিশালীভাৱে উত্থাপন কৰিলে ইয়ং বেঙ্গলৰ বিদ্ৰোহীসকলে। ঐতিহ্যৰ প্ৰতি অনীহা তেওঁলোকৰ চিন্তাত— কাৰ্যত প্ৰকাশ নোপোৱাকৈ থকা নাছিল।[৩২] কিন্তু মানৱিক অধিকাৰ ইয়ং বেঙ্গলে অধিক শক্তিশালীভাৱে উত্থাপন কৰে।[৩৩] অৱশ্যে সঠিক পথানুসন্ধানত এনে বিচ্যুতি অস্বাভাৱিক নহয়। এই বিচ্যুতিৰ বাবেই সম্ভাৱনা থকা সত্ত্বেও এটি শক্তিশালী সংশ্লেষণ সৃষ্টি কৰিব নোৱাৰিলে। উভয় বিচ্যুতিৰ বিৰুদ্ধে মধ্যৱৰ্তী পথৰ সংশ্লেষণটিক 'তত্ত্ববোধিনী'ৰ দলে প্ৰতিষ্ঠা দান কৰে।

'সমাচাৰ দৰ্পণ'ত আৰম্ভ হোৱা সংবাদ পত্ৰ, পত্ৰিকাৰ ভূমিকা নৱ-জাগৰণত দুটি দিশত বিশেষ গুৰুত্বপূৰ্ণ। (ক) জ্ঞান প্ৰসাৰ আৰু সামাজিক চেতনা বৃদ্ধি (খ) ভাষা-সাহিত্যৰ গঠন।[৩৪] তদুপৰি বাংলা গদ্যৰ সৰস প্ৰতিষ্ঠা আৰু আধুনিক ধাৰাত সাহিত্য চৰ্চাৰ পাঠ এইবোৰৰ বুকুতেই আৰম্ভ হৈছিল। 'সম্বাদ প্ৰভাকৰ'ৰ পাতত প্ৰথম ঈশ্বৰ গুপ্তৰ স্বাদেশিক চিন্তাৰ কবিতাৰ প্ৰকাশ এই দিশত মন কৰিব লগা।[৩৫] 'সমাচাৰ দৰ্পণ'ত আৰম্ভ হোৱা সংবাদ পত্ৰৰ জাগৰণী গীত 'তত্ত্ববোধিনী পত্ৰিকা'ত পূৰ্ণ হয়। 'তত্ত্ববোধিনী পত্ৰিকা'ৰ ভূমিকা নৱজাগৰণত সবাতোকৈ সৰহীয়া। হৰপ্ৰসাদ শাস্ত্ৰীয়ে তত্ত্ববোধিনী পত্ৰিকা' বংগ দেশত 'ইউৰোপীয় ভাৱ প্ৰচাৰৰ মিছ্নাৰী' আছিল বুলি উল্লেখ কৰিছে।[৩৬] অক্ষয় কুমাৰ দত্তই 'তত্ত্ববোধিনীৰ যোগেদি যুক্তিবাদ আৰু বৈজ্ঞানিক চিন্তাৰ বিস্তৃতি ঘটাইছিল, অথচ আধ্যাত্মিক ভাৱাদৰ্শকো একেবাৰে বিচ্যুত হ'বলৈ দিয়া নাছিল।[৩৭] অৰ্থাৎ ৰামমোহনৰ সংশ্লেষণৰ স্থায়ী প্ৰতিষ্ঠা। তত্ত্ববোধিনীৰ সময়ৰ পৰাই বঙলা সাহিত্যত স্বদেশ চিন্তা সুস্থিৰৰূপ গ্ৰহণৰ বাটত অগ্ৰসৰ হয়।[৩৮]

বিদ্যাসাগৰ তত্ত্ববোধিনীৰ লগত জড়িত আছিল। ৰামমোহনে আৰম্ভ কৰা মানৱিক চিন্তা তত্ত্ববোধিনীৰ কালত বিদ্যাসাগৰৰ চিন্তাত বিকাশ সম্পূৰ্ণ হয়। স্ত্ৰী-শিক্ষা, বিধৱা-বিবাহৰ প্ৰবক্তা বিদ্যাসাগৰকেই প্ৰথম মানৱিকতাবাদী বুলি কোৱা হৈছে।[৩৯] উইলিয়ম কেৰীৰ হাতত

---

৩১. দ্ৰ. গোপাল হালদাৰ, পূৰ্বোল্লিখিত, পৃঃ ১১২.
৩২. সুশোভন সৰকাৰ, পূৰ্বোল্লিখিত, পৃঃ ২৫.
৩৩. গোপাল হালদাৰ, পূৰ্বোল্লিখিত, পৃঃ ৫১.
৩৪. সুকুমাৰ সেন, বাংলাৰ সাহিত্য ইতিহাস, পৃঃ ১৬৫, গোপাল হালদাৰ, পূৰ্বোল্লিখিত, পৃঃ ৫৮.
৩৫. গোপাল হালদাৰ, পূৰ্বোল্লিখিত, পৃঃ ৬৫.
৩৬. দ্ৰ. উল্লিখিত, পৃঃ ১৫৩.
৩৭. উল্লিখিত, পৃঃ ১৫৩.
৩৮. উল্লিখিত, পৃঃ ৩৫.
৩৯. দ্ৰ. গোপাল হালদাৰ, উল্লিখিত, পৃঃ ৪৩-১৪৬.

আৰম্ভ হোৱা বাংলা গদ্যই তাৰ স্বাভাৱিক ছন্দসহ বিদ্যাসাগৰৰ হাতত প্ৰতিষ্ঠিত ৰূপ পৰিগ্ৰহ কৰে।[৪০]

আধুনিক বঙলা সাহিত্যৰ সাংগঠনিক ভেটি, জাতীয় ভাষা আদিয়ে ঊনবিংশ শতিকাৰ প্ৰথমাৰ্ধতে সুস্থিৰ ৰূপ-পৰিগ্ৰহ কৰে, যদিও ৰাজনৈতিক চেতনা তেতিয়াও বিকাশৰ প্ৰাথমিক পৰ্যায়তে। ৰামমোহনৰ দ্বাৰাই স্মাৰক পত্ৰৰ ৰাজনীতি আৰম্ভ হ'লও 'লেণ্ড হোল্ডাৰ্ছ ছচাইটি', 'বেঙ্গল বৃটিছ ইণ্ডিয়া ছচাইটি' আদি অভিজাতসকলৰ সংগঠন হোৱা হেতুকে নিজা স্বাৰ্থত ৰাজনৈতিক ক্ষেত্ৰত নিৰাপদ দূৰত্বত অৱস্থান কৰিছিল। 'বৃটিছ ইণ্ডিয়া ছচাইটি' গঠনৰ উদ্দেশ্য আছিল 'আইনসঙ্গত' উপায়েৰে সৰ্বশ্ৰেণীৰ মঙ্গলাকাংক্ষা। কিন্তু ১৮৪৯ চনৰ 'ব্লেক এক্ট'ৰ পটভূমিত সংঘটিত ঘটনাৱলীয়ে ১৮৫১ চনত* 'বৃটিছ ইণ্ডিয়ান এছোচিয়েশ্যন' সৃষ্টি হোৱাৰ ৰাজনৈতিক চেতনা দান কৰিলে। উল্লিখিত অনুষ্ঠানকেইটাৰ নামেই তাৰ অন্তৰ্নিহিত লক্ষ্য উপলব্ধিত সহায় কৰে। কিয়নো 'ব্লেক এক্ট'ৰ অভিজ্ঞতাৰ প্ৰত্যক্ষ ফল তৃতীয় সংগঠনটোও বৃটিছ-সহযোগী চৰিত্ৰৰ পৰা মুক্ত নাছিল আৰু বৃটিছৰ উদাৰতাৰ ওপৰত আস্থাশীল আছিল।[৪১] এই সংগঠনৰ নেতা দেবেন্দ্ৰনাথ ঠাকুৰে জাতীয়তাবোধৰ প্ৰচাৰৰ প্ৰচেষ্টা কৰিছিল, কিন্তু সফলতা অৰ্জন কৰিব নোৱাৰিলে। অৱশ্যে, জুৰি প্ৰথাৰ দাবী, মৰিচাচলৈ কুলি প্ৰেৰণৰ বিৰোধিতা, 'ব্লেক এক্ট'ৰ প্ৰতি সমৰ্থন, নীলখেতিত বৃটিছ একাধিপত্য ৰহিত কৰণ, ভাৰতীয় সংখ্যাধিক্যৰে ভাৰতীয় আইন সভা[৪২] গঠন আদি দাবীবোৰত ৰাজনৈতিক চেতনা পৰিপক্কতাৰ ফালে গতি কৰাৰ চিন পৰিস্ফুট হৈ উঠে।

দ্বিতীয়াৰ্ধৰ, বিশেষ লক্ষ্য কৰিবলগীয়া ঘটনা হ'ল প্ৰথম দশকৰে পৰা সামাজিক নেতৃত্ব ক্ৰমে নব্য-শিক্ষিত মধ্যবিত্তৰ হাতলৈ অপসাৰিত হৈছে।[৪৩] কিন্তু ১৮৫৭ চনৰ চিপাহী বিদ্ৰোহত এইসকলে বিশেষ সহানুভূতি প্ৰদৰ্শন কৰা নাই, হৰিশ মুখাৰ্জীৰ 'হিন্দু পেট্ৰিয়ট' কাকতৰ দৃষ্টিভংগীত তাৰ উমান পোৱা যায়। ১৮৫৯-৬০ চনৰ 'নীল-বিদ্ৰোহে'হে আচলতে শিক্ষিত চামৰ দৃষ্টি উন্মিলিত[৪৪] কৰিলে। বিদ্ৰোহোত্তৰ কালত হৰিশ মুখাৰ্জীৰ ভূমিকা নিঃসন্দেহে বৈপ্লৱিক। স্বতঃস্ফূৰ্ত 'নীল বিদ্ৰোহে' মধ্যবিত্তৰ হোঁহকা-পিছলা ভাৱ আঁতৰাই স্থিৰ সিদ্ধান্ত লোৱাৰ পথত আগবঢ়াৰ উপলব্ধি দান কৰিলে আৰু জাতীয়তাবাদেও মুক্তিৰ পথ বিচাৰি পালে। সেয়েহে 'নীল বিদ্ৰোহ' সম্পৰ্কে 'ৰয়েল ইনষ্টিটিউট অব্ ইণ্টাৰনেশ্যনেল এফেয়াৰ্ছে' 'জাতীয়তাবাদৰ ইতিহাসত মাইলৰ খুঁটি'[৪৫] বুলি মন্তব্য কৰিছিল। নীল বিদ্ৰোহৰ পাছৰ পৰাই, অৰ্থাৎ "১৮৬০ চনৰ পিছৰ পৰাই, দেখা গৈছে, প্ৰধানতঃ বংগদেশক কেন্দ্ৰ কৰি জাতীয়তাবোধে ক্ৰমে সংঘবদ্ধ ৰূপ ধাৰণ

---

৪০. দ্ৰ. প্ৰমথ নাথ বিশী, 'উইলিয়ম কেৰী', পূৰ্বোল্লিখিত, পৃঃ ১৪; গোপাল হালদাৰ, উল্লিখিত, পৃঃ ১৬৬.

* ব্লেক এক্ট : ১৮৪৯ চনত ভাৰত চৰকাৰে চাৰিখন বিলৰ যোগেদি কলিকতা উচ্চতম ন্যায়ালয়ৰ বাহিৰেও স্থানীয় আদালতবোৰেও ভাৰতস্থ বৃটিছ প্ৰজাসকলক বিচাৰ কৰাৰ ব্যৱস্থা কৰিব খুজিছিল। কিন্তু বৃটিছ সকলে বিলবোৰক 'ব্লেক এক্ট' বুলি অভিহিত কৰি হিংসাত্মক আন্দোলন গঢ়ি তুলিছিল।

৪১. আৰ. চি. মজুমদাৰ এণ্ড পি. এন. চোপ্ৰা, পূৰ্বোল্লিখিত, পৃঃ ২৩৪-৩৫.

৪২. গোপাল হালদাৰ, পূৰ্বোল্লিখিত, পৃঃ ১৪৮.

৪৩. উল্লিখিত, পৃঃ ১৪৯.

৪৪. সুশোভন সৰকাৰ, পূৰ্বোল্লিখিত, পৃঃ ৩৪-৩৬.

৪৫. দ্ৰ. সুশোভন সৰকাৰ, পূৰ্বোল্লিখিত, পৃঃ ৩৫.

কৰিছে"।[৪৬] কিয়নো, 'নীল বিদ্ৰোহ'ক ভেটি কৰি ৰচিত হোৱা নাট 'নীলাদৰ্পণ'ক কেন্দ্ৰ কৰি হোৱা বিচাৰ, জৰিমনা, জৰিমনা প্ৰদানৰ [৪৭] ঘটনাই জাতীয় চেতনাৰ স্তৰটো সম্পূৰ্ণ হোৱাটোকে সূচনা কৰে। আনহাতেদি ডিৰজিঅ'ৰ 'ফকীৰ অব্ ঝঙ্গিৰা'ত আৰম্ভ হোৱা দেশপ্ৰেমৰ[৪৮] শিল্পৰূপৰ প্ৰতিষ্ঠা 'নীল দৰ্পণ'ত সম্পূৰ্ণ হ'ল আৰু স্বদেশপ্ৰেমে সাহিত্যৰ বুকুত আশ্ৰয় পালে।

'হিন্দু মেলা'তে জাতীয়তাবাদৰ ৰাজনৈতিক দিশটো প্ৰকাশিত আৰু বৃটিছ সহযোগী চৰিত্ৰৰ পৰা মুক্ত হোৱাৰ পথত ধাৱমান হয়। এই প্ৰসঙ্গত বিনয় ঘোষে লেখিছে,

> স্বাদেশিকতাবোধ এই সময়ৰ পৰা স্বদেশৰ মাটিত শিপাবলৈ ধৰে আৰু তাৰ এটা বলিষ্ঠ শ্যামল দেশী ৰূপ ধীৰে ধীৰে হ'বলৈ ধৰে। 'নেশ্যনেল' আৰু 'ইণ্ডিয়ান' কথা দুটা যেন বংগদেশৰ সমস্ত অনুষ্ঠান-প্ৰতিষ্ঠানৰ লগত সাঙোৰ খাই পৰে।[৪৯]

'হিন্দু মেলা'ত গোৱা সত্যেন্দ্ৰনাথ ঠাকুৰ ৰচিত 'গাও ভাৰতেৰ জয়' গীতত ভাৰতীয় জাতীয়তাৰ স্বৰূপ মূৰ্ত হৈ উঠিছে। 'হিন্দু মেলা'ৰ আৰম্ভৰ পৰাই বংগৰ জাতীয়তাবাদে সৰ্বভাৰতীয় পৰ্যায়লৈ গতি কৰিছে। জাতীয় কংগ্ৰেছ[৫০] প্ৰতিষ্ঠাৰ মাজেদি বিকাশ আৰম্ভ হৈছে। এই বিকাশৰ সুস্পষ্ট ৰূপ বঙলা সাহিত্যত দিশে দিশে প্ৰস্ফুটিত হ'বলৈ ধৰে। এই সময়ত হিন্দু মেলাৰ আহ্বানত কাব্য, নাটক, সাহিত্য-সাংবাদিকতা, আলোচনা সভা সকলোতে এক অখণ্ড ভাৰতবোধ, পৰাধীনতাৰ বেদনাবোধ আৰু স্বাধীনতাৰ আকাংক্ষা প্ৰকাশিত হ'বলৈ ধৰে।[৫১]

উল্লিখিত ঐতিহাসিক প্ৰক্ৰিয়াৰ সফল সৃষ্টি মাইকেল মধুসূদন দত্ত, বংকিমচন্দ্ৰ আৰু পৰৱৰ্তীকালৰ ৰবীন্দ্ৰনাথ। কিয়নো এই 'হিন্দু মেলা'তেই ৰবীন্দ্ৰনাথে দেশপ্ৰেমমূলক কবিতা আবৃত্তি কৰি শ্ৰোতা-দৰ্শকক আকৰ্ষণ কৰিছিল।[৫২]

---

৪৬. দ্ৰ. বিনয় ঘোষ, পূৰ্বোল্লিখিত, পৃঃ ৪৪.

৪৭. সুশোভন সৰকাৰ, উল্লিখিত, পৃঃ ৩৬.

৪৮. দ্ৰ. ডেভিদ কফ, **বৃটিছ অৰিয়েণ্টেলিজিম এণ্ড দি বেঙ্গল ৰেণেছাঁ**, পৃঃ ২৫২-২৫৭. সুশোভন সৰকাৰ, উল্লিখিত, পৃঃ ১৯.

৪৯. দ্ৰ. বিনয় ঘোষ, পূৰ্বোল্লিখিত, পৃঃ ৪৫.

৫০. উল্লিখিত, পৃঃ ৪৫-৫৩; আৰ. চি. মজুমদাৰ এণ্ড পি. এন. চোপ্ৰা, পূৰ্বোল্লিখিত, পৃঃ ২৩৬-৪৩.

৫১. দ্ৰ. বিনয় ঘোষ, উল্লিখিত, পৃঃ ৪৫.

৫২. সুশোভন সৰকাৰ, পূৰ্বোল্লিখিত, পৃঃ ৬১.

## ১.০৩ অসমীয়া জাতীয়তাবাদৰ বিকাশ আৰু সাহিত্যত নিয়ন্ত্ৰক শক্তিৰূপে প্ৰতিষ্ঠা লাভ

### আৰ্থ-ৰাজনৈতিক পৰিৱৰ্তন ঃ

১৮২৬ চনৰ য়াণ্ডাবু সন্ধিয়ে অসমক ইষ্ট ইণ্ডিয়া কোম্পানীৰ হাতত সমৰ্পণ কৰিলে। অষ্টাদশ শতিকাৰ দ্বিতীয়াৰ্ধত আহোম প্ৰশাসনত সৃষ্টি হোৱা অন্তৰ্কলহে মানৰ আক্ৰমণৰ সূচনা কৰে আৰু দুৰ্বল হৈ পৰা সামন্ত অৰ্থনীতিৰ পতন অনিবাৰ্য কৰি তোলে। উল্লিখিত অন্তৰ্কলহৰ ফল ৰাজনৈতিক অস্থিৰতা, তৎজনিত সুবিধাত মানৰ আক্ৰমণ আৰু ৰাজনৈতিক পৰাধীনতাৰে এই অধ্যায়ৰ পৰিসমাপ্তি ঘটে।[১] অন্তৰ্কলহ-সৃষ্ট অশান্তিত অভিজ্ঞ জনসাধাৰণে সন্ধিয়ে কঢ়িয়াই আনিব পৰা শান্তি সম্ভাৱনাক আদৰি লোৱাৰ প্ৰৱণতা অসমৰ জাতীয় জীৱনৰ এই সময়ছোৱাৰ উল্লেখযোগ্য লক্ষণ।[২] ১৮২৮-৩০ খৃঃৰ সামন্ত চৰিত্ৰৰ বিদ্ৰোহবোৰ অৰ্থহীন বুলি প্ৰমাণিত হ'ল। ১৮৩৩ চনত বৃটিছে পুৰন্দৰ সিংহক উজনি অসমৰ দায়িত্ব দিলে যদিও ১৮৩৮ চনত তাৰো লেঠা মাৰি অসমক বৃটিছ ভাৰতৰ মানচিত্ৰত সাঙুৰি পেলালে।[৩]

বৃটিছ প্ৰশাসনৰ অন্তৰ্ভুক্ত হোৱাৰ লগে লগে অৰ্থনৈতিক সালসলনি ঘটাতো স্বাভাৱসিদ্ধ কথা। চিকাৰূপৰ পুঁজিবাদী অৰ্থনীতি, নতুন প্ৰশাসন, পাইক প্ৰথা ৰহিতকৰণ, কানিৰ প্ৰচলন আদিয়ে জনসাধাৰণৰ সামাজিক সাংগঠনিক পূৰ্বৰ ভেটিটো ভাঙি পেলালে অথচ ন-ভেটি ৰচনাৰ প্ৰয়াসো সঠিক আৰু স্পষ্টৰূপত ধৰা দিয়া নাছিল। অসমৰ সামাজিক জীৱন ঠেৰুছিগো ছিন্ন পত্ৰ হ'ল। আনহাতেদি আধুনিক জাতি গঠনৰ প্ৰক্ৰিয়া বা জাতীয়তাবাদী চিন্তা-চেতনাৰ সমীপৱৰ্তী লক্ষণো অপৰিস্ফুট। জাতীয় জীৱনত সৃষ্টি হ'ল আত্মবিশ্বাসহীনতাজনিত হীনমন্যতা।[৪]

ব্যৰ্থ বিদ্ৰোহজনিত কাৰণত ডা-ডাঙৰীয়াসকল বিমূঢ়, সাধাৰণ প্ৰজা ভয়ত পেপুৱা। বৃটিছ প্ৰশাসনিক মানচিত্ৰত অসমক সাঙুৰিলে যেতিয়া নতুন প্ৰশাসনৰ লগত পৰিচিত কিছু উচ্চ, নিম্ন বা-বিষয়াৰো নিতান্ত প্ৰয়োজন হ'ল। বিদ্ৰোহৰ পৰিপ্ৰেক্ষিতত কিছু পৰিমাণৰ অবিশ্বাস আৰু নতুন প্ৰশাসনৰ বাবে স্থানীয় মানুহৰ দক্ষতাৰ ওপৰত সন্দেহ আদিৰ বাবে প্ৰশাসন যন্ত্ৰ চলাবলৈ বংগদেশৰ পৰা কৰ্মচাৰী আমদানি কৰিলে। বৃটিছৰ চিকাৰূপৰ অৰ্থনীতি নতুন প্ৰশাসন

---

১. কে. এন. দত্ত. **লেণ্ড মাৰ্কছ অব্ দি ফ্ৰীডম ষ্ট্ৰাগোল ইন আছাম**, পৃঃ ১-২; এইচ. কে. বৰপূজাৰী, **আছাম ইন দি দে'জ অব্ দি কম্পেনী**, পৃঃ ৫-১৬; অমলেন্দু গুহ, **প্লেন্টাৰ ৰাজ টু স্বৰাজ**, পৃঃ ১. এইচ্. কে. বৰপূজাৰী (সম্পা.) **পলিটিকেল হিষ্টৰী অব্ আছাম**, পৃঃ ১-৭.

২ এইচ্. কে. বৰপূজাৰী, (সম্পা.) উল্লিখিত, পৃঃ ১০.

৩. এইচ্. কে. বৰপূজাৰী, (সম্পা.) উল্লিখিত, পৃঃ ১৮-৩৮.
এইচ্. কে. বৰপূজাৰী, পূৰ্বোল্লিখিত, পৃঃ ৭৯-৮৫, পৃঃ ১১৩, পৃঃ ১৩৯.

৪. অমলেন্দু গুহ, উল্লিখিত, পৃঃ ২.
ডিম্বেশ্বৰ নেওগ, **নতুন পোহৰত অসমীয়া সাহিত্যৰ বুৰঞ্জী**, পৃঃ ২৭৮.
নগেন শইকীয়া, 'ভূমিকা' **আসাম বন্ধু**, (একত্ৰ) পৃঃ .০৪.

আদিয়ে স্থানীয় প্ৰজাক সোঁতত উটি যোৱা তৃণ হেন অৱস্থা কৰিলে। প্ৰশাসন যন্ত্ৰ চলাবলৈ অহা সকলেও 'স্ব-দৈন্য' নুবুজি 'মধ্যম বৰ্গীয় প্ৰশাসক' হৈ পৰিল।[৫]

## ভাষা-নিৰ্বাসন ঃ

প্ৰশাসনৰ অনেক কৰ্মচাৰী যিহেতু বংগদেশৰ, স্থানীয় ভাষা তেওঁলোকে বুজি নাপায়। ফলস্বৰূপে দুয়োভাষাৰ মাজত এক খিচিৰি ভাষা সৃষ্টি হৈছিল, যিটো 'আদ বঙলুৱা'[৬] বুলি কোৱা হৈছিল। বৃটিছ প্ৰশাসনে কিন্তু কাগজে-কলমে পাৰ্চী ভাষাহে চলাইছিল। কিন্তু দহ বছৰ মান এইদৰে চলাৰ পাছত পোনপটীয়াকৈয়ে অসমৰ প্ৰশাসনিক আৰু বিদ্যালয়ৰ মাধ্যম বঙলা ভাষা কৰা হ'ল।[৭] অসমৰ জাতীয় সাংস্কৃতিক জীৱনত ই এটি গুৰুত্বপূৰ্ণ ঘটনা। পৰৱৰ্তী প্ৰায় এক শতিকাকাল অসমৰ জাতীয় জীৱন এই ঘটনাটোৱে নিয়ন্ত্ৰণ কৰিছে। আৰু অসমীয়া জাতীয়তাবাদী চিন্তাৰ উন্মেষ আৰু বিকাশত অৰিহণা যোগাইছে। বঙলা ভাষাৰ প্ৰৱৰ্তন সংক্ৰান্তত উনবিংশ শতিকাৰ পৰা মতদ্বৈধতা সাম্প্ৰতিক কাললৈকে বৰ্তমান।[৮]

উল্লিখিত ভাষিক-সাংস্কৃতিক ঘটনাটো ঘটিল যদিও নীৰৱে মানি লোৱাৰ বাহিৰে এই ক্ষেত্ৰত ব্যক্তিগত অথবা সংগঠিত প্ৰতিবাদ হোৱা দেখা নগ'ল। এনে মনোভাৱৰ পৰোক্ষ স্বাক্ষৰ হলিৰাম ঢেকিয়াল ফুকনৰ বঙলা ভাষাত লেখা 'আসাম বুৰঞ্জি' আৰু মণিৰাম দেৱানৰ 'বুৰঞ্জী বিবেক ৰত্ন'। এনে কাৰ্য ভাষিক সাংস্কৃতিক হীনমন্যতাৰ পৰিচয়।[৯]

## মিছনেৰী আগমন ঃ বিদ্যায়তনিক প্ৰচেষ্টা

১৮৩৭ চনত অসমৰ আদালত আৰু বিদ্যালয়ত মাধ্যমৰূপে বঙলা ভাষা সুপ্ৰতিষ্ঠিত হোৱাৰ আগতেই শ্ৰীৰামপুৰ মিছনৰ জেমছ্ ৰে অসমলৈ আহিছিল (১৮২৯ খ্ৰীঃত)। ১৮৩০ খ্ৰীঃত তেওঁ বাৰজন ছাত্ৰৰে গুৱাহাটীত এখন বিদ্যালয় আৰম্ভ কৰে। সংশ্লিষ্ট বিদ্যালয়ত অসমীয়া ছপা পুথিৰ অভাৱত বঙলা ভাষা এটি বিষয় হিচাপে পাঠদান কৰা হৈছিল। অসমীয়া ভাষাৰ প্ৰথম ব্যাকৰণ ৰচোঁতা উইলিয়ম ৰবিনছনে ১৮৩৬ চনত গুৱাহাটী মিছনত যোগদান কৰে। ৰবিনছনৰ বৌদ্ধিক প্ৰচেষ্টাত অসমৰ বিদ্যালয়ত বঙলা ভাষা মাধ্যম আৰু প্ৰবৰ্তন হোৱা পথ

---

৫. বিৰিঞ্চি কুমাৰ বৰুৱা, হিষ্টৰী অব্ আছামিজ লিটাৰেচাৰ, পৃঃ ১০৩-০৪.
সুনীতি কুমাৰ চট্টোপাধ্যায়, জাতি সংস্কৃতি ও সাহিত্য, পৃঃ ৯৭.

৬ দ্ৰ. নগেন শইকীয়া, পূৰ্বোল্লিখিত, পৃঃ .০৭.

৭. ডিম্বেশ্বৰ নেওগ, পূৰ্বোল্লিখিত, পৃঃ ২৭৭.

৮. হেমচন্দ্ৰ গোস্বামী, 'অসমীয়া ভাষা', পণ্ডিত হেমচন্দ্ৰ গোস্বামী ৰচনাৱলী, পৃঃ ১২৫-৪০. সম্পা. বেণুধৰ শৰ্মা; হীৰেন গোহাঁই, 'অসমীয়া মধ্যবিত্ত সমাজৰ ইতিহাস' সাহিত্য আৰু চেতনা; 'অতুল হাজৰিকা', আজিৰ সময়, ২য় বছৰ, ৭ম সংখ্যা, জুলাই, ১৯৮৬, পৃঃ ২৯. 'বঙালী আমোলাৰ ষড়যন্ত্ৰ' আজিৰ সময় ৩য় বছৰ, ১ম সংখ্যা, জানুৱাৰী, ১৯৮৭, পৃঃ ৩৯-৪১; এফ্. এছ্. ডাউনছ 'মিছনেৰীজ এণ্ড লেংগুৱেজ কন্ট্ৰভাৰ্চী ইন আছাম' জাৰ্ণেল অব্ দি গৌহাটী ইউনিভাৰচিটি, খণ্ড-২৮-২৯, পৃঃ ১২২-৫৯. সম্পা. মহেশ্বৰ নেওগ, ভবেন বৰুৱা; নগেন শইকীয়া, 'ভূমিকা' আসাম বন্ধু (একত্ৰ), পৃঃ .০৪-.০৮
শিৱনাথ বৰ্মন, প্ৰসেনজিৎ চৌধুৰী, বাস্তৱ নে বিভ্ৰম।

৯. নগেন শইকীয়া, পূৰ্বোল্লিখিত, পৃঃ .০৪.
হেমচন্দ্ৰ বৰুৱাইও তেওঁৰ আত্মজীৱনীত এনে হীনমন্যতাৰ কথা উল্লেখ কৰিছে।

প্ৰশস্ত হয়। দ্বিতীয় বিদ্যায়তনিক প্ৰচেষ্টাত গুৱাহাটীত ১৮৩৫ চনত প্ৰতিষ্ঠিত হয় 'গুৱাহাটী ছেমিনাৰী'।[১০] ইয়েই পশ্চিমীয়া আনুষ্ঠানিক শিক্ষাৰ অসমত সূচনা কৰিলে।

## মিছনেৰী আৰু অসমীয়া ভাষা-সাহিত্য ঃ

ড° নাথান ব্ৰাওন আৰু অলিভাৰ টি কট্টাৰ সপৰিয়ালে কলিকতাৰ পৰা নাৱেৰে যাত্ৰা কৰি ১৮৩৬ চনৰ মাৰ্চ মাহত শদিয়া পালেহি। ১৮৩৭ চনৰ জুলাই মাহত তেওঁলোকৰ লগত লাগিলহি ৰেভাঃ মাইলছ্ ব্ৰন্সন। শদিয়াত মিছনেৰি কৰ্ম আৰম্ভ কৰিলে যদিও খাম্‌টিসকলৰ দ্বাৰা বাধা-বিপত্তিৰ সন্মুখীন হোৱাত জয়পুৰ অঞ্চললৈ তেওঁলোকৰ কৰ্মক্ষেত্ৰ সলনি কৰিলে। তাতো সুবিধা নোহোৱাত ১৮৪৩ চনত শিৱসাগৰ তেওঁলোকৰ কৰ্মক্ষেত্ৰ হিচাপে নিৰ্বাচন কৰে। উল্লিখিত বছৰতে তেওঁলোকে নগাওঁ আৰু গুৱাহাটীতো মিছনৰ সত্ৰ প্ৰতিষ্ঠা কৰে।[১১]

মিছনেৰীসকলে অসমত কৰ্ম আৰম্ভ কৰিবলৈ গৈ ভাষা সংক্ৰান্তীয় পূৰ্ব ধাৰণা সলনি কৰিব লগা হ'ল। স্থানীয় অসমীয়া ভাষাৰ প্ৰয়োগিক দিশটো স্পষ্টভাৱে তেওঁলোকৰ চকুত ধৰা পৰিল। প্ৰায়োগিক দিশৰ প্ৰতি লক্ষ্য ৰাখি তেওঁলোকৰ কৰ্মৰাজিৰ মাধ্যমৰূপে অসমীয়া ভাষাক গ্ৰহণ কৰিলে। উইলিয়ম কেৰী আৰু শ্ৰীৰামপুৰ মিছনৰ প্ৰকাশিত 'বাইবেল' আৰু 'বুৰী আৰু ডেকা'ৰ বাহিৰে ১৮৩৬ চনলৈকে অসমীয়াত ছপা পুথি নাছিল। শ্ৰীমতী কট্টাৰে 'আছামিজ ভকাবুলেৰি এণ্ড ফ্ৰেজেছ' ৰচনাৰে মিছনেৰীসকলৰ অসমীয়া ভাষা চৰ্চাৰ পাতনি তৰিলে। মিছনেৰীসকলৰ মূল লক্ষ্য খ্ৰীষ্টধৰ্মৰ প্ৰচাৰ, কিন্তু ঘটনাচক্ৰত অসমীয়া ভাষাৰ হৃৎমৰ্যাদা প্ৰতিষ্ঠাৰ ৰণখনৰ দায়িত্বও অৱলীলাক্ৰমে কান্ধ পাতি ল'লে। অসমীয়া ভাষাৰ বাবে প্ৰয়োজনীয় পাঠ্যপুথিৰ উপৰিও ভাষা বিষয়ক পুথি ৰচনা কৰিলে, অভিধান প্ৰণয়ন কৰিলে বুৰঞ্জী প্ৰকাশ কৰিলে। মিছনেৰীসকলে অসমীয়া ভাষাৰ প্ৰয়োগিক উপযোগিতা অনুভৱ কৰি বৃটিছ প্ৰশাসনৰ অবাটে যোৱা ভাষা-নীতি সংশোধন কৰোৱাতো নিজৰ 'মিছন' হিচাপে গ্ৰহণ কৰিলে।[১২]

উল্লিখিত দায়িত্ব গ্ৰহণে মিছনেৰীসকলৰ কৰ্মৰ সামাজিক-সাংস্কৃতিক আয়তন দান কৰাৰ লগে লগে সাংস্কৃতিক জাতীয়তাবাদৰ বীজ ৰোপণ কৰিলে।

## বিদ্যায়তনিক প্ৰচেষ্টা ঃ চৰকাৰী আৰু বেচৰকাৰী

১৮৩৫ চনতে আনুষ্ঠানিক শিক্ষাৰ আৰম্ভ কৰিলেও মূলতঃ ১৮৭৩-৭৪ চনলৈ শিক্ষাৰ প্ৰসাৰ দ্ৰুত হোৱা নাছিল। ১৮৩৫ চনত গুৱাহাটীত, তাৰ পাছতে শিৱসাগৰতো আনুষ্ঠানিক শিক্ষাৰ বাবে বিদ্যালয় প্ৰতিষ্ঠা কৰা হয়। গুৱাহাটী আৰু শিৱসাগৰৰ পাছতে অসমৰ অন্যান্য ঠাইতো মধ্য ইংৰাজী আৰু মধ্য অসমীয়া বিদ্যালয় প্ৰতিষ্ঠা কৰা হয়। ১৮৫৪ চনত চৰকাৰে

---

১০. ৰেণু দেৱী, অসমৰ শিক্ষা ব্যৱস্থা, পৃঃ ১৪. নগেন শইকীয়া, পূৰ্বোল্লিখিত, পৃঃ .০৪.
হেৰম্ব বৰপূজাৰীয়ে উক্ত বিদ্যালয়খন ১৮৩১ চনত প্ৰতিষ্ঠা কৰা বুলি উল্লেখ কৰিছে।
দ্ৰ. পলিটিকেল হিষ্টৰী অব্ আছাম, খণ্ড-১, পৃঃ ১০৪-১০৫.

১১. হেৰম্বকান্ত বৰপূজাৰী, আমেৰিকাৰ মিছনেৰী সকল আৰু উনবিংশ শতিকাৰ অসম, পৃঃ ৬-১২.
মহেশ্বৰ নেওগ, ভূমিকা, অৰুনোদই (একত্ৰ) পৃঃ .৭৮-.৮৩.

১২. হেৰম্বকান্ত বৰপূজাৰী, উল্লিখিত, পৃঃ ৩০-৪০. নগেন শইকীয়া, পূৰ্বোল্লিখিত, পৃঃ .০৮. ডিম্বেশ্বৰ নেওগ, পূৰ্বোল্লিখিত, পৃঃ ২৮০-৯২. মহেশ্বৰ নেওগ, অসমীয়া সাহিত্যৰ ৰূপৰেখা, পৃঃ ২৪০-৪৯; 'ভূমিকা' অৰুনোদই (একত্ৰ) এফ. এছ. ডাউনছ, 'মিছনেৰীজ এণ্ড লেংগুৱেজ কণ্ট্ৰভাৰ্চী ইন আছাম', জাৰ্নেল অব্ দি গৌহাটী ইউনিভাৰ্চিটি, খণ্ড .২৮-.২৯, পৃঃ ১২২-৫৯.

থলুৱা লোকৰ সহযোগিতাত স্কুল খোলাৰ কথা ঘোষণা কৰিলেও ১৮৭৩-৭৪ চনলৈকে ছখন মাত্র স্কুল খোলা হৈছিল, সিও চৰকাৰী প্রচেষ্টাত। ১৮৮৩-৮৪ চনত ইয়াৰ সংখ্যা ১১ খন হয়গৈ। তাৰে মাত্র তিনিখন বেচৰকাৰী প্রচেষ্টাত হৈছিল। ১৮৬৬ চনত গুৱাহাটীৰ স্কুলৰ লগতে কলেজীয়া শিক্ষাৰ শাখা এটা খুলিলেও পাছত বন্ধ হৈ যায়। ১৯০১ চনত কটন কলেজ প্রতিষ্ঠা হোৱা সময়লৈকে অসমৰ ছাত্রক কুৰি টকীয়া জলপানি দি কলিকতাত পঢ়িবলৈ পঠোৱা হৈছিল।[১৩]

## ছপা যন্ত্র ঃ সাংবাদিকতাৰ সূচনা

ভাব বিনিময়ৰ শক্তিশালী মাধ্যম ছপাযন্ত্র অসমলৈ কঢ়িয়াই অনাৰ কৃতিত্বও মিছনেৰীসকলৰে। ধর্মপ্রচাৰৰ প্রয়োজনতে মিছনেৰীসকলে ছপাশাল লগত লৈ আহিছিল। শিৱসাগৰত স্থায়ীভাৱে ছপাশাল পাতি তেওঁলোকৰ ৰচিত গ্রন্থসমূহ ছপোৱাৰ উপৰিও 'অৰুনোদই' আলোচনী প্রকাশেৰে অসমীয়া ভাষাত সাংবাদিকতাৰ সূচনা কৰে। ১৮৪৬ চনত প্রকাশ আৰম্ভ কৰা আলোচনীখনৰ প্রথম সংখ্যাত ধর্ম, বিজ্ঞান আৰু সাধাৰণ জ্ঞানৰ উদ্দেশ্যে উৎসর্গিত বুলি ঘোষণা দিয়া হ'ল।[১৪]

## ভাষা সংস্থাপন ঃ ভাষিক জাতীয়তাবাদৰ ভ্রূণ

মিছনেৰীসকলে 'অৰুনোদই' প্রকাশ কৰাৰ লগে লগে অসমীয়া ভাষাত প্রয়োজনীয় সাহিত্য সৃষ্টি, অসমীয়া ভাষাৰ স্বকীয়তা প্রতিষ্ঠাৰ চেষ্টা কৰে। বিদ্যায়তনিক চর্চা আৰু ভাষাৰ স্বাধিকাৰ প্রতিষ্ঠা উভয় ক্ষেত্রতে সমান্তৰালভাৱে কামত আত্ম নিয়োগ কৰে। মিছনেৰীসকলৰ এই প্রচেষ্টাত আনন্দৰাম ঢেকিয়াল ফুকনৰ (১৮২৯-৫৯) সহযোগিতা এটি উল্লেখযোগ্য বিষয়। ফুকনে 'এ ফিউ ৰিমার্কছ অন্ দি আছামিজ লেংগুৱেজ এণ্ড ভার্ণেকুলাৰ এডুকেশ্যন ইন্ আছাম' গ্রন্থত অসমীয়া ভাষাৰ পুনঃ সংস্থাপনৰ বাবে যুক্তি প্রদর্শন কৰে।[১৫] মিছনেৰীসকলৰ কর্ম আৰু অৰুনোদয়ে অসমীয়া জাতীয় জীৱনৰ হীনমন্যতাক কাটি উঠাত সক্রিয়ভাৱে সহায় কৰে। 'অৰুনোদয়ে' ভাষিক স্বকীয়তা, ইতিহাস চেতনা, আন্তর্জাতিক চেতনা, সাংস্কৃতিক চর্চা আদি বিষয়বোৰৰ বাট কাটি অসমীয়া জাতীয়তাবাদৰ সাংস্কৃতিক ভেটিটো গঢ়ি দিয়াত সহায় কৰে। 'অৰুনোদয়'ৰ অৱদানসমূহ এনেদৰে মূল্যায়ন কৰা হৈছে— সাংবাদিকতাৰ সূচনা, নতুন গদ্যশৈলীৰ আৰম্ভ, ধর্মনিৰপেক্ষতা, ভাষা-চেতনা-বিজ্ঞান বিষয়ৰ জনপ্রিয় কৰাৰ প্রযত্ন, নতুন সাহিত্যৰ বীজ ৰোপণ ইত্যাদি।[১৬]

## মিলছৰ প্রতিবেদন ঃ জাতীয়তাবাদৰ শক্তিশালী ভেটি

১৮৫৩ চনত এ. জে. মফট মিলছ্ অসমৰ অৱস্থাৰ বিষয়ে অনুসন্ধান কৰিবলৈ আহে। অসমত বঙলা ভাষা প্রচলন সংক্রান্তত মিলছে তেওঁৰ প্রতিবেদনত স্পষ্টভাৱে উল্লেখ কৰিছে,

---

১৩. ড্র. ৰেণু দেৱী, পূর্বোল্লিখিত, পৃঃ ১৫-২১.

১৪. হেৰম্বকান্ত বৰপূজাৰী, **আমেৰিকান মিছনেৰীসকল আৰু উনবিংশ শতিকাৰ অসম**, পৃঃ ৫০-৫১. মহেশ্বৰ নেওগ, 'ভূমিকা', পূর্বোল্লিখিত, পৃঃ .৯৪.

১৫ মহেশ্বৰ নেওগ, পূর্বোল্লিখিত, পৃঃ .৮৬-.৯৩ মহেশ্বৰ নেওগ, **ঢেকিয়াল ফুকন, প্লি ফৰ আছাম এণ্ড আছামিজ**. পৃঃ ১২৩-৭৩.

১৬. ড্র. নগেন শইকীয়া, পূর্বোল্লিখিত, পৃঃ .০৯. মহেশ্বৰ নেওগ, পূর্বোল্লিখিত, পৃঃ ৯৪-.৯৬.

মই ভাবোঁ বঙলা ভাষাত সকলো কৰ্ম চলাবলৈ, আৰু অসমীয়াসকলে ইয়াক আয়ত্ত কৰিব লাগিব এনে ধৰণৰ নিৰ্দেশ দি আমি ডাঙৰ ভুল কৰিলো।[১৭]

মিলছে ফুকন আৰু মিছনেৰীসকলৰ ভিতৰত মাইলছ্ ব্ৰন্সনৰ মতামতক যথেষ্ট গুৰুত্ব সহকাৰে প্ৰতিবেদনত উল্লেখ কৰিছে। তদুপৰি তেওঁ উল্লেখ কৰিছে, এজন ইংৰাজ যুৱকক যিদৰে ইংৰাজীৰ ভেটি প্ৰতিষ্ঠা নোহোৱালৈকে লেটিন শিকোৱা নহয় ঠিক একেদৰেই এজন অসমীয়াকো নিজৰ ভাষা আয়ত্ত নকৰাকৈ এটা বিদেশী ভাষা শিকোৱা উচিত নহয়।[১৮] ইয়াৰ পাছতো প্ৰায় কুৰি বছৰ কাল অসমীয়া ভাষা পুনৰ্বাসনৰ বাবে মিছনেৰীসকলে যুঁজ দিলে। ১৮৭২ চনৰ ৬ মাৰ্চৰ কলিকতা উচ্চ ন্যায়ালয়ৰ ৮ নং নিৰ্দেশৰ পৰিপ্ৰেক্ষিতত ১৮৭৩ চনৰ এপ্ৰিলৰ পৰা বঙলা ভাষা আঁতৰাই অসমীয়া ভাষাক পুনঃ সংস্থাপিত কৰা হয়।[১৯] ভাষা পুনৰ্বাসনৰ লগে লগে অসমীয়া জাতীয়তাবাদৰ প্ৰথম স্তৰটো সম্পূৰ্ণ হয়। অসমীয়া জাতীয়তাবাদৰ এই পথ অতিক্ৰমণত ৰাজনৈতিক দিশটো উপেক্ষিত হৈ আছিল। অসমীয়া জাতীয়তাবাদৰ এই স্তৰৰ চৰিত্ৰ মূলতঃ বৃটিছ প্ৰশাসনৰ সহযোগী। অসমীয়া জাতীয়তাবাদৰ এই চৰিত্ৰ বিচ্ছিন্ন ঘটনা নহয়। ভাৰতীয় জাতীয়তাবাদৰ এইটো ঐতিহাসিক স্তৰ।[২০]

## নতুন গদ্য সৃষ্টি ঃ যুক্তিবাদী মনোভাৱৰ সূচনা

পঞ্চদশ-ষোড়শ শতিকাতে অসমীয়া গদ্যৰ ভেটি প্ৰতিষ্ঠা হয়। অংকীয়া নাটৰ গদ্য, 'কথাগীতা', 'কথা ভাগৱত'ৰ গদ্য, সত্ৰীয়া গদ্য, বুৰঞ্জীৰ গদ্য আৰু 'অৰুনোদই'ৰ গদ্য এয়ে হ'ল অসমীয়া গদ্যৰ বিকাশ। উল্লিখিত স্তৰৰ গদ্যবোৰ কাল আৰু পৰিসৰ নিৰ্ধাৰিত। কিন্তু আধুনিক অসমীয়া গদ্যলৈ লক্ষ্য কৰিলে দেখা যায় ঐতিহ্য-সংগতিৰ বাহিৰে উল্লিখিত স্তৰৰ গদ্য আৰু আধুনিক অসমীয়া গদ্যৰ সম্পৰ্ক নিৰৱচ্ছিন্ন নহয়। কিন্তু 'অৰুনোদই'ৰ গদ্যৰ লগত আধুনিক অসমীয়া গদ্যৰ প্ৰত্যক্ষ সম্বন্ধ পৰিলক্ষিত হয়।

অসমীয়া গদ্যৰ বিকাশৰ ঐতিহাসিকতাৰ প্ৰতি লক্ষ্য ৰাখি প্ৰফুল্ল কটকীয়ে মন্তব্য কৰিছে— "আদি ভাগৰ অসমীয়া গদ্যই নিজৰ প্ৰকাশিকা শক্তিৰ সক্ষমতা প্ৰমাণ কৰিছে সঁচা, কিন্তু বিভিন্ন বিষয়ৰ উপযোগী বাহক হিচাপে ইয়াৰ বিকাশ হৈছে পশ্চিমীয়া, ঘাইকৈ ইংৰাজী, ভাষা-সাহিত্য-সংস্কৃতিৰ সংস্পৰ্শলৈ অসমীয়া সমাজখন অহাৰপৰাহে।"[২১] 'গঠনৰীতি' আৰু 'সুৰ'ৰ ক্ষেত্ৰত ক্ৰমে 'ভাগৱতী গদ্য' আৰু 'চৰিত পুথিৰ গদ্য'ৰে প্ৰভাৱান্বিত বুলি কোৱা হৈছে। তদুপৰি চৰিত পুথিৰ গদ্যই ক্ৰমে 'শিষ্ট, সংযত আৰু পৰিশীলিত' হৈ 'আধুনিক অসমীয়া গদ্যৰ' ৰূপ লৈছে। উল্লিখিত ৰূপ গ্ৰহণত "ইংৰাজী গদ্য ৰীতিয়ে"ও যে গুৰুত্বপূৰ্ণ ভূমিকা গ্ৰহণ কৰিছে সেই কথাও কটকীয়ে আঙুলিয়াই দিছে।[২২]

---

১৭. দ্ৰ. মহেশ্বৰ নেওগ, আনন্দৰাম ঢেকিয়াল ফুকন ঃ প্লি ফৰ আছাম এণ্ড আছামিজ, পৃঃ ১৮.

১৮. দ্ৰ. মহেশ্বৰ নেওগ, উল্লিখিত, পৃঃ ১৮.

১৯. ডিম্বেশ্বৰ নেওগ, নিউলাইট্ অন হিষ্টৰী অব্ অছমীয়া লিটাৰেচাৰ, পৃঃ ৩৫২-৫৪. মহেশ্বৰ নেওগ, অসমীয়া সাহিত্যৰ ৰূপৰেখা, পৃঃ ২৪১.

২০. পূৰ্ববৰ্তী, ০.০৩, ১.০১; পৰবৰ্তী, ২.০২.

২১. দ্ৰ. প্ৰফুল্ল কটকী, ক্ৰমবিকাশত অসমীয়া কথাশৈলী, পৃঃ ১৫.

২২ উল্লিখিত, পৃঃ ১৮.

## নতুন আৰ্থ-সামাজিক পটভূমি ঃ মধ্যশ্ৰেণীৰ সৃষ্টি

চিকাৰূপৰ অৰ্থনীতি, চৰকাৰী, মিছনেৰি আৰু থলুৱা প্ৰচেষ্টাত আৰম্ভ আৰু প্ৰসাৰ হোৱা পাশ্চাত্যৰ আনুষ্ঠানিক শিক্ষাই মধ্যবিত্ত শ্ৰেণী গঢ়ি উঠাত সহায় কৰে। ইংৰাজী শিক্ষাৰ প্ৰতি মানুহৰ অনীহা দেখা গ'লেও[২৩] ক্ৰমে ইংৰাজী শিক্ষা উপাৰ্জনৰ মাধ্যম হ'ব পাৰে বুলি উপলব্ধি কৰাৰ লগে লগে এই শিক্ষাৰ প্ৰতি সামাজিক দৃষ্টিভঙ্গী সলনি হ'বলৈ ধৰে আৰু অসমীয়া মানুহৰ মাজত ইংৰাজী শিক্ষাৰ প্ৰতি আগ্ৰহ দেখা গ'ল। আনুষ্ঠানিক শিক্ষাৰ প্ৰতি সমাজৰ যোত্ৰৱানসকল আগবাঢ়ি আহে আৰু পুৰণি সামাজিক অৱস্থাটো সম্পূৰ্ণকৈ ভাগি পৰে। পুৰণি ডা-ডাঙৰীয়াসকলৰ হাতৰ পৰা আনুষ্ঠানিক শিক্ষাৰে শিক্ষিতসকলৰ হাতলৈ সামাজিক নেতৃত্ব ক্ৰমে হস্তান্তৰিত হয়। নকৈ সৃষ্টি হোৱা এই মধ্য শ্ৰেণীটোৱে বিদ্ৰোহৰ বাট এৰি সহযোগিতাৰ বাটেৰে জাতীয় উন্নতিৰ কামনা কৰা পৰিলক্ষিত হয়। ঢেকিয়াল ফুকন, হেমচন্দ্ৰ বৰুৱা, গুণাভিৰাম বৰুৱা আদিয়ে বৃটিছ প্ৰশাসন জাতীয় উন্নতিৰ বাহক বুলিয়ে ভাবিছিল।[২৪] অসমীয়া জাতীয়তাবাদৰ এই চৰিত্ৰ সৰ্বভাৰতীয় চৰিত্ৰৰ পৰা পৃথক নহয়। 'অসম এছোচিয়েশ্যন' প্ৰতিষ্ঠা পৰ্যন্ত অসমীয়া জাতীয়তাবাদৰ চৰিত্ৰ সহযোগিতামূলক। সেইবাবে ঊনবিংশ শতিকাৰ ৰাইজমেলবোৰৰ বিদ্ৰোহত মধ্যবিত্ত শ্ৰেণীটোৰ সমৰ্থন নাছিল।[২৫] অৱশ্যে ১৮৯৩-৯৪ চনৰ বিদ্ৰোহত আৰম্ভণি অৱস্থাত সহযোগিতা কৰিলেও, নিজা স্বাৰ্থত, এই বিদ্ৰোহক তেওঁলোকে আবেদন-নিবেদনৰ পৰ্যায়ত ৰাখিবলৈ চেষ্টা কৰিছিল। কিন্তু স্বতঃস্ফূৰ্ত বিদ্ৰোহৰ পৰ্যায়লৈ যোৱাত কৃষকসকলৰ লগত শেষলৈকে যাব নোৱাৰিলে।[২৬]

## বংগদেশৰ নৱ-জাগৰণ আৰু তাৰ প্ৰভাৱ

পশ্চিমীয়া আনুষ্ঠানিক শিক্ষাই ঐতিহ্যকেন্দ্ৰিক এক সাংস্কৃতিক চেতনা সৃষ্টি কৰি বংগদেশত নৱজাগৰণৰ সূচনা কৰে। মিছনেৰী উইলিয়াম কেৰী, জশুৱা মাৰ্শমেন, ফৰ্ট উইলিয়াম কলেজ, হিন্দু কলেজ, ৰামমোহন ৰায়, ঈশ্বৰচন্দ্ৰ বিদ্যাসাগৰ, আত্মীয় সভা, ব্ৰাহ্ম সভা, হেন্ৰি ডিৰজিঅ' আৰু ঈয়ংবেংগল গোষ্ঠী, একাডেমিক এছোচিয়েশ্যন, আদিয়ে বংগীয় নৱজাগৰণৰ সামাজিক আৰু বৌদ্ধিক পটভূমিৰ সৃষ্টি কৰে।[২৭] বংগদেশৰ নৱজাগৰণৰ প্ৰভাৱ প্ৰত্যক্ষ-পৰোক্ষভাৱে অসমতো পৰেহি। ভাষাক কেন্দ্ৰ কৰি গঢ়ি উঠা অসমৰ সাংস্কৃতিক জাতীয়তাবাদৰ যি চেতনা তাত বংগীয় নৱজাগৰণেও এটি উপাদানস্বৰূপে ক্ৰিয়া কৰিছিল।[২৮]

বংগদেশৰ নৱ-জাগৰণে সৃষ্টি কৰা প্ৰমূল্যসমূহ আমি এনেদৰে ভাগ কৰিব পাৰোঁ—

---

২৩. ৰেণু দেৱী, পূৰ্বোল্লিখিত, পৃঃ ১৫. যতীন্দ্ৰনাথ গোস্বামী, **অসমীয়া ভাষাৰ ওজা হেমচন্দ্ৰ বৰুৱা**, পৃঃ ১১ আজলী তৰা নেওগ, 'হেমচন্দ্ৰ বৰুৱাৰ আত্ম জীৱনী' **অসম গৌৰৱ চৰিত মালা**, পৃঃ ৪-১০.

২৪. গুণাভিৰাম বৰুৱা, **আসাম বুৰঞ্জী**, পৃঃ ১৫২, পৃঃ ১৬২, ১৬৭-৬৮, ১৭০-৭৩.

২৫. উল্লিখিত, পৃঃ ১৫২. নগেন শইকীয়া, পূৰ্বোল্লিখিত, পৃঃ .১২.

২৬. মনোৰমা শৰ্মা, 'দি আছামিজ মিড্‌ল ক্লাচ ঃ ইটচ্‌ ৰোল ইন দি পিজেণ্ট আপৰাইজিং অব্ এইট্টিন নাইনটি থ্ৰি-নাইনটি ফৰ', **দি ইমাৰজেনছ্ এণ্ড ৰোল অব্ মিডুল ক্লাচ ইন্ নৰ্থ ইষ্ট ইণ্ডিয়া**, পৃঃ ৪৯-৬৩. সম্পা. বি. দত্তৰায়।

২৭. পূৰ্ববৰ্তী, ১.০২.

২৮. উলিয়াম কেৰীৰ নেতৃত্বত ফৰ্ট উইলিয়াম কলেজ, ৰামমোহন ৰায়, বিদ্যাসাগৰ, মৃত্যুঞ্জয় তৰ্কালংকাৰ, আনকি ৰবীন্দ্ৰনাথ ঠাকুৰ প্ৰমুখ্যে লেখকসকলে বঙলা ভাষাৰ প্ৰতি বংগবাসীৰ চেতনা বঢ়োৱাত লোৱা ভূমিকা উল্লেখ কৰিব পাৰি।

ঐতিহ্য আৰু আধুনিকতাৰ সমন্বয়,' যুক্তিবাদী সামাজিক ঐতিহ্য, নতুন মধ্যবিত্ত শ্ৰেণীৰ সৃষ্টি উদাৰ সাংস্কৃতিক চেতনা উদাৰনৈতিক মানৱিকতাবাদী চেতনাৰ ভেটি প্ৰতিষ্ঠা।

অসমৰ জাতীয় জাগৰণৰ অগ্ৰদূত হিচাপে তিনিজন লোক ওলাই আহিছিল। আনন্দৰাম ঢেকিয়াল ফুকন (১৮২৯-৫৯), হেমচন্দ্ৰ বৰুৱা (১৮৩৫-৯৬) আৰু গুণাভিৰাম বৰুৱা (১৮৩৭-৯৫) ফুকন আৰু দ্বিতীয়জন বৰুৱা উল্লিখিত জাগৰণৰ প্ৰত্যক্ষ সম্পৰ্কলৈ আহিছিল। 'সমাচাৰ দৰ্পণ'ৰ অসমত প্ৰচাৰ সংখ্যা, গুণাভিৰামৰ ব্ৰাহ্মদৰ্শন গ্ৰহণ আৰু বিধৱা বিবাহ, হেমচন্দ্ৰ বৰুৱাই বিধৱা বিবাহ সম্পৰ্কে দিয়া মতামত, 'সমাচাৰ দৰ্পণ'ত হলিৰামৰ নাৰী শিক্ষা সম্পৰ্কীয় চিঠি, যজ্ঞৰামে সতীদাহ বন্ধ কৰাৰ বাবে বৃটিছ চৰকাৰক জনোৱা অভিনন্দন, গুৱাহাটীত ইংৰাজী-বঙলা স্কুল পতাৰ উদ্যোগ, ঢেকিয়াল ফুকনে মিলছক দিয়া প্ৰতিবেদন, জ্ঞান-প্ৰদায়িনী সভা প্ৰতিষ্ঠা আদিয়েই বংগৰ নৱ জাগৰণৰ লগত অসমৰ নৱজাগৰণৰ সম্পৰ্ক ফট্‌ফটীয়াকৈ দেখুৱায়।[২৯] বংগৰ নৱজাগৰণে অসমৰ জাতীয় জীৱনলৈ দান কৰা বৈশিষ্ট্যসমূহৰ প্ৰভাৱেৰে প্ৰভাৱিত হৈ উল্লিখিত ব্যক্তিসকলে গ্ৰহণ কৰা আদৰ্শসমূহ থোৰতে এনেদৰে আঙুলয়াব পাৰি— ভাষা-চেতনা আৰু জাতীয় সাংস্কৃতিক চেতনা দান, সংস্কাৰমুখী চিন্তা আৰু উদাৰ মানৱিকতাবাদী দৰ্শন; সৰ্বোপৰি জাতীয় উন্নতিৰ পথ-ৰচনা। জাতীয় উন্নতিৰ পথ ৰচনাত সেইবাবেই ৰাজনৈতিক দিশটো স্বাভাৱিক কাৰণতে বাদ পৰি গৈছিল। উল্লিখিত লক্ষ্য সন্মুখত ৰখাৰ বাবেই এই সময়ছোৱাৰ লেখকসকলৰ ৰচনাত এই দিশটো উপেক্ষিত হৈছিল। সেইবাবেই আমি ক'ব পাৰো ঢেকিয়াল ফুকনৰ 'ইংলণ্ডৰ বিৱৰণ'ত যদি জাতীয় উন্নতিৰ হেঁপাহ প্ৰকাশিত হৈছে, হেমচন্দ্ৰ বৰুৱাৰ 'কানীয়া-কীৰ্ত্তন' অথবা 'বাহিৰে ৰং-চং ভিতৰে কোৱাভাতুৰী'ত সংস্কাৰমুখী চিন্তা, ভাষা বিষয়ক চৰ্চাত ভাষা চেতনা, আৰু গুণাভিৰামৰ 'ৰাম নৱমী'ত[৩০] উদাৰ মানৱিকতাবাদী চিন্তা আৰু 'আসাম বুৰঞ্জী'ত ইতিহাস চেতনাৰ প্ৰতিফলন ঘটিছে।

অসমীয়া জাতীয়তাবাদৰ প্ৰাথমিক স্তৰ দুটাত আমি দেখিবলৈ পাইছোঁ ভাষাক কেন্দ্ৰ কৰি অসমীয়া বুদ্ধিজীৱীয়ে সহযোগী মনোভাৱেৰে জাতীয় চেতনাক ত্বৰান্বিত কৰাৰ প্ৰচেষ্টা হাতত লৈছে। ভাষা চেতনাক কেন্দ্ৰ কৰি ঐতিহ্যকেন্দ্ৰিক সাংস্কৃতিক চেতনাৰ সৃষ্টিও তেওঁলোকৰ উদ্দেশ্যৰ ভিতৰত পৰিছিল। সেইবাবেই ভাষা-সাহিত্যৰ বিভিন্ন দিশ চহকী কৰিবলৈ এই স্তৰৰ লেখকসকলে পাঠ্যপুথি ৰচনা, অভিধান, ব্যাকৰণ ৰচনা, ইতিহাস প্ৰণয়ন আদি কৰ্মত প্ৰবৃত্ত হৈছিল। ঊনবিংশ শতিকাৰ দ্বিতীয়াৰ্ধত আৰম্ভ হোৱা এই প্ৰচেষ্টা অবিৰতভাৱে বিংশ শতিকাৰ চতুৰ্থ দশকলৈকে পৰিব্যাপ্ত হৈ পৰিছে। সেইবাবেই 'জোনাকী' (১৮৮৯)ৰ স্তৰৰ লেখক বা পৰৱৰ্তী স্তৰৰ লেখকসকলেও কম-বেছি পৰিমাণে সংশ্লিষ্ট বিষয় দুটাৰ চৰ্চা কৰিছে। বেজবৰুৱা অথবা হেম গোস্বামীৰ ভাষা বিষয়ক চৰ্চা, গোস্বামীৰ ইতিহাস চৰ্চা, বেজবৰুৱাৰ ঐতিহাসিক নাট্যাৱলী, ড° বাণীকান্ত কাকতিৰ ভাষা বিষয়ক চৰ্চা, প্ৰাচীন সাহিত্যৰাজিৰ মূল্যায়ন প্ৰচেষ্টা,

২৯. অমলেন্দু গুহ, 'অসমৰ ওপৰত বংগৰ নৱ-জাগৰণৰ প্ৰভাৱ', সাম্প্ৰতিক সাময়িকী, ষষ্ঠ-সপ্তম-অষ্টম সংখ্যা, জানুৱাৰী, ১৯৮৩, পৃঃ ১৭, ৯০-৯৬.

৩০. দ্ৰ. ডিম্বেশ্বৰ নেওগ, পূৰ্বোল্লিখিত, (অস.) পৃঃ ২৯৬-৩০৭., মহেশ্বৰ নেওগ, অসমীয়া সাহিত্যৰ ৰূপৰেখা, পৃঃ ২৫২-৫৪. নগেন শইকীয়া, পূৰ্বোল্লিখিত, পৃঃ .১৯-.৩২.

ড" সূৰ্য্য কুমাৰ ভূঞাৰ ইতিহাস চৰ্চা, কালিৰাম মেধি আদিৰ ভাষাতত্ত্বৰ চৰ্চাৰ অন্তৰ্নিহিত উদ্দেশ্য এয়েই আছিল।

গতিকে, দেখা গ'ল, আধুনিক অসমীয়া সাহিত্যত ঊনবিংশ শতিকাৰ শেহৰ পৰা বিংশ শতিকাৰ চতুৰ্থ দশকলৈকে ক্ৰমবৰ্ধমান জাতীয় চেতনাই নিয়ন্ত্ৰক শক্তি ৰূপে কাম কৰি আহিছিল। এই ক্ষেত্ৰত প্ৰথম অৱস্থাত জাতীয় চেতনাই বিকাশ লাভ কৰিছিল ভাষা চেতনাৰ ভিত্তিত। বিংশ শতিকাৰ দ্বিতীয় দশকৰ পৰা বাঢ়ি অহা ৰাজনৈতিক চেতনা ক্ৰমান্বয়ে এই জাতীয় চেতনাৰ লগত সংযুক্ত হৈ পৰিছিল আৰু এই সময়ছোৱাতে অম্বিকাগিৰী ৰায়চৌধুৰীৰ সাংস্কৃতিক আৰু ৰাজনৈতিক চিন্তাধাৰায়ো প্ৰতিষ্ঠা বিচাৰি ল'বলৈ সমৰ্থ হৈছিল।

# দ্বিতীয় অধ্যায়

## ২.০০ অম্বিকাগিৰী ৰায়চৌধুৰীৰ জীৱন আৰু জীৱনাদৰ্শ বিকাশৰ পটভূমি

## ২.০১ অসমীয়া জাতীয় জীৱনৰ সমস্যা আৰু সংকট

জাতীয় লেখক এজনৰ জীৱন-চৰ্যাত সংশ্লিষ্ট লেখকৰ দেশজ জাতীয় জীৱনৰ প্ৰভাৱৰ ইংগিত দিয়াও নিতান্ত প্ৰয়োজন। একোজন লেখকৰ জীৱনাদৰ্শ একোটা পৰিবেশত হোৱা ঐতিহাসিক ঘটনা-সংঘাত আৰু প্ৰক্ৰিয়াৰ ফল। জাতীয় ঐতিহাসিক ঘটনাৰ ধাৰা তথা জাতীয় ইচ্ছা আৰু বাসনাইহে সংশ্লিষ্ট লেখকৰ জীৱন আৰু কৰ্মক নিয়ন্ত্ৰণ কৰে। আনহাতেদি উক্ত লেখকে তেওঁৰ জাতিৰ জাতীয় জীৱন, যুগৰ ধ্যান-ধাৰণাসমূহৰ গতি নিয়ন্ত্ৰণ কৰাত অৰিহণা যোগায়। উভয়েই আন্তঃসম্পৰ্কযুক্ত। অসমীয়া জাতীয় জীৱনৰ সমস্যা আৰু সংকটৰ লগত অসমীয়া সাহিত্যৰ ইতিহাস অংগাংগীভাৱেই জড়িত। অম্বিকাগিৰী উল্লিখিত ধৰণৰ প্ৰক্ৰিয়াৰে সৃষ্টি।

আধুনিক অসমীয়া সাহিত্যৰ যুগ বিভাজন তলত উল্লেখ কৰাৰ দৰে কৰা হৈছে।

ক) বৃটিছ অসমৰ প্ৰথম কুৰি বছৰ ভাষা নিৰ্বাসন আৰু সাহিত্য ক্ষেত্ৰত মৰ-আঁউসীৰ কাল (১৮২৬-১৮৪৬)

খ) 'অৰুনোদই' প্ৰকাশৰ পৰা প্ৰায় ডেৰকুৰি বছৰ ভাষা-পুনৰ্বাসনৰ সংগ্ৰাম (১৮৪৬-১৮৭৩)

গ) ভাষা-পুনৰ্বাসনৰ পৰা 'জোনাকী' প্ৰকাশলৈকে ডেৰ দশক আধুনিক অসমীয়া ভাষাৰ সাহিত্যিক ব্যক্তিত্ব প্ৰতিষ্ঠাৰ সময় (১৮৭৩-১৮৮৯)

ঘ) 'জোনাকী' প্ৰকাশৰ পৰা দ্বিতীয় মহাযুদ্ধ পৰ্যন্ত আধুনিক অসমীয়া সাহিত্যৰ বিকাশ পৰ্বৰ বিস্তৃত আয়তন লাভ।[১]

অম্বিকাগিৰীৰ চিন্তাধাৰাৰ চতুৰ্থ স্তৰটোতেই উন্মেষ আৰু বিকাশ ঘটিছে। কিন্তু ঐতিহাসিক ঘটনা-পৰম্পৰা সূত্ৰে পূৰ্বৰ স্তৰকেইটাত প্ৰকাশিত জাতীয় জীৱনৰ ইচ্ছা আৰু বাসনাৰ ক্ৰমগতিৰ প্ৰভাৱ তেওঁৰ জীৱন আৰু কৰ্মত দৃষ্ট হৈছে। গতিকে, এই ক্ষেত্ৰত জাতীয় জীৱনৰ সমস্যা আৰু সংকটসমূহৰ উল্লিখন প্ৰাসংগিক হ'ব।

অষ্টাদশ শতিকাৰ আহোম শাসনৰ অন্তৰ্কলহে ৰাজনৈতিক পৰাধীনতা কঢ়িয়াই আনে আৰু অসমৰ জাতীয় জীৱন ছেদেলি-ভেদেলি কৰি দিয়ে। নিজৰ জাতীয় স্বাধীনতা হেৰুৱাৰ ফলত তাৰ প্ৰতিক্ৰিয়া দুই ধৰণৰ হয়। পূৰ্বৰ শাসনৰ লগত জড়িত ডা-ডাঙৰীয়াসকলে বিদ্ৰোহৰ বাট লয় আৰু জনসাধাৰণে মানৰ উপদ্ৰৱৰ পৰা উদ্ধাৰ পোৱা হেতুকে স্বস্তিৰ নিশ্বাস পেলায়।

১. দ্ৰ. মহেশ্বৰ নেওগ, অসমীয়া সাহিত্যৰ ৰূপৰেখা, পৃঃ ২৪০-৬৮; সত্যেন্দ্ৰ নাথ শৰ্মা, অসমীয়া সাহিত্যৰ ইতিবৃত্ত, পৃঃ ২০৬-২২১, ২৩২-৩৬; নগেন শইকীয়া, 'ভূমিকা', আসাম বন্ধু, (একত্ৰ) পৃঃ .০১.

আনকি মণিৰামৰ দৰে সম্ভ্ৰান্ত লোকেও প্ৰথম অৱস্থাত বৃটিছৰ লগত সহযোগিতাৰ বাটেই লৈছিল। অৱশ্যে অভিজ্ঞতাই তেওঁক পৰৱৰ্তী সময়ত বিদ্ৰোহী কৰে।[২]

সামন্ত চৰিত্ৰৰ বিদ্ৰোহত ব্যাপক জনসমৰ্থন নথকাত হোৱা ব্যৰ্থতাৰ পটভূমিত জাতীয় জীৱনত আত্ম বিশ্বাসৰ ভেটি লৰিল।

আত্ম বিশ্বাসহীনতা এনে পৰ্যায় পালেগৈ যে ১৮৩৬ চনত অসমৰ বিদ্যালয়-আদালতত শাসক-শাসিতৰ ভাষা নোহোৱা বঙলা ভাষাৰ প্ৰবৰ্তনতো প্ৰতিবাদৰ কণ্ঠস্বৰ শুনা নগ'ল।[৩] বৰঞ্চ হলিৰামৰ 'আসাম বুৰঞ্জী', মণিৰামৰ 'বুৰঞ্জী বিবেক ৰত্ন'ই জাতীয় মানসিক সংকটৰ পৰিচয়হে ধৰি ৰাখিলে।[৪] ৰাজনৈতিক বিপৰ্যয়ৰ লগে লগে আহিল ভাষিক বিপৰ্যয়। উভয় বিপৰ্যয়ৰ ফলত সৃষ্টি হ'ল সাংস্কৃতিক ভীতিগ্ৰস্ততা। ইয়েই সৃষ্টি কৰিলে অত্যধিক আৰু অধীৰ আত্ম-সংৰক্ষণৰ প্ৰৱণতা।

বৃটিছ শক্তিয়ে প্ৰৱৰ্তন কৰা নতুন প্ৰশাসনিক গাঁথনি আৰু মুদ্ৰায়িত অৰ্থনীতি আছিল অসমীয়া মানুহৰ বাবে আচহুৱা আৰু সেইবাবে বংগদেশৰ পৰা কৰ্মচাৰী আমদানি কৰি অসমৰ প্ৰশাসনত কোম্পানীৰ চৰকাৰে স্থাপন কৰিলে। এনে ব্যৱস্থাই জনাবুজাসকলৰ মনত সৃষ্টি কৰা অসন্তুষ্টিৰ নিদৰ্শন মণিৰাম দেৱানৰ আৰ্জিত পোৱা যায়।[৫] বংগদেশৰ পৰা অনা কৰ্মচাৰীৰে অসমৰ সকলো চৰকাৰী কাৰ্যালয় ভৰি পৰিল।[৬] ফলত থলুৱা মানুহৰ মনত ঠাই পোৱা অসন্তুষ্টি বিদ্বেষলৈ ৰূপান্তৰিত হ'বলৈ ধৰিলে। অসমৰ জাতীয় জীৱনত ইয়াৰ প্ৰভাৱ হ'ল সুদূৰপ্ৰসাৰী। নতুন অৰ্থনীতিয়ে পুৰণি ডা-ডাঙৰীয়া আৰু সাধাৰণ কাড়ী-পাইকৰ অৱস্থা শোচনীয় কৰি তুলিলে।[৭] পৰিবৰ্তে নতুন প্ৰশাসনিক পদসমূহে সৃষ্টি কৰা নতুন সামাজিক শ্ৰেণীসমূহৰ প্ৰভাৱ বাঢ়ি আহিল।

কোম্পানীৰ চৰকাৰৰ ১৮৩৭ চনৰ ২৯ নং আইনে চৰকাৰী কাম-কাজত প্ৰাদেশিক ভাষাৰ প্ৰয়োগৰ ব্যৱস্থা কৰিলে। অসমৰ সকলো চৰকাৰী কাৰ্যালয়ত বাংলাভাষী কৰ্মচাৰীৰ একাধিপত্য স্থাপনৰ ফলত আৰু অসম বংগদেশৰ প্ৰশাসনৰ অধীনত থকাত অসমীয়া ভাষাৰ

---

২. পূৰ্ববৰ্তী, ১.০১;
দ্ৰ. এইচ্. কে. বৰপূজাৰী, (সম্পা.) **পলিটিকেল হিষ্ট্ৰী অব্ আছাম**, খণ্ড-১, পৃঃ ৮-১০, ২১-২৮ এইচ্. কে বৰপূজাৰী, **আছাম ইন দি দে'জ অব্ কম্পেনী**, পৃঃ ১৩-১৬, ৫১-৫৭, অমলেন্দু গুহ, **প্লেণ্টাৰ ৰাজ টু স্বৰাজ**, পৃঃ ১-৪.

৩. পূৰ্ববৰ্তী, ১.০১, ১.০৩.

৪. প্ৰথমখন বঙলা ভাষাত, আৰু দ্বিতীয়খন 'আদ-বঙলুৱা' ভাষাত লিখিত গ্ৰন্থ।

৫. পূৰ্ববৰ্তী, ১.০১.;
দ্ৰ. এইচ্. কে. বৰপূজাৰী, পূৰ্বোল্লিখিত, পৃঃ ২৪-৩১, পৃঃ ৬১-৬৮, ২৯২-৯৮; বেণুধৰ শৰ্মা, **মণিৰাম দেৱান**, পৃঃ ১২৯-৬০.

৬. দ্ৰ. বেণুধৰ শৰ্মা, 'আমেৰিকান বেপ্তিষ্ট মিছনৰ ঐতিহাসিক দান' প্ৰবন্ধ **সৌৰভ**, সম্পা. পৰীক্ষিত হাজৰিকা, পৃঃ ২৩-২৬.

৭. পূৰ্ববৰ্তী, ১.০১, ১.০৩.
দ্ৰ. এইচ্. কে. বৰপূজাৰী, পূৰ্বোল্লিখিত, পৃঃ ২২৩-৩৩; পৃঃ ২৮১-৮৪; ই. এ. গেইট, **হিষ্ট্ৰী অব্ আছাম**, পৃঃ ২৯৪-৯৫, ৩০২; 'আনন্দৰাম ঢেকিয়াল ফুকন, অবজাৰভেশ্যনছ্ অন দি প্ৰভিন্স অব্ আছাম', **আনন্দৰাম ঢেকিয়াল ফুকন : মি ফৰ আছাম এণ্ড আছামিজ**, পৃঃ ৭৩-৭৬, সম্পা. মহেশ্বৰ নেওগ।

ঠাইত বঙলা ভাষা চৰকাৰী কাম-কাজত গৃহীত হ'ল। আনহাতে স্কুলসমূহতো অসমীয়াৰ পৰিবৰ্তে বঙলা ভাষা প্ৰবৰ্তন কৰা হ'ল।[৮] তদুপৰি এনেভাৱে বংগদেশৰ পৰা আহি অসমত স্থায়ী হোৱা সকলে স্বাভাৱিকতে অসমৰ ভাষা-সাহিত্য-সংস্কৃতি বা সামাজিক জীৱনৰ ঐতিহ্য সম্পৰ্কে কোনো প্ৰকাৰৰ সন্মান বা সহযোগিতাৰ মনোভাৱ অনুভৱ কৰা নাছিল। বৃটিছ প্ৰশাসনত নিয়োজিত বাংলাভাষী লোক আৰু প্ৰশাসনত ব্যৱহৃত বাংলাভাষাৰ ওচৰত অসমৰ থলুৱাসকলৰো একপ্ৰকাৰ হীনমন্যতা গঢ় লৈ উঠিল।[৯] লাহে লাহে দেখা গ'ল অসমীয়া মধ্যবিত্তই নিজৰ আৰু নিজৰ আৰ্থ-সাংস্কৃতিক জীৱনৰ বিকাশ আৰু প্ৰতিষ্ঠাৰ ক্ষেত্ৰত প্ৰতি পদক্ষেপতে বাংলাভাষী কৰ্মচাৰী আৰু বাংলাভাষাৰ লগত প্ৰতিযোগিতাত নামিব লগীয়া হ'ল। একালে আৰ্থ-ৰাজনৈতিক নিয়ন্ত্ৰণ বৃটিছৰ হাতত, আৰ্থিক নিয়ন্ত্ৰণৰ ক্ষুদ্ৰ ভাগ মাৰোৱাৰী ব্যৱসায়ীৰ হাতত, আনফালে চৰকাৰী কৰ্মক্ষেত্ৰত বঙালী কৰ্মচাৰীৰ দ্বাৰা নিয়ন্ত্ৰিত।[১০] ফলস্বৰূপে বিকাশোন্মুখ অসমীয়া মধ্যবিত্তই বিকাশৰ পথ অৱৰুদ্ধৰ কাৰণে বঙালী কৰ্মচাৰীসকলকে দোষী-সাব্যস্ত কৰিলে। কিন্তু বৃটিছৰ বিভাজনবাদ আৰু বিদেশী প্ৰশাসনত হোৱা সামগ্ৰিক অ-সম বিকাশ দৃষ্টিৰ আঁতৰত বৈ গ'ল।

এই সময়তে বৃটিছ প্ৰশাসনে ৰাজহৰ বাবে আফুখেতি নিয়ন্ত্ৰণৰ পৰিকল্পনা কৰাত আৰু মাটিৰ ৰাজহ আদিও বৃদ্ধি কৰাৰ ফলত জনসাধাৰণ বিক্ষুব্ধ হৈ উঠিল আৰু বিদ্ৰোহৰ সূত্ৰপাত হ'ল। আনহাতেদি কুটীৰ শিল্পসমূহ ধ্বংস হৈছিল আৰু 'বিদেশীয় বস্তুৰ প্ৰতি আদৰ' বাঢ়িছিল। ফলত 'সমাজ বন্ধন' অস্থিৰ হৈ পৰিল। অৰ্থাৎ বৃটিছ পুঁজিৰ নিৰংকুশতাৰ ফলত ক্ষয়মান থলুৱা শিল্প বা পুঁজিয়ে তাৰ লগত যেৰ মাৰিব নোৱাৰা হ'ল।[১১] দেখা গ'ল ৰাজনৈতিক সংকটে অৰ্থনৈতিক সংকটৰ সূচনা কৰিলে।

উল্লিখিত আৰ্থ-ৰাজনৈতিক সংকটৰ পটভূমিত সামাজিক-সাংস্কৃতিক জীৱন বিপৰ্যস্ত হৈছে। মিছা সাক্ষী, বেশ্যা, মদ, কানি আদিৰ সৰ্বগ্ৰাসী প্ৰভাৱে সকলো প্ৰমূল্যক অৱনমিত কৰিছে। বাঙালীয়ানাৰ প্ৰতি আকৰ্ষণ বাঢ়িছে, জাতীয় জীৱন উদ্যমহীন আৰু পৰম্পৰাগত সাংস্কৃতিক ঐতিহ্যৰ প্ৰতি অন্ধ বিৰোধিতা দেখা গৈছে।[১২] সামগ্ৰিকভাৱে হোৱা সামাজিক জীৱনৰ এনে সংকটে সাহিত্যত ঠাই পাইছে।[১৩]

---

৮. পূৰ্ববৰ্তী, ১.০১, ১.০৩.

৯. পূৰ্ববৰ্তী, ১.০১, ১.০৩;

১০. দ্ৰ. এইচ্. কে বৰপূজাৰী (সম্পা.), পূৰ্বোল্লিখিত, পৃঃ ৬১-৬৩, অমলেন্দু গুহ, পূৰ্বোল্লিখিত, পৃঃ ২৫-২৬; নগেন শইকীয়া, 'অসমৰ সামাজিক ইতিহাসঃ পৰিবৰ্তন আৰু পৰিবৰ্ধন', সভাপতিৰ ভাষণ, দ্বিতীয় আলোচনা চক্ৰ, অসম সাহিত্য সভাৰ অধিবেশন, (১৯৮৭), পৃঃ ১৬.

১১. দ্ৰ. এইচ্. কে বৰপূজাৰী, পূৰ্বোল্লিখিত, পৃঃ ৮৮-১০২; অমলেন্দু গুহ, পূৰ্বোল্লিখিত, পৃঃ ৫০-৫৪; আনন্দৰাম ঢেকিয়াল ফুকন, পূৰ্বোল্লিখিত, পৃঃ ৭৩-৭৪, ৮৫-৮৮; গুণাভিৰাম বৰুৱা, আসাম বুৰঞ্জী, পৃঃ ১৮৭-৮৮, ১৯২-৯৩; বীৰেন্দ্ৰ কুমাৰ ভট্টাচাৰ্য, তেৰশ বছৰৰ অসমীয়া সংস্কৃতিত এভুমুকি, ২-২০;

১২. দ্ৰ. আনন্দৰাম ঢেকিয়াল ফুকন, ঢেকিয়াল ফুকনৰ ৰচনা সংগ্ৰহ, পৃঃ ১৩০, সম্পা. নন্দ তালুকদাৰ; আজলী ডৰা নেওগ, 'হেমচন্দ্ৰ বৰুৱাৰ আত্ম জীৱনী', অসম গৌৰৱ চৰিত মালা, পৃঃ ৫-৬,
এইচ্. কে. বৰপূজাৰী (সম্পা.) পূৰ্বোল্লিখিত, পৃঃ ১২৬-২৭.

১৩। দ্ৰ. মহেশ্বৰ নেওগ, অসমীয়া সাহিত্যৰ ৰূপৰেখা, পৃঃ ২৫২, সামাজিক ত্ৰুটী-বিচ্যুতিবোধক হেমচন্দ্ৰ বৰুৱাৰ 'কানীয়া-কীৰ্ত্তন'ত, গুণাভিৰামৰ 'বিবাহ ৰহস্য'ত সমালোচনা কৰা হৈছে।
সত্যেন্দ্ৰনাথ শৰ্মা, অসমীয়া নাট্য সাহিত্য, পৃঃ ৩০৮-৩০৯.

উল্লিখিত পটভূমিত ডা-ডাঙৰীয়াসকলৰ বিদ্ৰোহবোৰৰ ৰাজনৈতিক নেতৃত্বহীনতা, মুদ্ৰায়িত অৰ্থনীতিয়ে সৃষ্টি কৰা সংকট, চৰকাৰী ভাষা-নীতিয়ে মাতি অনা সংকট, সামাজিক-সাংস্কৃতিক মূল্যবোধৰ অৱক্ষয়— এই সকলোবিলাকৰ সন্মিলনে এক জাতীয় সংকটৰ সৃষ্টি কৰিলে। ন-কৈ গঢ় লৈ উঠা শিক্ষিত মধ্যবিত্তই এই সংকটসমূহৰ মাজত সাংস্কৃতিক সংকটৰ ভয়াবহতা তীব্ৰভাৱে অনুভৱ কৰিলে। গতিকে, সাংস্কৃতিক সংকট জাতীয় সংকটৰূপেই বিবেচিত হ'ল।[১৪] অসমীয়া মধ্যবিত্তৰ মনত সাংস্কৃতিক চেতনাৰ ক্ৰমবৃদ্ধিত খৃষ্টান মিছনেৰীসকলৰ অৱদান আৰু বংগৰ নৱজাগৰণৰ প্ৰভাৱ নিঃসন্দেহে দুটা উল্লেখযোগ্য দিশ।[১৫] দেখা গ'ল, অসমীয়া জাতীয় জীৱনৰ ইচ্ছা আৰু বাসনা সাংস্কৃতিক চেতনাক কেন্দ্ৰ কৰি আবৰ্তিত হ'বলৈ ধৰে। ক্ৰমে এই আবৰ্তন আত্ম-সংৰক্ষণৰ প্ৰৱণতালৈ পৰিণত হ'ল।

আৰ্থ-ৰাজনৈতিক ক্ষেত্ৰত সহযোগিতা মূলধন কৰি অসমীয়া বুদ্ধিজীৱীয়ে জাতীয় ইচ্ছা আৰু বাসনাক সাংস্কৃতিক জাতীয়তাবাদলৈ উত্তৰণ ঘটালে। গতিকে ঊনবিংশ শতিকাৰ অসমীয়া বুদ্ধিজীৱীৰ কৰ্মসমূহ উল্লিখিত উদ্দেশ্যেই নিবেদিত হৈছিল। সংশ্লিষ্ট বুদ্ধিজীৱীসকলে কালগত আৰু পৰিবেশগত সীমাবদ্ধতাৰ হেতুকে আৰ্থ-ৰাজনৈতিক সংকটৰ পৰা সামাজিক-সাংস্কৃতিক সংকটক নিলগাই চোৱাৰ ফলত সাংস্কৃতিক জাতীয়তাবাদৰ তাত্ত্বিক আৰু বিস্তৃত আয়তন দান কৰিলে। এই তাত্ত্বিক আৰু বিস্তৃত আয়তন দানৰ মাজেদি আৰ্থ-ৰাজনৈতিক সংকট মোচনৰ প্ৰচেষ্টা কৰিলে। অৱশ্যে আৰ্থ-ৰাজনৈতিক জাতীয়তাবাদৰ বিস্তৃত আয়তন দানৰ ক্ষেত্ৰত এনে চিন্তাৰ ভূমিকা গৌণ নহয়।[১৬]

বিংশ শতিকাৰ প্ৰথম দশকৰ পৰাই সাংস্কৃতিক জাতীয়তাবাদৰ তাত্ত্বিক আয়তনৰ লগত ৰাজনৈতিক সুৰটোৰ সংযুক্তি ঘটিলে যদিও প্ৰথম দিশটোৱেই অধিক প্ৰৱল হৈ অসমীয়া বুদ্ধিজীৱীৰ মানসিক পৰিমণ্ডলত সক্ৰিয় হৈ থাকিল। ফলত আৰ্থ-ৰাজনৈতিক জাতীয়তাবাদৰ লগত সুষম বিকাশৰ যোগেদি ই জাতীয় দৰ্শন হৈ উঠিবগৈ নোৱাৰিলে। অম্বিকাগিৰীয়েও উল্লিখিত পটভূমিৰ পৰাই জীৱনাদৰ্শ বিকাশৰ উপাদানসমূহ আহৰণ কৰিছিল। গতিকে, এই পৃষ্ঠভূমিতেই অম্বিকাগিৰীৰ জীৱন আৰু সাহিত্যৰ বিশ্লেষণ কৰা হৈছে।[১৭]

আলোচিত জাতীয় জীৱনৰ সমস্যা আৰু সংকটৰ পটভূমিত ঊনবিংশ শতিকাৰ অসমৰ ৰাজনৈতিক চিন্তা-চৰ্চা আৰু সামাজিক-ৰাজনৈতিক সংগঠনৰ বিকাশৰ ধাৰাটো আলোচনা কৰা উচিত বুলি ভবা হৈছে।[১৮]

---

১৪. পূৰ্ববৰ্তী, ১.০১;
দ্ৰ. নগেন শইকীয়া, সম্পাদকৰ ভাষণ, পূৰ্বোল্লিখিত, পৃঃ ১৬.

১৫. পূৰ্ববৰ্তী, ১.০১, ১.০৩.

১৬ পূৰ্ববৰ্তী, ০.০২.

১৭. পৰবৰ্তী, ২.০৩, ৩.০০, ৪.০০, ৫.০০, ৬.০০, ৭.০০.

১৮. পৰবৰ্তী, ২.০২.

## ২.০২ অসমত ৰাজনৈতিক চিন্তা-চৰ্চা আৰু সামাজিক-ৰাজনৈতিক সংগঠনৰ বিকাশ

অসমত ৰাজনৈতিক চিন্তা-চৰ্চা আৰু সামাজিক-ৰাজনৈতিক আ-অনুষ্ঠানৰ বিকাশৰ ক্ষেত্ৰত (ক) ডা-ডাঙৰীয়াসকলৰ বৃটিছবিৰোধী মনোভাৱ (খ) স্বতঃস্ফূৰ্ত গণ বিদ্ৰোহ (গ) মধ্যবিত্তৰ উদাৰনৈতিক বৃটিছ সহযোগী মনোভাৱ আৰু সাংস্কৃতিক জাতীয়তাবাদী চেতনাৰ বিকাশ— এই তিনিটা শ্ৰেণীগত ধাৰাৰ প্ৰভাৱ পৰিলক্ষিত হয়।

১৮২৪ চনত ইষ্ট ইণ্ডিয়া কোম্পানীয়ে কৰা ঘোষণা অনুসৰি উভতি নগৈ, ১৮২৬ চনৰ সন্ধি পত্ৰৰ গইনা লৈ থলগিৰি হোৱাত, অসমৰ ডা-ডাঙৰীয়াসকলৰ মনত বৃটিছবিৰোধী মনোভাৱ সৃষ্টি হয় আৰু তেনে কাৰ্য-কলাপত প্ৰবৃত্ত হয়। ফলস্বৰূপে ১৮২৬-৩০ চনৰ ভিতৰত ডা-ডাঙৰীয়াসকল বিদ্ৰোহত লিপ্ত হয়।[১]

মণিৰাম দেৱানে বৃটিছ আগমনক আদৰণি জনালেও পুৰন্দৰ সিংহৰ লগত বৃটিছৰ ব্যৱহাৰৰ অভিজ্ঞতাজাত তেওঁৰ অসন্তুষ্টি এ. জে. মফট মিল্‌ছক দিয়া আৰ্জিত (১৮৫৩ খ্ৰীঃত) ফুটি উঠিছে আৰু সম্ভ্ৰান্ত সকলৰ ৰাজনৈতিক পুনৰুত্থানৰ চেষ্টা কৰি তেওঁ বিফল হৈছে।[২] দেখা গৈছে, মণিৰামৰ ব্যৰ্থ-বিদ্ৰোহৰ প্ৰচেষ্টাতেই অসমৰ ডা-ডাঙৰীয়া আৰু সম্ভ্ৰান্তসকলৰ ৰাজনৈতিক পুনৰুত্থানৰ প্ৰচেষ্টাৰ সামৰণি পৰিছে। ডা-ডাঙৰীয়াসকলৰ বিদ্ৰোহ আৰু মণিৰামৰ বিদ্ৰোহৰ মাজত প্ৰকৃতিগত পাৰ্থক্য নাই। উল্লিখিত দুয়োটা বিদ্ৰোহেই ৰাজনৈতিক আৰু আহোম শাসন পুনঃ প্ৰতিষ্ঠাৰ উদ্দেশ্যেই সংঘটিত হৈছিল। এনে পুনৰুত্থানৰ প্ৰচেষ্টাত সাধাৰণ মানুহৰ সমৰ্থন নাছিল।[৩] গতিকে , ঊনবিংশ শতিকাৰ ষষ্ঠ দশকৰ ভিতৰত হোৱা বিদ্ৰোহ আৰু বিদ্ৰোহৰ প্ৰচেষ্টা উভয়েই সামগ্ৰিকভাৱে জাতীয় জীৱনত প্ৰভাৱ বিস্তাৰ কৰিব নোৱাৰিলে। ফলত, ৰাজনৈতিক চিন্তাৰ প্ৰথম ধাৰাটো ফলপ্ৰসূ নহ'ল।

ঊনবিংশ শতিকাৰ দ্বিতীয়াৰ্ধৰ প্ৰথম দশকৰ পৰাই সাধাৰণ মানুহৰ মাজত অসন্তুষ্টিৰ বীজ অংকুৰিত হৈছিল। ফলত ১৮৬০ খ্ৰীঃৰ পৰা ১৯০০ খৃঃৰ ভিতৰত স্বতঃস্ফূৰ্ত গণ বিদ্ৰোহবোৰত মূলতঃ কৃষক শ্ৰেণীটো প্ৰত্যক্ষভাৱে জড়িত হৈ পৰিছিল। বৃটিছ মুদ্ৰায়িত অৰ্থনীতিয়ে সাধাৰণ প্ৰজাৰ জীৱন দুৰ্বিষহ কৰাত কৃষকসকল 'ৰাইজ মেল'ত সংগঠিত হৈ বিদ্ৰোহৰ বাট লয়। সহিংস হৈ পৰা 'ফুল গুৰিৰ ধেৱা'ই[৪] বৃটিছ মুদ্ৰায়িত অৰ্থনীতিৰ বিৰুদ্ধে

---

১. এইচ্. কে. বৰপূজাৰী (সম্পা.) পলিটিকেল হিষ্টৰী অব্ আছাম, খণ্ড-১, পৃঃ ৮-১০, ১৯-২৮; অমলেন্দু গুহ, প্লেণ্টাৰ ৰাজ টু স্বৰাজ, পৃঃ ১-৪, এইচ্. কে. বৰপূজাৰী, আছাম ইন্ দি দে'জ অব্ কম্পেনী, পৃঃ ১৩, কে. এন. দত্ত, লেণ্ডমাৰ্কছ অব্ দি ফ্ৰীডম ষ্ট্ৰাগোল ইন্ আছাম, পৃঃ ৪-৫, ৮-৯.

২. দ্ৰ. এইচ্. কে. বৰপূজাৰী (সম্পা.) পূৰ্বোল্লিখিত, পৃঃ ১০, ৬৪-৬৯, অমলেন্দু গুহ, 'সভাপতিৰ ভাষণ', বুৰঞ্জী সন্মিলন, অসম সাহিত্য সভা, গোলাঘাট, ১৯৭৮, আমাৰ প্ৰতিনিধি, ১৮শ বছৰ ৭ম সংখ্যা, পৃঃ ৬২৪, বেণুধৰ শৰ্মা, মণিৰাম দেৱান, পৃঃ ৩-৪, ২০;

৩. লক্ষ্মী দেবী, বৃটিছে অসমত ৰাজনৈতিক চিন্তা-চৰ্চা আৰু ৰাজনৈতিক অনুষ্ঠানৰ অভ্যুত্থান', পৃঃ ৯ [অসম সাহিত্য সভাৰ বুৰঞ্জী সন্মিলনৰ ভাষণ, ১৯৭৮].

৪. লক্ষ্মী দেবী, উল্লিখিত, পৃঃ ১১.

সাধাৰণ প্ৰজাৰ প্ৰথম ৰাজহুৱা প্ৰতিবাদ। এই শতিকাৰ শেষ দশকত দৰং আৰু কামৰূপ জিলাত বিয়পি পৰা কৃষক বিদ্ৰোহত চৰকাৰী গুলী বৰ্ষণৰ বিৰুদ্ধে নিৰস্ত্ৰ কৃষকসকলে লাঠি-জোং দলি চপৰা আদি ব্যৱহাৰ কৰাটো উল্লেখযোগ্য।[৫] দেখা গৈছে, গণ বিদ্ৰোহবোৰৰ প্ৰকৃতি ডা-ডাঙৰীয়াসকলৰ বিদ্ৰোহবোৰৰ লগত অমিল। পূৰ্বৰ বিদ্ৰোহবোৰ ৰাজনৈতিক কাৰণজনিত, কিন্তু গণ বিদ্ৰোহবোৰ মুদ্ৰায়িত অৰ্থনীতিজাত নিষ্পেষণৰ বিৰুদ্ধে গণ-অসন্তুষ্টিজনিত। কিন্তু উল্লিখিত বিদ্ৰোহবোৰৰ দুৰ্বলতা হ'ল অসংগঠিত আৰু নিৰ্দিষ্ট ধৰণৰ কাৰ্যসূচী বিবৰ্জিত।[৬] আনহাতেদি, এই বিদ্ৰোহবোৰৰ ভাৰতৰ অন্যান্য ঠাইত হোৱা বিদ্ৰোহবোৰৰ লগত কোনো প্ৰত্যক্ষ সম্পৰ্ক নাছিল, কিন্তু প্ৰকৃতিগত মিল এটি লক্ষ্য কৰা যায়। এই প্ৰসঙ্গত বংগদেশৰ ১৮৫৯-৬০ খ্ৰীঃত স্বতঃস্ফূৰ্ত 'নীল বিদ্ৰোহ'[৭] উল্লেখনীয়।

ৰাজনৈতিক চিন্তাদৰ্শৰ তৃতীয় ধাৰাটোৰ উদ্বোধন হয় আনন্দৰাম ঢেকিয়াল ফুকনৰ কৰ্মেৰে। ঢেকিয়াল ফুকনৰ 'ইংলণ্ডৰ বিৱৰণ'[৮]তে এই ধাৰাটোৰ পৃষ্ঠভূমি তৈয়াৰ কৰাৰ বীজ নিহিত আছিল। এই ধাৰাটো সবল কৰি তোলাত অন্য দুটা উল্লেখনীয় উপাদান হ'ল বংগৰ নৱ জাগৰণ আৰু পাশ্চাত্যৰ আনুষ্ঠানিক শিক্ষা।[৯] চতুৰ্থ দশকত চৰকাৰী ভাষানীতিয়ে জাতীয় জীৱনত এটি সংকটৰ সৃষ্টি কৰে। ডা-ডাঙৰীয়া আৰু সম্ভ্ৰান্ত সকলৰ নিষ্ফল বিদ্ৰোহৰ পটভূমিতে তেওঁলোক নব্য-শিক্ষিত মধ্যবিত্তৰ লগত ঐক্যবদ্ধ হৈ চৰকাৰী ভাষানীতিয়ে মাতি অনা সংকট মোচনৰ প্ৰচেষ্টাত ব্ৰতী হয়।

উল্লিখিত তৃতীয় ধাৰাটোৱে হ্যত সামাজিক-ৰাজনৈতিক মৰ্যাদা আৰু নেতৃত্ব সংৰক্ষণৰ বাবে আৰ্থ-ৰাজনৈতিক শত্ৰুক (বৃটিছক) প্ৰত্যক্ষ শত্ৰু ৰূপে বিবেচনা নকৰি, সাংস্কৃতিকভাৱে বলশালী চুবুৰীয়া জাতি, বিশেষকৈ আনুষ্ঠানিক শিক্ষাৰ আগতীয়া ফল ভোগ কৰিবলৈ পাই অসমৰ জাতীয় জীৱনত 'মধ্যম বৰ্গীয় প্ৰশাসক জাতিৰ'[১০] ভূমিকাত অৱতীৰ্ণ হোৱা বঙালী কৰ্মচাৰীসকলক শত্ৰুৰূপে বিবেচনা কৰিলে। এই চেতনা মূলতঃ আৰ্থ-ৰাজনৈতিক নহয়, চৰকাৰী ভাষানীতিজাত ভাষিক-চেতনাহে। এই চেতনা বৃদ্ধিত খৃষ্টান মিছনেৰীসকলৰ গুৰুত্বপূৰ্ণ ভূমিকা স্মৰণীয়।[১১]

১৮৩৫ চনত 'গুৱাহাটী ছেমিনাৰী' প্ৰতিষ্ঠাৰ[১২] যোগেদি অসমত পাশ্চাত্যৰ আৰ্হিৰ আনুষ্ঠানিক শিক্ষাৰ সূচনা হয়। এই আনুষ্ঠানিক শিক্ষাই উল্লিখিত মধ্যবিত্ত শ্ৰেণীটো গঢ়ি উঠাত আৰু ভাষা-চেতনাক কেন্দ্ৰ কৰি সাংস্কৃতিক জাতীয়তাবাদী চেতনাৰ বিকাশত উল্লেখযোগ্য অৱদান আগবঢ়ায়। আনহাতেদি প্ৰশাসনিক দিশত ১৮৭৩ চনটো অসমৰ জাতীয় জীৱনত

৫. লক্ষ্মী দেৱী, উল্লিখিত, পৃঃ ১১-১৩; এইচ্. কে. বৰপূজাৰী, পূৰ্বোল্লিখিত, পৃঃ ৮৮-৯৪-৯৯. অমলেন্দু গুহ, পূৰ্বোল্লিখিত, পৃঃ ৬-৭, ৫০-৫৪.

৬. দ্ৰ. লক্ষ্মী দেৱী, পূৰ্বোল্লিখিত, পৃঃ ১৩.

৭. সুশোভন চৰকাৰ, বেংগল ৰেণেছাঁ এণ্ড আদাৰ এছেইজ, পৃঃ ৩৪-৩৬.

৮. দ্ৰ. আনন্দৰাম ঢেকিয়াল ফুকন, আনন্দৰাম ঢেকিয়াল ফুকনৰ ৰচনা সংগ্ৰহ, পৃঃ ১২৪-৩০, সম্পা. নন্দ তালুকদাৰ।

৯. পূৰ্ববৰ্তী, ১.০১, ১ ০২, ১.০৩.

১০. পূৰ্ববৰ্তী, ১.০১.

১১. পূৰ্ববৰ্তী, ১.০৩.

১২ বেণু দেৱী, অসমৰ শিক্ষা ব্যৱস্থা, পৃঃ ১৪.

এটি জলচ্ছেদ স্বৰূপ। কিয়নো, এই বছৰতে অসমীয়া ভাষাৰ স্ব-স্থানত প্ৰতিষ্ঠাৰ যোগেদি সম্ভ্ৰান্ত আৰু নব্য-শিক্ষিত মধ্যবিত্তৰ আবেদন-নিবেদনৰ নৰমপন্থী ৰাজনৈতিক চিন্তাৰ প্ৰথম সফলতা সূচিত হয়। আনফালে ইয়াৰ পাছৰ বছৰত (১৮৭৪) অসমক এটি সুকীয়া প্ৰশাসনিক গোট হিচাপে এজন চীফ কমিছনাৰৰ প্ৰত্যক্ষ শাসনৰ অধীনলৈ আনে।[১৩]

ভাষা প্ৰতিষ্ঠাৰ যোগেদি সূচিত হোৱা সফলতাই বিকাশোন্মুখ অসমীয়া মধ্যবিত্তক আবেদন-নিবেদনৰ নৰমপন্থী ৰাজনীতি আৰু বৃটিছৰ 'শুভ ইচ্ছা'ৰ প্ৰতি আস্থাশীল কৰি তোলে। ফলত এই তৃতীয় ধাৰাৰ চিন্তাদৰ্শই ধীৰে ধীৰে তাৰ বিস্তৃত পটভূমি সৃষ্টি কৰি সংগঠিত ৰূপ ধাৰণ কৰে আৰু ঊনবিংশ শতিকাৰ পৰৱৰ্তী কালছোৱাৰ চিন্তাধাৰা নিয়ন্ত্ৰণ কৰে। অম্বিকাগিৰী প্ৰমুখ্যে কেইজনমানৰ 'এনাৰ্কিষ্ট'[১৪] দলৰ কিছু বিচ্ছিন্ন কাৰ্যকলাপ বাদ দিলে বিংশ শতিকাৰ দ্বিতীয় দশকলৈকে এই চিন্তাধাৰা ক্ৰিয়াশীল হৈ থাকে। এই ধাৰাটোৰ মূল নেতৃত্বত আছিল শিক্ষিত মধ্যবিত্ত শ্ৰেণীটো। প্ৰথম স্তৰত আনন্দৰাম ঢেকিয়াল ফুকন, গুণাভিৰাম বৰুৱা, হেমচন্দ্ৰ বৰুৱা আৰু দ্বিতীয় স্তৰত জগন্নাথ বৰুৱা, মাণিক চন্দ্ৰ বৰুৱা, লক্ষ্মীনাথ বেজবৰুৱা প্ৰমুখ্যে 'জোনাকী'ৰ থুলটোৱেই এই চিন্তাধাৰাৰ তাত্ত্বিক বুলি ক'ব পাৰি। পূৰ্বৰ ধাৰা দুটাৰ প্ৰত্যক্ষ ৰাজনৈতিক পুনৰুত্থান আৰু প্ৰত্যক্ষ অৰ্থনৈতিক দৃষ্টিভংগী এই ধাৰাটোত অনুপস্থিত। তদুপৰি ই সংগঠিত ৰূপত আগবাঢ়িছিল।

ঊনবিংশ শতিকাৰ দ্বিতীয়াৰ্ধ জুৰি বিকাশোন্মুখ মধ্যবিত্তৰ শ্ৰেণী দৃষ্টিভংগী এই ধাৰাটোৱে প্ৰতিনিধিত্ব কৰে। সেই হেতুকে এই শ্ৰেণীটোৰ বিভিন্ন প্ৰতিনিধিয়ে সংশ্লিষ্ট দৃষ্টিভংগী প্ৰকাশক সামাজিক-সাংস্কৃতিক আন-অনুষ্ঠানৰ সাংগঠনিক কৰ্মত আত্ম নিয়োগ কৰে।[১৫] এই অনুষ্ঠানবোৰৰ যোগেদি উক্ত নৰমপন্থী সহযোগী দৃষ্টিভংগীয়ে প্ৰথমে বিদ্যায়তনিক, ক্ৰমে তাত্ত্বিক আৰু শেষত কাৰ্যবাহী বিস্তৃত আয়তন লভি ঊনবিংশ শতিকাৰ দ্বিতীয়াৰ্ধত অসমীয়া জাতীয় জীৱনৰ ৰাজনৈতিক চিন্তা-চৰ্চাক সহযোগী চৰিত্ৰৰ সাংস্কৃতিক জাতীয়তাবাদৰূপে প্ৰতিষ্ঠা দিয়ে।

ঊনবিংশ শতিকাৰ প্ৰথমাৰ্ধত মিছনেৰীসকলৰ দ্বাৰা প্ৰতিষ্ঠিত 'গুৱাহাটী ছেমিনাৰী' প্ৰথম বিদ্যায়তনিক অনুষ্ঠান। ১৯০১ চনত কটন কলেজ[১৬] প্ৰতিষ্ঠানৰ মাজেদি আনুষ্ঠানিক বিদ্যায়তনিক দিশটোৱে সম্পূৰ্ণতা পায়। বিদ্যায়তনিক অনুষ্ঠানবোৰে মধ্যবিত্ত শ্ৰেণীৰ সৃষ্টিত প্ৰত্যক্ষ অৰিহণা আগবঢ়ায়।

দ্বিতীয়াৰ্ধত গঢ়ি উঠা সামাজিক-ৰাজনৈতিক অনুষ্ঠান সমূহ হ'ল— অসম দেশ হিতৈষিণী সভা (১৮৫৬), জ্ঞান প্ৰদায়িনী সভা (১৮৫৭), অসমীয়া সাহিত্য সভা (১৮৭২), আপাৰ আছাম এছোচিয়েশ্যন (১৮৮০), সাৰ্বজনিক সভা (১৮৮৪), তেজপুৰ ৰায়ত সভা (১৮৮৪), শ্বিলং এছোচিয়েশ্যন, নগাওঁ ৰায়ত সভা (১৮৮৬), ৰাইজ মেল (১৮৯৩-৯৪) উল্লেখযোগ্য।

---

১৩. পূৰ্বৱৰ্তী, ১.০৩.
এইচ্. কে. বৰপূজাৰী, (সম্পা.) পূৰ্বোল্লিখিত, পৃঃ ১৭৬; অমলেন্দু গুহ, পূৰ্বোল্লিখিত, পৃঃ ২৭.
১৪. এইচ্. কে. বৰপূজাৰী, (সম্পা.), পূৰ্বোল্লিখিত, পৃঃ ১৯২-৯৮.
১৫. এইচ্. কে. বৰপূজাৰী, (সম্পা.) পূৰ্বোল্লিখিত, পৃঃ ১৫৭; অমলেন্দু গুহ, পূৰ্বোল্লিখিত, পৃঃ ২৩.
১৬. ৰেণু দেৱী, পূৰ্বোল্লিখিত, পৃঃ ৯৭.

এই অনুষ্ঠানবোৰে জ্ঞানৰ প্ৰসাৰ ঘটোৱাৰ দৰে বিদ্যায়তনিক কৰ্ম আৰু প্ৰশাসনৰ ওচৰত ওজৰ-আপত্তি দাখিল ধৰা, অসমৰ যাতায়াতৰ উন্নতি কল্পে আবেদন[১৭] জনোৱা আদি কৰ্মেৰে ৰাইজ আৰু চৰকাৰৰ মাজত সংযোগ ৰক্ষা কৰিছিল। তদুপৰি এই অনুষ্ঠানবোৰে সীমাবদ্ধতাৰ মাজত থাকিও জাতীয় জীৱনৰ আকাংক্ষাসমূহৰ লগত সংগতি ৰাখি শিক্ষা, থলুৱাৰ কৰ্ম সংস্থান, যাতায়াত, সীমিতভাবে কৃষকৰ সমস্যা, কানি নিবাৰণৰ সপক্ষে, বিধান পৰিষদত অসমৰ স্থায়ী আসন সংৰক্ষণ[১৮] আদি বিষয়ত মাত মাতি জাতীয় চেতনাৰ অগ্ৰগতিৰ পৰিচয় বহন কৰিছিল। ঊনবিংশ শতিকাৰ প্ৰথমাৰ্ধত ভাষা-চেতনাক কেন্দ্ৰ কৰি গঢ়ি উঠা জাতীয় চেতনা, গুণাভিৰামৰ 'শিল্প, সাহিত্যৰ আন্দোলন'[১৯] সৃষ্টিৰ আকাংক্ষা, কলিকতাত অ. ভা. উ. সা. সভা (১৮৮৮) প্ৰতিষ্ঠাৰ মাজেদি বাস্তৱায়িত হ'ল। উদাৰনৈতিক চেতনাৰে আগবঢ়া এই সভা আৰু সভাৰ মুখপত্ৰ 'জোনাকী'য়ে (১৮৮৯) অসমীয়া জাতীয়তাবাদী চিন্তাৰ তাত্ত্বিক ভেটিৰ সবল প্ৰতিষ্ঠা আৰু বিস্তৃত আয়তন দান কৰিলে। ঘোষিত হ'ল 'ভাষাই জাতীয় উন্নতিৰ সিংহ দুৱাৰ'।[২০] আনহাতেদি ১৯০১ খৃঃত 'কটন কলেজ'ৰ প্ৰতিষ্ঠাৰ যোগেদি অসমীয়া শিক্ষিত মধ্যবিত্তৰ দ্বিতীয় সফলতা সূচিত হ'ল।

সৰ্বভাৰতীয় পটভূমিত ইতিমধ্যে 'ইণ্ডিয়ান এছোচিয়েশ্যন', 'নেশ্যনেল কন্‌ফাৰেনছ্' আৰু জাতীয় কংগ্ৰেছৰ প্ৰতিষ্ঠা আদিয়ে সৰ্বভাৰতীয় ঐক্য আৰু জাতীয় জাগৰণৰ এটি পটভূমিকা তৈয়াৰ কৰিছিল।[২১] দেখা গৈছে, এই সময়ছোৱাতে সৰ্বভাৰতীয় ৰাজনৈতিক চেতনাৰ লগত অসমৰো সংযুক্তি ঘটিছে।[২২] আনহাতেদি জাতীয় কংগ্ৰেছৰ চৰিত্ৰও আৰম্ভণিৰ ভালে কেইবছৰ মূলতঃ বৃটিছ সহযোগী। অসমতো এই সহযোগী চৰিত্ৰ অটুট ৰাখি বিস্তৃত আয়তনেৰে এটি অনুষ্ঠান গঢ়াৰ প্ৰয়োজনীয়তা অনুভৱৰ ফল ১৯০৩ চনৰ 'অসম এছোচিয়েশ্যন'। অসম এছোচিয়েশ্যনৰ সুৰ নৰমপন্থী। ১৯২০ চনৰ ডিচেম্বৰ মাহত কংগ্ৰেছৰ কৰ্মসূচী গ্ৰহণৰ সিদ্ধান্ত লোৱালৈকে বিংশ শতিকাৰ প্ৰথম দশক দুটা অসমৰ জাতীয় ইচ্ছা আৰু বাসনাৰ মুখপাত্ৰ আছিল অসম এছোচিয়েশ্যন।[২৩]

বিংশ শতিকাৰ দ্বিতীয় দশকত প্ৰতিষ্ঠিত 'আসাম ছাত্ৰ সন্মিলন' (১৯১৬) আৰু 'আসাম সাহিত্য সভা' (১৯১৭)ই উল্লিখিত চিন্তাদৰ্শৰে প্ৰতিনিধিত্ব কৰিছিল।[২৪] 'অসম

---

১৭. এইচ্. কে. বৰপূজাৰী, (সম্পা.) পূৰ্বোল্লিখিত, পৃঃ ১৫৮; অমলেন্দু গুহ, পূৰ্বোল্লিখিত, পৃঃ ২৩.

১৮. পূৰ্ববৰ্তী, ১.০১;
দ্ৰ. এইচ্. কে. বৰপূজাৰী, (সম্পা.) পূৰ্বোল্লিখিত, পৃঃ ১৫৮-৬৩; অমলেন্দু গুহ পূৰ্বোল্লিখিত, পৃঃ ৬১-৬৩, আমাৰ প্ৰতিনিধি, পৃঃ ৬২৪-২৮.

১৯. দ্ৰ. গুণাভিৰাম বৰুৱা, আসাম বন্ধু, (একত্ৰ) পৃঃ ২-৩; সম্পা. নগেন শইকীয়া।

২০. দ্ৰ. মহেশ্বৰ নেওগ, অসমীয়া সাহিত্যৰ ৰূপৰেখা, পৃঃ ২৬৪-৬৮.

২১. পূৰ্ববৰ্তী, ০.০৩.

২২. পূৰ্ববৰ্তী, ১.০১.

২৩. দ্ৰ. এইচ্. কে. বৰপূজাৰী, (সম্পা.) পূৰ্বোল্লিখিত, পৃঃ ১৭১-২২১, অমলেন্দু গুহ, পূৰ্বোল্লিখিত, পৃঃ ৯১-৯৯; কে. এন. দত্ত, পূৰ্বোল্লিখিত, পৃঃ ৪০-৫৩.

২৪. দ্ৰ. কে. এন. দত্ত, পূৰ্বোল্লিখিত, পৃঃ ৪৯-৫১, লক্ষ্মী দেৱী, পূৰ্বোল্লিখিত, পৃঃ ১৬, মহেশ্বৰ নেওগ এনালছ অব্ অসম সাহিত্য সভা, পৃঃ ১-৯; অতুল চন্দ্ৰ হাজৰিকা, অসম সাহিত্য সভাৰ ৰূপলেখা, পৃঃ ১৫-১৭, ৩৫, ৰমেশ কলিতা, ভাৰতৰ স্বাধীনতা আন্দোলনত অসমীয়া ছাত্ৰৰ ভূমিকা, পৃঃ ৩০-৩৫.

এছোচিয়েশ্যনে' কংগ্ৰেছৰ লগত সংযুক্তিৰে অসমৰ জাতীয় চেতনাক ভাৰতীয় চেতনাৰ লগত সংযুক্তি ঘটালেও ইতিমধ্যে গঢ়ি উঠা জাতীয় জীৱনৰ আকাংক্ষা আৰু পৰম্পৰাৰ লগত সমকালৰ বুদ্ধিজীৱী সকলে প্ৰত্যক্ষ সম্পৰ্ক ৰাখিছিল। আনহাতেদি, প্ৰথম দশকৰ সন্ত্ৰাসবাদী কাৰ্যকলাপ, বংগ-ভংগৰ পটভূমিত গঢ়ি উঠা 'স্বদেশী' আন্দোলন আদিৰ লগত অম্বিকাগিৰীৰ প্ৰত্যক্ষ সংযুক্তি প্ৰণিধানযোগ্য।[২৫] কৃষক বিদ্ৰোহকেইটাৰ পাছত সন্ত্ৰাসবাদী কাৰ্যকলাপ আৰু স্বদেশী আন্দোলনেই অসমত প্ৰত্যক্ষ ৰাজনৈতিক কৰ্ম। সৰ্বভাৰতীয় চেতনাৰ লগত সংযুক্তি ঘটিলেও অসমীয়া জাতীয়তাবাদ আৰু ভাৰতীয় জাতীয়তাবাদ দুয়োটাই সমান্তৰালভাৱে অসমৰ ৰাজনৈতিক চিন্তাক প্ৰভাৱান্বিত কৰিছে। দ্বিতীয় দশকত (১৯২০) কংগ্ৰেছৰ ভাষাভিত্তিক ৰাজ্যিক গোট গঠনৰ প্ৰস্তাৱে উল্লিখিত আঞ্চলিক জাতীয়তাবাদী চেতনাৰ সৰ্বভাৰতীয় ভিত্তিত তাৰ খোপনি সুদৃঢ় কৰে। অসমীয়া জাতীয় জীৱনৰ আশা-আকাংক্ষাক বাস্তৱায়িত কৰাৰ লক্ষ্যৰে উল্লিখিত খোপনিৰ ভেটিত অম্বিকাগিৰীয়ে জন্ম দিলে 'অসম সংৰক্ষিণী সভা'ৰ (১৯২৬)।[২৬] সন্ত্ৰাসবাদী কামেৰে ৰাজনৈতিক জীৱন আৰম্ভ কৰা অম্বিকাগিৰীয়ে উক্ত সভা প্ৰতিষ্ঠা কৰা কাৰ্য অসমৰ আৰু তেওঁৰো ৰাজনৈতিক চিন্তা-চৰ্চা আৰু অনুষ্ঠানৰ ক্ষেত্ৰত এটি তাৎপৰ্যপূৰ্ণ ঘটনা।[২৭]

সামাজিক-ৰাজনৈতিক অনুষ্ঠানবোৰৰ উপৰিও সমকালৰ বাতৰিকাকতসমূহেও ৰাজনৈতিক চিন্তাৰ পৰিচয় ধৰি ৰাখিছে। 'অৰুনোদই' কাকতে ভাষিক চেতনা দানৰ ক্ষেত্ৰত বিশেষ ভূমিকা পালন কৰিছিল।[২৮]

'আসাম বিলাসিনী' (১৮৭১), আসাম মিহিৰ (১৮৭২), 'অসম দৰ্পণ' (১৮৭৪), 'আসাম নিউচ' (১৮৮২), মৌ (১৮৮৬) আদিয়ে সামাজিক জীৱনক স্পৰ্শ কৰা বিষয়ত গুৰুত্ব দিয়া পৰিলক্ষিত হয়। কিন্তু 'আসাম বন্ধু' (১৮৮৫)ৰ লক্ষ্য আছিল 'শিল্প', 'সাহিত্যৰ আন্দোলন' সৃষ্টি কৰা।[২৯] আসাম বন্ধুৰ উল্লিখিত চিন্তাই 'জোনাকী' (১৮৮৯)ৰ যোগেদি বিস্তৃত মাত্ৰা আৰু আয়তন লাভ কৰে। আনহাতে 'বিজুলী'য়ে (১৮৯১) ৰাজনীতিৰ চৰ্চা কৰিছিল, কিন্তু ৰজাঘৰ-প্ৰজাঘৰৰ মাজত সংযোগ ৰক্ষাকাৰীৰ দিশৰ পৰাহে। 'দি টাইমছ্ অব্ আছাম' (১৮৯৫) 'অসম বন্তি' (১৯০০) আদিৰ সুৰো নৰম পন্থীয়ে আছিল। এইবোৰৰ বিপৰীতে 'দি এড্‌ভোকেট অব্ আছাম'ৰ (১৯০৪) সুৰ আছিল জাতীয়তাবাদী।[৩০]

পূৰ্বোল্লিখিত অনুষ্ঠানসমূহৰ সংশ্লিষ্ট চিন্তা-চেতনাৰ ধাৰাটোৰে প্ৰবক্তা আছিল এই কাকতবোৰ। অৰ্থাৎ অসমীয়া মধ্যবিত্তৰ আৰ্থ-ৰাজনৈতিক ক্ষেত্ৰৰ বৃটিছ সহযোগী চৰিত্ৰ আৰু সাংস্কৃতিক জাতীয়তাবাদী চেতনাৰ প্ৰকাশতহে এই কাকতবোৰে অধিক গুৰুত্ব দিছিল।

---

২৫. পৰৱৰ্তী, ৩.০১.
২৬. পূৰ্বৱৰ্তী, ০.০৩., পৰৱৰ্তী, ৩.০২, ৫.০২.
দ্ৰ. লক্ষ্মী দেৱী, পূৰ্বোল্লিখিত, পৃঃ ১৯-২০, অমলেন্দু গুহ, 'সভাপতিৰ ভাষণ', পূৰ্বোল্লিখিত, পৃঃ ৬২৮-২৯.
২৭. পৰৱৰ্তী, ৩.০৩, ৫.০২.
২৮. পূৰ্বৱৰ্তী, ১.০৩.
২৯. দ্ৰ. এইচ্. কে. বৰপূজাৰী, (সম্পা.) পূৰ্বোল্লিখিত, পৃঃ ১৫০-৫৫, গুণাভিৰাম বৰুৱা, আসাম বন্ধু (একত্ৰ) পৃঃ ৩-৪, সম্পা. নগেন শইকীয়া.
৩০. দ্ৰ. এইচ্. কে. বৰপূজাৰী (সম্পা.) পূৰ্বোল্লিখিত, পৃঃ ১৫০-৫৫.

বিংশ শতিকাৰ দ্বিতীয় দশকত ভাৰতৰ ৰাজনৈতিক মঞ্চত বাঢ়ি অহা আৰ্থ-ৰাজনৈতিক জাতীয়তাবাদৰ[৩১] সহযোগী হয় 'অসম এছোচিয়েশ্যন', ১৯২০ চনৰ ডিচেম্বৰত। এই আৰ্থ-ৰাজনৈতিক জাতীয়তাবাদী চেতনাৰ পূৰ্ব প্ৰকাশ ঘটে 'আসাম বিলাসিনী' (১৯১৩) 'সাদিনীয়া অসমীয়া' (১৯১৮) আৰু 'চেতনা' (১৯১৯)ৰ পাতত।[৩২] 'অসম এছোচিয়েশ্যন'ক উক্ত পথলৈ অনাৰ অম্বিকাগিৰীৰো বিশেষ ভূমিকা আছিল।[৩৩] উল্লিখিত কাকতকেইখনে ভাৰতীয় জাতীয়তাবাদ আৰু অসমীয়া জাতীয়তাবাদৰ সাৰ্থক সমন্বয়ৰ প্ৰচেষ্টাত ব্ৰতী হয়।[৩৪]

উপৰি উল্লিখিত সামাজিক-ৰাজনৈতিক পটভূমিৰ লগত অম্বিকাগিৰীৰ ব্যক্তিগত জীৱনৰ পটভূমি[৩৫] অন্বিত হৈ তেওঁৰ জীৱনাদৰ্শ[৩৬] গঢ়ি উঠে আৰু সাহিত্যত তাৰ প্ৰতিফলন ঘটে।

---

৩১. পূৰ্ববৰ্তী, ০.০৩.
৩২. পৰৱৰ্তী, ৭.০১, ৭.০২.
৩৩. পৰৱৰ্তী, ৫.০১.
৩৪. দ্ৰ. বীৰেন্দ্ৰ কুমাৰ ভট্টাচাৰ্য, ডেৰশ বছৰৰ অসমীয়া সংস্কৃতিত এভুমুকি, পৃঃ ১০০-১০৩.
৩৫. পৰৱৰ্তী, ২.০৩.
৩৬. পৰৱৰ্তী, ৩.০১, ৩.০২, ৩.০৩.

## ২.০৩ অম্বিকাগিৰীৰ ব্যক্তিগত জীৱনৰ পটভূমি

কোনো লেখকৰ জীৱনাদৰ্শ বিকাশত সংশিষ্ট লেখকৰ দেশ-কাল-পৰিবেশ আৰু সমকালীন ঘটনা-সংঘাতৰ উল্লেখৰ উপৰিও পাৰিবাৰিক, ব্যক্তিগত জীৱনৰ ঘটনা-সংঘাত আৰু সমকালৰ সামাজিক-সাংস্কৃতিক, আৰ্থ-ৰাজনৈতিক ঘটনাৱলীৰ লগত তেওঁৰ প্ৰত্যক্ষ অথবা পৰোক্ষ সংযুক্তি বিচাৰ কৰাটো প্ৰয়োজনীয় দিশ। কিয়নো, এনে সংযুক্তিয়ে অন্তৰ্জীৱনৰ গঢ় দিয়ে। আনহাতেদি উল্লিখিত দেশ-কাল-পৰিবেশ আৰু সামাজিক-সাংস্কৃতিক, আৰ্থ ৰাজনৈতিক ঘটনা-সংঘাতে বহিৰ্জীৱনৰ গঢ় দিয়ে। উভয়ৰ যথাৰ্থ সংমিশ্ৰণে জীৱনাদৰ্শৰ সৃষ্টি কৰে। উল্লিখিত কাৰণতে অম্বিকাগিৰীৰ পাৰিবাৰিক পৰম্পৰা আৰু সমকালৰ ঘটনাৱলীৰ লগত তেওঁৰ সংযুক্তিৰ উল্লেখ তেওঁৰ কৰ্মৰ বিশ্লেষণত প্ৰয়োজন।

শ্ৰীমন্ত শংকৰদেৱৰ দদাইদেৱেকৰ পুত্ৰ ৰামৰায় বৰুৱা বা জগতানন্দ ৰায়বৰুৱা। এই ৰামৰায়েই অম্বিকাগিৰীৰ পূৰ্বপুৰুষ। ৰামৰায়ক আহোম ৰজাই 'দলপতি' উপাধি দিছিল। তেওঁৰে পঞ্চমপুৰুষ জহাৰামক নৰনাৰায়ণৰ আদেশ ক্ৰমে চিলাৰায়ে জমিদাৰী দি থাপিত-সাঞ্চিত কৰিলে। এই বংশৰে কৃষ্ণৰাম ৰায় চৌধুৰীৰ সন্তান অম্বিকাগিৰী। তেওঁৰ মাতৃ দৈৱকী দেৱী শংকৰদেৱৰ চৰিত লেখোঁতা ৰামচৰণ ঠাকুৰৰ বংশৰ।[১]

অম্বিকাগিৰীৰ পূৰ্বপুৰুষৰ অসম আগমন সংক্ৰান্তত মতদ্বৈধতা বৰ্তমান। প্ৰাচীন কামৰূপ কোঁচ ৰাজ্যৰ অন্তৰ্গত আছিল। নৰনাৰায়ণৰ মৃত্যুৰ পিছত ঢাকাৰ "নবাবে কামৰূপ দখল কৰে আৰু মোগল প্ৰণালীৰে" ভূমি আৰু ৰাজহ নিৰ্ধাৰণৰ বাবে ছেখ্ ইব্ৰাহীম ক্ৰোড়িক নিযুক্ত কৰে। ক্ৰোড়িয়ে ভাটিৰ ফালৰ পৰা কিছু লোকক আনি কামৰূপত ৰাজহ বিষয়া ৰূপে বিভিন্ন অঞ্চলত প্ৰতিষ্ঠা কৰিছিল। অম্বিকাগিৰীৰ পূৰ্বপুৰুষৰো তেনেকৈয়ে অসম আগমন হৈছিল।[২] কোনো সমীক্ষকৰ মতে চণ্ডীবৰ দুৰ্লভ নাৰায়ণৰ দিনত অসমলৈ আহি তেওঁৰ আশ্ৰয় লয় আৰু তেওঁৰে অধীনত প্ৰাদেশিক শাসনকৰ্তা নিযুক্ত হয়।[৩]

'গিৰী', 'ৰায়' আদি কামৰূপীয় কায়স্থসকলৰ জাতিবাচক উপাধি আছিল। 'চৌধাৰী' অসমত নবাবৰ শাসনকালত সোমোৱা উপাধি। 'ৰায়' শব্দই সৰুসুৰা ৰজাক বুজায়। যিসকলে ৰাজবংশৰ মানুহ হৈয়ো ৰজাৰ অধীনত একোখন পৰগণাৰ পৰা 'চৌথ' (খাজনা) তুলিছিল আৰু দেৱানী ফৌজদাৰী বিষয়ৰ বিচাৰ কৰিছিল তেওঁক 'ৰায়চৌধাৰী' বোলা হৈছিল। উল্লিখিত জগতানন্দক কোঁচ বিহাৰৰ ৰজাই 'ৰায়বৰুৱা' উপাধি দিছিল। আনহাতে জহাৰামক শিৱসিংহ

---

১. দ্ৰ. অম্বিকাগিৰী ৰায়চৌধুৰী, মোৰ জীৱন ধুমুহাৰ এছাটি, অম্বিকাগিৰী ৰায়চৌধুৰী ৰচনাৱলী, সম্পা. সত্যেন্দ্ৰ নাথ শৰ্মা, পৃঃ ৭২৯; যুগল দাস, গড়ৰ দেশত পশুৰাজ— অসম কেশৰী অম্বিকাগিৰী, পৃঃ ৭; সত্যেন্দ্ৰনাথ শৰ্মা, 'অম্বিকাগিৰী ৰায়চৌধুৰীৰ প্ৰতিভা', অম্বিকাগিৰী ৰায়চৌধুৰী ৰচনাৱলী, পৃঃ ০.০৭; হৰিনাৰায়ণ দত্ত বৰুৱা, কায়স্থ সমাজৰ ইতিবৃত্ত, পৃঃ ২০৯-১১, ১৭. শুচিব্ৰতা ৰায়চৌধুৰী, 'পিতৃদেৱৰ পিতৃভূমি' অসম কেশৰী অম্বিকাগিৰী, সম্পা. অক্ষয় কুমাৰ মিশ্ৰ, গোবৰ্ধন দাস, পৃঃ ১০৩.

২ দ্ৰ. সদানন্দ, চলিহা, 'ৰায়চৌধুৰী আৰু তেওঁৰ মধুৰ উন্মাদনা', অম্বিকাগিৰী ৰায়চৌধুৰী, সম্পা. যোগেশ দাস, সতীশ চন্দ্ৰ কাকতী, ভয়জুল আলি, ৰাম গোস্বামী, পৃঃ ১৪৫.

৩ দ্ৰ. হৰিনাৰায়ণ দত্তবৰুৱা, পূৰ্বোল্লিখিত, পৃঃ ৩৪.

ৰজাই 'চমুৱা' আৰু 'চৌধাৰী' উপাধি দিছিল। অম্বিকাগিৰীয়েও আদি ভাগত 'চৰণ' শব্দৰ ব্যৱহাৰ কৰা দেখা যায়। কিন্তু পাছলৈ তেওঁ 'গিৰী' শব্দৰ ব্যৱহাৰ কৰিবলৈ লয় আৰু 'গৰাকী' এই অৰ্থত শব্দটো তেওঁ ব্যৱহাৰ কৰিছিল।[৪]

দেখা গ'ল, বংশ লতাৰ ফলাৰ পৰা অম্বিকাগিৰীয়ে অসমৰ এটি ঐতিহ্যমণ্ডিত আৰু সাংস্কৃতিকভাৱে অভিজাত পৰিয়ালত জন্ম গ্ৰহণ কৰিছিল। ঐতিহ্য-পৰম্পৰাৰ প্ৰভাৱ লেখকৰ জীৱনাদৰ্শ গঢ়ি উঠাত এটি উল্লেখযোগ্য উপাদান।

অম্বিকাগিৰীৰ জন্ম হৈছিল বৰপেটা অঞ্চলত। বৰপেটা শঙ্কৰ-মাধৱৰ কৰ্মস্থল আছিল, গতিকে, তাত এটা নিকা আৰু ধ্ৰুপদী পৰিমণ্ডল বিৰাজ কৰিছিল। এই বৰপেটাত তেওঁৰ জন্ম আৰু শৈশৱো ইয়াতেই অতিবাহিত হৈছিল। এই পৰিমণ্ডলৰ ছাপ মানসজগতত পৰাটো স্বাভাৱিক ঘটনা। ঐতিহ্য-পৰম্পৰাৰ সূত্ৰেই নিজৰ মাকৰ মুখৰ পৰাই সত্ৰীয়া গীতমাত গাবলৈ শিকিছিল।[৫]

## শিক্ষা ঃ দেশেই পাঠঘৰ

বিদ্যায়তনিক শিক্ষা অম্বিকাগিৰীৰ নিচেই তাকৰীয়া। কলেজ-বিশ্ববিদ্যালয়ৰ নিৰ্দিষ্ট ধৰণৰ শিক্ষা অম্বিকাগিৰীৰ নাছিল। দেশৰ পাঠঘৰত মানুহৰ সংশ্ৰৱত পোৱা শিক্ষাহে তেওঁৰ জীৱন আৰু কৰ্মৰ মূল চালিকা শক্তি আছিল।[৬]

## ৰমন্যাস, আবেগ আৰু যুক্তি

জীৱনৰ পূৰ্বভাগত অম্বিকাগিৰী মূলতঃ এজন ৰসন্যাসিক ব্যক্তি। ৰমন্যাসিক হোৱা বাবে কৰ্ম-সিদ্ধান্তত আবেগৰ ভৰ অধিক। কৈশোৰ কালত 'ইন্দুমতী'ৰ প্ৰেমত পৰি, প্ৰেয়সীৰ অভিযোগৰ উত্তৰ স্বৰূপে বাওঁহাতৰ কেএটা আঙুলিৰ এপাব কাটি ৰূপৰ টেমাত ভৰাই উপহাৰ দিয়াটোৱে[৭] ইউৰোপৰ ৰেণেছাঁ যুগৰ ৰমন্যাসবাদী শিল্পীসকললৈ মনত পেলায়।

উল্লিখিত ঘটনাটোৱে অম্বিকাগিৰীৰ ব্যক্তিগত চৰিত্ৰৰ কেইটামান দিশ উন্মোচিত কৰে। আবেগৰ উপৰিও তেওঁৰ চৰিত্ৰৰ অকপট সৰলতা, স্পষ্টবাদিতা, আৰু খাৰাংখাচ্ মনোবৃত্তি। তদুপৰি দেশৰ সামূহিক প্ৰয়োজনত ব্যক্তিগত সুখ বিসৰ্জন দিব পৰা মানসিকতাৰ ইংগিতো বহন কৰিছে। আবেগাতিশয্যই অম্বিকাগিৰীৰ চিন্তাক প্ৰায় বাস্তৱানুগহীনতাত পৰিণত কৰিছে। ৰমন্যাসিক কবিৰ বৈপ্লৱিক মানসিকতা ৰাজনৈতিক বাস্তৱতাৰ পটভূমিত অনুৰ্বৰা ভূমিত শস্যৰ গুটিসদৃশ হৈছে। প্ৰসঙ্গত ডঃ কাকতিৰ মত দোহাৰি ক'ব পাৰি— তেওঁৰ 'বিশ্লেষণ' 'বিশুদ্ধ

৪. দ্ৰ. হৰিনাৰায়ণ দত্তবৰুৱা, পূৰ্বোল্লিখিত, পৃঃ ২০৯; যুগল দাস, পূৰ্বোল্লিখিত, পৃঃ ৭; সদানন্দ চলিহা, পূৰ্বোল্লিখিত, পৃঃ ৭ ; সদানন্দ চলিহা, পূৰ্বোল্লিখিত, পৃঃ ১৪৫.
সত্যেন্দ্ৰনাথ শৰ্মাই 'ভেকাগিৰী' (শঙ্কৰদেৱ)ৰ নামৰ আদৰ্শত ব্যৱহাৰ কৰা বুলি মত পোষণ কৰিছে। পূৰ্বোল্লিখিত, পৃঃ ০.০৭.

৫. অম্বিকাগিৰী ৰায়চৌধুৰী, 'মোৰ দাগা', পূৰ্বোল্লিখিত, পৃঃ ৭৩৬.

৬ অম্বিকাগিৰী ৰায়চৌধুৰী, মোৰ জীৱন ধুমুহাৰ এছাটি, পূৰ্বোল্লিখিত, পৃঃ ৬৫৭.
বাণীকান্ত কাকতি, 'অম্বিকাগিৰী ৰায়চৌধুৰীৰ ব্যক্তিত্বত এভুমুকি', অম্বিকাগিৰীৰ ব্যক্তিত্বৰ আভাস, সম্পা. উপেন্দ্ৰ বৰকটকী, পৃঃ ১৫-১৬.

৭. অম্বিকাগিৰী ৰায়চৌধুৰী, মোৰ জীৱন ধুমুহাৰ এছাটি, পূৰ্বোল্লিখিত, পৃঃ ৭৪৮-৫২; বাণীকান্ত কাকতি, উল্লিখিত, পৃঃ ১৩.

হ'লেও আঁচনিসমূহ আচহুৱা"[৮] বাবে সতীৰ্থ-সহযাত্ৰী হোৱাত আন দহজনৰ বাবে অসুবিধা হৈছিল।

তেজস্বিতা, অসহিষ্ণুতা, প্ৰতিবাদী মনোভাৱ অম্বিকাগিৰীৰ চৰিত্ৰৰ অলঙ্কাৰ স্বৰূপ আছিল। অন্যায় আৰু অসত্যৰ বিৰুদ্ধে তেওঁৰ আপোচবিহীন মনোভাৱ কৈশোৰৰ পৰাই অসহিষ্ণুতালৈ ৰূপান্তৰিত হৈছিল।

কৈশোৰ কালতে খোলাবন্ধাৰ পৰা গুৱাহাটীলৈ পঢ়াৰ উদ্দেশ্যে অহাৰ বাটত হোৱা ঘটনাৰ কথা এই ক্ষেত্ৰত উল্লেখ কৰিব পাৰি। ৰায়চৌধুৰীৰ চৰিত্ৰৰ এই অসহিষ্ণুতা কোনোৱে ভাৱপ্ৰৱণতাজনিত বুলিও ক'ব খোজে।[৯] কিন্তু ভাৱপ্ৰৱণ হ'লেই ব্যক্তি বিশেষ অসহিষ্ণু হ'বই বুলি মানি ল'ব নোৱাৰি।

অম্বিকাগিৰীৰ মাজত এক সবল মানৱিকবাদী দৃষ্টিভংগীও আছিল। ছাত্ৰ অৱস্থাতে এদিন ব্ৰহ্মপুত্ৰই উটাই নিয়া এজনী সৰু ছোৱালীক নিজৰ জীৱন বিপন্ন কৰিও উদ্ধাৰ কৰা কাৰ্যই অথবা কোনো নাৱৰ যাত্ৰীয়ে অসুখত মৰা বুলি লুইতৰ বালিত পেলাই দিয়া ল'ৰা এটা বুটলি আনি সুস্থ কৰি তোলা ঘটনাৰ মাজত কৈশোৰতে তেওঁৰ মনত গঢ় লোৱা মানৱিকবাদী দৃষ্টিভংগীৰ ইংগিত দিয়ে। পিছৰ কালত ভাষিক দুৰ্যোগৰ সময়ত আক্ৰমণকাৰীৰ হাতৰ পৰা বঙলাভাষী লোকক ৰক্ষা কৰা কাৰ্যত তেওঁৰ জীৱনৰো নিৰাপত্তাহীনতা[১০] লুকাই থকাৰ কথাও স্মৰণ কৰা প্ৰয়োজন। উল্লিখিত কৰ্মসমূহৰ আঁৰত কৰ্তব্যবোধ আৰু মানৱতাবোধৰ প্ৰেৰণা মূৰ্তিমান।

## সন্ত্ৰাসবাদৰ পৰা সংৰক্ষিণীলৈ

অম্বিকাগিৰীৰ ব্যক্তিগত ৰাজনৈতিক জীৱনৰ সূত্ৰপাত লৰ্ড কাৰ্জনৰ বংগ বিভাজনৰ প্ৰতিবাদত ১৯০৪ চনত আৰম্ভ হোৱা বংগ ভঙ্গ আন্দোলনত যোগদানৰ মাধ্যমেদি।

এই আন্দোলনৰ এটি দিশ আছিল সন্ত্ৰাসবাদী কাৰ্যৰে বৃটিছ প্ৰশাসন ওফৰাই দিয়া। অম্বিকাগিৰীও এই সন্ত্ৰাসবাদী কাৰ্যৰ প্ৰতি আকৰ্ষিত হয় আৰু সহযোগীসকলৰ লগত গুৱাহাটীৰ 'আন্দাবাংলা'ত অগ্নিসংযোগ কৰা, শ্বিলং-গুৱাহাটী পথত ডিনামাইট পোতা আদি কাৰ্য্যত জড়িত হৈ পৰে। ফলত তেওঁ ৰবপেটাত অন্তৰীণ হৈ থাকিব লগাত পৰে।[১১] অন্তৰীণ হৈ থকা সময়তহোৱাতে অম্বিকাগিৰীৰ চিন্তাৰ আমূল পৰিৱৰ্তন ঘটে। এই পৰিৱৰ্তনৰ ফলস্বৰূপে ইতিমধ্যে

---

৮. দ্ৰ. বাণীকান্ত কাকতি, 'অম্বিকাগিৰী ৰায়চৌধুৰী', অসম কেশৰী অম্বিকাগিৰী, পৃঃ ৪, ৬; সম্পা. অক্ষয় কুমাৰ মিশ্ৰ, গোবৰ্ধন দাস।

৯. দ্ৰ. অম্বিকাগিৰী ৰায়চৌধুৰী, মোৰ জীৱন ধুমুহাৰ এছাটি, পূৰ্বোল্লিখিত পৃঃ হৰিৰাম ডেকা, শ্ৰী অম্বিকাগিৰী ৰায়চৌধুৰী, [ব্যক্তিত্বত ভূমুকি], অম্বিকাগিৰীৰ ব্যক্তিত্বৰ আভাস, পৃঃ ২৭. সম্পা. উপেন্দ্ৰ বৰকটকী হৰিৰাম ডেকাৰ উল্লিখিত প্ৰবন্ধটি অম্বিকাগিৰী ৰায়চৌধুৰীৰ জীৱিত কালতে লেখা।

১০. দ্ৰ. অম্বিকাগিৰী ৰায়চৌধুৰী, 'মোৰ জীৱন ধুমুহাৰ এছাটি', পূৰ্বোল্লিখিত, পৃঃ ৬৫০-৫১.
হীৰেন গোহাঁই, 'দেশপ্ৰাণ অম্বিকাগিৰী আৰু দেশপ্ৰেমৰ স্বৰূপ', সাহিত্যৰ সত্য, পৃঃ ১৮৩-৮৪.

১১. অম্বিকাগিৰী ৰায়চৌধুৰী, পূৰ্বোল্লিখিত, পৃঃ ৬৫৯-৬০; বাণীকান্ত কাকতি, 'অম্বিকাগিৰী ৰায়চৌধুৰী ব্যক্তিত্বত এভুমুকি', অম্বিকাগিৰীৰ ব্যক্তিত্বৰ আভাস, সম্পা. উপেন্দ্ৰ বৰকটকী, পৃঃ ১২-১৩.
কে. এ. দত্ত, লেণ্ডমাৰ্কছ অব্ দি ফ্ৰীডম্ ষ্ট্ৰাগোল ইন আছাম, পৃঃ ৪৮.

আৰম্ভ হোৱা প্ৰথম মহাযুদ্ধত যোগদান কৰাৰ ইচ্ছা জনাই ভাৰতৰ গৱৰ্ণৰ জেনেৰেলৰ পৰা স্বীকৃতিপত্ৰ লৈ সন্ত্ৰাসবাদী "দুৰ্ণাম"ৰ পৰা মুক্ত হয়।[১২]

এই কাৰ্যতে একপ্ৰকাৰ আৰম্ভ হ'ল অম্বিকাগিৰীৰ ৰাজনৈতিক পশ্চাদপসৰণ। এই পশ্চাদপসৰণ অম্বিকাগিৰীৰ ব্যক্তিগত হ'লেও অসমৰ সমকালীন সামূহিক পটভূমিৰ পৰা বিচ্ছিন্ন নহয়।[১৩]

## ভাৰত নে অসম ঃ চিন্তা-চেতনাৰ গতি

অসম কংগ্ৰেছৰ লগত অম্বিকাগিৰীৰ সম্পৰ্ক আৰম্ভণিৰে পৰা। কংগ্ৰেছৰ বিভিন্ন কৰ্মসূচীত অম্বিকাগিৰীয়ে গা-মন ঢালি অংশ গ্ৰহণ কৰিছে। স্বদেশীগ্ৰহণ, বিদ্যালয়-মহাবিদ্যালয় বৰ্জন, অসহযোগ, আইন অমান্য এই সকলোবোৰৰ লগতেই তেওঁ জড়িত।[১৪] সন্ত্ৰাসবাদী কৰ্মৰ পৰা আঁতৰি আহি অসম এছোচিয়েশ্যন, অসম কংগ্ৰেছ আদিৰ লগত সংযুক্তিৰ যোগেদি উদাৰনৈতিক চিন্তাধাৰা আৰু ভাৰতীয় জাতীয়তাবাদ গ্ৰহণৰ মাজেদি তেওঁৰ চিন্তা-চেতনা গঢ় লৈ উঠিছিল। বিংশ শতিকাৰ প্ৰথম দশকৰ পৰা প্ৰব্ৰজনৰ সমস্যাটোৱে অসমীয়া বুদ্ধিজীৱীক ভবাই তুলিছিল। অসম এছোচিয়েশ্যনৰ নেতৃত্বইও অসম আৰু অসমীয়া জাতিৰ স্বকীয় সত্তা অক্ষুণ্ণ ৰখাৰ সপক্ষে জনমত গঢ়ি তুলিছিল। উক্ত পটভূমিৰ পৰিপ্ৰেক্ষিতত অম্বিকাগিৰীয়ে কংগ্ৰেছৰ লগত আত্ম-সংযুক্তি ঘটালেও ১৯২৬ চনৰ ৯ এপ্ৰিল তাৰিখে এটি আঞ্চলিক অনুষ্ঠানৰ জন্ম দিলে— 'অসমীয়া সংৰক্ষিণী সভা' নামেৰে।[১৫] 'সংৰক্ষিণী'ৰ ৰাজনৈতিক চিন্তা-চৰ্চা ৰায়চৌধুৰীৰ জীৱনাদৰ্শৰ দ্বিতীয় পৰ্বতে উন্মেষ ঘটে। এই পৰ্বত ৰায়চৌধুৰীৰ জীৱনাদৰ্শত ভাৰতীয় জাতয়তাবাদী চেতনা আৰু অসমীয়া জাতীয়তাবাদী চেতনাৰ সুষম সমন্বয়ৰ প্ৰচেষ্টা অব্যাহত।[১৬]

১৯৩৬ চনত অসম সংৰক্ষিণী সভাক 'অসম জাতীয় মহাসভা'লৈ ৰূপান্তৰ কৰে। আৰম্ভ হয় চিন্তা-চেতনাৰ সংকোচন। জাতীয় মহাসভা আৰু পৰৱৰ্তী সময়ছোৱা দ্বিতীয় স্তৰটোৰে বিস্তৃতি আৰু চিন্তাদৰ্শৰ প্ৰয়োগ পৰীক্ষা, চৰ্বিত-চৰ্বণ আৰু সংকোচনৰ কাল। স্বাধীনতা আন্দোলনত প্ৰত্যক্ষভাৱে জড়িত হৈ থাকিলেও অসমীয়া জাতীয় জীৱনৰ চিন্তাই তেওঁৰ সমগ্ৰ সত্তা গ্ৰাস কৰিলে। দ্বিতীয় স্তৰত আৰম্ভ হোৱা দ্বন্দ্বৰ সুষম সমাধান তেওঁৰ বাবে সুদূৰপৰাহত হৈ পৰিল।[১৭]

## স্বাধীনতা আৰু অসন্তুষ্টি

১৯৪৭ চনত ভাৰতবৰ্ষই স্বাধীনতা লাভ কৰিলে। যুক্তৰাষ্ট্ৰীয় আৰ্হিৰ অঙ্গৰাজ্যবিলাকৰ সৰ্বদিশৰ সুষম বিকাশৰ যি ধৰণৰ আৰম্ভণি হ'ব লাগিছিল সেইদৰে হোৱাৰ সম্ভাৱনা দেখা নগ'ল। অসমৰ জাতীয় জীৱনৰ সুষম বিকাশ অম্বিকাগিৰীয়ে আশা কৰা মতে নহ'ল। ফলত

১২. অম্বিকাগিৰী ৰায়চৌধুৰী, পূৰ্বোল্লিখিত, পৃঃ ৬৬৯-৭০.

১৩. পূৰ্বৱৰ্তী, ০.০৩, ২.০২

১৪. পৰ্বৱৰ্তী, ৩.০১, ৫.০২.
দ্ৰ. অম্বিকাগিৰী ৰায়চৌধুৰী, পূৰ্বোল্লিখিত, পৃঃ ৬৫৬-৫৭, পৃঃ ৬৬৬-৬৭, পৃঃ ৬৭১-৭২ - ৬৭৯, পৃঃ ৭১৫-১৮, পৃঃ ৯৮৩.

১৫. তিলক দাস, অম্বিকাগিৰী আৰু তেওঁৰ জীৱন দৰ্শন, পৃঃ ১০৮.

১৬. পৰৱৰ্তী, ৩.০২, ৫.০১.

১৭. পৰৱৰ্তী, ৩.০৩, ৫.০২.

হতাশাজনিত কাৰণত অসন্তুষ্টিৰ সৃষ্টিয়ে পৰৱৰ্তী সময়ছোৱাত তেওঁক একদেশদৰ্শী কৰিলে বুলি ভবাৰ থল আছে।[১৮]

অম্বিকাগিৰীয়ে স্থান বিশেষে বঙলাভাষীসকলক যথেষ্ট পৰিমাণে নিন্দা-ককৰ্থনা কৰিছে। ফলস্বৰূপে তেওঁক 'বঙাল খেদা' নেতাৰূপে চিহ্নিত কৰাৰ প্ৰয়াস কৰাৰ কথা কোনো কোনো সমীক্ষকে আঙুলিয়াই দিছে।[১৯] কিন্তু এই বিশেষণেৰে বিশেষিত কৰাৰ আগতে অন্য দুটিমান দিশ বিবেচনালৈ অনা নিতান্ত প্ৰয়োজন। প্ৰথম কথা হ'ল অম্বিকাগিৰীয়ে প্ৰথম কাব্য চৰ্চা আৰম্ভ কৰিছিল বঙলা ভাষাত লিখা ছনেটেৰে। যৌৱনৰ প্ৰথম প্ৰেমৰ উন্মেষ ঘটিছিল বঙালী গাভৰুৰ সংস্পৰ্শত।[২০] তৃতীয়তে ভাষিক সংঘাতৰ সময়ত নিজৰ জীৱনক তুচ্ছ জ্ঞান কৰি বঙলাভাষী পৰিয়লক আশ্ৰয়দান নিতান্তই প্ৰশংসাৰ বাবে কৰা নাছিল।[২১]

এই প্ৰসঙ্গত এটি স্মৰণযোগ্য কথা হ'ল উক্ত ভাষিক গোষ্ঠীৰ প্ৰবাসী লোকসকলৰ ভূমিকাক সততে গৌণভাৱেৰে চোৱা হয়। উক্ত ভাষিক গোষ্ঠীৰ ভূমিকা অসম আৰু উৰিষ্যাত ভাষা সংক্ৰান্তীয় বিষয়ত নিতান্তই সন্দেহাতীত নহয়।[২২] এই সংক্ৰান্তত তেওঁলোকৰ সাংস্কৃতিক অহমিকাৰ কথা সুনীতি কুমাৰ চট্টোপাধ্যায়ে কিছু বহলাই আলোচনা কৰিছে। তদুপৰি অসম প্ৰসঙ্গত আচাৰ্য প্ৰফুল্ল ৰায়ে কৰা মন্তব্যও প্ৰণিধানযোগ্য।[২৩] এই প্ৰসঙ্গত বংগদেশৰ পত্ৰ-পত্ৰিকাৰ ভূমিকাৰ কথাও উল্লেখযোগ্য।[২৪]

অম্বিকাগিৰী ৰায়চৌধুৰীৰ চিন্তা আৰু কৰ্মত উল্লিখিত ব্যক্তিগত জীৱনৰ পটভূমিয়ে প্ৰভূতভাৱে প্ৰভাৱিত কৰি গৈছে।

---

১৮. পৰৱৰ্তী, ৫.০৩.

১৯. অম্বিকাগিৰী ৰায়চৌধুৰী, 'সভাপতিৰ অভিভাষণ' অসম সাহিত্য সভা, ১৯৫০, পূৰ্বোল্লিখিত, পৃঃ ৪১-৪৪, যুগল দাস, পূৰ্বোল্লিখিত, পৃঃ ৭১. পৰৱৰ্তী, ৩.০৩, ৮.০২.

২০. হোমেন বৰগোহাঞিলৈ লিখা ব্যক্তিগত চিঠি, প্ৰকাশ, ৫ম বছৰ, ৯ম সংখ্যা, ১৯৮০, পৃঃ ২৭.

২১. হীৰেন গোহাঁই, পূৰ্বোল্লিখিত, পৃঃ ১৮৩-৮৪.
প্ৰসঙ্গত উল্লেখযোগ্য, পদ্মনাথ গোহাঞিঃ বৰুৱাকো 'বঙাল খেদা পদ্মনাথ' বুলি বিশেষিতকৰাৰ কথা তেখেতে আত্মজীৱনীত উল্লেখ কৰিছে। [দ্ৰ. মোৰ সোঁৱৰণী, পৃঃ ৯২-৯৩]

২২. হীৰেন গোহাঁই, 'অতুল চন্দ্ৰ হাজৰিকা', আজিৰ সময়, দ্বিতীয় বছৰ, ৭ম সংখ্যা, জুলাই, ১৯৮৬, পৃঃ ২৯; 'বঙালী আমোলাৰ ষড়যন্ত্ৰ', আজিৰ সময়, তৃতীয় বছৰ, ১ম সংখ্যা, জানুৱাৰী, ১৯৮৭, পৃঃ ৩৯-৪১. মায়াধৰ মানসিংহ, হিষ্টৰী অব্ উৰিয়া লিটাৰেচাৰ, পৃঃ ১৬৬-১৭১; উৰিয়া', ইণ্ডিয়ান লিটাৰেচাৰ, পৃঃ ৪৯২-৯৩, সম্পা. ড°নগেন্দ্ৰ।

২৩. দ্ৰ. সুনীতি কুমাৰ চট্টোপাধ্যায়, জাতি, সংস্কৃতি ও সাহিত্য, পৃঃ ৯৫-৯৭; আচাৰ্য প্ৰফুল্ল চন্দ্ৰ ৰায়, 'সভাপতিৰ ভাষণ', অসম ছাত্ৰ সন্মিলন, তেজপুৰ, ভাষণমালা, পৃঃ ৬২, সম্পা. অতুল চন্দ্ৰ হাজৰিকা.

২৪. দ্ৰ. গিৰীন ফুকন, আছামছ্ এটিটিউড্ টু ফেডাৰেলিজিম, পৃঃ ২২-২৩, পৃঃ ৪১.

# তৃতীয় অধ্যায়

## ৩.০০ অম্বিকাগিৰী ৰায়চৌধুৰীৰ জীৱনবোধ আৰু জীৱনাদৰ্শ

### ৩.০১ ৰায়চৌধুৰীৰ জীৱনৰ প্ৰথম পৰ্বৰ ধ্যান-ধাৰণা

অম্বিকাগিৰীৰ জীৱনাদৰ্শক আমি তিনিটা পৰ্যায়ত বিভক্ত কৰিব খুজিছোঁ। কিয়নো, অসম তথা ভাৰতৰ সামাজিক-ৰাজনৈতিক পটভূমিৰ লগত তেওঁৰ চিন্তাধাৰা সংযুক্ত হৈ থকা দেখা গৈছে। উল্লিখিত পটভূমিৰ ক্ৰম পৰিবৰ্তন আৰু বিস্তৃতিৰ সৈতে ৰায়চৌধুৰীৰ জীৱনাদৰ্শৰ ক্ৰম-পৰিবৰ্তন আৰু একোটা নিৰ্দিষ্ট দিশত ক্ৰম-পৰিবৰ্ধনো ঘটিছে। গতিকে, আমি নিৰ্দেশ কৰিব খোজা পৰ্যায়-সমূহ কালানুক্ৰমিকভাৱে তলত উল্লেখ কৰিছোঁ।

ক) প্ৰথম পৰ্যায় ঃ ১৯০৪ — ১৯১৫ চন পৰ্যন্ত।

খ) দ্বিতীয় পৰ্যায় ঃ ১৯১৬ — ১৯৩৫ চনলৈকে।

গ) তৃতীয় পৰ্যায় ঃ ১৯৩৫ — ১৯৫০ চন পৰ্যন্ত।

উল্লিখিত পৰ্যায়কেইটাৰ প্ৰথমটোত দেখা গৈছে— ভাৰতীয় জাতীয় জাগৰণৰ পটভূমিত ৰায়চৌধুৰীৰ বিপ্লৱী চিন্তাৰ উন্মেষ ঘটি কৰ্মত ব্যাপ্তি লাভৰ মাজেদি সংশ্লেষণৰ ভেটি সৃষ্টি কৰিছে। দ্বিতীয় পৰ্যায়টিত সংশ্লেষণটি সংবৰ্ধিত হৈছে।[১] কিন্তু তৃতীয় পৰ্যায়ত সংশ্লেষণটিৰ যথাৰ্থ ৰূপত সংৰক্ষণ আৰু বিস্তৃত আয়তনৰ পৰিবৰ্তে সংকোচন ঘটিছে।[২]

জীৱনাদৰ্শৰ লগত জীৱনবোধৰ সম্পৰ্ক গাঢ়। জীৱনাদৰ্শৰ বিপ্লৱী সত্তাৰ লগত অম্বিকাগিৰীৰ শিল্পীসত্তাৰ সম্পৰ্ক ঘনিষ্ঠ। এই দুয়োটি সত্তা মানৱীয় সংবেদনশীলতাই দৃঢ়ভাৱে গ্ৰথিত কৰি ৰাখিছে। জীৱনাদৰ্শ বিকাশৰ দ্বিতীয় পৰ্যায়ত অম্বিকাগিৰীৰ বিপ্লৱী সত্তাৰ সৃষ্টিশীল ভূমিকাই বিভিন্ন কৰ্মৰ মাজেদি ব্যাপ্তি লাভ কৰিছে। শিল্পীসত্তাই বিপ্লৱী সত্তাক অনুগমন কৰিছে। কিন্তু তৃতীয় স্তৰত দুয়োটা সত্তাৰে সংকোচন ঘটিছে।

বিংশ শতিকাৰ প্ৰথম দশক দুটাত ভাৰতীয় জাতীয় কংগ্ৰেছৰ জাতীয় নেতৃত্ব নৰমপন্থী সকলৰ হাতত আবদ্ধ। অৱশ্যে উল্লেখযোগ্য বিষয় হ'ল প্ৰথম দশকৰ দ্বিতীয় ভাগৰ পৰাই নৰমপন্থী আৰু উগ্ৰপন্থীসকলৰ মাজত সংঘাত অনিবাৰ্য হৈ উঠে; পৰিণতিত কংগ্ৰেছ সাময়িকভাৱে বিভাজনৰ সন্মুখীন হয়। পুনৰ ১৯১৬ চনত ঐক্যবদ্ধ নোহোৱালৈকে নৰমপন্থীসকলৰ হাততেই নেতৃত্ব ৰৈ গ'ল।[৩]

বিংশ শতিকাৰ প্ৰথম দুয়োটা দশকৰ অসমৰ জনসাধাৰণৰ মুখপাত্ৰ স্বৰূপ অসম এছোচিয়েশ্যনৰ জন্ম হয় ১৯০৩ চনত।[৪]

সৰ্বভাৰতীয় ক্ষেত্ৰত কংগ্ৰেছেই একমাত্ৰ মুখপাত্ৰ নহ'লেও বিস্তৃতি লাভ কৰিছিল। আনহাতেদি কংগ্ৰেছত নৰমপন্থী আৰু উগ্ৰপন্থীসকলৰ শীতল যুদ্ধ চলি থকাৰ সময়ত বংগদেশৰ

---

১. পৰৱৰ্তী, ৩.০২, ৫.০১

২. পৰৱৰ্তী, ৩.০৩, ৫.০২

৩. পূৰ্বৱৰ্তী, ০.০৩

৪. পূৰ্বৱৰ্তী, ২.০৩

বৰ্ধিত ৰাজনৈতিক চেতনাৰ পটভূমিত ১৯০৩ চন মানৰ পৰা সাম্প্ৰদায়িকভিত্তিত বংগদেশক বিভক্ত কৰাৰ পৰিকল্পনা প্ৰস্তুত কৰা হৈছিল আৰু ১৯০৫ চনৰ ২০ জুলাইত সেই বছৰৰ ১৬ অক্টোবৰৰ পৰা কাৰ্যকৰী হোৱাকৈ উক্ত পৰিকল্পনা ঘোষণা কৰা হ'ল।[৫] সমগ্ৰ বংগদেশত ইয়াৰ বিৰুদ্ধে প্ৰতিবাদৰ জোৱাৰ উঠিল।

সভা-সমিতি, শোভাযাত্ৰা, আৰু অৰ্থনৈতিক প্ৰতিৰোধ হিচাপে 'স্বদেশী' আৰু 'বৰ্জন' আন্দোলন আৰম্ভ হ'ল। অসমতো ইয়াৰ বিৰুদ্ধে স্থানীয় স্বাৰ্থৰ প্ৰতি লক্ষ্য কৰি বিৰোধিতা কৰা হ'লেও 'স্বদেশী' আৰু 'বয়কট' আন্দোলনৰ পৰা 'অসম এছোচিয়েশ্যনৰ' দৰে অনুষ্ঠান আঁতৰত থাকিল।[৬] যদিও 'স্থানিক' অভিযোগৰ ভিত্তিতে এই আন্দোলনৰ সূচনা হৈছিল, কিন্তু ভাৰতীয় জাতীয়তাবাদী চেতনাক শক্তিশালী কৰাত ই বৃজন পৰিমাণৰ অৰিহণা আগবঢ়ালে। অম্বিকাগিৰী তেতিয়া তৰুণ আৰু স্কুলীয়া ছাত্ৰ। স্বাভাৱিকতে অসম এছোচিয়েশ্যনৰ ভূমিকা ৰায়চৌধুৰীৰ মনঃপূত হোৱা নাছিল। অম্বিকাগিৰী, নিধিৰাম দাস প্ৰমুখ্যে এদল তৰুণে উল্লিখিত আন্দোলনত আত্ম-সংযুক্তি ঘটালে। বংগভংগ আন্দোলনত সংযুক্তি সংক্ৰান্তত অম্বিকাগিৰীয়ে কেনে ভূমিকা গ্ৰহণ কৰিছিল আৰু এই আন্দোলনৰ বিদেশী-বৰ্জন আৰু স্বদেশী গ্ৰহণৰ বিষয়টো জনপ্ৰিয় কৰি তুলিবলৈ কেনে পন্থা গ্ৰহণ কৰিছিল সেই বিষয়ে তেওঁৰ আত্মজীৱনীত উল্লেখ কৰি গৈছে।[৭] ইয়াৰ উপৰিও অসমৰ বিভিন্ন ঠাইত বংগ বিভাজনৰ প্ৰতিবাদ অনুষ্ঠিত হৈছিল।[৮]

অম্বিকাগিৰী প্ৰমুখ্যে তৰুণসকলে স্বদেশী আন্দোলনৰ কৰ্মত প্ৰবৃত্ত হৈ থকাৰ সময়তে এই বিষয়ত তেওঁবিলাকক অনুপ্ৰেৰণা যোগোৱা গোবিন্দ লাহিড়ী জড়িত হৈ থকা প্ৰতিষ্ঠান আসাম ভেলী ট্ৰেডিং কোম্পানীত চুৰি হ'ল। এই ঘটনাত লাহিড়ীয়ে 'নিজৰ ফালৰ মানুহ'ৰ প্ৰতি লোৱা পক্ষপাতমূলক দৃষ্টিভংগীত বাকীসকল ক্ষুণ্ণ হ'ল যদিও বিপ্লৱীকৰ্ম চলি থাকিল। উক্ত ঘটনাত তেওঁলোকৰ মনত "বিক্ষোভ আৰু বিদ্ৰোহৰ ভাব জাগি উঠিল আৰু এটা গুৰুত্বপূৰ্ণ কাম হাতত ল'বলৈ" সিদ্ধান্ত কৰি গুৱাহাটীৰ গৱৰ্ণমেণ্ট হাইস্কুলত সৰস্বতী পূজা উপলক্ষে অম্বিকাগিৰীয়ে 'বন্দিনী ভাৰত' নামৰ বিদ্ৰোহমূলক নাটক এখন লিখি উলিয়াই" অভিনয়ৰ দিহা কৰিলে। অভিনয়ৰ শেষত পুলিচে আহি নাটৰ পাণ্ডুলিপি বিচাৰিলে কিন্তু নাপাই সংলাপবোৰৰ সৰু সৰু কাগজৰ টুকুৰাবোৰ লৈ গ'ল।[৯] এই নাটকখনেই ৰায়চৌধুৰীৰ প্ৰকাশ্য বৈপ্লৱিক ৰচনা আছিল।

স্বদেশী গ্ৰহণ বিদেশী বৰ্জনৰ লগত সংগতি ৰাখি অম্বিকাগিৰী প্ৰমুখ্যে ছাত্ৰসকলে 'সেৱা

---

৫. এইচ্. কে. বৰপূজাৰী, (সম্পা,) **পলিটিকেল হিষ্টৰী অৱ্ আছাম**, খণ্ড-১, পৃঃ ১৭৭-৮২, সুশোভন সৰকাৰ 'নোটছ্ অন্ দি বেংগল ৰেণেছাঁ এণ্ড আদাৰ এছেইজ, আৰ. চি. মজুমদাৰ এণ্ড পি. এন. চোপ্ৰা, **মেইন্ কাৰেণ্টছ্ অৱ্ ইণ্ডিয়ান হিষ্টৰী**, পৃঃ ২৪৫-৪৬.

৬. আৰ. চি. মজুমদাৰ এণ্ড পি. এন চোপ্ৰা, উল্লিখিত, পৃঃ ২৪৫-৫১. অমলেন্দু গুহ, 'সভাপতিৰ অভিভাষণ' অসম সাহিত্য সভা, বুৰঞ্জী সন্মিলন, ১৯৭৮; **আমাৰ প্ৰতিনিধি**, ১৮শ বছৰ ৭ম সংখ্যা, পৃঃ ৬২৮

৭. অমলেন্দু গুহ, উল্লিখিত, পৃঃ ৬২৮, অম্বিকাগিৰী ৰায়চৌধুৰী **মোৰ জীৱন ধুমুহাৰ এপাট**, **অম্বিকাগিৰী ৰায়চৌধুৰী ৰচনাৱলী**, পৃঃ ৬৫৬ সম্পা, সত্যেন্দ্ৰনাথ শৰ্মা।

৮. এইচ্. কে. বৰপূজাৰী, পূৰ্বোল্লিখিত, পৃঃ ১৮৪.

৯. অম্বিকাগিৰী ৰায়চৌধুৰী, পূৰ্বোল্লিখিত, পৃঃ ৬৫৮, বাণীকান্ত কাকতী, 'অম্বিকাগিৰী ৰায়চৌধুৰীৰ ব্যক্তিত্বত এভুমুকি', **অম্বিকাগিৰীৰ ব্যক্তিত্বৰ আভাস**, পৃঃ ১২ সম্পা. উপেন্দ্ৰ বৰকটকী; এইচ্ কে. বৰপূজাৰী, পূৰ্বোল্লিখিত, পৃঃ ১৪৯.

সংঘ' নামৰ এটি অনুষ্ঠান আৰম্ভ কৰিলে। সংঘৰ কেপ্তেইন চেক্রেটৈৰী হ'ল নিধিৰাম দাস। 'সেৱা সংঘ'ৰ জৰিয়তে অম্বিকাগিৰী প্ৰমুখ্যে ছাত্ৰসকলে বিদ্যালয় বৰ্জন কৰি দেশ-কৰ্মত আত্ম-নিয়োগ কৰিলে।[১০] সেৱা সংঘৰ কৰ্মীসকলে ৰেলষ্টেচন, জাহাজঘাটত 'মোটবাহী' কাম কৰি অৰ্জা ধনেৰে 'আসাম ভেলী ট্ৰেডিং কোম্পানী'ৰ বিক্ৰীদাৰ সকলৰ পাৰিশ্ৰমিকৰ ব্যৱস্থা কৰিছিল। এনেবোৰ কামত অম্বিকাগিৰীয়ে নেতৃত্ব দিছিল।[১১]

গুৱাহাটীত অৱস্থানৰ আদিছোৱাত তৰুণ অম্বিকাগিৰী ইন্দুমতী নামৰ এগৰাকী বঙালী গাভৰুৰ প্ৰেমত গভীৰভাৱে নিমজ্জিত হৈ থাকোঁতেই বংগ ভংগ আন্দোলনৰ সূত্ৰপাত হয় আৰু অম্বিকাগিৰী তাত জড়িত হৈ পৰে। ফলত প্ৰেমিকাৰ লগত বিচ্ছেদ ঘটিল।[১২] অম্বিকাগিৰীৰ মানসিক সংকট সৃষ্টি হ'ল, প্ৰেয়সী আৰু দেশসেৱা দুয়োটা একেলগে ৰাখে কেনেকৈ? বিবুদ্ধি হৈ আত্মহত্যাৰ কথা ভাবিও তাৰ লগত জড়িত কাপুৰুষালিৰ বাবে সেই কাম নকৰি এক অভিনৱ পদ্ধতিৰে সেই সংকটৰ সমাধান কৰিলে। কিয়নো তেওঁৰ দৃষ্টিত—

> ব্যক্তি - প্ৰেমতকৈ দেশপ্ৰেম মহীয়ান। দেশৰ আৰু জাতিৰ পৰাধীনতাৰ ব্যক্তিয় সকলো ৰূপ, সকলো সৌন্দৰ্য সকলো সম্পদমান নিষ্প্ৰভ, ম্লান।[১৩]

গতিকে, ধাৰাল দাৰে নিজৰ বাওঁহাতৰ কেএটা আঙুলিৰ এপাব কাটি ৰূপৰ টেমাত ভৰাই প্ৰেয়সীলৈ পঠালে।[১৪] প্ৰেয়সীৰ প্ৰতি ৰোমাণ্টিক প্ৰেমৰ নিষ্ঠা আৰু দেশৰ প্ৰতি কৰ্তব্য দুয়োটাকে সংঘাতত প্ৰবৃত্ত হ'বলৈ নিদিলে। এই ঘটনাই ৰায়চৌধুৰীৰ মানসিক দৃঢ়তাৰ ইংগিত বহন কৰে। বংগ-ভংগৰ প্ৰায় সমসাময়িকভাৱেই সন্ত্ৰাসবাদী আন্দোলন বংগদেশত আৰম্ভ হয়। এই আন্দোলনৰ প্ৰবক্তা আৰু কৰ্মী বাৰীন্দ্ৰ কুমাৰ ঘোষ আৰু ভূপেন্দ্ৰনাথ দত্তই বংগত 'অনুশীলন সমিতি'ৰ প্ৰতিষ্ঠা কৰে।[১৫] 'আসাম ভেলী ট্ৰেডিং কোম্পানীৰ ঘটনা, পুলিচৰ চোকা নজৰ, গুৱাহাটীৰ সেই সময়ৰ দেশী কৰ্তা বীৰেশ্বৰ সেনৰ পুত্ৰ কেশৱ সেনৰ সাৱধান বাণী, আদিৰ ফলত স্বদেশী আন্দোলনৰ কৰ্মত 'শিথিলতা' আহি পৰিছিল। এই সময়তে গোবিন্দ লাহিড়ীয়ে অম্বিকাগিৰীক বংগৰ সন্ত্ৰাসবাদী দলৰ প্ৰতি আকৰ্ষণ কৰিবলৈ যত্ন কৰে। তেওঁৰ মনত এনাৰ্কিষ্ট দল খোলাৰ বাসনাই খলি পুতি বহিল। তেওঁ বিষয়টো লগৰ সকলৰ লগত আলোচনা কৰি ঠিক কৰিলে যে বংগ ভংগ বিষয়টো বাদ দি অসমক পূৰ্ববংগৰ লগত সাঙোৰাৰ বিৰুদ্ধে কাম কৰিবলৈ অসমতো তেওঁলোকে এনাৰ্কিষ্ট দল গঠন কৰিব।[১৬] স্বাভাৱিকতে এই সংগঠন বংগদেশৰ 'অনুশীলন সমিতি'ৰ আৰ্হিতেই হৈছিল।[১৭]

---

১০. অম্বিকাগিৰী ৰায়চৌধুৰী, পূৰ্বোল্লিখিত, পৃঃ ৬৫৮, 'সেৱা সংঘ' মূলতঃ 'নিৰাশ্ৰয় আতুৰক সেৱা' কৰাৰ উদ্দেশ্যে গঠিত হৈছিল যদিও 'স্বদেশী' আৰু বৰ্জন আন্দোলনত ইয়াৰ সদস্য সকলে সক্ৰিয় ভূমিকা লৈছিল।

১১. তৈয়বুল্লা, *কাৰাগাৰৰ চিঠি*, পৃঃ ২৩.

১২. অম্বিকাগিৰী ৰায়চৌধুৰী, পূৰ্বোল্লিখিত, পৃঃ ৭৫১.

১৩. অম্বিকাগিৰী ৰায়চৌধুৰী, পূৰ্বোল্লিখিত, পৃঃ ৭৫২

১৪. অম্বিকাগিৰী ৰায়চৌধুৰী, পূৰ্বোল্লিখিত, পৃঃ ৭৫২

১৫. ভি. ডি. মহাজন, *দি নেশ্যনেলিষ্ট মু'ভমেন্ট—ইন ইণ্ডিয়া এণ্ড ইটছ লীডাৰছ*, পৃঃ ২৪—২৮ সুশোভন সৰকাৰ, পূৰ্বোল্লিখিত, পৃঃ ৬৬।

১৬. অম্বিকাগিৰী ৰায়চৌধুৰী, পূৰ্বোল্লিখিত, পৃঃ ৬৫৮ — ৫৯; কে. এন. দত্ত, *লেণ্ডমাৰ্কছ অব দি ফ্ৰীডম্ ষ্ট্ৰাগোল ইন আছাম*, পৃঃ ৪৮

১৭. অম্বিকাগিৰী ৰায়চৌধুৰী, পূৰ্বোল্লিখিত, পৃঃ ৬৬৩

সন্ত্ৰাসবাদী কাৰ্যকলাপৰ সময়তে প্ৰখ্যাত সন্ত্ৰাসবাদী ভাই পৰমানন্দৰ লগতো তেওঁৰ গোপন যোগাযোগ হৈছিল।[১৮]

এনাৰ্কিষ্ট দলৰ প্ৰথম কৰ্ম হিচাপে দীঘলী পুখুৰীৰ পাৰৰ চাহাব-মেম সকলৰ প্ৰমোদ গৃহটোত ভোগালী বিহুৰ পাছতেই অগ্নি সংযোগ কৰিলে।[১৯] উল্লিখিত কৰ্মৰ উপৰিও পূৰ্ববংগ আৰু অসমৰ দুৰ্বলীয়া লাট বোম-ফিল্ড ফুলাৰৰ প্ৰাণ নাশ কৰিবলৈ অম্বিকাগিৰীয়ে প্ৰচেষ্টা কৰিছিল আৰু সেই উদ্দেশ্যে ছিলং-গুৱাহাটী পথত ডিনামাইট পুতিছিল। এই কাৰ্যত তেওঁৰ সহযোগী সুৰেন দাসগুপ্তই পাছত ৰাজসাক্ষী হৈ অম্বিকাগিৰী প্ৰমুখ্যে আন চাৰিজন সন্ত্ৰাসবাদীৰ নাম দিয়ে।[২০]

স্বদেশী আন্দোলনৰ লগত সংযুক্তি, কটন কলেজিয়েট স্কুলত 'বন্দিনী ভাৰত'ৰ দৰে নাট্যাভিনয় আন্দোবাংলাৰ অগ্নিসংযোগ, ডিনামাইট পোতা আদি বিভিন্ন বিপ্লৱী কাৰ্য-কলাপৰ সংক্ৰান্তত চৰকাৰী চোৰাংচোৱাই অম্বিকাগিৰীৰ ওপৰত চোভা কৰাৰ ফলস্বৰূপে ১৯০৮ চনৰ পৰা ১৯১৪ চনলৈ বৰপেটাৰ ঘৰত অন্তৰীণ হৈ থাকিব লগা হয়। বৰপেটাত থকাৰ সময়তো সামাজিক-সাংস্কৃতিক কৰ্মৰ বাবে হোৱা জনপ্ৰিয়তাৰ হেতুকে পুনৰ তেওঁৰ ঘৰ খানা-তালাচ কৰা হয়।[২১]

অন্তৰীণ কালছোৱাত তেওঁ 'তুমি', 'বীণা', 'জয়দ্ৰথ বধ', 'ভক্তগৌৰৱ', আদি ৰচনা কৰে।[২২] এই সময়ছোৱাত তেওঁ 'জোনাকী' যুগৰ সাংস্কৃতিক চেতনাৰ ঐতিহ্যৰ লগত সংগতি থকা কৰ্মত লিপ্ত হয়। 'জয়দ্ৰথ বধ' নাটক সৃষ্টিৰ গুৰিকথাই তেনে ধাৰণাই দিয়ে। বিংশ শতিকাৰ প্ৰথম দশক দুটাত বৰপেটাত বঙলা যাত্ৰা নাটৰ বেচ প্ৰাদুৰ্ভাৱ আছিল আৰু অম্বিকাগিৰী এনে যাত্ৰা নাটক দেখি দেখি অভ্যস্ত হৈ পৰিছিল। গুৱাহাটীলৈ অহাৰ পিছত পুনৰ বৰপেটালৈ ঘূৰি গৈহে তেওঁ এনে যাত্ৰা আদিয়ে যে সাংস্কৃতিক অপকাৰ সাধন কৰিছে সেই কথা অনুভৱ কৰে। তদুপৰি 'বৰপেটীয়াৰ জিভাত বঙালী ভাষাৰ উচ্চাৰণ কদৰ্য শুনায়'[২৩] আৰু বঙলাভাষীসকলে হাঁহে। গতিকে "সেইটো অসমীয়াৰ জাতীয়-মৰ্যাদা হানিকৰ" কথা বুলি গণ্য কৰি তেওঁ এনে অৱস্থাৰ উদ্ধাৰৰ বাবে অভিনয় কৰা নাট্যদলবোৰৰ ওচৰলৈ গৈ অসমীয়া নাটক অভিনয়ৰ বাবে অনুৰোধ কৰেগৈ।

উত্তৰত দলসমূহে 'অসমীয়া ভাষাতনো নাটক হ'ব পাৰেনে' বোলা মন্তব্য ৰায়চৌধুৰীৰ বাবে প্ৰত্যাহ্বান স্বৰূপ হ'ল। আনহাতে নাটক ৰচনাত তেওঁ "একেবাৰে কেচা"। গতিকে, কিছু বঙলা নাট গোটাই "কিছু ভাবো" লৈ 'জয়দ্ৰথ বধ' নাটক লেখি উলিয়ালে। কলাসন্মত নাট হয়নে নহয় সেইটো ৰায়চৌধুৰীৰ বাবে মুখ্য নাছিল; কাৰণ "তেতিয়া মোৰ সাহিত্য সৃষ্টি কৰাতকৈ বঙলা নাটকক খেদাহে ঘাই উদ্দেশ্য আছিল।"[২৪]

---

১৮. বাণীকান্ত কাকতি, পূৰ্বোল্লিখিত, পৃঃ ১২—১৩
১৯. অম্বিকাগিৰী ৰায়চৌধুৰী, পূৰ্বোল্লিখিত, পৃঃ ৬৫৯—৬১. যুগল দাস, গড়ৰ দেশত পণ্ডৰাজ অসম কেশৰী অম্বিকাগিৰী, পৃঃ ২৪-২৯
২০. যুগল দাস, উল্লিখিত, পৃঃ ২৯—৩০, বাণীকান্ত কাকতী, পূৰ্বোল্লিখিত, পৃঃ ১২ সদানন্দ চলিহা, 'ৰায়চৌধুৰী আৰু তেওঁৰ মধুৰ উন্মাদনা' অম্বিকাগিৰী ৰায়চৌধুৰী, পৃঃ ১৫০—৫১, সম্পা. চন্দ্ৰপ্ৰসাদ শইকীয়া
২১. অম্বিকাগিৰী ৰায়চৌধুৰী, পূৰ্বোল্লিখিত, পৃঃ ৬৬৮-৬৯. যুগল দাস, পূৰ্বোল্লিখিত, পৃঃ ৩৫-৩৬
২২. অম্বিকাগিৰী ৰায়চৌধুৰী, পূৰ্বোল্লিখিত, পৃঃ ৬৬৮
২৩. অম্বিকাগিৰী ৰায়চৌধুৰী, 'জয়দ্ৰথ বধ ৰচনাৰ ইতিবৃত্ত', পূৰ্বোল্লিখিত, পৃঃ ৩
২৪. অম্বিকাগিৰী ৰায়চৌধুৰী, 'জয়দ্ৰথ বধ ৰচনাৰ ইতিবৃত্ত', পূৰ্বোল্লিখিত, পৃঃ ৩-৪

অন্তৰ্বীণ কালছোৱাত অম্বিকাগিৰীৰ প্ৰথম পৰ্যায়ৰ ৰাজনৈতিক চিন্তাৰ পৰা পশ্চাদপসৰণ আৰম্ভ হয়। পঞ্চম জৰ্জৰ দিল্লী অভিষেক উপলক্ষে ভাৰতত আনন্দ উৎসৱৰ আয়োজন চলিল। এই আনন্দ উৎসৱ বৰপেটাতো উদ্‌যাপন "উপলক্ষে নাটক এখনৰ অভিনয়েৰেও উৎসৱটো কেনেকৈ ৰমক-জমক ৰসাল কৰি তুলিব পৰা হয় তাৰে আলোচনা" কৰিবলৈকে মহকুমাধিপতি কনকলাল বৰুৱাই [২৫]" এখন সভা পাতে। অম্বিকাগিৰীয়ে "এনাৰ্কিষ্ট সন্দেহৰ দুৰ্ব্বহ বোজাটোত পুলিচৰ চোকা দৃষ্টিৰ হানৰ পৰা কিছু ৰেহাই" পাবলৈ এই সভাত উৎসাহেৰে যোগ দিছিল। [২৬]

উল্লিখিত ঘটনাৰ পাছতে প্ৰথম বিশ্বযুদ্ধৰ সূত্ৰপাত। এনাৰ্কিষ্ট অম্বিকাগিৰীয়ে নিজৰ নিৰাপদ স্থিতিৰ উদ্দেশ্যে ছেগ চাই কঠিয়া পাৰিলে। এই কাৰ্যৰ বিষয়ে অম্বিকাগিৰীৰ নিজা বক্তব্য তলত উল্লেখ কৰা হ'ল।

> তেতিয়া ভাৰতৰ বৰলাট লৰ্ড হাৰ্ডিঞ্জে মিত্ৰ শক্তিৰ পক্ষে যোগ দিবলৈকে ইচ্ছুক ভাৰতীয়ক আহ্বান জনায়। এনাৰ্কিষ্ট আখ্যাৰ হাত সাৰিবলৈকে মই যুদ্ধত যোগ দিবলৈ প্ৰস্তুত আছোঁ বুলি লৰ্ড হাৰ্ডিঞ্জক জনাওঁ। লৰ্ড হাৰ্ডিঞ্জে ধন্যবাদ দি মোলৈ চিঠি লিখে। মই সেই চিঠি বৰপেটাৰ তেতিয়াৰ মহকুমাধিপতি কনকলাল বৰুৱা আৰু পুলিচ অফিচাৰ সকলক দেখুৱাই আৰু তাৰ নকল এটা ডিব্ৰুগড়ৰ সেই সময়ৰ 'টাইমছ অব্ আছাম'ত প্ৰকাশ কৰি দি এনাৰ্কিষ্ট আখ্যাৰ পৰা নিষ্কৃতি লওঁ। [২৭]

ইয়াতেই এনাৰ্কিষ্ট অম্বিকাগিৰীৰ ৰাজনৈতিক পশ্চাদপসৰণ সম্পূৰ্ণ হৈছে। এই পশ্চাদপসৰণ লগে লগেই প্ৰথম পৰ্যায়ৰ ধ্যান-ধাৰণাৰ যতি পৰিছে আৰু দ্বিতীয় পৰ্যায়ৰ সূত্ৰপাত হৈছে। [২৮]

অম্বিকাগিৰীৰ জীৱনবোধত শিল্পীসত্তা এটি স্পষ্টভাৱেই দেখা যায়। পাৰিবাৰিক ঐতিহ্যসূত্ৰেই সৰুকালতে মাকৰ পৰাই সংগীতৰ শিক্ষা পাইছিল। 'জয়দ্ৰথ বধ' নাটক ৰচনাৰ সময়ত, নাটৰ বাবে থলুৱা সুৰ সঞ্চাৰৰ সমন্বয়ত গীত সৃষ্টি কৰিছিল। ১৯১৬ চনত 'আসাম ছাত্ৰ সন্মিলনত' ৰায়চৌধুৰীয়ে গীত পৰিবেশন কৰাৰ পাছত বেজবৰুৱা দুহিতা অৰুণা বেজবৰুৱাই গীত গাবলৈ সংকোচ কৰিছিল। ৰবীন্দ্ৰনাথৰ ইচ্ছানুসাৰে বৰগীত গোৱা আৰু বংগীয় সাহিত্য পৰিষদত বৰগীত গোৱাই নহয় অসমৰ সংগীতৰ ঐতিহ্য আৰু সাংগীতিক ব্যাকৰণ সম্পৰ্কে কৰা আলোচনা [২৯] আদিৰ মাজেদি তেওঁ উল্লিখিত বিষয়টোত যে দক্ষ আছিল তাৰ সুস্পষ্ট প্ৰমাণ পোৱা যায়।

---

২৫. বৰপেটাৰ তদানীন্তন মহকুমাধিপতি সংক্ৰান্তত ৰায়চৌধুৰীয়ে বেলেগ বেলেগ দুজন মানুহৰ নাম উল্লেখ কৰিছে। পঞ্চম জৰ্জৰ অভিষেক উপলক্ষে নাটক অভিনয়ৰ বাবে এবাৰ 'কনকলাল বৰুৱাই, এবাৰ ৰাধানাথ ফুকনে আলোচনা কৰিবলৈ আহ্বান কৰাৰ কথা কৈছে। আকৌ 'ফুকন আলি বুলি এজন 'দ্বিতীয় মহকুমাধিপতি'ৰ উল্লেখ কৰিছে। এই সময়ত বৰপেটাত কনকলাল বৰুৱাহে মহকুমাধিপতি আছিল। দ্ৰ. 'জয়দ্ৰথ বধ ৰচনাৰ ইতিবৃত্ত', 'মোৰ জীৱন ধুমুহাৰ এছাটি' পূৰ্বোল্লিখিত, পৃঃ ৪, পৃঃ ৬৬৩, ৬৬৯.

২৬. অম্বিকাগিৰী ৰায়চৌধুৰী 'জয়দ্ৰথ বধ ৰচনাৰ ইতিবৃত্ত', পূৰ্বোল্লিখিত, পৃঃ ৪.

২৭. অম্বিকাগিৰী ৰায়চৌধুৰী, 'মোৰ জীৱন ধুমুহাৰ এছাটি,' পূৰ্বোল্লিখিত, পৃঃ ৬৬৯—৭০.

২৮. পৰৱৰ্তী, ৩.০৩, ৫.০১.

২৯. অম্বিকাগিৰী ৰায়চৌধুৰী, 'জয়দ্ৰথ-বধ ৰচনাৰ ইতিবৃত্ত', 'মোৰ জীৱন ধুমুহাৰ এছাটি', 'বৰগীত', পূৰ্বোল্লিখিত, পৃঃ ৪-৭, পৃঃ ৬৬২—৬৬৭; পৃঃ ৮৫৮—৬১.
'পুষ্পলতা দাস, 'ডেকাগিৰী অম্বিকাগিৰী ৰায়চৌধুৰীৰ সান্নিধ্যত', অসম কেশৰী অম্বিকাগিৰী, পৃঃ ৫৪—৫৫ সম্পাদক অক্ষয় কুমাৰ মিশ্ৰ, গোবৰ্ধন দাস; পদ্মনাথ শৰ্মা, স্বাধীনতা ৰণৰ সংস্পৰ্শত, পৃঃ ১৬৭; অতুল চন্দ্ৰ বৰুৱা, 'অসম কেশৰীৰ স্মৃতিচাৰণ', অম্বিকাগিৰী ৰায়চৌধুৰী, পৃঃ ২০-২১., সম্পা. যোগেশ দাস, সতীশচন্দ্ৰ কাকতি, তফজ্জুল আলি, ৰাম গোস্বামী

সংগীতৰ ক্ষেত্ৰতেই নহয়, নৃত্যৰ চৰ্চাও তেওঁ কৰিছিল। জয়দ্ৰথ বধ নাটৰ নৃত্য পৰিচালনা ৰায়চৌধুৰীয়ে নিজেই কৰিছিল। তদুপৰি বিভিন্ন সময়ত শিৱসাগৰৰ আমোলাপটী নামঘৰ, গুৱাহাটী আৰ্য নাট্য ৰংগমঞ্চ, ভাস্কৰ নাট্য মন্দিৰ, ডিব্ৰুগড়ৰ আমোলাপটী থিয়েটাৰ হ'ল আদিত অভিনয়, নৃত্য পৰিৱেশন-পৰিচালনা কৰিছিল। ইয়াৰ উপৰিও সঙ্গীত চৰ্চাৰ পৰিবেশ সৃষ্টিৰ বাবে কামৰূপ সঙ্গীত বিদ্যালয়, সনাতন সঙ্গীত সমাজ প্ৰতিষ্ঠা, সঙ্গীত-শিক্ষকতাৰ বৃত্তি গ্ৰহণ আদিও উল্লেখনীয় বিষয়।[৩০]

১৯৪৪ চনৰ অসম সাহিত্য সভাৰ শিৱসাগৰ অধিৱেশনৰ সঙ্গীত সন্মিলনৰ সভাপতি আছিল অম্বিকাগিৰী।[৩১] এইবোৰ বিষয়ৰ পৰা প্ৰতীয়মান হয় যে, জীৱনৰ আদি পৰ্বত সুকুমাৰ শিল্পৰ চৰ্চা অম্বিকাগিৰীৰ জীৱনাদৰ্শৰ লগৰীয়া আছিল।

অম্বিকাগিৰীৰ জীৱনাদৰ্শৰ আন এটি দিশ হ'ল মানৱ দৰদ আৰু সেৱাৰ মনোভাৱ। এই প্ৰসঙ্গত খোলাবন্ধাৰ পৰা গুৱাহাটীলৈ অহাৰ বাটত, জাহাজঘাটত তথাকথিত বাবুৰ প্ৰৱঞ্চনাৰ পৰা নিৰীহ পোহাৰীক উদ্ধাৰ কৰা, ব্ৰহ্মপুত্ৰত পৰা অচিনাকি সৰু ছোৱালী এজনীক উদ্ধাৰ কৰা, বেপাৰী নাৱে বালিত পেলাই থৈ যোৱা অসুস্থ ল'ৰা এটিক প্ৰতিপাল কৰি সুস্থ কৰি তোলা[৩২] আদি কাৰ্যত উল্লিখিত চিন্তাৰ পৰিচয় আছে। অৱশ্যে এনে চিন্তা-চেতনাৰ উৎস কোনো বহিৰ্দেশীয় দৰ্শন নহয়, পাৰিবাৰিক, স্থানিক আৰু অসমৰ সাংস্কৃতিক ঐতিহ্যহে।[৩৩] উল্লিখিত ঘটনা তিনিটিত গভীৰ মানৱতাবোধ আৰু সেৱাৰ মনোভাৱ স্পষ্ট। দ্বিতীয় ঘটনাটিৰ পাছত দুই-এজনে যেতিয়া ক'লে যে এনে উগ্ৰতাত তেওঁৰ কেতিয়াবা অপঘাত মৃত্যু হ'ব, তাৰ উত্তৰত তেওঁ কৈছিল, সেই বুলি ছোৱালীজনীক এনেকৈ মৰিবলৈ দিব পাৰিনে![৩৪]

উপৰি-উল্লিখিত ঐতিহাসিক ঘটনাসমূহৰ লগত অম্বিকাগিৰীৰ সংযুক্তি বিশ্লেষণ কৰিলে দেখা যায় ভাৰতীয় জাগৰণেই তেওঁৰ জীৱনাদৰ্শ উন্মেষৰ প্ৰাথমিক উপাদান। স্বদেশী আন্দোলন, সন্ত্ৰাসবাদ উভয়েই ভাৰতীয় জাগৰণৰ লগত জড়িত। গোবিন্দ লাহিড়ীৰ কৰ্মই 'অসমীয়া এনাৰ্কিষ্ট' দল খোলাৰ মানসিকতা দিছে। সুৰেন দাসগুপ্তৰ কৰ্মই সেই মানসিকতাত ন্যএৰ্থক দিশৰ উন্মেষ ঘটাইছে। এই দুটি ঘটনাই ৰায়চৌধুৰীৰ চিন্তাৰ মূল্যায়নত গুৰুত্বপূৰ্ণ দিশ মুকলি কৰিব। 'জয়দ্ৰথ বধ' ৰচনাৰ কৰ্মত 'অৰুনোদই', ঢেকিয়াল ফুকন, 'জোনাকী'ৰ থূলে সৃষ্টি কৰা সাংস্কৃতিক চেতনাক পৰিবৰ্ধন কৰি— ঐতিহাসিক প্ৰবহমানতাত অম্বিকাগিৰী প্ৰত্যক্ষভাৱে জড়িত হৈ পৰিছে।

লৰ্ড হাৰ্ডিঞ্জলৈ দিয়া চিঠিৰ যোগেদি ৰায়চৌধুৰীৰ ৰাজনৈতিক পশ্চাদপসৰণ সম্পূৰ্ণ হ'ল বুলি এই কাৰ্যক কোনোৱে তেওঁৰ 'অধঃপতন' আৰু অসমীয়া মধ্যবিত্তৰ সংগ্ৰামী দিশৰ কলংকিত অধ্যায় বুলিছে।[৩৫] কিন্তু, এই পশ্চাদপসৰণ অসংগঠিত বিদ্ৰোহৰ অসাৰ্থকতা অনুভৱৰ ফল। প্ৰসন্নলাল

৩০. অম্বিকাগিৰী ৰায়চৌধুৰী, উল্লিখিত, পৃঃ ৭; পৃঃ ৬৬৩—৬৭.

৩১. নন্দ তালুকদাৰ, 'অম্বিকাগিৰী ঃ জীৱন পৰিচিতি' অম্বিকাগিৰী ৰায়চৌধুৰী, স্মৃতিগ্ৰন্থ, সম্পা. হৰিপ্ৰসাদ নেওগ, পৃঃ ২৪৪.

৩২. অম্বিকাগিৰী ৰায়চৌধুৰী, 'মোৰ জীৱন ধুমুহাৰ এছাটি' পূৰ্বোল্লিখিত, পৃঃ ৬৪৮—৫৬; তিলক চন্দ্ৰ দাস, অম্বিকাগিৰী আৰু তেওঁৰ জীৱন দৰ্শন, পৃঃ ১৬৮—৬৯

৩৩. দ্ৰ. পৰৱৰ্তী ৪.০১.

৩৪. অম্বিকাগিৰী ৰায়চৌধুৰী, উল্লিখিত, পৃঃ ৬৫০—৫১.

৩৫. বিজনলাল চৌধুৰী, 'অসমীয়া বুদ্ধিজীৱীৰ প্ৰগতি ঃ অসমৰ পৰা ভাৰতলৈ', নতুন পৃথিৱী, ১০ম বছৰ ১ম সংখ্যা, পৃঃ ৬৪—৬৫.

চৌধুৰীৰ তথ্যমতে তেওঁক সন্ত্রাসবাদ গ্রহণৰ পৰা বিৰত ৰখা, যুদ্ধলৈ সৈনিকৰূপে যাবলৈ ওলোৱাত অম্বিকাগিৰীয়ে বাধা প্রদান কৰিছিল।[৩৬] তদুপৰি অসমৰ সামগ্রিক পৰিস্থিতি মুঠেও অনুকূল নাছিল।

১৯০৯ চনত মাণিক চন্দ্র বৰুৱাই ব্যৱস্থাপক সভাত দিয়া ভাষণত[৩৭] জাতীয় জীৱনৰ যি মানসিকতা প্রকাশ হৈছিল, অম্বিকাগিৰীৰ কাৰ্যৰ সময়লৈ তাঁৰ বিশেষ সলনি হোৱা নাছিল। তদুপৰি ভাৰতীয় বৃহৎ প্রেক্ষপটত তিলকৰ দৰে উগ্রবাদী নেতাসকলেও সামৰ্থ্য অনুসৰি বৃটিছ চৰকাৰক যুদ্ধত সহায় কৰাৰ বাবে আবেদনেই কৰিছিল।[৩৮] এই সংক্রান্তত অম্বিকাগিৰীৰ নিজা উপলব্ধি হ'ল এনে ধৰণৰ,—

> শুনিছিলোঁ, মোৰ কিছুমান স্বদেশবাসীয়েও মোক চৰকাৰৰ হাতত ধৰাই দি যি কোনো ৰকমৰ দণ্ড দিয়াবৰ নিমিত্তে চেষ্টা কৰিছিল। ইয়াৰ কাৰণ কি ঠিককৈ ক'ব নোৱাৰিলেও, বুজিছিলোঁ যে তাত তেওঁলোকৰ হয় ৰাজভক্তি আছিল, নহয়, মোৰ প্রতি ব্যক্তিগত হিংসা ভাব আছিল।[৩৯]

অম্বিকাগিৰীৰ জীৱনাদৰ্শত বঙলাভাষী আৰু বংগদেশৰ প্রতি এটি অসহিষ্ণু সুৰ দেখা পোৱা গৈছে। কিন্তু উল্লেখযোগ্য আৰু গুৰুত্বপূৰ্ণ কথা হ'ল ৰায়চৌধুৰীয়ে এগৰাকী বঙালী গাভৰুৰ প্রেমত পৰি বঙলা ভাষাত কাব্য-চৰ্চা আৰম্ভ কৰিছিল। তদুপৰি বঙলা নাটত অভিনয়, বঙলা নাটৰ আৰ্হি লৈ নাটক লিখা, আদি বিষয়বোৰো প্রণিধানযোগ্য।[৪০] উল্লিখিত অসহিষ্ণুতাৰ প্রত্যক্ষ উৎস গোবিন্দ লাহিড়ী আৰু সুৰেন দাসগুপ্তৰ ব্যৱহাৰ[৪১] আৰু কৰ্ম। তদুপৰি ঊনবিংশ শতিকাৰ ঐতিহাসিক ঘটনা জনিত ক্রম-প্রবাহিত সাংস্কৃতিক চেতনা আৰু জাতীয় সংকটৰ অভিজ্ঞতা আদিৰ প্রভাৱো এই প্রসঙ্গত উল্লেখযোগ্য। এই প্রসঙ্গত এই যুগৰ সাহিত্যত স্থায়ী বঙ্গ বিদ্বেষ এটিৰ কথা আগতে উল্লেখ কৰি অহা হৈছে।[৪২] কিয়নো, বিংশ শতিকাৰ প্রথম দশক দুটাত অসমীয়া মধ্যবিত্ত বুদ্ধিজীৱী পূৰ্ব শতিকাৰ পৰা প্রবাহিত জাতীয়-চেতনাৰে বাহক আছিল।

অম্বিকাগিৰীৰ অন্তৰীণ কাল শেষ হোৱাৰ পাছত তেওঁ বৰপেটাৰ পৰা ডিব্রুগড়লৈ আহে আৰু এই সময়ছোৱাতে ৰায়চৌধুৰীৰ অসম এছোচিয়েশ্যনৰ লগত সংযুক্তি গঢ়ি উঠে। এই এছোচিয়েশ্যনেই এই সময়ছোৱাত অসমৰ জনমতক প্রকাশ কৰাৰ যত্ন কৰে।[৪৩]

অম্বিকাগিৰীৰ জীৱনাদৰ্শ আৰু জীৱনবোধত প্রথম পৰ্যায়ত চাৰিটা ভিন্ ভিন চেতনাৰ সংগম দেখা গৈছে। সেইকেইটা ক্রমে— বিপ্লৱী-চেতনা, সাংস্কৃতিক চেতনাৰ ভিত্তিত গঢ়ি উঠা

---

৩৬. প্রসন্নলাল চৌধুৰী, 'অম্বিকাগিৰীৰ সংস্পৰ্শত', অসম কেশৰী অম্বিকাগিৰী, পৃঃ ১১-১২, সম্পা. অক্ষয় কুমাৰ মিশ্র, গোবৰ্দ্ধন দাস

৩৭. দ্র. প্রফুল্ল দত্ত গোস্বামী, মাণিক চন্দ্র বৰুৱা, পৰিশিষ্ট খ, পৃঃ ১০০—১০৯.

৩৮. দ্র. এইচ্. কে. বৰপূজাৰী, (সম্পা.) পূৰ্বোল্লিখিত, পৃঃ ২১২

৩৯. অম্বিকাগিৰী ৰায়চৌধুৰী, 'মোৰ জীৱন ধুমুহাৰ এছাটি' পূৰ্বোল্লিখিত, পৃঃ ৭২৪.

৪০. অম্বিকাগিৰী ৰায়চৌধুৰী, হোমেন বৰগোহাঞিলৈ লিখা ব্যক্তিগত চিঠি, প্রকাশ, ৫ম বছৰ, ৯ম সংখ্যা, মোৰ জীৱন ধুমুহাৰ এছাটি, পূৰ্বোল্লিখিত, পৃঃ ৬৬৫

৪১. দ্র. সদানন্দ চলিহা, 'ৰায়চৌধুৰী আৰু তেওঁৰ মধুৰ উন্মাদনা', পূৰ্বোল্লিখিত, পৃঃ ১৪৯—৫১.

৪২. পূৰ্ব্ববৰ্তী, ১.০১.

৪৩. অম্বিকাগিৰী ৰায়চৌধুৰী, 'মোৰ জীৱন ধুমুহাৰ এছাটি' পূৰ্বোল্লিখিত, পৃঃ ৬৬৫—৭০; কে. এন. দত্ত, পূৰ্বোল্লিখিত, পৃঃ ৪১.

পূৰ্ব প্ৰবাহিত অশমীয়া জাতীয়তাবাদী চেতনা, শিল্পী-চেতনা আৰু এইবোৰৰ লগত জড়িত হৈ পৰিছে মানৱিকী-চেতনা। সাংস্কৃতিক চেতনাত আনুষঙ্গিকৰূপে বন্ধন যুক্ত হৈ থাকিল বঙালাভাষী আৰু বংগ দেশ সম্পৰ্কে এটি 'প্ৰেম-বিদ্বেষ' চেতনা। এই চেতনাৰ উৎস জাতীয় জীৱনৰ ঐতিহাসিক সংকট আৰু ব্যক্তিগত জীৱনৰ অভিজ্ঞতাজনিত মানসিক পৰিমণ্ডলৰ প্ৰভাৱ। কিন্তু ব্যক্তিগত ঘটনা দুটি যথাৰ্থ বিশ্লেষণৰ অভাৱ আৰু সীমাবদ্ধ অভিজ্ঞতাৰ নেতিবাচক ফল। কিয়নো, ব্যক্তি-বিশেষৰ ভ্ৰান্তিক জাতি-বিশেষৰ লগত সাঙুৰি পেলোৱাটো যুক্তিসংগত বিশ্লেষণ বুলি গ্ৰহণ কৰিব নোৱাৰি। অৱশ্যে প্ৰসঙ্গত উল্লেখযোগ্য যে, বিংশ শতিকাৰ প্ৰথম দশকটোত ভাৰতীয় জাতীয়তাবাদী চেতনা ঐক্যবদ্ধ ভাৰতীয় জাতিৰ ধাৰণাটোৰ ভেটিও শক্তিশালী হোৱা নাছিল। গতিকে, 'বংগভংগ'ত বঙালীসকলৰ স্বাৰ্থ বুলি কৰা অনুভৱটো অনৈতিহাসিক নহয়।[৪৪]

সৰ্বভাৰতীয় ৰাজনৈতিক মঞ্চত ঘটনাৰ দ্ৰুত পৰিৱৰ্তন ঘটে। ঐক্যবদ্ধ কংগ্ৰেছ, কংগ্ৰেছত গান্ধীজীৰ নেতৃত্ব আদিয়ে ভাৰতীয় জাতীয়তাবাদী আন্দোলনৰ গতি ক্ষিপ্ৰ কৰে। ক্ৰমে অসমতো তাৰ প্ৰভাৱ অনুভূত হয়। স্বাভাৱিক ভাৱেই পৰিৱৰ্তিত ঐতিহাসিক কাৰণতে অম্বিকাগিৰীৰ চিন্তা-চেতনাই ক্ৰম-সংবৰ্ধিত আৰু বিস্তৃত আয়তন লাভ কৰে।[৪৫] প্ৰথম পৰ্যায়ত যি চাৰিটি চেতনাৰ কথা উল্লেখ কৰা হৈছে দ্বিতীয় পৰ্যায়ত সেইকেইটিৰ সুষম বিকাশেৰে এটি নিৰ্দিষ্ট সংশ্লেষণ গঢ়াৰ সম্ভাৱনা দেখা গৈছে।

---

৪৪ অম্বিকাগিৰী ৰায়চৌধুৰী, উল্লিখিত, পৃঃ ৬৫১, প্ৰথম কিস্তী, 'ভূমিকা', চিত্ৰ চৰিত্ৰ, পৃঃ

৪৫. পৰৱৰ্তী, ৩.০২

## ৩.০২ পৰিৱৰ্তিত সামাজিক-ৰাজনৈতিক পটভূমিত গঢ় লৈ উঠা দৃষ্টিভংগী

অম্বিকাগিৰীৰ জীৱনাদৰ্শ বিকাশৰ দ্বিতীয় পৰ্বটো কালানুক্ৰমিকভাৱে ১৯১৬ চনৰ পৰা ১৯৩৫ চনলৈকে পৰিব্যাপ্ত।[১] কিন্তু যি চিন্তাধাৰাৰ বিকাশ দ্বিতীয় পৰ্বটোত ঘটিছে, তাৰ উন্মেষ সন্ত্ৰাসবাদত সংযুক্তি, স্বদেশী আন্দোলন, বৰপেটাত নাট্যাভিনয়ত জড়িত কৰ্মতে ঘটিছিল। সাহিত্যৰ দিশৰ পৰা এই চিন্তাধাৰাৰ 'বন্দিনী ভাৰত' 'জয়দ্ৰথ বধ' আৰু কল্যাণময়ী ৰচনাৰ কাহিনীতে সূত্ৰপাত হৈছে। এই সময়ছোৱাৰ কৰ্মসমূহত সহিংস ৰাজনৈতিক চিন্তা, ভাৰতীয় জাতীয়তাবাদী চেতনা, প্ৰৱহমান অসমীয়া সাংস্কৃতিক জাতীয়তাবাদী চিন্তাৰ বিচ্ছিন্ন প্ৰকাশ ঘটিছে। [২] ১৯১৬-৩৫ৰ সময়ছোৱাত উল্লিখিত চিন্তাধাৰৰ প্ৰথমটি চাহ এৰা পৰিছে দ্বিতীয় আৰু তৃতীয়টিয়ে বিস্তৃত আয়তন লাভ কৰি বিকশিত হৈছে। এই বিকাশৰ ধাৰা আৰু প্ৰৱণতাৰ লগত সমকালীন ভাৰত তথা অসমৰ সামাজিক-ৰাজনৈতিক ঘটনাৱলীৰ ক্ৰমপ্ৰবাহ ঘনিষ্ঠভাৱেই জড়িত।

১৯০৮-৩৬ চনৰ সময়ছোৱাত ভাৰতীয় ৰাজনৈতিক মানচিত্ৰৰ ঘটনাৱলী থোৰতে তলত উল্লেখ কৰা হ'ল। বৰ্দ্ধিত ৰাজনৈতিক চেতনাৰ পটভূমিত মৰ্লে-মিণ্টুৰ শাসন সংস্কাৰ, বংগ বিচ্ছেদ ৰহিতকৰণ, প্ৰথম বিশ্বযুদ্ধ আৰু ভাৰতৰ সংযুক্তি, হোমৰুল আন্দোলন, কংগ্ৰেছৰ পুনৰ্মিলন, কংগ্ৰেছ-মুছলীম লীগৰ লক্ষ্ণৌ চুক্তি, মণ্টেগু ছেমছফোৰ্ডৰ শাসন সংস্কাৰ, বৃটিছ চৰকাৰে তুৰস্কৰ ক্ষেত্ৰত লোৱা ভূমিকাত ভাৰতীয় মুছলমানসকলৰ তীব্ৰ অসন্তুষ্টি, আপত্তিকৰ ৰাওলাট আইনৰ প্ৰৱৰ্তন, জালিয়ানাবাগৰ হত্যাকাণ্ড, হিন্দু-মুছলমানৰ বৰ্ধিত ঐক্য ইত্যাদি এই সময়ছোৱাৰ উল্লেখযোগ্য ঘটনা। খিলাফৎ চুক্তি, পাঞ্জাবৰ হত্যাকাণ্ড, শাসন-সংস্কাৰৰ অপ্ৰতুলতা আদি তাৎক্ষণিক কাৰণ হৈ ভাৰতীয় ৰাজনৈতিক চেতনাক বিস্তৃত আয়তন দান কৰিলে আৰু অসহযোগ আন্দোলনেৰে ভাৰতীয় জাতীয় আন্দোলনে দ্বিতীয় স্তৰত ভৰি দিলে। তদুপৰি ভাৰতীয় জাতীয় আন্দোলনত গান্ধীজীৰ চিন্তা-চেতনাই দৃঢ় খোপনি পালে।[৩] কলিকতা কংগ্ৰেছত (১৯২০) অসহযোগ আন্দোলনৰ প্ৰস্তাৱ গ্ৰহণ আৰু সফল ৰূপায়ণৰ বাবে গান্ধীৰ ওপৰত দায়িত্ব অৰ্পণ কৰে।

এই আন্দোলনৰ কৰ্মসূচী হিচাপে নিৰ্বাচন বৰ্জন, বিদ্যালয়-মহাবিদ্যালয় বৰ্জন আৰু জাতীয় বিদ্যালয় সংগঠন, আদালত বৰ্জন আদি গ্ৰহণ কৰা হ'ল। খিলাফৎ আন্দোলনে মুছলমানসকলক জাতীয় আন্দোলনত সংযুক্ত কৰিলেও অসহযোগ আন্দোলনৰ পাছত হিন্দু-মুছলমানৰ ঐক্যত

---

১. পূৰ্ববৰ্তী, ৩.০১
দ্ৰ. বাণীকান্ত কাকতি, অম্বিকাগিৰী ৰায়চৌধুৰীৰ ব্যক্তিত্বত এভুমুকি', অম্বিকাগিৰীৰ ব্যক্তিত্বৰ আভাস, পৃঃ ১১-১৪, সম্পা.- উপেন্দ্ৰ বৰকটকী; মহেশ্বৰ নেওগ, 'অম্বিকাগিৰীৰ অমৰ কবিতা', অম্বিকাগিৰী ৰায়চৌধুৰী, (স্মৃতিগ্ৰন্থ) পৃঃ ১৭৯-৮২ সম্পা. হৰিপ্ৰসাদ নেওগ;

২. পূৰ্ববৰ্তী, ৩.০১
অম্বিকাগিৰী ৰায়চৌধুৰী, মোৰ জীৱন ধুমুহাৰ এছাটি, 'জয়দ্ৰথ বধ ৰচনাৰ ইতিবৃত্ত', অম্বিকাগিৰী ৰায়চৌধুৰী ৰচনাৱলী, পৃঃ ৬৫৬-৬২, পৃঃ ৩-৯; সম্পা.- সত্যেন্দ্ৰ নাথ শৰ্মা।

৩. এ. আৰ. দেশাই, ছচিয়েল বেক্‌গ্ৰাউণ্ড অব্ ইণ্ডিয়ান নেশ্যনেলিজিম্, পৃঃ ৩৩৮-৩৪৭

ভাঙোন ধৰে আৰু সম্প্ৰদায়গত চিন্তাই উত্তেজনা বৃদ্ধি কৰে।[৪] কংগ্ৰেছৰ নাগপুৰ অধিবেশনত (পূৰ্ণাঙ্গ, ১৯২০) কংগ্ৰেছ কমিটিসমূহ ভাষিক গোটত গঠনৰ সিদ্ধান্ত গ্ৰহণ কৰে।[৫] ১৯২৮ চনত সর্বদলীয় সন্মিলন, ১৯৩০ চনত লাহোৰ কংগ্ৰেছত আইন অমান্য আন্দোলনৰ সিদ্ধান্ত আৰু সেই বছৰৰে মাৰ্চ মাহত লোণ আইন ভঙ্গৰ যোগেদি ইয়াৰ আৰম্ভ হ'ল। চৰকাৰী কৰ দিবলৈ অস্বীকাৰ কৰা, স্কুল-কলেজ বর্জন কৰা আদিও ইয়াৰ কৰ্মসূচী ৰূপে গৃহীত হ'ল।[৬]

উল্লিখিত সর্বভাৰতীয় পটভূমিৰ বিপৰীতে অসমৰ পটভূমিত তলত দিয়া ঘটনাৱলী সংঘটিত হৈছিল। ঊনবিংশ শতিকাৰ মণিৰাম দেৱানে আৰম্ভ কৰা সংঘৰ্ষৰ পথ পৰিহাৰ, অসমীয়া মধ্যবিত্তৰ বৃটিছ সহযোগী মনোভাৱ গ্ৰহণ। অম্বিকাগিৰী প্ৰমুখ্যে তৰুণসকলৰ সহিংস বিপ্লৱবাদী চিন্তাৰ প্ৰতি সমৰ্থনহীনতাৰে অসম এছোচিয়েশ্যনে আৰ্থ-ৰাজনৈতিক ক্ষেত্ৰত মধ্য-বিত্তীয় সহযোগিতা অসমীয়াসকলৰ স্বাৰ্থ সংৰক্ষণৰ সীমাবদ্ধ জাতীয়তাবাদী চিন্তাধাৰাৰ পথেদি আগবাঢ়িছিল। সীমাবদ্ধ জাতীয়তাবাদ, সহযোগী চৰিত্ৰ আৰু উদাৰনৈতিক ৰাজনৈতিক চেতনাৰ বৰ্ণবোধ দান এই তিনিওটাৰ মাজতে অসম এছোচিয়েশ্যনৰ কৰ্মসূচী আবদ্ধ আছিল। এই সময়ছোৱাতে অসমীয়া বুদ্ধিজীৱীয়ে অসমীয়া মানুহৰ ঐতিহ্য আৰু ক্ৰমাগত দুৰৱস্থাৰ কাৰণ বিশ্লেষণৰো চেষ্টা কৰিছে।[৭] ঊনবিংশ শতিকাৰ শেষ ভাগৰ পৰা দ্ৰুতভাৱে হোৱা শিল্পায়নৰ ফলত পুঁজিবাদী অৰ্থনীতিৰ বিকাশৰ লগে অসমৰ জনগাঁথনিৰো উল্লেখযোগ্য পৰিৱৰ্তন সাধিত হৈছে।[৮] প্ৰব্ৰজনৰ ফলত হোৱা জনগাঁথনিৰ পৰিৱৰ্তনৰ উপৰিও ছিলেট আৰু গোৱালপাৰা জিলাৰ বিচ্ছেদীকৰণ লৈও অসমৰ সামাজিক-ৰাজনৈতিক জীৱনত অস্থিৰতাৰ সূত্ৰপাত হয়।[৯]

বৃটিছ চৰকাৰে পমুৱা প্ৰব্ৰজন আৰু পমুৱাসকলৰ ভিন্ন সত্তাৰ পৰিচয় সংৰক্ষণৰ কাৰণে 'লাইন প্ৰথাৰ' প্ৰৱৰ্তন কৰিলে যদিও সফল ন'হল। গোৱালপাৰা আৰু ছিলেটৰ বিচ্ছেদীকৰণ প্ৰক্ৰিয়াৰ চিন্তাই অসমৰ জাতীয় জীৱনত অসমীয়া জাতীয়তাবাদী চেতনা আৰু বঙালী জাতীয়তাবাদী চেতনাৰ মাজত সংঘৰ্ষৰ সূত্ৰপাত কৰিলে। এই দুয়ো জাতীয়তাবাদী চেতনাই অসমত বঙলা ভাষা প্ৰৱৰ্তনৰ দিন ধৰি 'প্ৰেম-বিদ্বেষ'ৰ মাজেদি অগ্ৰগতি লভিছে। ফলস্বৰূপে অসমৰ জাতীয় জীৱনৰ সংৰক্ষণৰ প্ৰৱণতা অস্তিত্ব-ভীতি লৈ পৰিবৰ্তিত হ'ল। পূৰ্ব ঐতিহ্যৰ পৰম্পৰাৰ ভেটিত এই প্ৰৱণতাক তাত্ত্বিক

---

৪. উল্লিখিত, পৃঃ ৩৪৯, ৩৫৪-৫৬

৫. জ্যোতিৰিন্দ্ৰ দাসগুপ্ত, লেংগুৱেজ কনফ্লিক্ট এণ্ড নেশ্যনেল ডেভেলপ্‌মেন্ট, পৃঃ ১১৬-১৭; অৰুণ চন্দ্ৰ ভূঞা, শিৱ পদ দে, (সম্পা.) পলিটিকেল হিষ্টৰী অব্ আছাম, খণ্ড ২ পৃঃ ১৪-১৬.

৬. এ. আৰ. দেশাই, পূৰ্বোল্লিখিত, পৃঃ ৩৬২-৬৪.

৭. পূৰ্ববৰ্তী, ১.০১, ২.০১, ২.০২.
দ্ৰ. অমলেন্দু গুহ, 'সভাপতিৰ অভিভাষণ', বুৰঞ্জী সন্মিলন, অসম সাহিত্য সভা, ১৯৭৮, আমাৰ প্ৰতিনিধি, ১৮ শ বছৰ, ৭ম সংখ্যা, পৃঃ ৬২৮-২৯; এইচ্. কে. বৰপূজাৰী (সম্পা.) পলিটিকেল হিষ্টৰী অব্ আছাম, খণ্ড-১, পৃঃ ১৭২-৭৩; কমলাকান্ত ভট্টাচাৰ্য, 'অসমীয়া জাতিৰ পীৰি উঠিব নেকি?' 'অসমীয়া জাতি কিয় তল পৰা', কমলাকান্ত ভট্টাচাৰ্যৰ ৰচনাৱলী, পৃঃ ১১২-২২, ১২৭-৩৫, সম্পা.- প্ৰফুল্ল দত্ত গোস্বামী;

৮. দ্ৰ. অতুল গোস্বামী, 'মাইগ্ৰেশ্যন ইন টু আছাম ঃ ১৯০১-৭১; ডেমগ্ৰাফিক্ ডাইমেনছনছ', ইণ্ডিয়াজ নৰ্থ ইষ্ট, পৃঃ ৪৬-৬৫, সম্পা.- পংকজ ঠাকুৰ।

৯. এইচ্. কে. বৰপূজাৰী, উল্লিখিত, পৃঃ ২৩০-৩৩; অৰুণ চন্দ্ৰ ভূঞা, শিৱপদ দে (সম্পা.) পলিটিকেল হিষ্টৰী অব্ আছাম, খণ্ড-২, পৃঃ ২৮২-৩০০

প্ৰতিষ্ঠাৰ উন্মেষ ঘটিল অম্বিকাগিৰীৰ 'অসম সংৰক্ষিণী সভা'ৰ যোগেদি।[১০] ১৯২০ চনৰ প্ৰাদেশিক ভাষিক গোটত কংগ্ৰেছ সংগঠনৰ সিদ্ধান্তৰ পৰোক্ষ প্ৰভাৱো ইয়াৰ সৃষ্টিৰ অন্তৰালৰ এটি কাৰণ হ'ব পাৰে। কংগ্ৰেছৰ এই সিদ্ধান্তৰ অন্তৰালৰ যি প্ৰৱণতা সেইটো হ'ল ভিন্ন প্ৰাদেশিক সত্তাসমূহৰ সংৰক্ষণ ভাষিক গোটৰ যোগেদিহে সম্ভৱ। সৰ্বভাৰতীয় মঞ্চৰ এই চেতনা ভাৰতীয় জাতীয়তাবাদৰ এটি স্তৰ। ভাৰতীয় চেতনা আৰু প্ৰাদেশিক চেতনাৰ সমন্বয়ৰ যি প্ৰক্ৰিয়া সেই প্ৰক্ৰিয়া এই সিদ্ধান্তত বহিৰ্প্ৰকাশ লভিছে। গতিকে ভাৰতীয় চেতনাৰ লগত অসমীয়া চেতনাৰ সংযুক্তিৰ প্ৰৱণতা, অসমৰ জাতীয় জীৱনৰ সংকট আৰু সমাধান প্ৰৱণতা আৰু পূৰ্ব-প্ৰবাহিত অস্তিত্ব ভীতিৰ মানসিকতাই উল্লিখিত অনুষ্ঠান আৰম্ভ কৰাৰ পৰিৱেশ তৈয়াৰ কৰিছিল।

জনগাঁথনিৰ পৰিৱৰ্তন ১৯২০-৩০ চনৰ সময়ছোৱাত প্ৰায় অস্বাভাৱিক বুলিয়ে প্ৰমাণিত হৈছে। আনহাতেদি ১৯৩১ চনৰ লোক-পিয়লৰ প্ৰতিবেদনত [১১] এই পৰিৱৰ্তনটোক সাম্ৰাজ্যবাদীৰ বিভাজন নীতিৰ লগত একাকাৰ কৰি আপোন স্বাৰ্থত ব্যৱহাৰ কৰাৰ উদ্দেশ্যেৰে দ্ব্যৰ্থবোধক মন্তব্য কৰিলে। ফলস্বৰূপে, জাতীয় অস্তিত্ব ভীতিৰ চেতনা এই দশকটোত তীব্ৰভাৱে বৰ্দ্ধিত হ'ল। সৰ্বভাৰতীয় মঞ্চতো ত্ৰিশৰ দশকটো জাতিসত্তাসমূহৰ পৰিচয় অনুসন্ধান আৰু সংৰক্ষণৰ প্ৰৱণতা মুকলি-মূৰীয়াভাৱেই প্ৰকাশ লাভ কৰা দেখা গৈছে। [১২]

অসম এছোচিয়েশ্যনৰ নেতৃত্বত অসমীয়া জাতীয় স্বাৰ্থ সংৰক্ষণ (মূলতঃ মধ্যশ্ৰেণীৰ স্বাৰ্থ)ৰ প্ৰচেষ্টা অব্যাহতভাৱে চলি থকা অৱস্থাতে উল্লিখিত মধ্য শ্ৰেণীৰ যোগেদিয়ে কংগ্ৰেছ নীতি- অনুসৃত ভাৰতীয় জাতীয়তাবাদৰ প্ৰৱেশ অসমত ঘটে। অসমৰ আঞ্চলিক জাতীয়তাবাদে ভাৰতীয় জাতীয়তাবাদৰ লগত সংঘৰ্ষৰ বাটলৈ নগৈ সহযোগীৰ ভূমিকা গ্ৰহণ কৰি আৰু ভাৰতীয় জাতীয়তাবাদৰ বিস্তৃতি ঘটাৰ পথ মুকলি কৰি দিলে।[১৩]

কিন্তু এই পৰিৱৰ্তিত পটভূমিত যি ৰাজনৈতিক চেতনাৰ বিস্তৃতি সেই চেতনাৰ বৰ্ণবোধৰ পৰিচয় অসম এছোচিয়েশ্যন আৰু অসমীয়া বুদ্ধিজীৱীয়েই আৰম্ভ কৰিছিল। গতিকে, পিয়লি-মণিৰাম, সন্ত্ৰাসবাদী আন্দোলনৰ প্ৰত্যক্ষ সংঘৰ্ষৰ পথ পৰিহাৰ কৰি ৰাজনৈতিকভাৱে অন্তৰীণ হৈ থকা কালতে অম্বিকাগিৰী অসম এছোচিয়েশ্যন প্ৰদৰ্শিত পথৰ প্ৰতি আকৰ্ষিত হয় আৰু চিন্তা-চেতনাৰ দিক্ সলনি ঘটে। অসম এছোচিয়েশ্যনে সৃষ্টি কৰা পটভূমি, কংগ্ৰেছৰ বৰ্দ্ধিত জনপ্ৰিয়তা, দক্ষিণ আফ্ৰিকাত গান্ধীয়ে আৰম্ভ কৰা "অশ্ৰুতপূৰ্ব নিষ্ক্ৰিয় প্ৰতিৰোধৰ (Passive resistance) অভাৱনীয় সাফল্যই দাঙি ধৰা আশ্চৰ্য নিদৰ্শনে" ৰায়চৌধুৰীৰ পুৰণি ৰামায়ণ, মহাভাৰতৰ বীৰত্বৰ কাহিনী আৰু সমকালৰ ঘটনাৱলীৰ পটভূমিত গঢ় লোৱা "ৰক্তপাতী প্ৰণালী" (সন্ত্ৰাসবাদ)ৰ "পুৰণি মোহত প্ৰচণ্ড ঢকা মাৰি তাৰ সাঁফ লৰাই দিলে।"[১৪] উল্লিখিত চিন্তা-চেতনাৰ দিক্ পৰিৱৰ্তনৰ প্ৰতিফলন ঘটিল যুদ্ধত যোগদান কৰিব বুলি লৰ্ড হাৰ্ডিঞ্জলৈ দিয়া তাঁৰবাৰ্তাত। অম্বিকাগিৰীৰ উক্ত কৰ্ম সৰ্বভাৰতীয় ৰাজনৈতিক চেতনাৰে সদৃশ। কিয়নো, সৰ্বভাৰতীয় মঞ্চত নৰম পন্থীসকলৰ কথা

---

১০. পূৰ্ববৰ্তী, ১.০১, পৰৱৰ্তী, ৩.০২, ৫.০২ তিলক দাস, **অম্বিকাগিৰী আৰু তেওঁৰ জীৱন দৰ্শন**, পৃঃ ১০৮-১৪

১১. দ্ৰ. অমলেন্দু গুহ, **প্লেন্টাৰ-ৰাজ টু স্বৰাজ**, পৃঃ ৩৭-৪০ পৃঃ ২০৮-২১৪

১২. এ. আৰ. দেশাই, পূৰ্বোল্লিখিত, পৃঃ ৩৮৬-৩৯০

১৩. এইচ্. কে. বৰপুজাৰী, পূৰ্বোল্লিখিত, পৃঃ ২৪১

১৪ অম্বিকাগিৰী ৰায়চৌধুৰী, 'গান্ধীজীৰ লগত মোৰ প্ৰথম সাক্ষাৎ', **অম্বিকাগিৰী ৰায়চৌধুৰী ৰচনাৱলী**, পৃঃ ৯৮২, সম্পা. ঃ সত্যেন্দ্ৰনাথ শৰ্মা।

বাদেই তিলকৰ দৰে উগ্ৰপন্থী নেতাইও ধনে জনে প্ৰতিজন ভাৰতীয়ই যুদ্ধত বৃটিছক সহায় কৰাৰ বাবে আবেদন জনাইছিল।[১৫] এনে পটভূমিত অম্বিকাগিৰীৰ অসম এছোচিয়েশ্যনৰ লগত সংযুক্তি স্বাভাৱিক ঘটনাৰে ফল। অসম এছোচিয়েশ্যনেই যে জাতীয় জীৱনৰ মঙ্গল কামনা কৰিব এই উপলব্ধিৰ ফলত তেওঁ আত্ম সংযুক্তি ঘটোৱাই নহয় ডিব্ৰুগড় অধিবেশন উপলক্ষে গীত ৰচনা আৰু অন্যান্য কৰ্মতো জড়িত হৈ পৰে। জাতীয় জীৱনৰ এই অনুষ্ঠানটোৰ বৃত্তটোৰ ভিতৰলৈ মুছলমান লোকসকলৰ প্ৰবেশ নোহোৱাৰ বাবে তেওঁ আক্ষেপ প্ৰকাশ কৰি আহ্বান জনাইছিল।[১৬] যদিওবা চিন্তাৰ ক্ষেত্ৰত চন্দ্ৰ শৰ্মাৰ লগতে অম্বিকাগিৰী উগ্ৰবাদী শাখাৰ অন্তৰ্ভুক্ত।[১৭] অসম এছোচিয়েশ্যনে যেতিয়া ভাৰতীয় জাতীয়তাবাদৰ অগ্ৰণী নেতৃত্ব বহন কৰা কংগ্ৰেছৰ নীতি-নিৰ্দেশনা গ্ৰহণৰ ক্ষেত্ৰত থেৰো-গেৰো কৰিছিল, তেতিয়া সঠিক পথ নিৰ্বাচনত অম্বিকাগিৰীৰ ভূমিকা স্পষ্ট। বয়কট আন্দোলন তৎকালীনভাৱে আৰম্ভ কৰাৰ[১৮] সপক্ষে এছোচিয়েশ্যনৰ সভাত বক্তব্য দাঙি ধৰাটোৱে তেওঁৰ কালগত, ঐতিহাসিক ভূমিকাৰ যথাৰ্থতা সূচিত কৰে।

অম্বিকাগিৰীৰ কৰ্মসমূহ উৎসৰ্গিত হৈছিল 'দৈশিক স্বাৰ্থ'ত। ভিন্ ভিন্ পৰিবেশত লিখা 'চেতনা' আৰু 'ডেকা অসম'ৰ প্ৰবন্ধাৱলীত তেওঁৰ দৃষ্টিভংগীৰ প্ৰকাশ ঘটিছে। এই প্ৰবন্ধসমূহ তেওঁৰ চিন্তাৰ উৎস, ক্ৰমবিৱৰ্তন, অগ্ৰগতি-পশ্চাদপদতাৰ বুৰঞ্জী। এই প্ৰসঙ্গত তেওঁৰ বক্তব্য তলত দিয়াধৰণৰ,—

> .............'চেতনা' আৰু 'ডেকা অসম'ৰ সম্পাদকীয় প্ৰবন্ধসমূহতেই মোৰ অধিকখিনি চিন্তা-চৰ্চা লিপিবদ্ধ হৈ আছে।............ভিন্ ভিন্ পৰিস্থিতিৰ আহ্বানত সেই একেটা উদ্দেশ্যৰেই পৰিচালনা কৰা এই দুখন আলোচনী আৰু কাকতত দেশ-কাল আৰু সমাজগত বিষয়, সমস্যা সম্পৰ্কে চিন্তা-চৰ্চা কৰিবলগীয়া হৈছিল। সেইবিলাক সমসাময়িক বিষয়ক কথাৰ অৱলম্বনতেই, সেই সম্পৰ্কত মোৰ মনত উদয় হোৱা সাৰ্বজনীন জাগতিক চিন্তা আৰু মনোভাৱো মই প্ৰকাশ কৰিছিলোঁ।[১৯]

ৰায়চৌধুৰীৰ নিজস্ব বিশ্লেষণ মতে পৰিস্থিতিৰ লগত "সঙ্গতি ৰক্ষা কৰা চিন্তাধাৰা"ৰে "একোটা কেন্দ্ৰীয় দৈশিক স্বাৰ্থত"[২০] তেওঁৰ কৰ্মসমূহ নিৰ্ধাৰিত হৈছিল।

অম্বিকাগিৰীৰ জীৱনাদৰ্শৰ প্ৰথম পৰ্যায়ত আমি দেখিবলৈ পাইছোঁ ভাৰতীয় চেতনাৰে সংঘৰ্ষৰ পথেৰে ৰাজনৈতিক কৰ্ম আৰম্ভ হৈ পশ্চাদপসৰণেৰে প্ৰথম স্তৰটোৰ পৰিসমাপ্তি ঘটিছে।[২১]

এই সময়ছোৱাত জাতীয় জীৱনত পূৰ্ব প্ৰবাহিত ধাৰা আৰু প্ৰৱণতাসমূহেও তেওঁৰ মানসিকতাক প্ৰভাৱিত কৰিছে। এই সময়ছোৱাত হাতে-কামে অসমীয়া সাংস্কৃতিক জাতীয়তাবাদী

---

১৫. দ্ৰ. এইচ্. কে. বৰপূজাৰী, পূৰ্বোল্লিখিত, পৃঃ ২১২

১৬. অম্বিকাগিৰী ৰায়চৌধুৰী, মোৰ জীৱন ধুমুহাৰ এছাটি, 'অসমত জাতীয় সমস্যা', পূৰ্বোল্লিখিত, পৃঃ ৬৬৫-৬৬ পৃঃ ৮৬৯-৭১.

১৭. বিজয়চন্দ্ৰ ভাগৱতী, অম্বিকাগিৰীৰ পুণ্যস্মৃতি, অসম কেশৰী অম্বিকাগিৰী পৃঃ ৩০; সম্পা.- অক্ষয় কুমাৰ মিশ্ৰ, গোবৰ্ধন দাস;

১৮. অৰুণ চন্দ্ৰ ভূঞা, শিবপদ দে (সম্পা.)
পূৰ্বোল্লিখিত, পৃঃ ১০

১৯. অম্বিকাগিৰী ৰায়চৌধুৰী, 'মই লিখোঁ কিয়' পূৰ্বোল্লিখিত, পৃঃ ৯৯৪.

২০. উল্লিখিত, পৃঃ ৯৯৬-৯৭.

২১. পূৰ্ববৰ্তী, ৩.০১

চেতনা ক্রিয়াশীল। দ্বিতীয় পর্যায়ত কংগ্রেছ অনুসৃত জাতীয়তাবাদী চেতনা আৰু গান্ধীবাদী চেতনাই পৰৱৰ্তী সময়ছোৱাৰ চিন্তাৰ দিক্ নির্ধাৰণ কৰিছে। উক্ত উপলব্ধিৰ ফলত সন্ত্রাসবাদী কাৰ্যসমূহ "কেঁচা বয়সৰ"[২২] কর্ম বুলি অভিহিত কৰাটো মন কৰিবলগীয়া বিষয়। অসহযোগ আন্দোলন আৰম্ভৰ লগে লগেই ভাৰতীয় ৰাজনৈতিক নেতৃত্ব গান্ধী প্রদর্শিত পথেদি অগ্রসৰ হয়।[২৩] অম্বিকাগিৰীৰ উল্লিখিত পৰিৱৰ্তন আকস্মিক অথবা অনৈতিহাসিক নহয়। গান্ধীজীৰ চিন্তাক তেওঁ সাগ্রহে গ্রহণ কৰিছে।

দ্বিতীয় পর্যায়ভুক্ত সময়ছোৱাই অম্বিকাগিৰীৰ চিন্তা-চেতনাৰ সৃষ্টিশীল সময়। এই সময়ছোৱাৰ চিন্তা আৰু কর্মসমূহ বিশ্লেষণ কৰিলে ৰায়চৌধুৰীয়ে এটি সংশ্লেষণ সৃষ্টি সৃষ্টিৰ প্রয়াস কৰা দেখিবলৈ পাওঁ। তেওঁৰ চিন্তাৰ দিক্সমূহ তলত দিয়াৰ দৰে আমি বিভাজন কৰিব খুজিছোঁ।

ক) জাতি গঠনৰ প্রক্রিয়া আৰু জাতীয়তাবাদৰ স্বৰূপ ব্যাখ্যা—

খ) মহাজাতীয়তাৰ স্বৰূপ নির্ণয়

গ) মহামানৱীয়তাৰ স্বৰূপ ব্যাখ্যা

ঘ) স্বাধীনতা আৰু মুক্তিৰ সামগ্রিক স্বৰূপ

ঙ) উদাৰ মানৱিকী চিন্তাৰ পটভূমিত উল্লিখিত বিষয়সমূহৰ আন্তঃসম্পর্ক নির্ণয়ৰ প্রচেষ্টা—

ব্যুৎপত্তিগত অর্থত অম্বিকাগিৰী ৰাজনৈতিক চিন্তাবিদ নহয়। দেশৰ সমকালীন ঘটনা-সংঘাতৰ পটভূমি আৰু আপোন অভিজ্ঞতাৰ ভেটিত বিষয়সমূহৰ ব্যাখ্যা দাঙি ধৰিছে। অম্বিকাগিৰীৰ চিন্তাত মৌলিকতা আছে, কিন্তু তেওঁ "ন্যায়শাস্ত্রৰে পৰিচালিত ব্যক্তি নহয়, অতি বৌদ্ধিক জ্ঞানেৰেহে পৰিচালিত ব্যক্তি"।[২৪] সেইবাবে, তেওঁৰ ব্যাখ্যা কেতিয়াবা বাস্তৱোপযোগিতাৰ আঁতৰত ৰৈ যায়।

> জাতি গঠনৰ স্বাভাৱিক ধাৰা' আৰু প্রক্রিয়া সম্বন্ধে আলোচনা কৰি জাতিৰ সংজ্ঞা নির্দ্ধাৰণ কৰিছে এনেদৰে,
>
> চিন্তাৰ ধাৰা, ভাব-ভাষা ভঙ্গী, সামাজিক ৰীতি-নীতি, আচাৰ-ব্যৱহাৰ, চলন-ফুৰণ, খোৱা-বোৱা, পিন্ধা-উৰা, ধৰণ-ধাৰণৰ সূত্রডালিৰ সংযোগ লৈ একে হাৱা-পানীৰ প্রভাৱত একে আকাশৰ তলত, একে প্রাকৃতিক পৰিবেষ্টনৰ ভিতৰত একেদৰৰ সহানুভূতি আৰু অনুভৱতা লৈ যিসকল লোক একেলগে বাস কৰে, সেয়ে এটা জাতি হয়।[২৫]

উল্লিখিত সংজ্ঞাটোৱে ষ্টেলিনৰ জাতি সংক্রান্তীয় সংজ্ঞালৈ মনত পেলায়।[২৬]

সেইদৰে জাতীয় চেতনাৰ ব্যাখ্যাৰ প্রসঙ্গত উল্লেখ কৰিছে, সামাজিক সমস্যা সমাধানৰ বাবে 'সমাজৰ পাৰিপার্শ্বিক অৱস্থাক সঙ্গত কৰি' সংশ্লিষ্ট 'সমাজৰ ভিতৰত পাৰস্পৰিক সমানুভূতিমূলক এটা সামূহিক স্বাৰ্থৰ' সৃষ্টি কৰে। এই 'সামূহিক স্বার্থ'টো সকলোৰে সাধাৰণ বস্তু বা সম্পত্তি' ৰূপে পৰিগণিত হয়। আৰু তাৰ 'ৰক্ষণ, পৰিপালন আৰু পৰিবর্ধন'ৰ বাবে একোটা অঞ্চলৰ লোক ঐক্যবদ্ধ হয়। এই সামূহিক স্বাৰ্থটো সংৰক্ষণৰ বাবে হোৱা ঐক্যবদ্ধ প্রচেষ্টাটোৱেই "ঘনীভূত

---

২২. অম্বিকাগিৰী ৰায়চৌধুৰী, মোৰ জীৱন ধুমুহাৰ এছাটি, পূর্বোল্লিখিত, পৃঃ ৬৬০

২৩. এ. আৰ. দেশাই, পূর্বোল্লিখিত, পৃঃ ৩৪৬-৪৮ অম্বিকাগিৰী ৰায়চৌধুৰী, উল্লিখিত, পৃঃ ৬৭৯.

২৪. দ্র. বাণীকান্ত কাকতি, পূর্বোল্লিখিত, পৃঃ ১৬

২৫. অম্বিকাগিৰী ৰায়চৌধুৰী, আহুতি, পূর্বোল্লিখিত পৃঃ ৫৮৮

২৬. প্রস্তাৱনা, ০.০২.

জাতীয় চেতনা" ৰূপে [২৭] প্ৰতিভাত হয়। আধুনিক আৰ্থ-ৰাজনৈতিক পৰিভাষাৰে তাকেই জাতীয়তাবাদ বুলি অভিহিত কৰিব পাৰোঁ। এই জাতীয় চেতনা বা জাতীয়তাবাদৰ নিৰ্ণায়ক শক্তি অম্বিকাগিৰীৰ মতে ধৰ্ম নহয়, ভাষাহে। কিয়নো তেওঁৰ ধাৰণাত "ভাষা-সংস্কৃতিৰ বিভিন্নতাৰ লগত বিভিন্ন দেশগত সত্তা আৰু স্বাৰ্থ" নিহিত হৈ থাকে। [২৮] ১৯২০ চনৰ ভাষাভিত্তিক কংগ্ৰেছ কমিতি গঠনৰ পৰা ৰাজ্য পুনৰ্গঠন আয়োগ (১৯৫৪) গঠনলৈকে ভাৰতৰ ৰাজ্য পুনৰ্গঠনৰ যি ইতিহাস সেইটো এই প্ৰসঙ্গতে উল্লেখ কৰিব পাৰি। ভাৰতত জাতিসত্তা গঠনত ভাষাৰ ভূমিকাৰ বিষয়ে হীৰেন গোহাঁয়ে কৰা এটি মন্তব্য প্ৰণিধানযোগ্য,

> বহুতে আকৌ ভাবে যে বিভিন্ন ধৰ্ম সম্প্ৰদায় আদিৰ দৰে ভাৰতত বিভিন্ন ভাষাও আছে আৰু এইবোৰ ভাষাক বেলেগ বেলেগ জাতীয় চেতনাৰ বাহন বুলি ভবাটো ভুল। এনে ধৰণৰ নানা তাত্বিক কছৰৎ কৰি মাৰ্ক্সবাদী মহলে দেখাই নাই যে আঞ্চলিক ভাষাৰ জৰিয়তে নানা উত্থান পতনৰ মাজেদি একোটা জাতীয় সত্তাই গঢ় লৈছে [২৯].....................................

একেই প্ৰসঙ্গতে গোহাঁয়ে আঙুলিয়াই দিছে যে এই প্ৰক্ৰিয়াটো এটা 'ঐতিহাসিক' প্ৰক্ৰিয়া। [৩০] অম্বিকাগিৰীয়ে জাতি গঠনৰ প্ৰক্ৰিয়াৰ ক্ষেত্ৰত সচেতনভাৱেই ঐতিহাসিক চেতনাৰ অনুগমন কৰিছিল। সেইবাবেই ভাৰতৰ জাতীয় ভাষাৰ প্ৰশ্ন যেতিয়া ভাৰতৰ ৰাষ্ট্ৰীয় মঞ্চত আৰম্ভ হৈছে অম্বিকাগিৰীয়ে দ্বিধাহীনভাৱে "হিন্দুস্থানী ভাৰতৰ ৰাজনৈতিক জাতীয় ভাষা" হ'ব লাগে বুলি আত্মপ্ৰত্যয় প্ৰকাশ কৰিছে। এই প্ৰসঙ্গত গান্ধী, নেহৰু, সুভাষ বসু আদিৰ দৃষ্টিভংগীও সদৃশ। [৩১]

ভাৰতৰ জাতি সত্তাবোৰৰ বিশিষ্টতাৰ ভিতৰত অন্যান্যবোৰৰ লগতে ভাষাও এটা। গতিকে, জাতীয় "বিশেষত্ববিলাক সজীৱ ৰাখি জাতীয় জীৱনৰ পূৰ্ণতা সম্পাদন কৰি ওলালেহে ভাৰতৰ বৃহৎ সন্মিলিত জাতীয়তাৰ অঙ্গও পূৰ হ'ব" [৩২] বুলি ৰায়চৌধুৰী বিশ্বস্ত।

এই আলোচনাৰ পৰা দেখা গৈছে, যে অম্বিকাগিৰীয়ে জাতি, জাতীয়তাবাদী চিন্তাৰ মূল উপাদান হিচাপে ভাষাক গ্ৰহণ কৰিছে। অম্বিকাগিৰীৰ চিন্তা-চেতনাত সাংস্কৃতিক পৰিচয়হে জাতিৰ আচল পৰিচয়ৰূপে উদ্ভাসিত হৈছে। কাৰণ তেওঁৰ নিজা ভাষাত "জাতিৰ আত্মশক্তিৰ অনুশীলনৰ দ্বাৰা" উদ্ভূত জাতীয় "কালচাৰক আশ্ৰয় কৰিয়েই প্ৰত্যেক জাতিয়ে নিজ নিজ আত্মবিশ্বাস, আত্মমৰ্যাদা, আত্মসম্ভ্ৰম ৰক্ষা কৰি গৌৰৱান্বিত হয়"। [৩৩] উল্লিখিত কথাখিনিৰ প্ৰসঙ্গতে সংস্কৃতিৰ চিৰন্তন লক্ষ্য সম্পৰ্কেও তেওঁ সচেতনতা প্ৰকাশ কৰিছে। সেয়ে হ'লেও সাংস্কৃতিক ভিন্নতাও তাৰ অন্যতম বৈশিষ্ট্য। একে প্ৰসঙ্গতে জাতীয় সংস্কৃতিয়ে ভাষাক ৰক্ষা কৰে বুলি কোৱাৰ পৰা অনুমান কৰিব

---

২৭. অম্বিকাগিৰী ৰায়চৌধুৰী, আহুতি, পূৰ্বোল্লিখিত, পৃঃ ৫৬০

২৮. উল্লিখিত, পৃঃ ৫৮০.

২৯. হীৰেন গোহাঁই, 'অম্বিকাগিৰী আৰু সাম্প্ৰতিক মোহাৱেশ', অসম কেশৰী অম্বিকাগিৰী, পৃঃ ২২৫. সম্পা.- অক্ষয় কুমাৰ মিশ্ৰ, গোবৰ্ধন দাস,

৩০. উল্লিখিত, পৃঃ ২২৫.

৩১. অম্বিকাগিৰী ৰায়চৌধুৰী, 'জাতীয় ভাষা', পূৰ্বোল্লিখিত পৃঃ ৯১৯. জ্যোতিৰিন্দ্ৰ দাসগুপ্ত, পূৰ্বোল্লিখিত, পৃঃ ১০৮-১১২.

৩২. অম্বিকাগিৰী ৰায়চৌধুৰী, 'এটা জাতিৰ ব্যক্তিত্ব আন এটা জাতিৰ ব্যক্তিত্বত হজম হোৱাৰ কথা', পূৰ্বোল্লিখিত, পৃঃ ৮৭৪.

৩৩. অম্বিকাগিৰী ৰায়চৌধুৰী, 'ভাৰতক কিহৰ স্বাধীনতা লাগে', পূৰ্বোল্লিখিত, পৃঃ ৮৯১.

পাৰি ভাষিক চেতনাই তেওঁৰ মানসিকতাক দৃঢ়ভাৱে গঢ় দিছিল। আনহাতে জাতীয় সংস্কৃতি সংৰক্ষণৰ বাবে ৰাজনৈতিক স্বাধীনতাৰ প্ৰয়োজনীয়তাকো স্বীকাৰ কৰি লৈছে।[৩৪] গতিকে, দেখা গৈছে, অম্বিকাগিৰীয়ে জাতীয়তাবাদী চিন্তাৰ নিৰ্ণায়ক শক্তিৰূপে ভাষিক আৰু সাংস্কৃতিক চেতনাক মুখ্যৰূপে গ্ৰহণ কৰিছে। জাতীয়তাবাদৰ লগত ভাষিক সাংস্কৃতিক চেতনাৰ যে এটি নিৰ্ণায়ক ভূমিকা থাকে সেই কথা কে. আৰ মিনগেও স্বীকাৰ কৰিছে।[৩৫]

জাতীয়তাবাদৰ আলোচনা প্ৰসঙ্গত অম্বিকাগিৰীয়ে এটা গুৰুত্বপূৰ্ণ বিষয় উত্থাপন কৰিছে, সেইটো হ'ল, "আত্মৰক্ষামূলক শৃংখলিত সংঘবদ্ধতা"। সেইটোৰ বাবে প্ৰয়োজন "সমাজনীতি, ৰাজনীতি, অৰ্থনীতি, কৃষি শিল্প, বাণিজ্য, বিজ্ঞান, সাহিত্য"ইত্যাদি। এইবোৰৰ সহায়তহে "জাতীয়তাৰ ডাঙৰ-দীঘল, আহল-বহল ৰাজআলি বান্ধিবলৈ"[৩৬] তেওঁ ইচ্ছা কৰিছিল। এই আকাংক্ষাৰ মাজেদি অস্পষ্টভাৱে 'আত্ম নিয়ন্ত্ৰণৰ অধিকাৰ' অৰ্জনৰ প্ৰৱণতা প্ৰকাশিত হৈছে। অৰ্থাৎ ভাষা সংস্কৃতিক কেন্দ্ৰ কৰি ক্ষুদ্ৰ জাতিৰ আত্ম-নিয়ন্ত্ৰণৰ অধিকাৰ অৰ্জনৰ প্ৰৱণতা অম্বিকাগিৰীৰ জাতীয়তাবাদী চিন্তাৰ বৈশিষ্ট্য।

ভাৰতীয় জাতীয়তাবাদ বুজাবলৈ অম্বিকাগিৰীয়ে 'মহাজাতীয়তা' আৰু কেতিয়াবা 'সন্মিলিত জাতীয়তা' শব্দকেইটা ব্যৱহাৰ কৰিছিল।[৩৭] ভাৰতীয় জাতীয়তাবাদৰ আলোচনা কৰোঁতে ভাৰতীয় ইতিহাসৰ মূল ধাৰাটো যথাৰ্থভাৱে বিশ্লেষণ কৰিছে। ভাৰতৰ ইতিহাস এক-ভাষী - এক-জাতিৰ ইতিহাস নহয়। ৰাজনৈতিকভাৱে ঐক্যবদ্ধ ভাৰতৰ ইতিহাসো প্ৰাক-বৃটিছ যুগৰ ইতিহাস নহয়।[৩৮]

গতিকে অম্বিকাগিৰীৰ দৃষ্টিত "অতি প্ৰাচীন কালৰ পৰাই ভাৰতবৰ্ষ ধৰ্মত এক থাকিলেও ভাষাত আৰু জাতীয়তাত এক নাছিল"।[৩৯] স্থানিক বৈশিষ্ট্যানুসাৰে আঞ্চলিক সত্তাসমূহে আপোন সত্তা সংৰক্ষণ কৰি আহিছে। অসমৰ ক্ষেত্ৰত সেইটো আৰু দৃঢ়ভাৱেই সত্য। কিন্তু মধ্যযুগৰ পৰা এটা সাংস্কৃতিক যোগাযোগ প্ৰতিষ্ঠিত হৈছিল আৰু অদৃশ্য সাংস্কৃতিক প্ৰৱহমানতাহে স্বীকৃত তথ্য। এই বিষয়ে অম্বিকাগিৰীৰ নিজা বক্তব্য তলত দিয়া ধৰণৰ—

> ................অন্তঃসলিলা ফল্গুৰ দৰে সমগ্ৰ ভাৰতৰ লগত সাংস্কৃতিক সংযোগ ৰক্ষা কৰিও, ঠায়ে ঠায়ে বিশিষ্ট ৰস-পানীৰ সেৱা শুশ্ৰূষা লৈ স্বাধীনতাৰে যি এটা বস্তু পূৰঠ হৈ গঢ়ি উঠিল, সেইটো হৈছে ভাৰতৰ অঞ্চলে অঞ্চলে ভিন্ ভিন্ আঞ্চলিক বা প্ৰাদেশিক জীৱন...........[৪০]

গতিকে "ভাৰত মহাদেশখন আৰু ভাৰতীয় মহাজাতিটো কেবাখনো দেশৰ আৰু কেবাটাও জাতিৰ সমষ্টি।"[৪১] উল্লিখিত চিন্তাৰ আঁত ধৰি তেওঁ সৃষ্টি কৰা সাধাৰণ সংশ্লেষণটো হ'ল জাতি

---

৩৪. উল্লিখিত, পৃঃ ৮৯১-৯৩

৩৫. পূৰ্ববৰ্তী, ০.০২

৩৬. অম্বিকাগিৰী ৰায়চৌধুৰী, আহুতি, পূৰ্বোল্লিখিত, পৃঃ ৫৬৭

৩৭. অম্বিকাগিৰী ৰায়চৌধুৰী, উল্লিখিত, পৃঃ ৬০৩, পৃঃ ৮৭৪.
আনহাতে ৰায়চৌধুৰীয়ে 'জাতীয়তাবাদ' বুজাবলৈ কেৱল 'জাতীয়তা' শব্দটো ব্যৱহাৰ কৰা দেখা যায়।

৩৮. পূৰ্ববৰ্তী ০.০৩.

৩৯. অম্বিকাগিৰী ৰায়চৌধুৰী, আহুতি, পূৰ্বোল্লিখিত, পৃঃ ৫৯৩। ধৰ্মতো এক নাছিল।

৪০ উল্লিখিত, পৃঃ ৫৯৪,

৪১. উল্লিখিত, পৃঃ ৬০৬

সত্তাৰ মুকলি বিকাশৰ যোগেদিহে মহাজাতীয় (ভাৰতীয়) মূল সত্তাটোৰ বিকাশ ঘটিব। সেইবাবে তেওঁৰ বিশ্লেষণত ধৰা পৰে উক্ত সাধাৰণ সংশ্লেষণ ঃ

> বৃহত্তৰ ভাৰতৰ— তাৰ সকলো অধিবাসী একোটা সন্মিলিত মহাজাতিৰ অন্তৰ্ভুক্ত হলেও, প্ৰত্যেকৰে একোটা নিজস্ব বৈশিষ্ট্য আছে। সেই বৈশিষ্ট্যবিলাকৰ ভিতৰত নিজ নিজ সামাজিক ৰীতি-নীতিৰ বাহিৰেও, নিজ নিজ মাতৃভাষাও এটা। সকলো ফালেদি সেই বিশেষত্ববিলাকৰ পুষ্টি সাধনেৰে নিজস্ব জীৱনৰ পূৰ্ণতা সম্পাদন কৰিলেহে ভাৰতৰ বিৰাট সন্মিলিত মহাজাতীয় জীৱনটোও পৰিপূৰ্ণ সুস্থতাত স্বাস্থ্যৱান হৈ গঢ়ি উঠিব পাৰিব।[৪২]

কিয়নো,—

> ভাৰতবৰ্ষ এখন দেশ নহয়, মহাদেশ —কেবাখনো দেশৰ সমষ্টি। নিজ নিজ দেশৰ ভাষা-সংস্কৃতি আৰু সমাজ বন্ধনৰ নিয়ম-প্ৰণালী অনুসাৰে প্ৰত্যেকে একোটা সুকীয়া জাতি, আৰু এই জাতিসমূহৰ সন্মিলনত গঢ়ি উঠিছে ভাৰতীয় মহাজাতি, — গতিকে, ভাৰতবৰ্ষখন ভাৰতীয় মহাজাতিৰ মহাদেশ।[৪৩]

ভাৰতীয় ঐক্য বা ভাৰতীয় স্বাৰ্থ-চিন্তা অম্বিকাগিৰীৰ আদৰ্শৰ বাহিৰত নাছিল। সকলো ভাৰতীয় যে এটা সাধাৰণ স্বাৰ্থত ঐক্যবদ্ধ হোৱাৰ প্ৰয়োজন সেই কথা তেওঁ স্পষ্টভাৱেই উল্লেখ কৰিছে। কিয়নো, "সমগ্ৰ ভাৰতৰ ধৰ্ম, জাতীয়তা, ৰাজনীতি, অৰ্থনীতি আৰু সংস্কৃতি ক্ষেত্ৰৰ সাধাৰণ স্বাৰ্থত এইবিলাক প্ৰদেশ জড়িত"[৪৪] সেই বাবেই, এক বিশিষ্ট আৰু উমৈহতীয়া স্বাৰ্থই তাৎক্ষণিক ভাৱে সমগ্ৰ ভাৰতক ঐক্যবদ্ধ কৰিছিল। কাৰণ, "বিদেশী শক্তিৰ অধীনতাত পৰি সমব্যথাৰ ভুক্তভোগী" হোৱাৰ বাবেই ঐক্যবদ্ধ হোৱাৰ নিতান্ত প্ৰয়োজন আছিল। কিয়নো, এই প্ৰদেশবিলাকৰ "পাৰস্পৰিক সহযোগ" নাথাকিলে কোনেও অকলে নিজৰ "বিশিষ্টতা" ৰক্ষা কৰিব নোৱাৰে।[৪৫] দেখা গৈছে, তেওঁ ভাৰতৰ সাধাৰণ স্বাৰ্থ আৰু প্ৰদেশসমূহৰ বিশিষ্ট স্বাৰ্থৰ সমন্বয় সাধনৰ প্ৰচেষ্টা কৰিছে। ভাৰতৰ সাধাৰণ চেতনা আৰু প্ৰদেশসমূহৰ বিশিষ্ট চেতনাৰ সঠিক সমন্বয়ৰ চিন্তা কালোপযোগী। সেই বাবেই ৰায়চৌধুৰীয়ে কংগ্ৰেছৰ নীতি-আদৰ্শ গ্ৰহণ কৰি দেশৰ স্বাধীনতা সংগ্ৰামতো জঁপিয়াই পৰিছিল।[৪৬]

উল্লিখিত সাধাৰণ স্বাৰ্থটোৰ উপৰিও প্ৰতিখন প্ৰদেশৰ জাতিসমূহৰ আঞ্চলিক বৈশিষ্ট্য সহকাৰে কিছু নিজস্ব সমস্যা আৰু স্বাৰ্থ আছে। কিয়নো, "প্ৰত্যেক প্ৰদেশৰে একোটা সন্মানজনক প্ৰাচীন ঐতিহ্য আছে আৰু তাক কোনেও পাহৰিব নোৱাৰে"।[৪৭] গতিকে, আৰ্থ-ৰাজনৈতিক, ভাষিক-সাংস্কৃতিক প্ৰগতিৰ ক্ষেত্ৰত নিজস্ব স্বাৰ্থ জড়িত হৈ থাকিব। জাতীয়তাবাদৰ চৰ্চাত ঐতিহ্যৰ অনুপ্ৰেৰণা স্বীকৃত উপাদান।

---

৪২. উল্লিখিত, পৃঃ ৫৭১

৪৩. উল্লিখিত, পৃঃ ৫৯৭.

৪৪. উল্লিখিত, পৃঃ ৫৯৬

৪৫. উল্লিখিত, পৃঃ ৫৯

৪৬. অম্বিকাগিৰী ৰায়চৌধুৰী, মোৰ জীৱন ধুমুহাৰ এছাটি, পূৰ্বোল্লিখিত, পৃঃ ৭২২-২৭.
পৰৱৰ্তী, ৫.০১.

৪৭. অম্বিকাগিৰী ৰায়চৌধুৰী, আহুতি, পূৰ্বোল্লিখিত, পৃঃ ৫৯৭.

এই বিশ্লেষণৰ পৰা দেখা গৈছে, অম্বিকাগিৰীয়ে ঐক্যবদ্ধ ৰাজনৈতিক ভাৰতবৰ্ষহে কল্পনা কৰে, এক ভাৰতবৰ্ষ নহয়। অৰ্থাৎ ৰাজনৈতিক পৰিভাষাৰে ইয়াকে ক'ব পাৰি পূৰ্ণ পৰ্যায়ৰ যুক্তৰাষ্ট্ৰীয় আৰ্হি। এই ভাৰতীয় চেতনা আৰু প্ৰাদেশিক চেতনাৰ যথাৰ্থ সমাধান ন'হলে স্বৰাজোত্তৰ ভাৰতবৰ্ষত যে সংঘাত উপস্থিত হ'ব সেইটো তেওঁ উপলব্ধি কৰিছিল আৰু সকীয়াইও দিছিল। স্বৰাজোত্তৰ ভাৰতবৰ্ষৰ ইতিহাসে সেই কথা নিষ্ঠুৰভাৱে প্ৰমাণ কৰিছে। অন্ততঃ সত্তৰোত্তৰ ভাৰতবৰ্ষ জাতিসত্তাৰ আত্মনিয়ন্ত্ৰণৰ অধিকাৰ বিচৰাৰ ভাৰতবৰ্ষ। ক্ৰটী সত্বেও পৰৱৰ্তী কালত সাতখলপীয়া 'স্বাধীন পঞ্চায়ৎ ৰাষ্ট্ৰৰ'[৪৮] কল্পনাত অম্বিকাগিৰীৰ আত্ম নিয়ন্ত্ৰণৰ অধিকাৰ আৰু যুক্তৰাষ্ট্ৰীয় চিন্তাৰ এটা স্পষ্ট আভাস ফুটি উঠিছে।

উল্লিখিত জাতীয়তাবাদী আৰু মহাজাতীয়তাৰ সংজ্ঞাভিত্তিক অসমীয়া জাতীয়তাবাদ আৰু ভাৰতীয় জাতীয়তাবাদৰ আন্তঃ সম্পৰ্কৰ ক্ষেত্ৰত অম্বিকাগিৰীৰ উল্লিখিত চিন্তাই প্ৰতিধ্বনিত হৈছে। কিয়নো, অসমীয়া জাতিটো, বৃহৎ "ভাৰতীয় জাতিৰ এটা ঠেঙুলি।"[৪৯] অসমীয়া জাতিৰ এটি গৌৰৱময় ইতিহাস আছে।[৫০] সৰ্বোপৰি অসমীয়া জাতি হিচাপে স্বীকৃতি পাবলৈ, অসমীয়া জাতীয়তা গঢ়ি উঠিব পৰা সকলো উপাদান অসমৰ ভূমি খণ্ডত বৰ্তমান।[৫১] গতিকে, অসমীয়া জাতিটো ভাৰতীয় জাতিৰ সম্মিলিত মহাসভালৈ যোৱাৰ আগতে ......."অসমীয়া জাতীয়তাই প্ৰথমতে নিজক সম্পূৰ্ণাঙ্গ কৈ প্ৰফুল্লিত কৰি লৈহে ভাৰতীয় মহাজাতীয়তাৰ অবিচ্ছিন্ন অঙ্গৰূপে মূল্যৱান উপাদান যোগাই বলিষ্ঠ খোজেৰে তাক মহামানৱীয়তাৰ ফালে চলাই লৈ যাবলৈকে সক্ষম হ'ব।"[৫২] গতিকে, স্বীয় পৰিচয়ৰ চেতনাই উভয়ৰ মাজত বিৰোধৰ সূত্ৰপাত কৰিব বুলি অম্বিকাগিৰীয়ে নাভাবে বাবেই দৃঢ়তাৰে তেওঁ কৈছে—

> ..........ভাৰতৰ মহাজাতীয় স্বাধীনতা আৰু অসমৰ জাতীয় স্বাধীনতাৰ পাৰস্পৰিক একো বিৰোধ নাই।[৫৩].................

অম্বিকাগিৰীয়ে প্ৰতিষ্ঠা কৰিবলৈ বিচৰা সংশ্লেষণটোত তৃতীয় স্তৰটো 'মহামানৱতা'ৰ স্তৰৰূপে চিহ্নিত কৰিছে। আধুনিক ৰাজনৈতিক পৰিভাষাৰে 'আন্তৰ্জাতিক' চিন্তা বা 'বিশ্ব মৈত্ৰী' বুলিলে যি বুজা যায় সেই অৰ্থতে তেওঁ 'মহামানৱতা' শব্দটো ব্যৱহাৰ কৰিছে। ৰায়চৌধুৰীৰ নিজা বিশ্লেষণত " 'মহাজাতীয়তা' বিলাকৰ সম্মিলনতেই 'মহামানৱতা'ই ৰূপ পায়"।[৫৪] অম্বিকাগিৰীৰ মতে "আনক বুজিবলৈ হ'লে, প্ৰথমতে নিজক বুজি ল'ব লাগিব। নিজক সম্যকভাৱে বুজি নোলোৱাকৈ আনক বুজিবলৈকে মন মেলিলে বুজাটোত বিভ্ৰাট ঘটে,"..........।[৫৫] গতিকে, "নিজৰ মাটিডৰাতহে সত্যৰ পোন প্ৰথম বিকাশ" ঘটোৱাৰ ওপৰত তেওঁ বিশেষ গুৰুত্ব দিছে। তেওঁৰ ধাৰণাত গান্ধী, ৰবীন্দ্ৰনাথ,

---

৪৮. উল্লিখিত, পৃঃ ৬০৬-১৪, পূৰ্বোল্লিখিত, পৃঃ৫৩৩-৪০
৪৯. অম্বিকাগিৰী ৰায়চৌধুৰী, আহুতি, পূৰ্বোল্লিখিত, পৃঃ ৫৬৬
৫০. উল্লিখিত, পৃঃ ৫৭১.
৫১. উল্লিখিত, পৃঃ ৬০৫; পূৰ্ববৰ্তী. ০.০২
৫২. উল্লিখিত, পৃঃ ৬০৪
৫৩. উল্লিখিত, পৃঃ ৬০৫
৫৪. উল্লিখিত, পৃঃ ৬০৩
৫৫. উল্লিখিত, পৃঃ ৬০৩-০৪.

লেনিন, ষ্টেলিন আদিৰ নিজ দেশ আৰু জাতিক কেন্দ্ৰ কৰি গঢ়ি উঠা "দেশাত্মবোধৰ প্ৰখৰতাটো জীৱনবাহী সোঁতেৰে উজ্জীৱিত হৈ"হে 'আন্তৰ্জাতিকতা' বা 'বিশ্বমানৱতা'লৈ বাট বুলিছিল।[৫৬]

জাতীয়তাবাদৰ যে ঋণাত্মক দিশ এটা আছে সেই বিষয়ে তেওঁৰ ধাৰণা স্পষ্ট। গতিকে, হিট্‌লাৰ-মুছোলিনীৰ আগ্ৰাসী জাতীয়তাবাদ আৰু তেওঁৰ আলোচ্য জাতীয়তাবাদৰ মাজত "স্বৰ্গ-মৰ্ত ফাঁক" আছে বুলি জাতীয়তাবাদক 'আক্ৰমণমূলক' আৰু 'আত্মৰক্ষামূলক' হিচাপে সীমাৰেখা টানিছে। সেই বাবেই তেওঁ জাতীয়তাবোধৰ প্ৰয়োজন যে "সাময়িক" আৰু এই প্ৰয়োজন 'দুৰ্বলতৰ' জাতিৰ বাবে, আগ্ৰাসী জাতীয়তাক বাধা দিবলৈহে বুলি অনুভৱ কৰিছে। গতিকে "সেই প্ৰয়োজনৰ আচল গতিটো মহামানৱৰ পৰা সংযোগ ছিন্ন কৰাটো", হোৱা অনুচিত[৫৭] বুলি অনুভৱ কৰিছে আৰু ভাৰতীয় জাতীয় আন্দোলনটো বিশ্বমৈত্ৰীত পৰিণতি হোৱাৰ কামনা কৰিছে।[৫৮] অৰ্থাৎ ভাৰতৰ জাতীয় মুক্তিক বিশ্বৰ নিপীড়িত মানুহৰ মুক্তিৰ অংগ হিচাপে বিবেচনা কৰিছিল। সেই বাবেই ভাৰতীয় আধ্যাত্মিক চিন্তাৰ পটভূমিতে তেওঁ "ভৱিষ্যত মানৱতন্ত্ৰ"ৰ [৫৯] কল্পনাত প্ৰবৃত্ত হৈছে। মানৱতাবোধক সেয়েহে তেওঁ দেশ-কালৰ সীমাৰেখাৰে আগুৰি ৰাখিব খোজা নাই। ভৱিষ্যৎ মানৱ তন্ত্ৰৰ প্ৰশ্নত 'স্বৰাজ'ৰ প্ৰশ্নটো অংগাংগীভাৱেই জড়িত। উল্লিখিত "স্বৰাজ অৰ্থাৎ জাতীয় শাসন কেৱল জাতীয় কৰ্তৃত্বতেই সম্ভৱ" [৬০] বুলি তেওঁ বুজিছিল। ইয়াৰ বাবে প্ৰয়োজন জাতীয় ৰাজনৈতিক স্বাধীনতা।[৬১] কিন্তু, এই স্বৰাজ কেৱল, "ভাৰতৰে স্বৰাজ নহয়, হিংসা-দ্বেষ স্বাৰ্থৰ সংঘৰ্ষণত ৰক্তপাত হোৱা পৃথিৱীৰ গোটেই মানৱ সমষ্টিৰ স্বৰাজ সাধনাহে"।[৬২] এই দৃষ্টিভংগীৰ পৰাই বলচেভিক বিপ্লৱ, চীন আয়াৰ্লেণ্ড আদিৰ জাতীয় আন্দোলনসমূহক স্বৰাজৰ আন্দোলন বুলি গ্ৰহণ কৰিছিল।[৬৩] পৃথিৱীময় স্বৰাজ প্ৰতিষ্ঠাৰ মাজেদিয়েই মানৱ জাতিৰ যথাৰ্থ মুক্তি ঘটিব বুলি তেওঁ অনুভৱ কৰিছিল। "মুক্তি"ৰ অৰ্থই হৈছে মানৱিক "পূৰ্ণতা"। এই মুক্তি আকাঙ্ক্ষাক "সামাজিক শক্তি" আৰু "ৰাষ্ট্ৰ শক্তি"য়ে প্ৰতিহত কৰাৰ চেষ্টা কৰে। মুক্তি চিন্তাত ৰায়চৌধুৰীৰ দৃষ্টিত "বহুকাল অৱজ্ঞাত হৈ পৰি থকা কৃষক আৰু শ্ৰমজীৱী শ্ৰেণী"ও অন্তৰ্ভুক্ত।[৬৪]

ওপৰৰ আলোচনাৰ পৰা প্ৰতিপন্ন হোৱা বিষয়কেইটা আমি এনেদৰে ভাগ কৰিব পাৰোঁ—

ক) অম্বিকাগিৰীৰ জাতীয়তাবাদৰ সংজ্ঞা-সূত্ৰ ভাষিক-সাংস্কৃতিক, খ) জাতীয়তাবাদ দুই ধৰণৰ আক্ৰমণমূলক আৰু আত্মৰক্ষামূলক, গ) বলিষ্ঠ প্ৰাদেশিক জাতীয়তা বা জাতিসত্তাসমূহৰ বলিষ্ঠ ৰূপেহে ভাৰতীয় জাতি সত্তাৰ বলিষ্ঠ প্ৰকাশ ঘটাব ঘ) জাতীয়তাবাদ মানৱিকতাবাদৰ শত্ৰু বা উগ্ৰ জাতীয়তাবাদলৈ অধঃপতিত হ'ব নালাগিব ঙ) বিশ্বৰ অন্যান্য দেশৰ জাতীয় আন্দোলনবোৰ মানৱ জাতিৰ স্বৰাজ আৰু মুক্তিৰ অংশবিশেষ। গতিকে এই দৃষ্টিভংগীৰ পৰা অসমীয়া জাতীয়তাবাদ সম্পৰ্কে তেওঁৰ ধ্যান-ধাৰণাবোৰ ফহিয়াই চোৱা হওক।

---

৫৬. উল্লিখিত, পৃঃ ৬০২-০৩
৫৭. উল্লিখিত, পৃঃ ৬০২-০৩, ৬০৭-০৮
৫৮. উল্লিখিত, পৃঃ ৬০৮-১০
৫৯. উল্লিখিত, পৃঃ ৬০৬-১৪
৬০. অম্বিকাগিৰী ৰায়চৌধুৰী, 'স্বৰাজ' (১) পূৰ্বোল্লিখিত, পৃঃ ৮৯৯.
৬১. অম্বিকাগিৰী ৰায়চৌধুৰী, 'ভাৰতক কিহৰ স্বাধীনতা লাগে', পূৰ্বোল্লিখিত, পৃঃ ৮৯১-৯৩
৬২. অম্বিকাগিৰী ৰায়চৌধুৰী, 'স্বৰাজ' (৩) পূৰ্বোল্লিখিত, পৃঃ ৯০৫.
৬৩. উল্লিখিত, পৃঃ ৯০৫
৬৪. অম্বিকাগিৰী ৰায়চৌধুৰী, আহুতি, পূৰ্বোল্লিখিত পৃঃ ৫৬১-৬৩.

অসমৰ জনগাঁথনি, ভাষিক পৰিস্থিতি, ধৰ্মীয় চেতনাৰ পটভূমিত অসমীয়া জাতিৰ সংজ্ঞা তলত উদ্ধৃত চাৰিটা উদ্ধৃতিয়ে স্পষ্ট কৰিব।

> ................অসমৰ অসমীয়াও ভাৰতীয় মহাজাতিৰ অন্তৰ্গত এটা বিশিষ্ট জাতি। ভাৰতৰ আন আন ৰাজ্যিক জাতিবিলাকৰ দৰে তাৰো নিজস্ব বৈশিষ্ট্য আছে। আৰ্য্য দ্ৰাবিড়ীয়, মঙ্গোলীয় আদি মূলৰ সভ্যতা-সংস্কৃতিৰ সংমিশ্ৰণ লৈ অসমত অসমীয়া জাতি উদ্ভূত হৈছে।[৬৫]
>
> ................অসমতো..........ভাষাৰ বিভিন্নতা আছে, যেনে, কছাৰি, খাছিয়া, মণিপুৰী, লুচাই নগা, গাড়ো, বড়ো, মিকিৰ, আবৰ, ডফলা ইত্যাদি। কিন্তু এই সকলোবিলাক অসমৰ মাটি ফুটি ওলোৱা, আৰু অসমৰ বতাহ-পানী-আলোকেৰে প্ৰতিপালিত হোৱা অসমৰ সৰু সৰু খিলঞ্জীয়া ভাষা।[৬৬]..............
>
> .................ইয়াৰ মাটি ফুটি ওলোৱা নানা ভাষা আৰু ভাষী আছে, —সকলোৰে ওতপ্ৰোত সন্মিলনত ৰূপায়িত হৈ উঠা উমৈহতীয়া অসমীয়া ভাষা, সাহিত্য, সংস্কৃতি আছে[৬৭]................
>
> মুছলমানসকলৰ ধৰ্মবিশ্বাস হিন্দুতকৈ বিভিন্ন হ'লেও জাতীয়তা তেওঁলোকৰ বেলেগ নহয়। অসমীয়া জাতীয়ত্ব অসমীয়া হিন্দু আৰু অসমীয়া মুছলমানৰ সাধাৰণ সম্পত্তি।[৬৮].........

উল্লিখিত উদ্ধৃতিসমূহৰ পৰা অম্বিকাগিৰীৰ চিন্তাত অসমীয়া জাতি আৰু অসমীয়া জাতীয়তাবাদৰ স্বৰূপ স্পষ্ট। ইয়াত তিনিটা বিষয় স্পষ্ট হৈছে—ক) অসমীয়া জাতি আৰু জাতীয়তাবাদ ভাষিক, কিন্তু থলুৱা জনগোষ্ঠীসমূহ আৰু সেই গোষ্ঠীসমূহৰ সৰু সৰু ভাষাসমূহৰ গণতান্ত্ৰিক আৰু স্বীয় অস্তিত্বৰ স্বীকৃতি খ) অসমীয়া ভাষাটো 'উমৈহতীয়া' ভাষাহে, গ) অসমীয়া জাতীয়তাবাদ ধৰ্মীয় চিন্তাৰে নিৰ্ণীত নহয়। থলুৱা ভাষা আৰু জনগোষ্ঠীসমূহৰ "সকলো স্বাৰ্থ অসমৰ সীমাৰ ভিতৰতেই মুকলিমূৰীয়া স্বাধীন" আৰু "খিলঞ্জীয়া লোকৰ স্বাভাৱিক স্বাৰ্থৰ লগত অসমীয়াৰ সন্মিলিত বিৰাট স্বাৰ্থৰ শোষণমূলক সংঘৰ্ষ" ঘটাৰ বাট নাই।[৬৯] গতিকে, অসমৰ ভৌগোলিক পৰিসীমাৰ ভিতৰত খিলঞ্জীয়া ভাষাসমূহৰ স্ব-সত্তা ইয়াত নিঃসন্দেহে স্বীকৃত হৈছে। থলুৱা ভাষাসমূহৰ স্ব-সত্তাৰ কিদৰে স্বীকৃতি দিছিল, জনজাতি সমূহৰ প্ৰতি তেওঁৰ বাস্তৱিক মনোভাৱ মেদিনী চৌধুৰীয়ে এটি প্ৰবন্ধত উল্লেখ কৰিছে। পাঠশালাৰ ওচৰৰ এখন সৰু জনজাতি গাঁৱৰ সভালৈ অম্বিকাগিৰী গৈছিল। "সভাত অসমীয়া গীত গোৱা হৈছিল। অম্বিকাগিৰীয়ে সুধিলে— "কিয় আমাৰ কছাৰী গীত নাই" তেওঁৰ মনোৰঞ্জনৰ বাবেই কছাৰী গীত গোৱা হ'ল। কিন্তু আচৰিত কথা কছাৰী কিয় কোনো জনজাতিৰ কথাই বিশেষভাৱে নক'লে। মাত্ৰ ক'লে অসমীয়াৰ কথা"।[৭০] এইটোৱে তেওঁৰ

---

৬৫. উল্লিখিত, পৃঃ ৫৯৮

৬৬. উল্লিখিত, পৃঃ ৫৮০-৮১, ৰায়চৌধুৰীয়ে এইখিনি কথা লেখোঁতে অসমৰ মানচিত্ৰ বৰ্তমানৰ খণ্ডিত ৰূপত নাছিল।

৬৭. উল্লিখিত, পৃঃ ৬০৫.

৬৮. অম্বিকাগিৰী ৰায়চৌধুৰী, 'অসমৰ জাতীয় সমস্যা', পূৰ্বোল্লিখিত, পৃঃ ৮৬৯

৬৯. অম্বিকাগিৰী ৰায়চৌধুৰী, আহুতি, পূৰ্বোল্লিখিত, পৃঃ ৫৮১.

৭০. দ্ৰ. মেদিনী চৌধুৰী, 'জনজাতিৰ প্ৰতি অম্বিকাগিৰী', অম্বিকাগিৰী ৰায়চৌধুৰী, (স্মৃতিগ্ৰন্থ) পৃঃ ৫৯ সম্পা. হৰিপ্ৰসাদ নেওগ।

অসমৰ ভৌগোলিক-ৰাজনৈতিক সীমাৰ ভিতৰত অসমীয়া জাতীয়তাবাদৰ ভাষিক-সাংস্কৃতিক মনোভাৱ ফট্‌ফটীয়াকৈ দাঙি ধৰে। গতিকে, দেখা গৈছে অসমীয়া জাতি আৰু জাতীয়তাবাদ বুলিলে খিলঞ্জীয়া জনগোষ্ঠী আৰু ভাষাসমূহৰ স্ব-সত্তা সংৰক্ষণেৰে, ভাৱ বিনিময়ৰ উমৈহতীয়া মাধ্যমৰূপে অসমীয়া ভাষা আৰু ধৰ্মীয় উদাৰতা যুক্ত চিন্তাধাৰাকহে অম্বিকাগিৰীয়ে গুৰুত্ব দিছিল। প্ৰসঙ্গত উল্লেখযোগ্য, উপৰি উল্লিখিত উদ্ধৃতি চাৰিটাৰ প্ৰথম দুটা আৰু চতুৰ্থটো ১৯১৯-২০ আৰু তৃতীয়টো ১৯৩৫ চনৰ বক্তব্য।

বিংশ শতিকাৰ আৰম্ভণিৰ পৰা অসমলৈ পুব বংগৰ পৰা জন-প্ৰব্ৰজন ঘটিছিল। এই প্ৰব্ৰজনে অসমৰ আৰ্থ-ৰাজনৈতিক তথা সাংস্কৃতিক জীৱন বিপৰ্যস্ত কৰিব পাৰে এনে ধাৰণা সমকালৰ বুদ্ধিজীৱী আৰু সামাজিক-ৰাজনৈতিক আ-অনুষ্ঠানবোৰে কৰিছিল। আনহাতেদি বিকাশোন্মুখ অসমীয়া মধ্যশ্ৰেণীৰ স্বা-সুবিধা সংৰক্ষণৰ প্ৰশ্নটোও ইয়াৰ লগত জড়িত হৈ পৰিছিল। ফলত, অসমৰ জাতীয় জীৱনত প্ৰব্ৰজনবিৰোধী প্ৰৱণতা দকৈ শিপাইছিল। আনহাতেদি ভাৰতীয় নৱজাগৰণে সৃষ্টি কৰা 'পৰিচয়ানুসন্ধান'ৰ ক্ষেত্ৰত ভাষিক-সাংস্কৃতিক চেতনাই এটি শক্তিশালী উপাদানৰূপে কাম কৰিছিল। এই কথা কেৱল অসমৰ ক্ষেত্ৰতে নহয়, ভাৰতীয় প্ৰদেশবোৰৰ ক্ষেত্ৰত নিৰহ-নিপানীকৈ সঁচা কথা। আহোম সামন্ততন্ত্ৰৰ অন্তৰ্কলহ, মানৰ উপদ্ৰৱ, আদিৰ ফলত অসমীয়া জাতীয় জীৱনৰ ঘাই সুঁতিয়ে পূৰ্বৰ আত্মীকৰণৰ শক্তি হেৰুৱাইছিল। নৱ-জাগৰণে এই শক্তিক পুনৰ্জীৱিত কৰাৰ প্ৰচেষ্টা সম্পূৰ্ণ কৰিব পৰা নাই এনে সময়ত প্ৰব্ৰজনৰ প্ৰক্ৰিয়াই উল্লিখিত আটাইকেইটা সংকটেই সৃষ্টি কৰিব পৰা সম্ভাৱনা নুই কৰা সম্ভৱ নহয়। গতিকে, প্ৰব্ৰজনক কেন্দ্ৰ কৰি জাতীয় জীৱনত একপ্ৰকাৰ উত্তেজনা সৃষ্টিৰ ফলত 'লাইন ছিষ্টেম' (১৯১৬-২০) প্ৰবৰ্তন হৈছে। কিন্তু সুফল পোৱা নহ'ল। ইতিমধ্যে ভাৰত আৰু অসমৰ ৰাজনৈতিক মঞ্চত তিনিটা সুদূৰপ্ৰসাৰী কাৰ্য সংঘটিত হ'ল। — খিলাফৎ আন্দোলনৰ প্ৰতি কংগ্ৰেছৰ সমৰ্থন, আৰু অসহযোগ আন্দোলনৰ সিদ্ধান্ত, ভাষিক ভিত্তিত কংগ্ৰেছ কমিটী সমূহ গঠনৰ সিদ্ধান্ত, নীতিগতভাৱে অসম এছোচিয়েশ্যনৰ কংগ্ৰেছৰ নেতৃত্ব গ্ৰহণ। তিনিওটা সিদ্ধান্তই অম্বিকাগিৰীৰ চিন্তাত প্ৰত্যক্ষ প্ৰভাৱ পেলাইছিল। কংগ্ৰেছৰ অসহযোগ আন্দোলনত অংশগ্ৰহণ, কাৰাবৰণ, অসমত কংগ্ৰেছ সংগঠনত প্ৰত্যক্ষ দায়িত্ব গ্ৰহণ আদি তাৰ প্ৰমাণ। কংগ্ৰেছৰ ভাষিক কমিটী গঠনৰ সিদ্ধান্তৰ ফলত ভাষিক গোষ্ঠীৰ মাজত অৰিয়া-অৰিৰ ভাৱটো সমগ্ৰ ভাৰত জুৰি দেখা গ'ল। প্ৰব্ৰজনে অসমৰ আৰ্থ-ৰাজনৈতিক আৰু সাংস্কৃতিক জীৱনত পেলাব পৰা প্ৰভাৱ সম্পৰ্কে ইতিমধ্যে জাতীয় জীৱনত তাৰ বিৰুদ্ধে প্ৰতিৰোধ গঢ়ি তোলাৰ প্ৰৱণতা দেখা গ'ল। তদুপৰি চৌৰিচৌৰাৰ ঘটনাৰ পাছত অসহযোগ আন্দোলনে তাৰ তীব্ৰতা হেৰুৱাই পেলালে। ইতিমধ্যে অম্বিকাগিৰীৰ কাৰামুক্তি হৈছিল আৰু তেওঁ আৰম্ভ কৰিলে 'অসমীয়া সংৰক্ষিণী সভা'।[৭১] আচলতে বংগদেশৰ নৱজাগৰণৰ মাজেদি উনবিংশ শতিকাতে যি 'ছাৰ্চ ফৰ আইডেন্‌টিটি' আৰম্ভ হৈছিল বংগদেশত সি উনবিংশ শতিকাতে পূৰ্ণতা পাইছিল। অসমৰ ক্ষেত্ৰত দৰাচলতে এই 'ছাৰ্চ ফৰ আইডেন্‌টিটি' 'অসম সংৰক্ষিণী সভা'ৰ প্ৰতিষ্ঠা পৰ্যন্ত পিছুৱাই গৈছিল। ভাষিক স্ব-মৰ্যাদা প্ৰতিষ্ঠাত জাতীয় 'আইডেন্‌টিটি'ৰ সূচনা হৈছিল বুলিহে ভবাৰ থল আছে। গতিকে, সংৰক্ষিণী সভাৰ প্ৰতিষ্ঠা

---

৭১. পৰৱৰ্তী, ৩.০৩, ৫.০১, ৫.০২
দ্ৰ. তিলক দাস, পূৰ্বোল্লিখিত, পৃঃ ১০৮-১৪.

'ছাৰ্চ ফাৰ আইডেনটিটি'ৰ বিকাশমুখী প্ৰকাশ। উল্লিখিত 'ছাৰ্চ ফৰ আইডেন্‌টিটি' সম্পূৰ্ণ হোৱাৰ আগতেই ভাৰতীয় জাতীয়তাবাদৰ প্ৰচণ্ড টৌৱে তাক বাধাপ্ৰাপ্ত কৰিলে ফলত অম্বিকাগিৰীৰ দৰে সম্ভাৱনাপূৰ্ণ বুদ্ধিজীৱীৰ বিকাশ বাধাপ্ৰাপ্ত হ'ল। ফলত অসমীয়া জাতীয়তাবাদৰ ভাৰতীয় জাতীয়তাবাদৰ লগত সুষমভাৱে সংশ্লেষিত অৱস্থাপ্ৰাপ্ত নহ'ল। গতিকে, প্ৰব্ৰজনৰ সমস্যাটোৰ মীমাংসাৰ বাবে ভাষা-সংস্কৃতি গ্ৰহণেৰে সংমিশ্ৰণৰ ওপৰত অধিক গুৰুত্ব দিলে। প্ৰব্ৰজিতসকলৰ দায়িত্ব সোঁৱৰাই দি 'নতুন অসমীয়া' নামেৰে নামকৰণ কৰিলে। সংমিশ্ৰণ প্ৰক্ৰিয়াত অধিক গুৰুত্ব প্ৰদান ৰায়চৌধুৰীৰ জীৱনাদৰ্শৰ এটি স্পষ্ট দিশ।[৭২] প্ৰব্ৰজনৰ সমস্যা সমাধানৰ প্ৰশ্নত অসমৰ অন্য এগৰাকী বুদ্ধিজীৱী জ্যোতিপ্ৰসাদ আগৰৱালা (১৯০৩-৫১), আৰু গান্ধীজীৰ চিন্তাও সদৃশ।[৭৩]

অসমীয়া জাতিৰ সাৰ্বিক বিকাশ অম্বিকাগিৰীৰ কাম্য আছিল। আনন্দৰাম ঢেকিয়াল ফুকনে যি আহ্বান জনাইছিল কমলাকান্ত ভট্টাচাৰ্যৰ মাজেদি আহি সেই চিন্তাই অম্বিকাগিৰীত তাত্বিক আৰু প্ৰায়োগিক ক্ষেত্ৰ বিচাৰিছিল।[৭৪] সেই বাবেই ভাষিক-সাংস্কৃতিক ক্ষেত্ৰৰ উপৰিও অসমৰ জাতীয় অৰ্থনীতি সৃষ্টিৰ বাবে তেওঁ গুৰুত্ব দিছিল। এই প্ৰসঙ্গত তেওঁৰ বিদেশী মূলধনৰ বিৰোধিতা, জাতীয় মূলধন সৃষ্টিৰ আহ্বান, বেংক ব্যৱসায় সৃষ্টিৰ প্ৰতি আহ্বান, কৃষকসকলৰ সংগঠন, মধ্যস্বত্ব ভোগীসকলৰ বিলোপ সাধনৰ চিন্তা, শিল্প প্ৰতিষ্ঠা আদিত গুৰুত্ব দিয়া পৰিলক্ষিত হয়।[৭৫] নিজে অৰুণা প্ৰেছ প্ৰতিষ্ঠা, ক্ষুদ্ৰ শিল্প প্ৰতিষ্ঠা অৰুণা প্ৰেছত সমবায় গঠন আদিৰে প্ৰায়োগিক দিশৰো দৃষ্টান্ত দাঙি ধৰিছিল।[৭৬] এইবোৰ বক্তব্য আৰু দৃষ্টান্তই প্ৰমাণ কৰে যে অম্বিকাগিৰীয়ে জাতীয় পুঁজিভিত্তিক জাতীয় অৰ্থনীতি গঢ়ি উঠাটো বিচাৰিছিল। জাতীয় অৰ্থনীতিয়েহে অসমীয়া জাতিক সংৰক্ষণ দিব বুলি কৰা অস্পষ্ট অনুভৱে তেওঁৰ এই স্তৰৰ চিন্তাৰ গুৰুত্বপূৰ্ণ দিশ মুকলি কৰে। অম্বিকাগিৰীৰ এই অৰ্থনৈতিক চিন্তাৰ প্ৰতি লক্ষ্য কৰি অজিত কুমাৰ শৰ্মাই ৰায়চৌধুৰীৰ চিন্তাত 'সমাজবাদী' চেতনা এটিৰ উপস্থিতি অনুভৱ কৰিছে।[৭৭]

গান্ধীৰ কৰ্ম আৰু চিন্তাই অম্বিকাগিৰীক প্ৰভাৱিত কৰাৰ কথা উল্লেখ কৰা হৈছে। তদুপৰি ৰবীন্দ্ৰনাথ ঠাকুৰ, লেনিন আদিৰ চিন্তাৰ প্ৰভাৱ এটিৰ প্ৰসঙ্গও হীৰেন গোঁহায়ে আঙুলিয়াই দিছে। 'চেতনা' (১৯১৯) আলোচনীত গান্ধীজীৰ চিন্তাধাৰাক সাগ্ৰহে প্ৰকাশ [৭৮] কৰাটোৱে গান্ধীৰ সামগ্ৰিক প্ৰভাৱৰহে সূচনা কৰে।

দ্বিতীয় পৰ্বৰ সময়ছোৱাত আন্তৰ্জাতিক বিষয়বোৰৰ প্ৰতিও ৰায়চৌধুৰীয়ে উপৰি উল্লিখিত

---

৭২. অম্বিকাগিৰী ৰায়চৌধুৰী,"আহুতি', 'নতুন অসমীয়া' পূৰ্বোল্লিখিত, পৃঃ ৫৭৯-৮১; পৃঃ ৯৩১.

৭৩. দ্ৰ. জ্যোতিপ্ৰসাদ আগৰৱালা, 'নতুন দিনৰ কৃষ্টি' জ্যোতিপ্ৰসাদ ৰচনাৱলী, পৃঃ ৪৪৪-৪৫; অসম প্ৰকাশন পৰিষদ, বীৰেন্দ্ৰ কুমাৰ ভট্টাচাৰ্য, 'এ ফ্ৰেশ্ লুক এট্ আছামছ্ ফাইট ফৰ আইডেনটিটি' ইণ্ডিয়াজ নৰ্থ ইষ্ট, পৃঃ ২১৬-১৯ সম্পা.- পংকজ ঠাকুৰ

৭৪. পৰৱৰ্তী, ৩.০৩, ৫.০১, ৫.০২

৭৫. অম্বিকাগিৰী ৰায়চৌধুৰী, পূৰ্বোল্লিখিত, পৃঃ ৮৭৫-৭৯ পৃঃ ৯৫৯-৬১, পৃঃ ৮৮৯-৯০.

৭৬. অম্বিকাগিৰী ৰায়চৌধুৰী, মোৰ জীৱন ধুমুহাৰ এছাটি পূৰ্বোল্লিখিত, পৃঃ ৬৮১-৯১, ৭০৫-৭১১, ৭২১.

৭৭. দ্ৰ. অজিত কুমাৰ শৰ্মা, 'অম্বিকাগিৰীৰ ৰাজনৈতিক চিন্তাধাৰা', অসম কেশৰী অম্বিকাগিৰী, পৃঃ ১১২ সম্পা. অক্ষয় কুমাৰ মিশ্ৰ, গোবৰ্ধন দাস।

৭৮. অম্বিকাগিৰী ৰায়চৌধুৰী, 'মহৎ লোক সম্বন্ধে মহৎ কথা', 'মহাত্মাৰ কথা', 'মহাত্মাৰ বাণী', পূৰ্বোল্লিখিত, পৃঃ ৯৩৭-৪২, ৯৪৩-৪৮, ৯৪৮-৫০

দৃষ্টিভংগীৰে লক্ষ্য কৰিছিল। ৰুচ বিপ্লৱ, বলচেভিক মতবাদ, আয়াৰ্লেণ্ড, চীন আদিৰ জাতীয় আন্দোলন লেনিন-ষ্টেলিনৰ কৰ্মৰ নিজা দৃষ্টিকোণৰ পৰা কৰা বিশ্লেষণ, অস্পষ্টভাৱে শ্ৰেণী বিভাজন, শ্ৰেণী-দ্বন্দ্বৰ উল্লেখ, আন্তৰ্জাতিক প্ৰতিযোগিতাৰ পৰা হ'ব পৰা বিষময় ফল আদি বিষয়বোৰ আলোচনাই আন্তৰ্জাতিক ঘটনাৱলীৰ প্ৰতি তেওঁৰ চিন্তা-চেতনা বিচ্যুত হৈ নথকাৰে প্ৰমাণ কৰে।[৭৯] কিন্তু প্ৰতিটো বিষয় নিজা দৃষ্টিকোণৰ পৰাহে বিশ্লেষণ কৰিছিল। হীৰেন গোহাঁয়ে এই দৃষ্টিকোণক অসমীয়া মধ্যবিত্তৰ দৃষ্টিকোণ বুলি আঙুলিয়াই দিছে।[৮০] সেই বাবেই, বাণীকান্ত কাকতিয়ে ৰায়চৌধুৰীক অসমৰ সামাজিক জীৱনৰ সেইকালৰ "মৌলিক উপাদানসম্পন্ন প্ৰতিভাবান পুৰুষ" বুলি উল্লেখ কৰিছে।[৮১]

ভাৰতীয় আধ্যাত্মিকতাবাদী ঐতিহ্য, অসমৰ বৈষ্ণৱ পৰম্পৰাৰ পটভূমি অম্বিকাগিৰীৰ মানৱিকী চিন্তাৰ উপাদান।[৮২] ভাৰতীয় ঐতিহ্যৰ পটভূমিত তেওঁ সাম্য-মৈত্ৰীৰ চিন্তা কৰিছে। সত্যাগ্ৰহ, ধৰ্ম, আইন, বিচাৰ ব্যৱস্থা, আদি বিষয়বোৰৰ আলোচনাত উক্ত দৃষ্টিভংগীয়ে প্ৰকাশ হৈছে।[৮৩] অস্পৃশ্যতা, বৰ্ণবাদবিৰোধী, পৌৰোহিত্য প্ৰথা আদি আলোচনাত উদাৰ মনোভাৱ প্ৰকাশ হৈছে।[৮৪] আনহাতেদি জাতিভেদ প্ৰথাৰ প্ৰতি তেওঁৰ মনোভাৱ সমালোচনাশীল নহয়।[৮৫] সেই বাবেই দেখা গৈছে, মানৱিকী চিন্তাৰ ক্ষেত্ৰত ঐতিহ্যবাদী চিন্তাৰ পৰা সম্পূৰ্ণ বিচ্যুত হ'ব পৰা নাই। এই কাৰণেই তেওঁ মানৱিকতাবোধৰ উপাদানস্বৰূপে ভাৰতবৰ্ষীয় আধ্যাত্মিকতা আৰু চিত্ত শুদ্ধিৰ ওপৰত গুৰুত্ব দিছে।[৮৬]

উপৰি-উল্লিখিত অম্বিকাগিৰীৰ জীৱনাদৰ্শৰ আলোচনাৰ পৰা দেখা গৈছে, তেওঁৰ জীৱনাদৰ্শৰ উন্মেষ আৰু পৰিৱৰ্তিত পৰিস্থিতিত তাৰ বিকাশ উভয়েই সমকালৰ ভাৰতীয় পটভূমিৰ লগত সংযুক্ত। এই প্ৰসঙ্গত হীৰেন গোহাঁইৰ বিশ্লেষণ উল্লেখযোগ্য।[৮৭]

বৃটিছ ঔপনিবেশিক মুদ্ৰায়িত অৰ্থনীতিৰ কেন্দ্ৰীভূত বিকাশ, পাশ্চাত্যৰ আনুষ্ঠানিক শিক্ষাৰ আগতীয়া সুফল আদিয়ে চুবুৰীয়া বংগ দেশ আৰু বঙলাভাষীৰ পৰিচয়ানুসন্ধান পৰ্বটো নৱজাগৰণৰ পটভূমিতে সম্পূৰ্ণ হ'ল।[৮৮] কিন্তু সেই একেবোৰ ঘটনা-পৰিঘটনাৰ ঐতিহাসিক বিপৰীতমুখিতাই অসমীয়া জাতি-সত্তাৰ পৰিচয়ানুসন্ধানৰ গতি লেহেমীয়া কৰিলে। সেই বিষয়ে অসমীয়া বুদ্ধিজীৱীসকলে পাৰিপাৰ্শ্বিক অৱস্থাৰ হেঁচাত চিন্তা-চৰ্চা কৰিবলৈ বাধ্য হৈছিল। অম্বিকাগিৰীৰ চিন্তা-চৰ্চাতো সেই দিশবোৰৰ প্ৰতিফলন ঘটিছে। সেই বাবেই ভাৰতীয় জাতীয়তাবাদী চিন্তাৰ প্ৰয়োগ

---

৭৯. অম্বিকাগিৰী ৰায়চৌধুৰী, পূৰ্বোল্লিখিত, পৃঃ ৯০৫-০৬, পৃঃ ৮৮১-৮৩, ৬০৩, ৬২৯-৪৩
৮০. হীৰেন গোহাঁই, 'দেশপ্ৰাণ অম্বিকাগিৰী আৰু দেশপ্ৰেমৰ স্বৰূপ', সাহিত্যৰ সত্য, পৃঃ ২৮৭-৮৮
৮১. বাণীকান্ত কাকতি, পূৰ্বোল্লিখিত, পৃঃ ১৫
৮২. পূৰ্ববৰ্তী, ২.০৩, পৰৱৰ্তী, ৪.০১.
৮৩. অম্বিকাগিৰী ৰায়চৌধুৰী, পূৰ্বোল্লিখিত, পৃঃ ৫৬৫-৬৬, পৃঃ ৫৬৮, ৬০৮-১৪, ৬৭৭, ৯০৬-৯১১, ৯১৬, ৯২১-২৩ পৃঃ ৯২৮-৩০; ৯৪০. দ্ৰ. তিলক দাস, পূৰ্বোল্লিখিত, পৃঃ ২৩-৩১.
৮৪. অম্বিকাগিৰী ৰায়চৌধুৰী, 'হিন্দুৰ উন্নতিৰ অন্তৰায় কোন', পূৰ্বোল্লিখিত, পৃঃ ৯২৮-৩০;
৮৫. তিলক দাস, পূৰ্বোল্লিখিত, পৃঃ ৯৬-৯৭
৮৬. অম্বিকাগিৰী ৰায়চৌধুৰী, আহুতি, পূৰ্বোল্লিখিত পৃঃ ৬০৬-১৪.
৮৭. হীৰেন গোঁহাই, পূৰ্বোল্লিখিত, পৃঃ ২২৩-১৬
৮৮. পূৰ্ববৰ্তী, ১.০২.

পৰীক্ষা ৰায়চৌধুৰীয়ে কংগ্ৰেছ-সংযুক্তিৰ মাজেদিয়ে কৰিছিল।[৮৯] অসমীয়া জাতিৰ পৰিচয়ানুসন্ধান আৰু প্ৰতিষ্ঠাত 'অসমীয়া সংৰক্ষিণী সভা' (১৯২৬)ৰ যোগেদি প্ৰায়োগিক পৰীক্ষাত অৱতীৰ্ণ হৈছিল।[৯০]

আলোচিত পৰ্বটোত ৰায়চৌধুৰীৰ জীৱনাদৰ্শই ভাৰতীয় চেতনা আৰু অসমীয়া চেতনা উভয়েই পৰিপূৰক ৰূপে সক্ৰিয়। ইয়াৰ লগতে জড়িত হৈ আছে আন্তৰ্জাতিক চিন্তা আৰু মানৱিকতা।

বিংশ শতিকাৰ ত্ৰিশ দশকৰ পৰা ইতিমধ্যে অসমৰ জাতীয় জীৱনত প্ৰবাহিত হৈ থকা প্ৰব্ৰজনৰ সমস্যাটো, ছিলেট পৃথকীকৰণ আদি বিষয়, অসমৰ লোকপিয়লৰ প্ৰতিবেদনত মুলান চাহাবৰ দ্ব্যৰ্থবোধক মন্তব্য আদিয়ে জাতীয় জীৱনত মৃদু উত্তেজনাৰ সৃষ্টি কৰিলে। ফলত অম্বিকাগিৰীয়ে অসমীয়া মানুহৰ অস্তিত্ব সংকটৰ ভীতি প্ৰত্যক্ষ কৰি সংৰক্ষিণীৰ তৰফৰ পৰা সংৰক্ষিণী চিন্তাৰ কৰ্মত প্ৰবৃত্ত হ'ল।[৯১]

---

৮৯. পৰৱৰ্তী, ৫.০১

৯০. পৰৱৰ্তী, ৫.০২

৯১. অৰুণ চন্দ্ৰ ভূঞা, শিৱপদ দে, (সম্পা.) পূৰ্বোল্লিখিত, পৃঃ ২৯০-৯২; পৰৱৰ্তী, ৩.০৩.

## ৩.০৩ ৰায়চৌধুৰীৰ জীৱনৰ তৃতীয় পৰ্বত গঢ় লৈ উঠা দৃষ্টিভংগী

ৰায়চৌধুৰীৰ জীৱনাদৰ্শ বিশ্লেষণৰ ক্ষেত্ৰত তৃতীয় পৰ্বটো কালানুক্ৰমিকভাৱে ১৯৩৫-৫০ লৈকে বিস্তৃত বুলি অনুভৱ কৰা হৈছে। প্ৰাক্ আৰু সমকালৰ ভাৰতীয় ৰাজনৈতিক মঞ্চৰ ঘটনাৱলী থোৰতে তলত উল্লেখ কৰা হ'ল।

১৯২৯ চনৰ লাহোৰ কংগ্ৰেছত পূৰ্ণ স্বাধীনতাৰ ঘোষণা, ১৯৩০ চনত গান্ধীজীৰ আইন অমান্য আন্দোলনৰ নেতৃত্ব প্ৰদান, চৰকাৰৰ ৰাজনৈতিক নিপীড়ন, গান্ধী-আৰউইন চুক্তি, আইন অমান্য আন্দোলনৰ পুনৰ্সঞ্জীৱন, সম্প্ৰদায়ভিত্তিক ভিন্ন নিৰ্বাচক মণ্ডলীৰ চৰকাৰী ঘোষণা, প্ৰাদেশিক স্বায়ত্ত শাসনৰ ব্যৱস্থা, নিৰ্বাচনত জাতীয় কংগ্ৰেছৰ অংশ গ্ৰহণ আৰু সংখ্যাগৰিষ্ঠ প্ৰদেশসমূহত চৰকাৰ গঠন। আনহাতেদি অন্য ধাৰাটোত জিন্নাৰ নেতৃত্বত মুছলীম লীগৰ সক্ৰিয়তা, ১৯৪০ চনত লাহোৰত অনুষ্ঠিত সদৌ ভাৰত মুছলীম লীগৰ অধিবেশনত মুছলমানসকলৰ বাবে সুকীয়া সাৰ্বভৌম ৰাষ্ট্ৰৰ প্ৰস্তাৱ গ্ৰহণ।[১]

১৯৪২ চনৰ 'ভাৰত ত্যাগ' আন্দোলন, ১৯৪৬ চনৰ কেবিনেট মিছন প্লেন, সাম্প্ৰদায়িক সংঘৰ্ষ, সংবিধান সভা গঠন আৰু স্বাধীন ভাৰতৰ সংবিধান গ্ৰহণ।[২]

উল্লিখিত সময়ছোৱাত, ভাৰতীয় জাতীয়তাবাদী আন্দোলনৰ লগত জড়িত জাতিসত্তা আৰু সংখ্যালঘুৰ গুৰুত্বপূৰ্ণ সমস্যাটো ক্ৰিয়াশীল হৈ উঠিছে। ভাৰতৰ জাতিসমূহৰ মাজত ক্ৰমবৰ্ধমান ৰাজনৈতিক চেতনাৰ পটভূমিত দুটা দিশৰ পৰা এই সমস্যাৰ গুৰুত্ব অধিকৰূপে প্ৰতিভাত হ'ল। প্ৰথম, ৰাজনৈতিক স্বাধীনতা অৰ্জনৰ বাবে ঐক্যবদ্ধ জাতীয় আন্দোলন; দ্বিতীয়, স্বৰাজোত্তৰ ভাৰতত ভাবী-ৰাষ্ট্ৰ-গাঁথনিৰ চৰিত্ৰ।[৩]

দেখা গৈছে, অসহযোগ আন্দোলনৰ পৰৱৰ্তী সময়ছোৱাত সৰ্বভাৰতীয় ৰাজনৈতিক চেতনা বৃদ্ধি পালেও লগে লগে খণ্ডিত জাতিসত্তাৰ আৰু সংকীৰ্ণ গোষ্ঠী চেতনাও বৰ্ধিত পৰ্যায়ত।

ৰাজনৈতিকভাৱে বিচ্ছিন্ন অঙ্গৰাজ্যবোৰ একে সময়তে বৃটিছ প্ৰশাসনভুক্ত হোৱা নাছিল। তদুপৰি যিবোৰ কাৰণত ভাৰতৰ বিভিন্ন অঞ্চলত ৰাজনৈতিক আৰু জাতীয় চেতনা ক্ৰমবৰ্ধিত হৈছিল, সেইবোৰ সকলো অঞ্চলত সমদৰত আগনবঢ়াৰ হেতুকে উল্লিখিত চেতনাৰ ক্ৰমবৰ্ধমানতাত হীনডেঢ়ি হৈছিল।[৪] ফলত জাতিসমূহৰ মাজত গঢ়ি উঠা শিল্প-ব্যৱসায়ী, বিদ্যাবান-মধ্যবিত্ত, আইন অমান্য আন্দোলন, প্ৰাদেশিক সাহিত্যৰ বিকাশ, বুদ্ধিজীৱীসকলৰ মাজত জাতিসত্তা সংক্ৰান্তীয় চেতনাবৰ্ধন আদিয়ে স্বাধীন জাতিসত্তাৰূপে জাতীয় জীৱন নিৰ্ধাৰণ আৰু নিয়ন্ত্ৰণৰ ক্ষেত্ৰত জনসংখ্যাভিত্তিক জাতিসত্তাৰ চেতনা গঢ়ি তোলে। জাতিসত্তাসমূহৰ এই আন্দোলনসমূহ স্বাধীন আৰু বিশিষ্ট জাতিসত্তা হিচাপে বিকাশ আৰু আত্ম নিয়ন্ত্ৰণৰ অভিলাষৰ দ্বাৰা অনুপ্ৰাণিত হৈছিল।

---

১. দ্ৰ. এ. আৰ. দেশাই, ছচিয়েল বেক্‌গ্ৰাউণ্ড অব্ ইণ্ডিয়ান নেশ্যনেলিজিম, পৃঃ ৩৬২-৬৮, ৩৭৩-৭৪, পৃঃ ৪১০-১১.

২. দ্ৰ. আৰ. চি মজুমদাৰ এণ্ড পি. এন্. চোপ্ৰা, মেইন কাৰেণ্টছ্ অব্ ইণ্ডিয়ান হিষ্টৰী, পৃঃ ২৬৮-৭৩.

৩. দ্ৰ. এ. আৰ. দেশাই, উল্লিখিত, পৃঃ ৩৮১.

৪. উল্লিখিত, পৃঃ ৩৮৭.

তদুপৰি এই আন্দোলনবোৰ বৃটিছ প্ৰশাসন সৃষ্ট বিশেষ কিছুমান হেঁচাৰ ফলতহে সৃষ্টি হৈছিল।[৫] কিন্তু বৃটিছ প্ৰশাসনিক গোটবোৰ ভাষিক নাছিল। গতিকে, ভাষিক গোট হিচাপে ঐক্যবদ্ধ হৈ সামূহিক বিকাশৰ বাবে একভাষী গোষ্ঠীবোৰৰ মাজত সামূহিক প্ৰৱণতা এটা বিকশিত হ'বলৈ ধৰিলে। বিহাৰ, অন্ধ্ৰ, কৰ্ণাটক আদিৰ জাতিসত্তাসমূহে একে ভাষা-সংস্কৃতিৰ অন্তৰ্ভুক্ত মানুহখিনিক একে প্ৰশাসনৰ অন্তৰ্ভুক্তিৰে প্ৰদেশসমূহৰ পুনৰ্গঠনৰ দাবী উত্থাপন কৰিলে।[৬] এই চেতনা মূলতঃ সাংস্কৃতিক স্বকীয়তাক কেন্দ্ৰ কৰি গঢ়ি উঠা আৰ্থ-ৰাজনৈতিক আত্ম-নিয়ন্ত্ৰণৰ প্ৰৱণতা। এই প্ৰৱণতাৰ ঐতিহাসিক ভিত্তি হ'ল প্ৰাক্-বৃটিছ ভাৰতবৰ্ষৰ ৰাজনৈতিক বিচ্ছিন্ন সত্তা আৰু অঞ্চলসমূহৰ সাংস্কৃতিক স্বকীয়তা।

গতিকে, ভাষিক-সাংস্কৃতিক স্বকীয়তাক কেন্দ্ৰ কৰি গঢ়ি উঠা এই চেতনা এই সময়ছোৱাৰ সৰ্বভাৰতীয় বৈশিষ্ট্য। এই চেতনা ভাষিক-সাংস্কৃতিক-ঐতিহ্যকেন্দ্ৰিক প্ৰাদেশিক-চেতনা। ৰাজনৈতিক পৰিভাষাত প্ৰাদেশিক জাতীয়তাবাদ। এই আলোচনাৰ পৰা প্ৰতীয়মান হয় যে, উল্লিখিত প্ৰাদেশিক-চেতনা আৰু বৃটিছ প্ৰশাসন সৃষ্ট ভাৰত-চেতনা ভাৰতীয় জাতীয়তাবাদী আন্দোলনৰ সমান্তৰাল চেতনা।

ভাষিক-সাংস্কৃতিক চেতনাৰ ভিত্তিত বিকশিত এই আত্ম নিয়ন্ত্ৰণৰ চেতনা সমান্তৰাল হ'লেও সংঘৰ্ষমূলক নহয় বৰঞ্চ পৰিপূৰকহে। এই প্ৰসংগত এ. আৰ. দেশায়ে লিখিছে যে, একে ভাষা-ভাষী, একে সংস্কৃতিৰ অন্তৰ্ভুক্ত জনসাধাৰণৰ গৃহভূমিৰ বাবে নিজা প্ৰদেশবোৰৰ পুনৰ্গঠনৰ এই আকাংক্ষা ভাৰতৰ এক ৰাষ্ট্ৰৰ ধাৰণাৰ লগত সংঘাতমূলক নাছিল।[৭]

উল্লিখিত ভাষিক ঐক্যবদ্ধতাৰ চেতনা, ভাষিক-গৌৰৱ চেতনা, ভাষিক-ৰাজনৈতিক চেতনা-বৰ্ধনত ঊনবিংশ শতিকাৰ পৰা বিভিন্ন ধৰণৰ ভাষিক অনুষ্ঠান, স্বেচ্ছামূলক অনুষ্ঠানসমূহ আৰু মিছনেৰীসকলে যথেষ্ট অৰিহণা আগবঢ়াইছিল। এনেধৰণৰ অনুষ্ঠানবোৰৰ বিষয়ে জ্যোতিৰিন্দ্ৰ দাসগুপ্তৰ মূল্যায়ন প্ৰণিধানযোগ্য। দাসগুপ্তই আঙুলিয়াই দিছে যে, ঊনবিংশ শতিকাত ভাৰতৰ বিভিন্ন ভাষিক গোষ্ঠীৰ পৰিচয়, সংগঠন, আৰু আকাংক্ষা প্ৰকাশৰ বাবে গঢ়ি উঠা সংস্থাবোৰ আৰম্ভণিতে সাহিত্য-সংস্থা হ'লেও পাছলৈ বিশিষ্ট ৰাজনৈতিক ভূমিকা পালন কৰা সংস্থালৈ পৰিৱৰ্তিত হৈছিল। এই সংস্থাসমূহে ভাষিক ৰাজনীতিৰ বিশেষ লক্ষ্যৰে জনসাধাৰণক সংগঠিত কৰি জাতীয়তাবাদী আন্দোলনতো জড়িত কৰিছিল আৰু আঞ্চলিক আৰু ৰাষ্ট্ৰীয় পৰ্যায়ত চৰকাৰকো প্ৰভাৱিত কৰিছিল। এই প্ৰক্ৰিয়াত সংস্থাসমূহ সংযোগ, সহযোগিতা, প্ৰতিযোগিতা আৰু সংঘাতেৰে ভাৰতৰ আধুনিক ৰাজনীতিত গুৰুত্বপূৰ্ণ ভূমিকা লৈছিল।[৮]

বিংশ শতিকাৰ প্ৰথম তিনিটামান দশক সাম্প্ৰদায়িক চেতনাৰ বিকাশৰ সময়। গতিকে, কিছু ক্ষেত্ৰত উল্লিখিত সাম্প্ৰদায়িক চেতনা আৰু উত্তেজনাৰ নিয়ামক ৰূপে আঞ্চলিক ভাষাসমূহৰ যোগেদি জনসাধাৰণক সংগঠিত কৰাৰো চিন্তা কৰা হৈছিল। তদুপৰি এই সময়ছোৱাতে তিলকৰ এটা জাতীয় ভাষা এটা জাতিৰ ঐক্যবদ্ধতাৰ বাবে ক্ৰিয়াশীল শক্তি বুলি ভৱা চিন্তাধাৰাৰো কংগ্ৰেছ

---

৫. দ্ৰ. এ. আৰ. দেশাই, পূৰ্বোল্লিখিত, পৃঃ ৩৮৭-৮৮

৬. উল্লিখিত, পৃঃ ৩৮৮.

৭. দ্ৰ. এ. আৰ. দেশাই, পূৰ্বোল্লিখিত, পৃঃ ৩৮৮-৮৯.

৮. দ্ৰ অসমৰ ক্ষেত্ৰত মিছনেৰিসকল আৰু অ. ভা. উ. সা. সভাৰ এনে সাংগঠনিক ভূমিকা পূৰ্বে আলোচনা কৰা হৈছে। জ্যোতিৰিন্দ্ৰ দাসগুপ্ত, লেংগুৱেজ কনফ্লিক্ট এণ্ড নেশ্যনেল ডেভেলপমেণ্ট, পৃঃ ৬৯-৭০

দলৰ সংবিধান সংশোধনৰ (কাণপুৰ অধিৱেশন, ১৯২৫) যোগেদি কাৰ্যকৰীকৰণৰ ব্যৱস্থা হয়।[৯] এই সিদ্ধান্ত স্বাভাৱিকতে এটা তত্ত্ব ৰূপতে প্ৰতিভাত হোৱাৰ দৰে হ'ল। অৱশ্যে এই সিদ্ধান্তৰ পূৰ্ব প্ৰস্তুতি ১৯২০ চনৰ কংগ্ৰেছ দলৰ সংবিধান সংশোধনতে[১০] লুকাই আছিল।ওপৰত উল্লিখিত আঞ্চলিক ভাষাৰে জনসাধাৰণক ঐক্যবদ্ধ কৰাৰ প্ৰচেষ্টাত অন্য এটা ঋণাত্মক দিশ উন্মোচিত হ'ল। জ্যোতিৰিন্দ্ৰ দাসগুপ্তৰ ভাষাত—

> এনেধৰণৰ আভ্যন্তৰীণ গোষ্ঠী ঐকাই সততে বহিৰ্গোষ্ঠীৰ লগত সংঘাতৰ কাৰ্যকৰী ক্ষেত্ৰ প্ৰস্তুত কৰিছিল।[১১]

গতিকে দেখা গৈছে, উল্লিখিত পটভূমিৰ পৰিপ্ৰেক্ষিতত ভাষিক-সাংস্কৃতিক চেতনাক কেন্দ্ৰ কৰি 'জনসংখ্যাগত জাতিসত্তাৰ চেতনা' ভাৰতীয় অঙ্গৰাজ্যবোৰৰ ত্ৰিশ আৰু চল্লিশৰ দশকৰ স্বাভাৱিক আৰু ঐতিহাসিক প্ৰৱণতা। এই প্ৰৱণতাটোক কংগ্ৰেছ দল[১২] আৰু অবিভক্ত কমিউনিষ্ট দলেও স্বীকৃতি প্ৰদান কৰিছিল।[১৩]

উল্লিখিত চেতনাৰ মূল দিশটো হ'ল ঐতিহাসিক পটভূমিত, ভাবী ৰাষ্ট্ৰগাঁথনিত প্ৰাদেশিক সত্তাৰ স্বৰূপ নিৰ্ণয়ৰ সমস্যা। লগত জড়িত হৈ থাকিল সংখ্যালঘুৰ সমস্যা। তদুপৰি বৃটিছ প্ৰশাসনতে ভাষিক আৰু সাংস্কৃতিক পৰিচয়ৰ বিকাশ আৰু সংবৰ্ধনমুখী জাতিসমূহ আৰু অ-সম বিকাশৰ সংগত কাৰণতে বলি হোৱা ক্ষুদ্ৰ জাতিসমূহৰ অৱস্থিতি। কিন্তু বৃটিছৰ আৰ্থ-ৰাজনৈতিক পৃষ্ঠপোষকতাত বিত্তৱান শিল্প-ব্যৱসায়ী শ্ৰেণী, শিক্ষিত মধ্যবিত্ত শ্ৰেণী গঢ়ি উঠিছিল। বিদ্যাৱান মধ্যবিত্ত শ্ৰেণীটোৱে যিদৰে ভাৰত-চেতনা সম্প্ৰসাৰিত কৰিছিল, ঠিক তাৰ বিপৰীতে আঞ্চলিক চেতনা গঢ় দিয়াতো এওঁলোকৰ ভূমিকা আছিল গুৰুত্বপূৰ্ণ। সেয়ে কেতিয়াবা, উল্লিখিত শ্ৰেণীসমূহে নিজৰ গোষ্ঠীৰ স্বাৰ্থকে জাতিসত্তাৰ স্বাৰ্থৰূপে প্ৰতিপন্ন কৰাৰ প্ৰচেষ্টাত— অন্যান্য জাতিৰ সংশ্লিষ্ট শ্ৰেণীসমূহৰ লগত সম্পৰ্ক সংঘৰ্ষমূলক হৈছে। এনে অৱস্থাত উল্লিখিত চেতনাত পশ্চাদমুখী চিন্তাৰো সূত্ৰপাত হৈছে।[১৪]

ওপৰৰ আলোচনাৰ পৰা দেখা গৈছে, উল্লিখিত সময়ছোৱাত, ভাৰতৰ বৃহৎ আৰ্থ-ৰাজনৈতিক তথা সামাজিক মঞ্চত ক্ৰিয়াশীল ধাৰা-অনুধাৰাকেইটা তলত উল্লেখ কৰা ধৰণৰ,

(ক) বৃটিছ সাম্ৰাজ্যবাদৰ তীব্ৰ বিৰোধিতাৰে ভাৰতীয় জাতীয়তাবাদৰ অগ্ৰগতি

(খ) ভাষিক-সাংস্কৃতিক ভিত্তিত গঢ়ি উঠা জনসংখ্যাগত প্ৰাদেশিক জাতিসত্তাৰ চেতনা

(গ) ভাৰতীয়-চেতনাৰ পৰিপূৰকৰূপে জাতিসত্তাৰ প্ৰশ্নত স্বৰাজোত্তৰ ভাৰতত আত্ম-নিয়ন্ত্ৰণৰ অধিকাৰৰ আয়তন

উল্লিখিত সৰ্বভাৰতীয় ঘটনাৱলী আৰু সেইবোৰৰ পটভূমিত ক্ৰমবৰ্দ্ধমান চেতনাৰ বিপৰীতে অসমৰ ঘটনাৱলী আৰু চেতনাৰ ধাৰা অনুধাৰাসমূহ তলত উল্লেখ কৰা হ'ল। ১৯২৮ চনৰ পৰা ছিলেট গোৱালপাৰা বিচ্ছেদ আৰু সংৰক্ষণক কেন্দ্ৰ কৰি অসমৰ সামাজিক-ৰাজনৈতিক জীৱনত

---

৯. উল্লিখিত, পৃঃ ১০৬—১১১

১০. উল্লিখিত, পৃঃ ১১৬—১১৭

১১. উল্লিখিত, পৃঃ ১০৮.

১২. দ্ৰ. এ. আৰ. দেশাই, পূৰ্বোল্লিখিত, পৃঃ ৩৮৮,

১৩. এ.আৰ. দেশাই, পূৰ্বোল্লিখিত পৃঃ ৪২৬.

১৪. দ্ৰ. এ. আৰ. দেশাই, পূৰ্বোল্লিখিত, পৃঃ ৩৮৯.

অস্থিৰতাৰ সূত্ৰপাত। পূৰ্ব বঙ্গৰ পৰা হোৱা প্ৰব্ৰজনৰ সমস্যাটোৰ বিশাল আয়তন,.আৰু তৎজনিত কাৰণত অসমৰ আৰ্থ-সাংস্কৃতিক জীৱনত হ'ব পৰা সম্ভাব্য বিপদ সম্পৰ্কে চি. এছ. মুলানৰ মন্তব্য।

১৯৩৫ চনৰ কলিকতা বিশ্ববিদ্যালয়ৰ মাতৃভাষাত শিক্ষা দানৰ ঘোষণা আৰু অসমত তাৰ প্ৰতিক্ৰিয়া, ছিলেট বিভাজনৰ প্ৰতি কেন্দ্ৰীয় নেতৃত্বৰ মনোভাৱ, অসমনিবাসী বঙলাভাষীসকলৰ কিছু সংখ্যকৰ মনোভাৱ, বসন্ত দাসৰ দৰে ব্যৱস্থাপক সভাৰ সদস্যৰ ভূমিকা ('অসম' নামটো সলনি কৰিবলৈ কৰা প্ৰচেষ্টা), 'আসাম ডমিচাইল্ড এণ্ড ছেট্‌লাৰ্ছ এছোচিয়েশ্যন'ৰ ব্ৰহ্মপুত্ৰ উপত্যকাক দ্বিভাষিক অঞ্চলৰূপে ব্যাখ্যা কৰাৰ প্ৰৱণতা আদি গুৰুত্বপূৰ্ণ ঘটনা।[১৫]

বৃটিছসকল অসমলৈ অহাৰ লগে লগে শিক্ষা প্ৰসাৰ, সংস্থান আদিৰ বাবে যথেষ্ট পৰিমাণৰ শিক্ষিত বঙালী লোক অসমলৈ আহে। অসমৰ সামাজিক-জীৱনৰ এটা বুজন অংশ বঙলাভাষী হিন্দু। এই প্ৰব্ৰজিত লোকসকলৰ সমকালীন ভূমিকা কলিকতীয়া সংবাদপত্ৰত প্ৰকাশিত এটি সংবাদেই বহন কৰে। এই সংবাদত উল্লেখ কৰা হৈছিল, পাঁচ লাখতকৈ অধিক বঙলাভাষী হিন্দুৰ মগজু, বিশ হেজাৰ মাৰোৱাৰীৰ সম্পদ, ছয় লাখ শ্ৰমিক (বিহাৰী) চাৰে পাঁচ লাখ শিখৰ কৃষি জ্ঞান, এক লাখতকৈ অধিক নেপালী আৰু অন্যান্য বাসিন্দা ঐক্যবদ্ধ হ'লে নিশ্চয় এই দেশ শাসন কৰিব। অসমীয়া নেতাসকলে ইতিমধ্যে প্ৰদেশখনত অপৰিমিতভাৱে বিস্তৃত হৈ পৰা বঙালীসকলৰ চৰ্ত অনুসৰি থাকিব লাগিব।[১৬]

উল্লিখিত ধৰণৰ চিন্তাধাৰাৰ ফলত অসমৰ সামাজিক-ৰাজনৈতিক জীৱনত 'বৃহত্তৰ বংগ'ৰ ধাৰণা এটি ক্ৰমে প্ৰবাহিত হ'বলৈ ধৰে। এনে ধাৰণাৰ ভেটি শক্তিশালী কৰাত হুমায়ুন কবীৰৰ দৰে বঙালী বুদ্ধিজীৱীসকলে কৰা মন্তব্যবোৰ সহায়ক হ'ল। কবীৰে লেখা এটি প্ৰবন্ধত তেওঁ মন্তব্য কৰিছিল যে ওচৰা-উচৰিকৈ থকা এটা অঞ্চলৰ দহ নিযুত লোকেৰে সৈতে এখন বঙালী ৰাষ্ট্ৰৰ কথাও চিন্তা কৰিব পাৰি। এই ৰাষ্ট্ৰত বৰ্তমানৰ বংগদেশ অসম আৰু বিহাৰৰ দাঁতিকাষৰীয়া জিলা-সমূহো অন্তৰ্ভুক্ত কৰিব পাৰি। বঙালী অধ্যুষিত কাছাৰ, ছিলেট, নগাওঁ, গোৱালপাৰা আদি জিলাবোৰে বংগদেশৰ লগত যোগ দিলে অসম নাথাকিবই।[১৭]

প্ৰব্ৰজনৰ লগত ভাষিক-সাংস্কৃতিক চেতনা প্ৰত্যক্ষভাৱে জড়িত নহয়। মূলতঃ ই এটা অৰ্থনৈতিক সমস্যাহে আছিল। তথাপি ই জনসংখ্যাৰ গাঁথনিৰ দিশৰ পৰা গুৰুত্বপূৰ্ণ হৈ উঠিল। আনহাতে প্ৰব্ৰজিত মুছলমানৰ মধ্যবিত্ত নেতৃত্ব গঢ়ি উঠাত ভাষিক চেতনা গঢ়ি উঠিছে।[১৮] প্ৰব্ৰজনৰ সমস্যাটো কেৱল মধ্যবিত্তৰ ৰাজনৈতিক আকাংক্ষাৰ লগতে জড়িত নাছিল। সমাজৰ অন্যান্য শ্ৰেণী, বিশেষকৈ কৃষকসকলকো চিন্তান্বিত কৰাৰ প্ৰমাণ আছে।[১৯] কিয়নো, প্ৰব্ৰজিতসকলে মূলতঃ মুকলি চৰণীয়া পথাৰবোৰত খোপনি লৈছিল।

স্বস্থানচ্যুত অসমীয়া ভাষা সংক্ৰান্তত উভয় ভাষা-ভাষীৰ মাজত 'প্ৰেম-বিদ্বেষ' চেতনা

---

১৫. অমলেন্দু গুহ, প্লেণ্টাৰ ৰাজ টু স্বৰাজ, পৃঃ ২৫৯-৬০; অৰুণ চন্দ্ৰ ভূঞা, শিবপদ দে, সম্পা. পলিটিকেল হিষ্টৰী অব্ আছাম, খণ্ড-২, পৃঃ ২৮২-৯৪; হৰেন্দ্ৰ নাথ বৰুৱা, 'ৰায়চৌধুৰীক যেনে ভাৱে পাইছিলোঁ', অসম কেশৰী অম্বিকাগিৰী, পৃঃ ৪৪, সম্পা. অক্ষয় কুমাৰ মিশ্ৰ, গোবৰ্ধন দাস।

১৬. দ্ৰ গিৰীন ফুকন, আছামছ্ এটিটিউদ টু ফেডাৰেলিজিম, পৃঃ ২২.

১৭. উল্লিখিত, পৃঃ ২৩.

১৮. অমলেন্দু গুহ, প্লেণ্টাৰ ৰাজ টু স্বৰাজ, পৃঃ ২৫৯

১৯. উল্লিখিত, পৃঃ ২০৫-০৬

১৮৭৩ চনৰ ভাষা পুনৰ্বাসনতে শেষ নহ'ল। এই ক্ষেত্ৰত দীনেশ চন্দ্ৰ সেনৰ দৰে বুদ্ধিজীৱীসকলৰ ভূমিকাও প্ৰশংসাযোগ্য নহয়।[২০]

১৯৩৫ চনত কিছু মাৰোৱাৰীৰ আশীৰ্বাদধন্য হৈ জন্ম হোৱা 'আছাম ডমিচাইল্ড পিপুলছ এণ্ড ছেট্‌লাৰ্ছ এছোচিয়েশ্যনে' মূলতঃ এই সময়ছোৱাত ৰায়বাহাদুৰ কালীচৰণ সেনৰ দৰে ভূ-স্বামী আৰু শিল্পৰ গৰাকীসকলৰ স্বাৰ্থকে বঙলাভাষীসকলৰ স্বাৰ্থৰূপে দেখুৱাৰ প্ৰচেষ্টাও মন কৰিব লগা। উল্লিখিত সংস্থাৰ দ্বিতীয় অধিবেশনত বৃটিছৰাজৰ প্ৰতি অবাধ আনুগত্য প্ৰকাশক প্ৰস্তাৱ সৰ্বসন্মতভাৱে গৃহীত[২১] হোৱাটোও গুৰুত্বপূৰ্ণ।

১৯৩৭ চনৰ মুছলীম লীগৰ পাকিস্থান তত্ত্বৰ লগত অসমৰ সমকালীন মুছলীম ৰাজনীতি জড়িত হৈ পৰে। মৌলানা ভাছানীৰ দৰে নেতা এনে ৰাজনীতিৰে সৃষ্টি।

তৃতীয়-চতুৰ্থ দশকত অসমৰ জাতীয় জীৱনত অন্য দুটি চেতনা গঢ়ি উঠা দেখা গৈছে। জনজাতি-অজনজাতি আৰু আন্তঃগোষ্ঠীসংঘাত আৰু বিচ্ছিন্নতাবাদী চিন্তা।[২৩] কিন্তু আন্তঃগোষ্ঠীগত সংঘাত থাকিলেও অস্তিত্ব সংকটৰ ভীতি সৰ্বস্তৰতে দেখা গৈছে।

আনহাতেদি প্ৰব্ৰজিতসকলৰ ভিতৰতো হিন্দু আৰু মুছলমানসকলৰ মানসিকতা ভিন্ন ধৰণৰ আছিল। এই বিষয়ে অমলেন্দু গুহই লেখিছে,

> কম-বেছি পৰিমাণে মুছলমান প্ৰব্ৰজিতসকল ভাষা সংৰক্ষণতকৈ মাটি দখলতহে আগ্ৰহী আছিল। .................বঙালী হিন্দুসকলৰ বিশেষকৈ, নগৰ অঞ্চলৰ প্ৰভাৱশীল অংশটোৰ দৃষ্টিভংগী পৃথক আছিল। তেওঁলোকৰ নেতাসকলে ব্ৰহ্মপুত্ৰ উপত্যকাক দ্বিভাষী অঞ্চলৰূপে বিবেচনা কৰিছিল।[২৪]

ওপৰৰ আলোচনাৰ পৰা এইটো স্পষ্ট হৈছে যে,— উল্লিখিত সময়ছোৱাৰ অসমৰ সামাজিক-ৰাজনৈতিক জীৱনৰ প্ৰৱণতা সমূহ এনে ধৰণৰ

(ক) বৃটিছ সাম্ৰাজ্যবাদৰ বিৰোধিতা আৰু ভাৰত-চেতনা।

(খ) ভাষিক-সাংস্কৃতিক ভেটিত ভিন্ন জাতিসত্তাৰ নিৰংকুশভাৱে সংৰক্ষণ চেতনা।

(গ) প্ৰব্ৰজনে অস্তিত্ব বিপন্ন কৰাৰ চেতনা।

(ঘ) আন্তঃ গোষ্ঠী পৰিচয়ানুসন্ধান চেতনা।

(ঙ) ভাষা-সংস্কৃতিকেন্দ্ৰিক ঐক্যবদ্ধ প্ৰশাসনিক প্ৰাদেশিক গোট সৃষ্টিৰ সৰ্বভাৰতীয় চেতনাৰ বিৰুদ্ধবাদী চেতনা। উল্লেখযোগ্য, এই চেতনাও ভাষা-সংস্কৃতিকেন্দ্ৰিক।

উল্লিখিত চেতনাৰ ধাৰা, অনুধাৰাসমূহে অম্বিকাগিৰীৰ জীৱনাদৰ্শ কেনেদৰে নিয়ন্ত্ৰিত কৰিছিল সেই কথা আলোচনা কৰা হওক। দেশজ চেতনা আৰু কালচেতনাক অস্বীকাৰ কৰা প্ৰতিভাশালী লোকৰ পক্ষে সম্ভৱপৰ নহয়।

পূৰ্বতে অম্বিকাগিৰীৰ চিন্তাধাৰাই কেনেকৈ পৰিৱৰ্তিত ৰাজনৈতিক আৰু সামাজিক

---

২০. দ্ৰ. দীনেশ চন্দ্ৰ সেন, বঙ্গভাষা ও সাহিত্য, পৃঃ ১৩৪-৩৭. হিষ্টৰী অৱ্ বেংগলী লেংগুৱেজ এণ্ড লিটাৰেচাৰ, পৃঃ ১১০-১১৪

২১. দ্ৰ. অমলেন্দু গুহ, উল্লিখিত, পৃঃ ২১৪-১৫.

২২. অমলেন্দু গুহ, পূৰ্বোল্লিখিত, পৃঃ ২১৪-১৫.

২৩. গিৰীন ফুকন, পূৰ্বোল্লিখিত, পৃঃ ৪৬-৬৭.

২৪. দ্ৰ. অমলেন্দু গুহ, পূৰ্বোল্লিখিত, পৃঃ ২৫৯.

পৰিস্থিতিত কেনেদৰে বাগৰ সলাইছিল সেই বিষয়ে উল্লেখ কৰা হৈছে।[২৫] সন্ত্ৰাসবাদেৰে ভাৰতক মুক্ত কৰাৰ চিন্তাদৰ্শৰ অনুগামী অম্বিকাগিৰী সমকালৰ ভাৰত আৰু অসমৰ ঐতিহাসিক ঘটনাৱলীৰ পটভূমিত অহিংসাবাদৰ অনুগামী হৈছিল। এই সময়ছোৱাৰ অম্বিকাগিৰী ৰাজনৈতিক বুদ্ধিজীৱী। শিল্পী সত্তাটো ক্ৰমে তল পৰিছে। এই সময়ৰ তেওঁৰ বৌদ্ধিক চিন্তা চৰ্চা ভাষিক-সাংস্কৃতিক চেতনা নিৰ্ভৰ হ'লেও সচেতনভাবে তেওঁ চেষ্টা কৰিছিল ভাৰত-চেতনা আৰু অসম-চেতনাৰ এটি সংশ্লেষণ সৃষ্টি কৰিবলৈ। অৰ্থাৎ অসমীয়া জাতীয়তাবাদৰ এটি আৰ্থ-ৰাজনৈতিক দৰ্শন সৃষ্টি কৰিবলৈ প্ৰয়াস কৰিছিল। তদুপৰি ভাৰত-চেতনাৰ লগত বিশ্ব-চেতনাৰো সমন্বয় সাধনাৰ প্ৰচেষ্টাত প্ৰবৃত্ত হৈছিল।

বৰ্তমান আলোচ্য স্তৰটোৰ ঐতিহাসিক ঘটনাৱলীয়ে অম্বিকাগিৰীৰ চিন্তাত প্ৰথম স্তৰতে দেখা পোৱা অসম-চেতনা, দ্বিতীয় স্তৰত যি সঞ্চৰণশীল বিস্তৃতি লাভৰ প্ৰৱণতাৰে প্ৰাচুৰ্য হৈছিল তাৰ সুঁতি সলাই পেলালে। প্ৰখৰ অসমীয়া জাতীয়তাবাদী চেতনাই এই কালডোখৰত তেওঁৰ মানসিক পৰিমণ্ডল আগুৰি থকা দেখা যায়। অৱশ্যে এই চেতনা দেশ আৰু কালৰ পৰা আহৃত। এই সময়ছোৱাৰ ৰায়চৌধুৰীৰ দৃষ্টিভংগী প্ৰকাশক ৰচনাবোৰ 'ডেকা-ডেকেৰীৰ বেদ' (১৯৩৫/১৯৪২), 'স্বাধীন পঞ্চায়ৎ ৰাষ্ট্ৰ গঠনৰ প্ৰাথমিক আঁচনি' (১৯৪২) 'অসম আত্মৰক্ষী বাহিনী গঠন' (১৯৪৬) ডেকা অসমৰ সম্পাদকীয় নিবন্ধসমূহ আৰু অসম সাহিত্য সভাৰ সভাপতি, (১৯৫০)ৰ অভিভাষণখনি। উল্লিখিত ৰচনাসমূহত প্ৰকাশিত বক্তব্যই ৰায়চৌধুৰীৰ জীৱনাদৰ্শৰ এই স্তৰৰ আঁত দিব।

১৯৩২ চনৰ আইন অমান্য আন্দোলনলৈকে অম্বিকাগিৰী কংগ্ৰেছৰ সক্ৰিয় কৰ্মী। স্বাভাৱিকভাৱেই কংগ্ৰেছ প্ৰদৰ্শিত আদৰ্শৰ তেওঁ অনুগামী।[২৬] কিন্তু ভাৰতীয় ৰাজনৈতিক ক্ষেত্ৰত হোৱা পৰিৱৰ্তনৰ ধাৰাসমূহ, অসমৰ সামাজিক-ৰাজনৈতিক জীৱনৰ প্ৰৱণতাসমূহ, ঊনবিংশ শতিকাৰ অসমীয়া জাতীয় জীৱনৰ তিক্ত ঐতিহাসিক ঘটনাৰ পটভূমিত প্ৰবাহিত জাতীয় চেতনা, অসমৰ চহকী সাংস্কৃতিক ঐতিহ্য, আদিয়ে এই স্তৰটোত অম্বিকাগিৰীক ভাৰত-চেতনাক অস্বীকাৰ নকৰিও অসম-চেতনাক সুদৃঢ়ভাৱে গ্ৰহণ কৰাৰ মানসিকতা দিয়ে। জাতীয় কংগ্ৰেছৰ লগত থকা তেওঁৰ সম্পৰ্ক ক্ৰমে সোলোক-ঢোলোক হয় আৰু মহাজাতিৰ চিন্তাতকৈ জাতিৰ চিন্তাত তেওঁৰ চিন্তা নিয়োজিত হয়।

আলোচ্য সময়খিনিত অম্বিকাগিৰীৰ জীৱনাদৰ্শ হ'ল 'জাতীয় ঘৰ', 'জাতীয় শৰীৰ' 'জাতীয় দেশ'ৰ 'সংৰক্ষণ' 'পৰিপোষণ' আৰু 'পৰিবৰ্ধন'। অম্বিকাগিৰীৰ নিজস্ব ধাৰণামতে নিজৰ মাটিডৰাত, নিজৰ ভাষাৰ যোগেদিহে সত্যৰ প্ৰথম বিকাশ ঘটে। ক্ৰমে এই সত্যই দেশক ভেটি কৰি বিশ্বমানৱতালৈ আগবাঢ়ে।[২৭]

এই দৃষ্টিভংগীৰে ৰায়চৌধুৰীয়ে 'ডেকা-অসম'ৰ পৰিকল্পনা কৰিছে।[২৮] সেই বাবেই তেওঁ জাতীয়তাবাদৰ কথা উল্লেখ কৰোঁতে ঐতিহাসিক কাৰণত অ-সম আৰ্থ-ৰাজনৈতিক বিকাশ, অসমৰ জাতীয় জীৱনৰ ঐতিহাসিক সমস্যা আৰু সংকট, স্বৰাজোত্তৰ ভাৰতত প্ৰাদেশিক সত্তাসমূহৰ

---

২৫. পূৰ্ববৰ্তী, ৩.০১, ৩.০২

২৬. অৰুণ চন্দ্ৰ ভূঞা আৰু অন্যান্য (সম্পা.) পূৰ্বোল্লিখিত, পৃঃ ১৪৬, পৰৱৰ্তী, ৫.০১

২৭. অম্বিকাগিৰী ৰায়চৌধুৰী, ডেকা-ডেকেৰীৰ বেদ, আহুতি, অম্বিকাগিৰী ৰায়চৌধুৰী ৰচনাৱলী, পৃঃ ৫০৯-১১, ৬০২-০৩ দ্ৰ. তিলক দাস, অম্বিকাগিৰী আৰু তেওঁৰ জীৱন দৰ্শন, পৃঃ ১০১-০৬

২৮. অম্বিকাগিৰী ৰায়চৌধুৰী, ডেকা ডেকেৰীৰ বেদ অম্বিকাগিৰী ৰায়চৌধুৰী ৰচনাৱলী, পৃঃ ৫০৯-৫২৮.

অস্তিত্ব— এই তিনিওটা চিন্তাক পৃষ্ঠভূমিৰূপে লৈ অসমীয়া জাতিৰ পৰিপ্ৰেক্ষিততে কৰিছে। উল্লিখিত সমস্যা আৰু সংকটৰ প্ৰৰিপ্ৰেক্ষিততে তেওঁ জাতীয়তাবাদক আত্মৰক্ষামূলক আৰু আক্ৰমণাত্মকৰূপে চিহ্নিত কৰিছে। প্ৰসঙ্গত, এই চিন্তা সদৃশ নহ'লেও, লেনিনৰ ক্ষুদ্ৰ জাতিসত্তাৰ জাতীয়তাবাদ আৰু বৃহৎ জাতিৰ জাতীয়তাবাদৰ কথাখিনি উল্লেখযোগ্য।[২৯] গতিকে, অম্বিকাগিৰীয়ে অসমীয়া জাতীয় জীৱনটো নিৰহ-নিপানী কৰিব খোজে। কাৰণ—

> ভাৰতীয় মহাজাতিৰ জাতীয় স্বাধীনতা লাভৰ বাবে চলোৱা সংগ্ৰামৰ আগখিনিত অসমীয়াই তাৰ নিজৰ জাতীয় স্বাধীনতাৰ সবল সত্তাৰ আদৰ্শটো আগত তুলি ধৰি লৈহে আগবাঢ়িব লাগিব— যি কোনো দৰৰ শোষণ-ক্ৰিয়াকেই অসমীয়া জাতীয় জীৱনৰ পৰা খহাই পেলাই পোনপ্ৰথমতে সেইবোৰ নিশ্চিহ্ন কৰিব লাগিব— সেইটো বাহিৰৰ পৰা অহাই হওক, নাইবা ভিতৰৰ পৰা উঠাই হওক।[৩০]

গতিকে, 'প্ৰাকৃতিক বিধান' অনুসৰি 'ভাষা, সাহিত্য, সংস্কৃতি, চিন্তাপ্ৰণালী, আচাৰ-নীতি, জীৱিকা-নিৰ্বাহ সমাজ, আদৰ্শ" আদিক ভিত্তিৰূপে লৈ গঢ়ি উঠা 'সমূহীয়া দেশ' বা 'জাতীয় শৰীৰ'টো 'সংৰক্ষণ, পৰিপোষণ আৰু পৰিবৰ্দ্ধন'[৩১] কৰাটো প্ৰয়োজনীয় কথা। সেই বাবেই "অসমৰ ৰাজনৈতিক সাল-সলনিৰ সময়তো অসমীয়াই তাৰ এই জাতীয় স্বাধীনতাৰ আদৰ্শটোকেই আগত ৰাখি সকলো সমস্যাৰ সমাধান বিচাৰিব লাগিব"।[৩২] এনে দৃষ্টিভংগীৰেই তেওঁ অসম জাতীয় মহাসভাৰ ৰ্ণৰ পৰা কংগ্ৰেছৰ কেন্দ্ৰীয় নেতৃত্বৰ সন্মুখত প্ৰব্ৰজন আৰু ছিলেট বিভাজনৰ দাবী উত্থাপন কৰিছে।[৩৩] এই দাবীৰ মূল সুৰ ওপৰত উল্লেখ কৰি অহা "জনসংখ্যাগত জাতিসত্তা"ৰ চেতনাজনিত। এই চেতনাৰ ভেটিও ভাষিক-সাংস্কৃতিক। মূলতঃ এই চিন্তা আত্ম নিয়ন্ত্ৰণৰ অধিকাৰৰ পৰা ভিন বুলি ধৰিব নোৱাৰি। আনহাতেদি 'আত্মৰক্ষামূলক' বুলি প্ৰতিষ্ঠা কৰাৰ প্ৰৱণতাৰ অন্তৰালত ঐতিহাসিক ঘটনা সংঘাত আৰু পৰম্পৰা উদ্ভূত। তদুপৰি, অসমৰ সামাজিক-ৰাজনৈতিক জীৱনৰ প্ৰৱণতা, লোকপিয়লৰ পৰিসংখ্যা, আদিও তাৎক্ষণিক কাৰণ। সেই বাবে তেওঁ 'চেপ্লাছ চযৰ' কৰিছে।[৩৪] গতিকে তেওঁৰ অনুভৱ—

> জাতীয় ঘৰ, জাতীয় দেশ, জাতীয় জীৱনৰ অস্তিত্ব আজি বলিশালত,— মাটিবাৰী, ধন -সম্পত্তি, ভাষা-সাহিত্য সংস্কৃতি ধৰ্ম-কৰ্ম সকলো আজি মৃত্যুৰ গৰাহত।[৩৫]

দেখা গৈছে, ক্ৰমে 'অস্তিত্ব ভীতি'ৰ চেতনা ৰায়চৌধুৰীৰ মানসিক পৰিমণ্ডলত অধিক ক্ৰিয়াশীল হৈছে। কিন্তু এই অস্তিত্ব ভীতিৰ চেতনাৰ আগতেই ৰায়চৌধুৰীয়ে অনুভৱ কৰিছিল আত্ম নিয়ন্ত্ৰণৰ প্ৰাদেশিক অধিকাৰ—

> অসমীয়াক লাগে,— নিজ দেশত তাৰ আত্মনিয়ন্ত্ৰণৰ নিৰ্ব্বিবাদ অধিকাৰ; — অসমীয়াক লাগে, তাৰ নিজ দেশত এক জাতীয়তা (homogenity);—

---

২৯. অম্বিকাগিৰী ৰায়চৌধুৰী, আহুতি'উল্লিখিত পৃঃ ৬০৩, পূৰ্ব্ববৰ্তী, ০.০৩
৩০. অম্বিকাগিৰী ৰায়চৌধুৰী, আহুতি, পূৰ্বোল্লিখিত, পৃঃ ৫৮৪
৩১. অম্বিকাগিৰী ৰায়চৌধুৰী, ডেকা-ডেকেৰীৰ বেদ, পূৰ্বোল্লিখিত, পৃঃ ৫০৯
৩২. অম্বিকাগিৰী ৰায়চৌধুৰী, আহুতি পূৰ্বোল্লিখিত, পৃঃ ৫৮৪
৩৩. দ্ৰ. অৰুণ চন্দ্ৰ ভূঞা আৰু অন্যান্য (সম্পা.) পূৰ্বোল্লিখিত, পৃঃ ২৯৪.
৩৪. দ্ৰ. তিলক দাস, পূৰ্বোল্লিখিত, পৃঃ ১৪৬-১৬৪.
৩৫. অম্বিকাগিৰী ৰায়চৌধুৰী, আহুতি, পূৰ্বোল্লিখিত, পৃঃ ৬১৭.

অসমীয়াক লাগে নিজ দেশৰ আৰ্থিক, সামাজিক, সাংস্কৃতিক আৰু ৰাজনৈতিক সমস্যাৰ সমাধান, যিবিলাকৰ সমাধান সি আন কোনো প্ৰদেশত আশা কৰা অসম্ভৱ;— অসমীয়াক লাগে, নিজৰ আদৰ্শৰ পথেৰে নিজ দেশত তাৰ আত্মবিকাশৰ মুকলি অধিকাৰৰ পূৰ্ণ স্বাধীনতা, যিটো সি বিভিন্ন আদৰ্শযুক্ত লোকৰ সংখ্যাধিক্যত লাভ কৰিবৰ তাৰ আশা নাই।[৩৬]

সেই হেতুকে, ভাৰতবৰ্ষই সামূহিকভাৱে স্বাধীনতা সংগ্ৰামেৰে "নিজৰ জীৱনৰ মুক্ত ৰূপ" বিচাৰি অভিযান কৰোঁতে "অসমেও তাৰ নিজস্ব মুক্তিৰ সপোন লৈ তাৰ যোগ্য সহগামী" হোৱাৰ আকাংক্ষা ৰায়চৌধুৰীৰ জীৱনাদৰ্শৰ প্ৰয়োজনীয় দিশ। উল্লিখিত 'নিজস্ব মুক্তি' আৰু 'যোগ্য সহগামী' হোৱাৰ বাবে অসমীয়া জাতীয় জীৱনৰ বাবে "সংৰক্ষিণী" জীৱনাদৰ্শৰ প্ৰয়োজন বুলি অনুভৱ কৰিছিল আৰু সেই বাবেই "অসম সংৰক্ষিণী সভা' আৰু "অসম জাতীয় মহাসভা'ৰ তৰফৰ পৰা "অসম অসমীয়াৰ বাবে" এনে ধৰণৰ এটি আপ্ত বাক্যৰ প্ৰবক্তা হৈ উঠিছিল। এই সংৰক্ষিণী চিন্তাৰ লগত সংগতি ৰক্ষা কৰি সংমিশ্ৰণৰ ধাৰাৰ মাজেদি অসমীয়া জাতি আৰু জাতীয়তাবাদৰ ভেটি সুদৃঢ় কৰিবলৈ বিচাৰিছিল। কিয়নো—

অসমীয়াৰ বৰ্দ্ধমান জাতীয় জীৱনৰ পক্ষে তাৰ নিজ দেশত আনৰ গড় মিলবিলাক সমিল-মিলকৈ লৈ তাৰ পৰিপুষ্টিৰ বাবে প্ৰশস্ত পথ উলিয়াই লোৱাটো অনিবাৰ্য হৈ উঠিছে।[৩৭]

উল্লিখিত ধ্যান-ধাৰণাৰ বাবেই ৰায়চৌধুৰীয়ে আন্তঃ ৰাজ্যিক প্ৰব্ৰজন জনিত সমস্যাই যাতে অন্তৰ্কন্দলৰ সৃষ্টি নকৰে তাৰ বাবে প্ৰব্ৰজিত লোকসংঘ বিভিন্ন প্ৰদেশত সংমিশ্লিত হোৱাত গুৰুত্ব দিছিল এনেদৰে— "প্ৰদেশে প্ৰদেশে স্থায়ীভাৱে বাস কৰা আন প্ৰদেশৰ লোকসকল সকলো বিষয়তে সেই প্ৰদেশৰ লোক হৈ পৰক"।[৩৮] এই ক্ষেত্ৰত গান্ধীজীৰ চিন্তাৰ লগত অম্বিকাগিৰীৰ চিন্তা সদৃশ ধৰণৰ আছিল বুলি কোনো কোনোৱে আঙুলিয়াই দিছে।[৩৯]

স্বৰাজোত্তৰ ভাৰতবৰ্ষৰ যুক্তৰাষ্ট্ৰীয় গাঁথনিতো প্ৰাদেশিক স্বকীয়তা ৰক্ষা কৰাৰ সপক্ষে অম্বিকাগিৰীয়ে মতপোষণ কৰিছিল। সংশ্লিষ্ট মতামত দ্ব্যৰ্থহীন—

স্বাধীন ভাৰত গঢ় লৈ উঠিব প্ৰত্যেক বিশেষত্ব যুক্ত সবল প্ৰদেশবিলাকৰ সংযোগত যুক্তৰাষ্ট্ৰ হৈ। তেতিয়া ভাৰত যুক্তৰাষ্ট্ৰৰ উমৈহতীয়া স্বাৰ্থৰ বাহিৰেও, প্ৰতিখন প্ৰদেশৰ একোটা নিজস্ব স্বাৰ্থও নিশ্চয় থাকিব। আৰু সেই স্বাৰ্থ সৰ্বতোভাৱে সংৰক্ষণ, সংবৰ্দ্ধন আৰু অব্যাহত ৰাখিবলৈ প্ৰতিখনৰ নিজ নিজ প্ৰাদেশিক স্বাধীনতা অধিকাৰো থাকিব।[৪০]

স্বৰাজোত্তৰ ভাৰতৰ ৰাষ্ট্ৰ গাঁথনিৰ চৰিত্ৰ উল্লিখিত ধৰণৰ নহ'লে বিপাকৰ সম্ভাৱনা

---

৩৬. অম্বিকাগিৰী ৰায়চৌধুৰী, আহুতি, পূৰ্বোল্লিখিত, পৃঃ ৬২২.

৩৭. অম্বিকাগিৰী ৰায়চৌধুৰী, 'আহুতি, পূৰ্বোল্লিখিত, পৃঃ ৬২৩, ৮০৮
দ্ৰ. তিলক দাস, পূৰ্বোল্লিখিত, পৃঃ ৮৭-১০১.

৩৮. অম্বিকাগিৰী ৰায়চৌধুৰী, 'সংৰক্ষিণী দৰ্শন' পূৰ্বোল্লিখিত, পৃঃ ৮১৭.

৩৯. দ্ৰ. অজিত কুমাৰ শৰ্মা, 'অম্বিকাগিৰীৰ ৰাজনৈতিক চিন্তাধাৰা', অসম কেশৰী অম্বিকাগিৰী, (সম্পা. অক্ষয় কুমাৰ মিশ্ৰ, গোবৰ্ধন দাস, পৃঃ ১১১. তিলক দাস, পূৰ্বোল্লিখিত, পৃঃ ৫৩. পূৰ্বোল্লিখিত,

৪০. অম্বিকাগিৰী ৰায়চৌধুৰী, 'সংৰক্ষিণী দৰ্শন', পূৰ্বোল্লিখিত, পৃঃ ৮১৫.

অম্বিকাগিৰীয়ে অনুমান কৰিছিল। প্ৰাদেশিক সত্তাবিলাকৰ অধিকাৰৰ আয়তন নিৰ্দিষ্ট পৰিমাপক নহ'লে প্ৰাদেশিক জাতি-সত্তাই কোনো কোনো সময়ত আগ্ৰাসী ভূমিকা গ্ৰহণ কৰিব পাৰে বুলি অনুমান কৰিছিল। অম্বিকাগিৰীৰ অনুমানৰ যথাৰ্থতা তলত উল্লিখিত সংবাদটিয়েই বহন কৰে,

> বিহাৰ আৰু অসমৰ বঙলাভাষী অঞ্চলবোৰ শান্তিপূৰ্ণভাৱে বংগদেশৰ লগত নাসাঙুৰিলে প্ৰতিষ্ঠিত প্ৰশাসনৰ বিৰুদ্ধে বঙালীসকলে সহিংস সংগ্ৰামেৰে তেওঁলোকৰ দাবী পূৰণ কৰিব। সেই বাবে বৰ্তমান বঙালীসকলৰ কাম হ'ব শক্তি সঞ্চয়, সামৰিক প্ৰশিক্ষণ আৰু ব্যৱসায় বৃদ্ধিকৰণ।[৪১]

উল্লিখিত সংবাদটি প্ৰকাশ হৈছিল কলকিতীয়া সংবাদপত্ৰত স্বাধীনতাৰ পাছত। অম্বিকাগিৰীয়ে আগ্ৰাসী ভূমিকাৰ বিষয়ে বিশেষকৈ অসমৰ ক্ষেত্ৰত "বিদ্যা-বুদ্ধি, ধনবল, জনবল যুক্ত" বঙালী জাতিৰ কথাটো উনুকিয়াইছিল। এনে মনোভাৱৰ উৎস "আত্মচৈতন্যবিহীন, জাতীয় ভাৱহীন, জনবল আৰু মনোবলত দুৰ্বল" অসমীয়াৰ জাতীয় জীৱন, "অতীত আৰু বৰ্তমানৰ তেওঁলোকৰ অসমীয়াৰ প্ৰতি ব্যৱহাৰবিলাক".............।[৪২]

সংশ্লিষ্ট দৃষ্টিভংগীৰে "সমগ্ৰ মানৱ জগতৰ সাম্যৰ শান্তি সংস্থাপনৰ আদৰ্শ আগত ৰাখি সৰ্বপ্ৰথমে তাৰ নিজস্ব সামূহিক স্থিতি"টো "প্ৰস্তুত" কৰিবলৈ 'ডেকা অসম'ৰ পৰিকল্পনা কৰিছে। ডেকা অসমৰ লক্ষ্য (ক) সামূহিক শোষণ মুক্তি (খ) মানৱৰ ঐক্য আৰু মংগল (গ) পুঁজিবাদ, সাম্ৰাজ্যবাদ বিৰোধিতা (ঘ) প্ৰব্ৰজিতসকলক সংমিশ্ৰিত কৰি লোৱা। এইখিনি কৰিবলৈকে সাতোটা স্তৰত বিভক্ত কৰি সংগঠনৰ পৰিকল্পনা কৰিছে। পৰিকল্পনাত দুৰ্বল অসমীয়া জাতিক ৰাজনৈতিক দৰ্শন এটি দিয়াৰ প্ৰচেষ্টা স্পষ্ট।[৪৩]

অম্বিকাগিৰী ৰাজনৈতিক-দাৰ্শনিক নহয়। সমকালীন কোনো নিৰ্দিষ্ট দাৰ্শনিক স্কুলৰ অনুগামীও নহয়। ভাৰতৰ নৱজাগৰণে সৃষ্টি কৰা সৃষ্টিশীল প্ৰেৰণাত উদ্বুদ্ধ হৈ অসমৰ কিছু লোকে ৰাষ্ট্ৰ গাঁথনি, বিশ্বশান্তি আদিৰ বিষয়ে নিজস্বভাৱে কিছু চিন্তা-চৰ্চা কৰিছিল। এই প্ৰসঙ্গত জ্যোতিপ্ৰসাদৰ নামো উল্লেখ কৰিব পাৰি।[৪৪] জ্যোতিপ্ৰসাদৰ 'শিল্পীৰ পৃথিৱী' আৰু অম্বিকাগিৰীৰ 'জগতৰ শেষ আদৰ্শ আৰু বিশ্ব শান্তি স্থাপনৰ পথ', 'ভৱিষ্যৎ ৰাষ্ট্ৰ বা মানৱতন্ত্ৰ' আৰু স্বাধীন পঞ্চায়ৎ ৰাষ্ট্ৰ গঠনৰ প্ৰাথমিক আঁচনি— এই দিশত উল্লেখনীয়। আমাৰ আলোচ্য জীৱনাদৰ্শৰ তৃতীয় পৰ্বতে শেষৰ গ্ৰন্থখনি প্ৰকাশ কৰিছে। এই ৰচনাতে অম্বিকাগিৰীয়ে তেওঁৰ চিন্তাক এটি তত্ত্বৰ ৰূপত প্ৰতিষ্ঠা কৰাৰ প্ৰৱণতা দেখা যায়।[৪৫]

ভাৰত আৰু অসমৰ পটভূমিত, গ্ৰাম্য জীৱনক ভেটিৰূপে লৈ সাতোটা স্তৰত পঞ্চায়ৎ ৰাষ্ট্ৰৰ পৰিকল্পনা কৰিছে। ৰায়চৌধুৰীৰ বিভাজিত স্তৰকেইটা হ'ল— (ক) প্ৰাথমিক পঞ্চায়ৎ (খ) গাঁৱলীয়া পঞ্চায়ৎ (গ) জন পঞ্চায়ৎ (ঘ) সমূহ পঞ্চায়ৎ (ঙ) সাধাৰণ পঞ্চায়ৎ (চ) জাতীয় পঞ্চায়ৎ (ছ) মহাজাতীয় পঞ্চায়ৎ।[৪৬]

---

৪১. দ্ৰ. গিৰীন ফুকন, পূৰ্বোল্লিখিত, পাদটীকা, ৭৮; অধ্যায়-১, পৃঃ ৪১.
৪২. অম্বিকাগিৰী ৰায়চৌধুৰী, 'সংৰক্ষিণী দৰ্শন' পূৰ্বোল্লিখিত, পৃঃ ৮১৫-১৬
৪৩. অম্বিকাগিৰী ৰায়চৌধুৰী, ডেকা ডেকেৰীৰ বেদ, পূৰ্বোল্লিখিত,
৪৪. জ্যোতিপ্ৰসাদ আগৰৱালা, শিল্পীৰ পৃথিৱী, জ্যোতিপ্ৰসাদ ৰচনাৱলী; পৃঃ ৪১১-৪৩৭, (সম্পা.)- সত্যেন্দ্ৰনাথ শৰ্মা আৰু অন্যান্য।
৪৫. প্ৰকাশ, ১৯৪২.
৪৬. অম্বিকাগিৰী ৰায়চৌধুৰী, পঞ্চায়ৎ ৰাষ্ট্ৰগঠনৰ প্ৰাথমিক আঁচনি, পূৰ্বোল্লিখিত, পৃঃ ৫৩৩.

দ্বিতীয় পৰ্ব আৰু বৰ্তমান আলোচ্য পৰ্বত যি চিন্তাধাৰা প্ৰকাশ পাইছে সেই চিন্তাধাৰাকে এই আঁচনিত তাত্ত্বিক ৰূপ দিছে। এই আঁচনিতে অম্বিকাগিৰীৰ স্বৰাজোত্তৰ ভাৰতবৰ্ষৰ ৰাষ্ট্ৰ-গাঁথনিৰ স্বৰূপ চিন্তা প্ৰকাশ হৈছে। ৰায়চৌধুৰীৰ পঞ্চায়ৎ ৰাষ্ট্ৰৰ গাঁথনিৰ স্বৰূপ আমি তলত দিয়াৰ দৰে ব্যাখ্যাবদ্ধ কৰিব পাৰোঁ।

(১) স্বাধীন মহাজাতীয় পঞ্চায়ৎ ৰাষ্ট্ৰ পৰিষদ— ঐক্যবদ্ধ ভাৰতবৰ্ষ।

(২) স্বাধীন জাতীয় পঞ্চায়ৎ ৰাষ্ট্ৰ পৰিষদ— প্ৰাদেশিক সত্তা।

(ক) স্বাধীন জাতীয় পঞ্চায় ৰাষ্ট্ৰ পৰিষদৰ স্বাধীন উপৰাষ্ট্ৰ (Independent Sub Unit) সংগঠন—

এই তিনিটা স্তৰেই বিশেষ গুৰুত্বপূৰ্ণ। কিয়নো বাকী যি পাঁচোটা ৰাষ্ট্ৰাংগৰ উল্লেখ কৰিছে সেইকেইটা জাতীয় পঞ্চায়ৎ ৰাষ্ট্ৰ পৰিষদৰ অন্তৰ্ভুক্ত আৰু ক্ৰমান্বয়ে গাঁৱলৈকে সাঙুৰি পেলাইছে।[৪৭]

অম্বিকাগিৰীৰ বিশ্লেষণ অনুসৰি 'ঐতিহাসিক জাতিগত ধাৰাৰে ভাষা-সংস্কৃতিভিত্তিত' স্বাধীন স্বাধীন পঞ্চায়ৎ ৰাষ্ট্ৰসমূহ গঠিত হ'ব। স্বাধীন জাতীয় পঞ্চায়ৎ ৰাষ্ট্ৰ পৰিষদসমূহ মিলি, 'স্বাধীন মহাজাতীয় পঞ্চায়ৎ ৰাষ্ট্ৰ পৰিষদ গঠিত হ'ব।[৪৮]

কিন্তু জাতীয় ৰাষ্ট্ৰপৰিষদৰ অন্তৰ্ভুক্ত স্বাধীন উপৰাষ্ট্ৰসমূহত 'মূল অধিবাসীসকলৰ ইচ্ছামতে "তেওঁলোকৰ ভাষা, সংস্কৃতি, অৰ্থ, সমাজনীতিত সম্পূৰ্ণ স্বাধীনতা থাকিব।"[৪৯] তদুপৰি এই উপৰাষ্ট্ৰবিলাকৰ "কাম-কাজবিলাকো তেওঁলোকৰ নিজ নিজ জাতীয় ভাষাত" চলিব।[৫০]

'জাতীয় পঞ্চায়ৎ ৰাষ্ট্ৰ-পৰিষদত' 'ভৌগোলিক সীমাৰ' বাহিৰৰ কোনো ভাষাগত, ধৰ্মগত, অৰ্থগত, ৰাজনীতিগত' অধিকাৰ ৰাষ্ট্ৰীয় নহ'ব। 'শ্ৰেণীগত বা খেলগত ঘৰুৱা অধিকাৰ' স্বীকৃত হ'ব।[৫১]

উল্লিখিত পৰিকল্পনাতো ভাষিক-সাংস্কৃতিকভিত্তিত জাতীয় ৰাষ্ট্ৰ অৰ্থাৎ প্ৰাদেশিক সত্তাসমূহৰ সংগঠনৰ ইঙ্গিতেই আছে। কিন্তু এই স্তৰটোত উল্লেখযোগ্য চিন্তাৰ দিশ হ'ল থলুৱা জনগোষ্ঠীসমূহৰ স্ব-শাসনৰ অধিকাৰৰ সু-ষম স্বীকৃতি। অম্বিকাগিৰীৰ চিন্তাদৰ্শৰ এইটো গুৰুত্বপূৰ্ণ দিশ। তদুপৰি এই স্তৰত সংখ্যালঘুসকলৰ ভাষিক-সাংস্কৃতিক স্বীকৃতি মন কৰিবলগীয়া। অৱশ্যে 'শ্ৰেণীগত' বা 'খেলগত' অধিকাৰৰ সুস্পষ্ট ব্যাখ্যা ৰায়চৌধুৰীয়ে দিয়া নাই।

পঞ্চায়ৎ ৰাষ্ট্ৰৰ পৰিকল্পনাতো জাতিগত আত্মনিয়ন্ত্ৰণৰ অধিকাৰৰ বিষয়টোৱেই পৰোক্ষভাৱে ভুমুকি মাৰিছে।

ওপৰৰ আলোচনাৰ পৰা দেখা গৈছে ভাৰতীয় সামাজিক-ৰাজনৈতিক আৰু অসমৰ সামাজিক-ৰাজনৈতিক ঘটনাৱলীয়েই অম্বিকাগিৰীৰ চিন্তা-চেতনাক নিয়ন্ত্ৰিত কৰিছে। উল্লিখিত দুয়ো ক্ষেত্ৰৰে ঘটনাস্ৰোতে ৰায়চৌধুৰীক পোনে পোনে আঘাত কৰিছেহি আৰু যুক্তি তৰ্কৰ অৱকাশ নাৰাখি খোলোছাকৈ বক্তব্য দাঙি ধৰিছে।

এই স্তৰৰ জীৱনাদৰ্শত ক্ৰিয়াশীল মূল বিষয়টো অসম-চেতনা। এই অসম-চেতনাৰ ফলত

৪৭. অম্বিকাগিৰী ৰায়চৌধুৰী, উল্লিখিত, পৃঃ ৫৩৩-৩৪.

৪৮. উল্লিখিত, পৃঃ ৫৩৪.

৪৯. অম্বিকাগিৰী ৰায়চৌধুৰী, পূৰ্বোল্লিখিত, পৃঃ ৫৩৪.

৫০. উল্লিখিত, পৃঃ ৫৩৪.

৫১. উল্লিখিত, পৃঃ ৫৩৪.

স্বৰাজোত্তৰ ভাৰতত প্ৰাদেশিক সত্তাসমূহৰ অৱস্থিতি-চেতনাৰ মাজেদি আত্মনিয়ন্ত্ৰণৰ অধিকাৰ চেতনালৈ আগুৱাইছে বিভিন্ন সংঘাতৰ মাজেদি। কিন্তু নিজৰ সংস্কৃতি সম্বন্ধে উচ্চাত্মিকা মনোভাব ৰহিত সংমিশ্ৰিত প্ৰক্ৰিয়াৰে প্ৰাদেশিকতাৰ দৰ্শন সৃষ্টি কৰিছে। অম্বিকাগিৰীৰ ৰাজনৈতিক চিন্তাধাৰাৰ বিশ্লেষণ প্ৰসঙ্গত অজিত কুমাৰ শৰ্মাই মন্তব্য কৰিছে তেওঁৰ,

> জাতীয়তাবাদী দৰ্শন হ'ল প্ৰাদেশিক জাতীয়তাৰ দৰ্শন; এই দৰ্শনত এফালে সমাজবাদ আৰু মানৱতাৰ সমন্বয় আৰু আনফালে সাম্ৰাজ্যবাদ আৰু ঔপনিবেশিকতাবিৰোধিতা দেখা যায়।[৫২]

কিন্তু অসম-চেতনা বা অসমীয়া জাতীয়তাবাদৰ প্ৰবক্তা হ'লেও ভাৰত-চেতনা বা ভাৰতীয় জাতীয়তাবাদৰ প্ৰতি একেবাৰে পিঠি দিয়া নাই। ভাৰতীয় ঐক্যৰ প্ৰতি তেওঁৰ আন্তৰিকতাৰ উদাহৰণ তলত উল্লিখিত তথ্যবোৰে প্ৰমাণ কৰিব। ত্ৰিশৰ দশকত জ্ঞাননাথ বৰা প্ৰমুখ্যে কিছু বুদ্ধিজীৱীয়ে অসমক ভাৰতৰ পৰা বিচ্ছিন্ন কৰাৰ মনোভাব এটি পোষণ কৰিছিল। সেই সময়ৰ কটনত পঢ়ি থকা কিছু ছাত্ৰই এনে এটি আন্দোলনৰ কথা ভাবি, এই আন্দোলনৰ নেতৃত্ব ৰায়চৌধুৰীয়ে দিব লাগে বুলি ৰায়চৌধুৰীক লগ ধৰিলে। নেতৃত্ব দিয়াটো দূৰৰ কথা, বৰঞ্চ ভাৰতীয় ঐক্য আৰু ৰাজনৈতিক দূৰদৰ্শিতাৰ পৰিচয়হে দিলে। অসম যে ভাৰতৰ পৰা বিচ্ছিন্ন নহয় তাৰ সপক্ষে ৰায়চৌধুৰীৰ বক্তব্য এনে ধৰণৰ—

১) ব্যাস-বাল্মীকিৰ দিনৰপৰা ভাৰত এক, কামৰূপ তাৰ অংশ

২) শ্ৰীশঙ্কৰ-মাধৱদেৱেও গাই গৈছে ঃ—

ধন্য ধন্য কলিকাল ধন্য নৰ তনু ভাল
ধন্য ধন্য ভাৰত বৰিষ।
* * * * * * * * *
ভাৰত বৰিষ ধন্য কলিযুগ
হৰি হৰি হৰি হৰি এ।

৩) ভাৰতীয় মহাজাতীয়তাৰ পৰা বিচ্ছিন্ন হ'লে অসমত জাতীয়তা কেতিয়াও গঢ়ি উঠিব নোৱাৰে।

৪) গোজপোতা স্বাৰ্থ (Vested interest) লৈ থকা দল, খেল আৰু সম্প্ৰদায়বিলাকে বিদেশী শাসকৰ সহায় লৈ অসমৰ ওপৰত চিৰকাল শোষণ চলাব।

৫) ৰাজনৈতিক মুক্তিযুদ্ধৰ কাৰণে অসম অকলে সিমান শক্তিশালী নহয়।

৬) খণ্ড-বিখণ্ড হোৱাতকৈ মিলনহে মানৱতাৰ ফালৰ পৰা সমৰ্থনীয়। ভাৰতৰ লগতেই নহয়, সমগ্ৰ পৃথিৱীৰ লগতেই আমাৰ যোগসূত্ৰ থাকিব লাগে।[৫৩]

আনহাতেদি সৰ্বভাৰতীয় আদৰ্শৰ অনুগামী কংগ্ৰেছৰ তেওঁ কঠোৰ সমালোচক হ'লেও কংগ্ৰেছৰ সাধাৰণ সদস্য হৈ আছিল।[৫৪] গ্ৰুপিংবিৰোধী আন্দোলনত কংগ্ৰেছৰ লগত সক্ৰিয় সহযোগিতা আগবঢ়াইছিল।[৫৫] গতিকে, ৰায়চৌধুৰীৰ জীৱনাদৰ্শত এই স্তৰতো ভাৰত-চেতনা যে অন্তৰ্হিত হোৱা

---

৫২. দ্ৰ. অজিত কুমাৰ শৰ্মা, পূৰ্বোল্লিখিত, পৃঃ ১১২.

৫৩. দ্ৰ. তিলক দাস, পূৰ্বোল্লিখিত, পৃঃ ৫২-৫৩.

৫৪. হৰেন্দ্ৰ নাথ বৰুৱা, পূৰ্বোল্লিখিত, পৃঃ ৪৩.

৫৫. হৰেন্দ্ৰ নাথ বৰুৱা, পূৰ্বোল্লিখিত, পৃঃ ৪৬.

নাই এইবোৰ তাৰ স্পষ্ট প্ৰমাণ। ৰায়চৌধুৰীৰ দৃষ্টিত ভাৰতীয় সংস্কৃতি আৰু অসমীয়া সংস্কৃতিৰ সম্পৰ্ক অংগাগী। এই প্ৰসঙ্গত বীৰেন্দ্ৰ কুমাৰ ভট্টাচাৰ্যৰ এটি মন্তব্য প্ৰণিধানযোগ্য—

> অসমীয়া জাতীয়তাৰ ব্যাখ্যা কৰোঁতে তেওঁ মাটিৰ মোহৰ ওপৰত বিশেষভাৱে জোৰ দিছে। অসমীয়া সংস্কৃতিক প্ৰধানতঃ তেওঁ বিভিন্ন নতুন উপাদানেৰে সংমিশ্ৰিত হৈ উঠা সৰ্ব ভাৰতীয় হিন্দু সংস্কৃতিৰে এটি আঞ্চলিক ৰূপস্বৰূপে গণ্য কৰে। তেওঁ বিশ্বাস কৰে যে মানুহে নিজৰ "(Milieu)"ৰ মাজেদিহে মনুষ্যত্বৰ বিকাশ কৰিব পাৰে। সেই কাৰণেই জাতীয়তাৰ প্ৰয়োজন। সেই কাৰণেই নিজৰ "(Milieu)" ৰক্ষা কৰা কৰ্তব্য।[৫৬]

কিন্তু এনে ধৰণৰ চিন্তাধাৰাৰ উদ্ভৱৰ কাৰণ সমকালৰ ঘটনা-সংঘাতৰ মাজতে লুকাই আছে। অসমীয়া জাতীয়তা আৰু ভাৰতীয় জাতীয়তা পৰস্পৰৰ পৰিপূৰক। অম্বিকাগিৰীয়ে স্বাধীন সাংস্কৃতিক ঐতিহ্যৰ ভেটিত থিয় হৈ তেওঁৰ দৃষ্টিভংগী প্ৰকাশ কৰিছিল। ৰায়চৌধুৰী ভাৰতীয় হৈ অসমীয়া হ'ব খোজা নাছিল, অসমীয়া হৈ ভাৰতীয় হ'ব খুজিছিল। সেই বাবেই বাণীকান্ত কাকতিয়ে মন্তব্য কৰিছে— "অতীত অসমৰ গৌৰৱে" তেওঁক "উদ্দীপ্ত" কৰিছিল আৰু "সমকালীন অসমৰ সংকট" দেখি অস্থিৰ হৈছিল।[৫৭] গতিকে,

> বৃটিছ ৰাজত্বকালত অসমীয়া ডেকাসকলে তেওঁলোকৰ চহকী সংস্কৃতিৰ টেটুত চেপি ধৰা শক্তিবোৰৰ ওচৰত নতি স্বীকাৰ কৰা দেখি তেওঁ যন্ত্ৰণা বোধ কৰিছিল আৰু এই সাংস্কৃতিক গ্ৰাস প্ৰতিহত কৰিব বিচাৰিছিল।
>
> তেওঁৰ 'অসম অসমীয়াৰ কাৰণে' দাবী আৰু সংৰক্ষিণী দৰ্শনে বহু সময়ত প্ৰাদেশিকতাবাদী আখ্যা পাইছিল। এইটো ভ্ৰমাত্মক অপব্যাখ্যাত বাদে আন একো নহয়। তেওঁৰ দৰ্শন হ'ল 'বাচি থকা আৰু আনকো বাচিবলৈ দিয়া'। তেওঁ শোষিত মানৱৰ হকে মাত মাতিবই, সেই মানুহ কোৰিয়া, অসম, বংগ য'তেই নাথাকক কিয়।...........কাৰো প্ৰতি বিদ্বেষ নৰখাকৈ আৰু সকলোৰে প্ৰতি উদাৰ মনোভাৱ লৈ ৰায়চৌধুৰীয়ে পহিলতে অসমীয়া ঘৰখন শৃংখলা লগাব খুজিছিলা। তেওঁৰ অসমীয়া প্ৰীতি ভাৰতীয় প্ৰীতিৰেই পৰিপূৰক; পৰিপন্থী নহয়।[৫৮]

অম্বিকাগিৰীৰ জীৱনাদৰ্শৰ তৃতীয় পৰ্বৰ আলোচনাত দেখা গৈছে, অসম-চেতনা বা অসমীয়া জাতীয়তাবাদৰ তীব্ৰতা বৰ্ধিত। এই স্তৰত অসমীয়া জাতিৰ সামগ্ৰিক বিকাশৰ বিষয়ত ৰায়চৌধুৰীৰ চিন্তা অধিক পৰিমাণে নিবিষ্ট হৈছে। আনহাতেদি, ৰায়চৌধুৰী যি সংৰক্ষিণী দৰ্শনৰ প্ৰবক্তা সেই দৰ্শনেও মূলতঃ এই পৰ্বটোতে পূৰ্ণতা পাইছে। এই প্ৰসঙ্গত তিলক দাসৰ মন্তব্য বিবেচনাযোগ্য। দাসে লেখিছে—

> ১৯২৪ চনত স্বাধীনতা ৰণৰ ৰণুৱাস্বৰূপে জেলৰপৰা ওলাই আহি ১৯২৬ চনৰ ৯ এপ্ৰিলত পোন প্ৰথমতে ৰায়চৌধুৰীদেৱে 'সংৰক্ষিণী সভা'ৰ প্ৰথম দুৱাৰ মুকলি

---

৫৬. দ্ৰ. বীৰেন্দ্ৰ কুমাৰ ভট্টাচাৰ্য, 'আহুতি ঃ অম্বিকাগিৰী ৰায়চৌধুৰী' (টোকা), অম্বিকাগিৰীৰ ব্যক্তিত্বৰ আভাস, পৃঃ ৪৯, সম্পা. উপেন্দ্ৰ বৰকটকী,

৫৭. বাণীকান্ত কাকতি, অম্বিকাগিৰী ৰায়চৌধুৰী, অসম কেশৰী অম্বিকাগিৰী, পৃঃ ৫; সম্পা. অক্ষয় কুমাৰ মিশ্ৰ, গোবৰ্ধন দাস।

৫৮. উল্লিখিত, পৃঃ ৫.

কৰে। তেতিয়াই সংৰক্ষিণী দৰ্শনে এটি স্পষ্ট ৰূপ ল'ব পৰা নাছিল। পাচত 'ডেকা অসম'ৰ সম্পাদকীয়তাৰ মাজেদি ক'বলৈ গ'লে এই মহান দৰ্শনে এটি স্বৰূপ লাভ কৰে।[৫৯]

এই আলোচনাৰ পৰা আমি সিদ্ধান্তলৈ আহিব পাৰো যে অম্বিকাগিৰীৰ জীৱনাদৰ্শ আৰু জীৱনবোধত ক্ৰিয়াশীল প্ৰৱণতাসমূহ তলত দিয়া ধৰণৰ—

(ক) ভাৰতীয় চেতনা আৰু প্ৰাদেশিক চেতনাৰ সংশ্লেষণ আৰু প্ৰাদেশিক সত্তাত অধিক গুৰুত্ব

(খ) ভাষিক- সাংস্কৃতিক আৰু জনসংখ্যাগত ভিত্তিত প্ৰাদেশিক জাতিসত্তাৰ চেতনা

(গ) স্বৰাজোত্তৰ ভাৰতত প্ৰাদেশিক সত্তাৰ অস্তিত্ব আৰু সাংবিধানিক আয়তন

(ঘ) উদাৰ মানবিকী চেতনা

উল্লিখিত ধাৰাসমূহ ক্ৰিয়াশীল হ'লেও ক্ষেত্ৰ অনুসৰি এই চতুৰ্বিধ চেতনা যথাৰ্থ আৰু সুষম সংশ্লেষণ সৃষ্টি কৰাত ব্যৰ্থ হোৱা পৰিলক্ষিত হৈছে। বিশেষকৈ জীৱনৰ তৃতীয় পৰ্বটোত এক প্ৰকাৰ ৰায়চৌধুৰী বিচ্যুত হৈ পৰিছে। এই স্তৰত অম্বিকাগিৰীৰ চিন্তা-চেতনা অসমীয়া জাতীয়তাবাদৰ সীমাবদ্ধতাৰ মাজত বন্দী হৈ পৰিছে। প্ৰথম আৰু দ্বিতীয় পৰ্বত বিকশিত হ'ব খোজা[৬০] মানৱতাবোধৰ বিশাল আয়তনৰো সংকোচন ঘটিছে।

অম্বিকাগিৰীৰ জীৱনাদৰ্শৰ প্ৰথম পৰ্বত উন্মেষ ঘটা[৬১] বঙলাভাষীসকলৰ প্ৰতি অসহিষ্ণু সুৰটো সংমিশ্ৰণ[৬২] প্ৰক্ৰিয়াত অধিক গুৰুত্ব দানেৰে সাম্যতা দানৰ চেষ্টা কৰিছিল। গতিকে ১৯২০ চনত অসমত বসবাস কৰা বঙলাভাষীসকললৈ আহ্বান জনাইছিল তলত দিয়াৰ দৰে,

> আসামত চাৰি-পাঁচ পুৰুষ খৰচ কৰি যি সকল বঙালী ভাই আজিলৈকেও অসমত বাস কৰি আছে, তেওঁলোকে বুজিও নুবুজি, জানিও নাজানি অসমীয়া ভাষাৰ বিশেষত্বটো নষ্ট কৰি তাৰ ঠাইত বঙালী ভাষা চলাবৰ যি ব্যৰ্থ চেষ্টা আজিলৈকেও কৰি আহিছে, উপৰোক্ত বঙ্গনেতা দুই মহাশয়ৰ কথা আৰু আমাৰ অনুৰোধমতে তেওঁলোকে সেই চেষ্টা হাতত লওক। নহ'লে এনেবিলাক সংকীৰ্ণ চেষ্টাৰ পৰা তেওঁলোক অসমীয়া জাতিৰ অশ্ৰদ্ধাৰ আঘাত সহিব লাগিব।[৬৩]

উপৰত উল্লিখিত বঙলাভাষীসকলৰ একাংশৰ চিন্তাধাৰা আৰু কাৰ্যকলাপ, কলিকতীয়া বাতৰিকাকত আৰু এচাম বুদ্ধিজীৱীৰ ভূমিকা, স্বাধীনতাৰ পাছতো বংগদেশৰ এচাম লোকৰ চিন্তা আৰু কাৰ্যকলাপে ৰায়চৌধুৰীক চিন্তিত কৰি তুলিছিল। বঙলাভাষীসকল সংমিশ্ৰণৰ প্ৰতি অনিচ্ছুক আৰু বৃহত্তৰ বংগৰ চিন্তাৰে উদ্দীপ্ত বুলি উপৰি উল্লিখিত পটভূমিত ৰায়চৌধুৰীৰ চিন্তা বদ্ধমূল হৈছিল। ফলত বঙলাভাষীসকলৰ প্ৰতি তেওঁৰ বিৰক্তি বাঢ়ি গৈছিল আৰু অসম সাহিত্য সভাৰ অভিভাষণত লেখিছিল,

> বঙ্গত ধৰ্মোন্মাদনাৰ ফলত যি অকথ্য উপদ্ৰৱ ভোগ কৰি পৈত্ৰিক ঘৰ-ভেটি

৫৯. তিলক দাস, 'সংৰক্ষিণী ঃ ৰায়চৌধুৰীৰ জীৱনাদৰ্শন' অম্বিকাগিৰী ৰায়চৌধুৰী, অসম সাহিত্য সভা, পৃঃ ৪১.

৬০. পূৰ্ববৰ্তী, ৩.০১, ৩.০২

৬১. পূৰ্ববৰ্তী, ৩.০১

৬২. পূৰ্ববৰ্তী, ৩.০২.

৬৩. অম্বিকাগিৰী ৰায়চৌধুৰী, 'এটা জাতিৰ ব্যক্তিত্ব আন এটা জাতিৰ ব্যক্তিত্বত হজম হোৱাৰ কথা', পূৰ্বোল্লিখিত, পৃঃ ৮৭৫ বঙ্গনেতা- ৰবীন্দ্ৰনাথ ঠাকুৰ, আৰু আচাৰ্য প্ৰফুল্ল চন্দ্ৰ ৰায়।

এৰি প্ৰাণ লৈ নানাফালে পলাই গৈছে, সেই বঙ্গ হিন্দু বিলাকেই বঙ্গ ভাষাগত উন্মাদনাৰে অসমত অসমীয়া ভাষা-সংস্কৃতি, অৰ্থনীতি লুণ্ঠন কৰা বিষয়ত অসমীয়াৰ বিৰুদ্ধে সেই বঙ্গ মুছলমানৰ লগত একগোট বান্ধি নানা অসৎ উপায় অৱলম্বন কৰিছে। সেই বাবে অসমবাসী বঙালীসকলে বৃটিছতকৈও অসমীয়াৰ প্ৰতি শত্ৰুতাচৰণ কৰিছে বুলি আত্মৰক্ষাকাৰী অসমীয়াসকলৰ বিশ্বাস ক্ৰমে দৃঢ় হৈ যাব ধৰিছে।[৬৪]

উল্লিখিত সংকোচনৰ লগত অৱশ্যে জাতীয় কংগ্ৰেছৰ নেতৃত্বত হোৱা স্বাধীনতা আন্দোলনৰ লগত প্ৰত্যক্ষ সম্পৰ্ক ছিন্ন কৰা বিষয়টোও জড়িত। এই সম্পৰ্ক ছিন্ন কৰাৰ কাৰণ হৰেন্দ্ৰ নাথ বৰুৱাৰ মতে, "অসমৰ দৰে ভাৰতৰ সৰু সৰু দুৰ্বল প্ৰদেশকেইখনৰ আৰু ইয়াৰ অধিবাসীসকলৰ নিজস্ব জাতিসত্ত্বা আৰু ভাষা সংস্কৃতি ৰক্ষা" নপৰিব বুলি কৰা অনুভৱ। তদুপৰি স্বৰাজোত্তৰ কালতো অসমৰ "ন্যায্য স্বাৰ্থ" ৰক্ষিত নহব বুলিয়ে ৰায়চৌধুৰী পতিয়ন গৈছিল।[৬৫] এনে অনুভৱৰ লগত জাতীয় কংগ্ৰেছ আৰু স্বাধীনতা আন্দোলনৰ অন্তৰ্নিহিত দুৰ্বলতাই স্পষ্ট হৈ উঠে। এই প্ৰসঙ্গত হীৰেন গোহাঁয়ে আঙুলিয়াই দিয়া দিশটিও প্ৰণিধানযোগ্য। গোহাঁয়ে লিখিছে,

ভাৰতৰ স্বাধীনতা সংগ্ৰামত সৰ্বভাৰতীয় সংগ্ৰাম আৰু প্ৰাদেশিক জাতিসত্তাবোৰৰ আত্ম প্ৰতিষ্ঠাৰ সংগ্ৰাম এটা সময়লৈকে আছিল অভিন্ন। কিন্তু পাছলৈ দুয়োটা ধাৰাৰ মাজত সংগতি নোহোৱা হৈ যায়। অসমপ্ৰাণ অম্বিকাগিৰী তেতিয়া সৰ্বভাৰতীয় সংগ্ৰামৰ পৰা কিছুদুৰ এফলীয়া হৈ আছে।[৬৬]

উল্লিখিত সংগতিহীনতাই ৰায়চৌধুৰীক বিচ্যুত কৰে।

জীৱনাদৰ্শ আলোচনা কৰোঁতে প্ৰসঙ্গত আৰু এটি কথা আলোচনা কৰা নিতান্ত প্ৰয়োজন সেইটো হৈছে এই বিচ্যুতিক কেন্দ্ৰ কৰি কোনো কোনো সমীক্ষকে 'উগ্ৰ জাতীয়তাবাদী' 'প্ৰাদেশিকতাবাদী' আদি বিশেষণ ৰায়চৌধুৰীৰ চিন্তাধাৰাত আৰোপ কৰিছে। কিন্তু সমকালৰ সামাজিক-দ্বন্দ্বৰ প্ৰতিফলন প্ৰতিভাশালী বুদ্ধিজীৱীৰ চিন্তাধাৰাতেই ঘটে। এই প্ৰাদেশিকী চিন্তা সমকালৰ বহু বুদ্ধিজীৱীৰ ক্ষেত্ৰতেই দেখা গৈছে। আনকি স্বয়ং ৰবীন্দ্ৰনাথৰ দৰে বুদ্ধিজীৱীও তাৰ প্ৰভাৱ এৰাই চলিব পৰা নাই। এই প্ৰসঙ্গত প্ৰমথ নাথ বিশীয়ে এটি যুক্তিযুক্ত মন্তব্য কৰিছে— যি বংগদেশত ভাৰত উপলব্ধিৰ সূত্ৰপাত সেই বংগদেশতে প্ৰথম প্ৰদেশোপলব্ধি অৰ্থাৎ বংগ-চেতনা আৰম্ভ হয়। সেই বংগ-চেতনাৰ সময় তেওঁ বংগ-ভংগ আন্দোলনতেই সূত্ৰপাত হৈছে বুলি কৈছে। প্ৰসঙ্গত তেওঁ আৰু এটি উল্লেখযোগ্য কথা কৈছে, ভাৰতৰ অন্যান্য প্ৰদেশতো প্ৰাদেশিক চেতনা বাঢ়িছে, কিন্তু তৃতীয় দশকৰ মাজ-ভাগৰ (১৯৩৫ চন) পৰাহে।[৬৭] এই বিষয়টো এই কাৰণেই গুৰুত্বপূৰ্ণ যে অম্বিকাগিৰীৰ সংৰক্ষিণী দৰ্শনৰ বিকাশো এইছোৱা সময়তে হৈছে।

গতিকে, দেখা গৈছে, অম্বিকাগিৰীৰ জীৱনাদৰ্শ বিকাশৰ পৃষ্ঠভূমিত ভাৰতীয় জনজাগৰণ, সাংস্কৃতিক পৰম্পৰা আৰু অসমৰ প্ৰাক্-বৃটিছ ৰাজনৈতিক স্বাধীন ইতিহাস, সাংস্কৃতিক পৰম্পৰা ক্ৰিয়াশীল। বৃটিছ প্ৰশাসন সৃষ্ট ভাৰতৰ ৰাজনৈতিক ঐক্যই পথ প্ৰদৰ্শন কৰিছে।

৬৪. অম্বিকাগিৰী ৰায়চৌধুৰী, 'সভাপতিৰ অভিভাষণ' অসম সাহিত্য সভা, ১৯৫০, পূৰ্বোল্লিখিত, পৃঃ ৮৪১.

৬৫. দ্ৰ. হৰেন্দ্ৰনাথ বৰুৱা, পূৰ্বোল্লিখিত, পৃঃ ৪২.

৬৬. হীৰেন গোহাঁই, 'অম্বিকাগিৰী আৰু সাম্প্ৰতিক মোহাৱেশ', অসম কেশৰী অম্বিকাগিৰী, পৃঃ ২২১. সম্পা. অক্ষয় কুমাৰ মিশ্ৰ, গোবৰ্ধন দাস।

৬৭. প্ৰমথ নাথ বিশী, 'ভূমিকা', চিত্ৰ-চৰিত্ৰ, পৃঃ

# চতুৰ্থ অধ্যায়

## ৪.০০ অম্বিকাগিৰী ৰায়চৌধুৰীৰ সাহিত্য কৰ্ম ঃ পৰ্ব বিভাজন

## ৪.০১ সৃষ্টিৰ প্ৰেৰণা ঃ আধ্যাত্মিক, সাংস্কৃতিক আৰু ৰাজনৈতিক

অম্বিকাগিৰী ৰায়চৌধুৰী অসমীয়া সাহিত্যৰ বিংশ শতিকাৰ প্ৰথমাৰ্ধৰ লিখক। পূৰ্বৰ অধ্যায়সমূহৰ আলোচনাৰ যোগেদি আমি অৱহিত হৈছোঁ যে ৰায়চৌধুৰীৰ জীৱনাদৰ্শত ভাৰত-চেতনা আৰু অসম-চেতনা উভয়েই এটি ক্ৰিয়াশীল ভূমিকা পালন কৰিছে। তদুপৰি ৰায়চৌধুৰীৰ-চিন্তা-চেতনাত অসমৰ জাতীয় জীৱনৰ ঐতিহাসিক প্ৰৱণতা আৰু সমকালৰ সামাজিক-ৰাজনৈতিক ঘটনাৱলীৰ প্ৰত্যক্ষ-পৰোক্ষ প্ৰভাৱ সম্পৰ্কেও অৱহিত হৈছোঁ। উল্লিখিত চিন্তা-চেতনা ৰায়চৌধুৰীৰ সৃষ্ট সাহিত্যত ভিন্ ভিন্ দিশত প্ৰকাশ হৈছে। সেই প্ৰসঙ্গতে ৰায়চৌধুৰীৰ সৃষ্টি কাৰ্যৰ প্ৰেৰণাসমূহৰ উৎসসমূহৰ বিষয়েও আলোচনা কৰা উচিত।

যি কোনো জাতীয় লিখকৰ সৃষ্টিসমূহৰ পৰ্যালোচনা কৰোঁতে সংশ্লিষ্ট লিখকৰ সৃষ্টি প্ৰেৰণাৰ উৎসসমূহ বিচাৰ কৰাও নিতান্ত প্ৰয়োজন। কিয়নো, প্ৰেৰণাৰ উৎসসমূহৰ লগত সৃষ্টিৰ আৰু স্ৰষ্টাৰ নিবিড় সম্পৰ্ক জড়িত হৈ থাকে। তদুপৰি প্ৰেৰণাৰ উৎসসমূহৰ লগত উপাদান আৰু লক্ষ্য, উদ্দেশ্য আৰু জীৱনবোধৰ সম্পৰ্ক অন্বিত। এইবোৰৰ উপৰিও সংশ্লিষ্ট লিখকৰ সাহিত্য সম্বন্ধীয় ধ্যান-ধাৰণা সৃষ্টিতো উল্লিখিত উৎসৰ এটি প্ৰভাৱ অনুভূত হয়। গতিকে, অম্বিকাগিৰী ৰায়চৌধুৰীৰ সৃষ্টি-প্ৰেৰণাৰ উৎসৰ লগতো উল্লিখিত বিষয়সমূহৰ সম্বন্ধ আছে।

অম্বিকাগিৰীৰ স্ব-ধাৰণা অনুসৰি সাহিত্য হ'ল— (ক) 'আত্ম বিকাশৰ' প্ৰেৰণা সৃষ্ট 'সমস্যাৱলী সমাধান' প্ৰচেষ্টা (খ) সীমাবদ্ধ 'আত্মাৰ অসীমাত্মাত মিলন'ৰ 'ৰসময় প্ৰচেষ্টা' (গ) 'জীৱনৰ লীলায়িত প্ৰতিবিম্ব' (ঘ) 'ৰহস্যময় জীৱনৰ বৈচিত্ৰ্য প্ৰকাশ' (ঙ) 'অপূৰ্ণতাৰ বেষ্টনী ভাঙি জীৱনক পূৰ্ণতাৰ ৰসাপ্লুত আনন্দ দান' (চ) 'দৃশ্যমান জগতৰ জটিলতাৰ লগত অদৃশ্যমান জগতৰ সমন্বয় ঘটাই আত্মানন্দ' দান কৰা অফুৰন্ত ৰসৰ সঁফুৰা (ছ) 'অসীমৰ উপলব্ধিৰ বাবে মানৱ মনৰ বিস্তৃতি প্ৰদান।[১]

উল্লিখিত বিষয় আৰু কৰ্ম সম্পাদনৰ বাবে বহিৰ্জগত আৰু অন্তৰ্জগতৰ পাৰস্পৰিক সম্পৰ্ক প্ৰতিষ্ঠিত হ'ব লাগিব। ৰায়চৌধুৰীৰ নিজৰ ভাষাত,

> ভিতৰ-বাহিৰৰ পাৰস্পৰিক অবাধ আৰু অবিৰল সহযোগ-সহানুভূতিতেই সৃষ্টি বীজৰ সুসুপ্ত পাহিবিলাক জাগৰণ পাই বিচিত্ৰভাৱে ৰূপায়িত হৈ উঠে। বাহিৰৰ সহ-মিলনতেই ভিতৰৰ সুপ্ততাই সঞ্জীৱিত হৈ বাহিৰৰ বিচিত্ৰৰূপেৰে সৃষ্টিৰ সৌন্দৰ্য বিকীৰণ কৰে।[২]

সাহিত্যৰ উদ্দেশ্যধৰ্মিতা সম্পৰ্কে ৰায়চৌধুৰী নিঃসন্দেহ। কাৰণ, সাহিত্যই মানৱৰ মনোজগত নিয়ন্ত্ৰণ কৰি থকা "মানৱৰ সকলো দুৰ্বলতা, অপূৰ্ণতা, কলুষ, ক্লেদ, গ্লানি, নীচতা ভীৰুতা, ক্লেশ,

---

১. অম্বিকাগিৰী ৰায়চৌধুৰী, 'সভাপতিৰ অভিভাষণ', অসম সাহিত্য সভা, ১৯৫০, অম্বিকাগিৰী ৰায়চৌধুৰী ৰচনাৱলী, পৃঃ ৮৩২, সম্পা. - সত্যেন্দ্ৰনাথ শৰ্মা

২. উল্লিখিত, পৃঃ ৮৩২

দৈন্য" আদি ধ্বংস কৰি "মানৱক প্ৰকৃত মানৱীয় গুণত মহান ভাৱে পৰিশোভিত" কৰি তুলিব লাগিব।[৩] গতিকে, ৰায়চৌধুৰীৰ দৃষ্টিভংগীত 'সাহিত্যকাৰৰ জীৱনৰ প্ৰতিবিম্ব' সাহিত্যত প্ৰতিফলিত হয়। গতিকে, সাহিত্যকাৰৰ জীৱনৰ চিন্তা যদি দেশ, জাতি আৰু মানৱৰ সৰ্বপ্ৰকাৰ মঙ্গল ব্যাকুলতাৰ দ্বাৰা পৰিচালিত তেতিয়াহ'লে সেই সাহিত্যকাৰৰ দ্বাৰা সৃষ্ট সাহিত্য-সম্পদ "অব্যৰ্থ অনুপ্ৰেৰণাৰে দেশক আৰু জাতিক মহত্ত্বলৈ বিৰাটত্বলৈ" গতি দান কৰাৰ সহায়ক হ'ব।[৪]

ৰায়চৌধুৰীৰ ব্যাখ্যা অনুসৰি, 'স্ব-প্ৰকাশৰ আত্মিক' অথচ 'আনন্দকৰ বেদনাই" সৃষ্টিৰ মূল উৎস। এনে আত্মিক বেদনাইহে অসীমৰ সান্নিধ্য লাভৰ প্ৰতি স্ৰষ্টাৰ অন্তৰত আকুলতাৰ সৃষ্টি কৰে।[৫] ফলত সাহিত্যকাৰ সৃষ্টি কৰ্মত নিযুক্ত হয়।

অম্বিকাগিৰীৰ স্ব-ক্ষেত্ৰত উল্লিখিত ব্যাখ্যা "বহুফালৰ পৰাই নাখাটে"।[৬]

কিয়নো,

> আনসকলে যিয়েই নকওক, মই নিজে অনুভৱ কৰোঁ লিখাতকৈ কৰাৰ প্ৰতি আসক্তি মোৰ তীব্ৰ আৰু মোৰ লিখাতকৈ তাৰ পৰিমাণো সৰহ। জীৱনত মই সাহিত্য সাধনাতকৈ কৰ্ম সাধনাৰ আনন্দহে উপভোগ কৰি আহিছোঁ।[৭]

সেই বাবেই, অম্বিকাগিৰীৰ নিজা সৃষ্টিৰ মূল্যায়ন এই প্ৰসঙ্গত তলত দিয়া ধৰণৰ,—

> সাহিত্য সৃষ্টিৰ সাধনাত মই কিবা একাষাৰ লিখা বুলি মোৰ মনত নপৰে। যি সামান্যখিনি লিখিছো সেইটো মোৰ কৰ্ম সাধনাৰ সহায়ক হিচাপেহে। ...............আনসকলে সাহিত্য-সাধনাৰ দুৱাৰেদি সচ্চিদানন্দময় বিৰাট আত্মাৰ সৌন্দৰ্য বিচাৰে। সেই প্ৰয়াস মই কৰ্ম-সাধনাৰ দুৱাৰেদিহে কৰো।[৮]

গতিকে, ৰায়চৌধুৰীৰ নিজা ধাৰণাত, তেওঁ 'কৰ্মৰসবাদী'।[৯] এই প্ৰসঙ্গত অৱশ্যে মহেশ্বৰ নেওগেও 'কাব্যৰ লগতে কৰ্ম জীৱনৰ সংঘাতৰ ফলত' কবিতাৰ স্তৰ বিন্যাস হোৱাৰ বিষয়ে আঙুলিয়াইছে।[১০] এই ধাৰণাৰ বাবেই ৰায়চৌধুৰীয়ে বিভিন্ন ক্ষেত্ৰত "সম্ভৱ-অসম্ভৱ সাৰ্থকতা ব্যৰ্থতাৰ চিন্তা পৰিহাৰ কৰি নানা পৰিকল্পনা নানা আঁচনি" দাঙি ধৰিছে।[১১]

উল্লিখিত কৰ্মবাদী দৃষ্টিভংগীৰ বাবেই অম্বিকাগিৰীয়ে ব্যক্তিগত পৰ্যায়ত জীৱনবোধৰ এটি সংশ্লেষণ সৃষ্টি কৰি লৈছিল।

> সসীম জীৱনৰ খন্তেকীয়া বেদনাক অসীমৰ ৰূপত উপলব্ধি কৰিব পাৰিলেহে মানুহৰ জী থকাটো সাৰ্থক হয় বুলি ভাবো। নহ'লে জীৱনৰ গতিশীলতা ৰুদ্ধ হৈ পৰে। জীৱন তেতিয়া ব্যক্তিকেন্দ্ৰিক বেদনাৰ গভীৰ পঙ্কত নিমজ্জিত

---

৩. অম্বিকাগিৰী ৰায়চৌধুৰী, পূৰ্বোল্লিখিত, পৃঃ ৮৩৩

৪ অম্বিকাগিৰী ৰায়চৌধুৰী, পূৰ্বোল্লিখিত, পৃঃ ৮৩৪

৫ অম্বিকাগিৰী ৰায়চৌধুৰী, 'মই লিখোঁ কিয়?', পূৰ্বোল্লিখিত, পৃঃ ৯৯১

৬ উল্লিখিত, পৃঃ ৯৯১.

৭. অম্বিকাগিৰী ৰায়চৌধুৰী, 'মই লিখো কিয়?', পূৰ্বোল্লিখিত, পৃঃ ৯৯১-৯২;

৮ উল্লিখিত, পৃঃ ৯৯২

৯ উল্লিখিত, পৃঃ ৯৯২.

১০. মহেশ্বৰ নেওগ, 'অম্বিকাগিৰী ৰায়চৌধুৰী', অসম কেশৰী অম্বিকাগিৰী, পৃঃ ১৫৫ সম্পা.- অক্ষয় কুমাৰ মিশ্ৰ, গোবৰ্ধন দাস।

১১. অম্বিকাগিৰী ৰায়চৌধুৰী, 'মই লিখোঁ কিয়', পূৰ্বোল্লিখিত, পৃঃ ৯৯২

সঞ্জীৱতাৰ বেগ ৰহিত, স্থবিৰতা আৰু জড়ত্বত পৰি হেৰাই যায়"।[১২]

সেই বাবেই, ৰায়চৌধুৰীয়ে তেওঁৰ "তেজৰ সোঁতত কৰ্ম-প্ৰেৰণাৰ" যি উগ্ৰতা অনুভৱ কৰে, সিয়েই তেওঁৰ গতিশীল আৰু ভবিষ্যমুখী দৃষ্টিদানৰ উপাদান। তদুপৰি তেওঁ লাভ কৰিছে নিস্পৃহ অথচ বলিষ্ঠ কৰ্মযোগীৰ দৃঢ়তা।

> জীৱনত ব্যক্তিগত দুখ-বেদনা, দাৰিদ্ৰ দুৰ্গতিৰ খন্তেকীয়া আঘাতে কেতিয়াবা মোক মুহ্যমান কৰিলেও আচ্ছন্ন বাতুল কৰিব পৰা নাই বুলি মই ভাবোঁ।[১৩]

গতিকে, অম্বিকাগিৰীয়ে "সচেতন সক্ৰিয় প্ৰচেষ্টাৰে জীৱনক অসীমৰ সৈতে অবিচ্ছিন্ন" বুলি গ্ৰহণ কৰাৰ প্ৰেৰণা লাভ কৰিছে। কিন্তু এই অসীম-সসীমৰ অবিচ্ছিন্নতাৰ গৃহীত উপলব্ধিক "অনুভূতিৰ পৰিসৰতে সীমাবদ্ধ" নকৰি অসীম অভিমুখে সসীমক গতি দান কৰাত "সামাজিক আৰু দৈশিক জীৱন"ক মাধ্যম ৰূপে গ্ৰহণ কৰিছে।[১৪] উল্লিখিত জীৱনবোধৰ সংশ্লেষণ স্বাভাৱিক ভাৱেই ভাববাদী। ফলত, এইটোৱেই অম্বিকাগিৰীৰ জীৱনবোধত স্ব-বিৰোধ ৰূপ লৈছে।

উল্লিখিত দৃষ্টিভংগীৰ বাবেই "অতীন্দ্ৰিয় অনুভূতিৰ জগতৰ" পৰা ৰায়চৌধুৰীৰ "মন, প্ৰাণ হৃদয় দেশসেৱাৰ কৰ্মক্ষেত্ৰলৈ" ধাৱমান হৈছে।[১৫] অম্বিকাগিৰীৰ 'অতীন্দ্ৰিয়ীনুভূতি বহিৰ্মুখী' হোৱাৰ কাৰণ সমকালৰ ভাৰতীয় জাতীয় জীৱনৰ জোঁৱাৰ বুলি হীৰেন গোহাঁয়েও আঙুলিয়াই দিছে। ফলত এই জাগৰণে অম্বিকাগিৰীক সংগ্ৰামৰ আগভাগলৈকো লৈ গৈছিল।[১৬]

দেখা গ'ল, অম্বিকাগিৰীৰ সৃষ্টিৰ প্ৰেৰণাত আধ্যাত্মিকতা তথা অতীন্দ্ৰিয়বাদী চেতনা আৰু ৰাজনৈতিক চেতনা বিদ্যমান। এইকেইটাৰ লগত জড়িত হৈ আছে সাংস্কৃতিক চেতনা। এইকেইটাৰ উৎস সম্পৰ্কে এই প্ৰসঙ্গতে আলোচনা কৰা উচিত বুলি বিবেচনা কৰা হৈছে।

ভাৰতবৰ্ষৰ আধ্যাত্মিক ঐতিহ্যৰ ওপৰত অম্বিকাগিৰীৰ গভীৰ আস্থা। অৱশ্যে ভাৰতীয় দৰ্শনৰ প্ৰভাৱ সম্পৰ্কে মতদ্বৈধতা বৰ্তমান। এই বিষয়ে কালীচৰণ দাসে লিখিছে, "তুমি কাব্যৰ লিখক ৰায়চৌধুৰীৰ গভীৰ তত্ত্বজ্ঞানৰ ওপৰত শ্ৰুতি আৰু উপনিষদৰ সাধূক্তিসমূহৰ প্ৰভাৱ পৰা যেন লাগে"।[১৭] হীৰেন গোহাঁয়েও ৰায়চৌধুৰীৰ বিষয়ে অদ্বৈতবাদৰ প্ৰভাৱৰ ইঙ্গিত দিছে।[১৮] কিন্তু মহেশ্বৰ নেওগে উপনিষদৰ "সংস্পৰ্শ আৰু প্ৰভাৱৰ আঁতৰত" বুলিহে ভাবিছে। অৱশ্যে, তেখেতে ৰায়চৌধুৰীৰ "ভাৰতীয় চিন্তাধাৰাৰ লগত তেওঁৰ সহজ বুদ্ধিজাত পৰিচয়" আছে বুলিহে ভাবে।[১৯] আনহাতে বাণীকান্ত কাকতিয়ে 'তুমি' কাব্যক অম্বিকাগিৰীৰ 'বিশ্বৰূপ-দৰ্শন' বুলি কৰা মন্তব্যও

---

১২. উল্লিখিত, পৃঃ ৯৯২.

১৩. উল্লিখিত, পৃঃ ৯৯২. হীৰেন গোহাঁই, 'অম্বিকাগিৰী আৰু সাম্প্ৰতিক মোহাৱেশ' অসম কেশৰী অম্বিকাগিৰী, পৃঃ ২২১, সম্পা.- অক্ষয় কুমাৰ মিশ্ৰ, গোবৰ্ধন দাস।

১৪. অম্বিকাগিৰী ৰায়চৌধুৰী, 'মই লিখোঁ কিয়' ? পূৰ্বোল্লিখিত, পৃঃ ৯৯২; পূৰ্ববৰ্তী, ৩.০১, ৩.০২, ৩.০৩ পৰৱৰ্তী, ৫.০১, ৫০২.

১৫. অম্বিকাগিৰী ৰায়চৌধুৰী, উল্লিখিত, পৃঃ ৯৯২
পূৰ্ববৰ্তী, ৩.০২, ৩.০৩; পৰৱৰ্তী, ৫.০১, ৫.০২

১৬. হীৰেন গোহাঁই, 'অম্বিকাগিৰী আৰু মানৱায়তন' সাহিত্যৰ সত্য, পৃঃ ২-৩, পূৰ্ববৰ্তী, ৩.০১, ৩.০২ পৰৱৰ্তী, ৫.০২

১৭. দ্ৰ. কালীচৰণ দাস, "ৰায়চৌধুৰীৰ 'তুমি' কাব্যৰ আধ্যাত্মিকতা আৰু অতীন্দ্ৰিয়বাদ", অম্বিকাগিৰী ৰায়চৌধুৰী, (স্মৃতিগ্ৰন্থ) পৃঃ ১০১, সম্পা.- হৰিপ্ৰসাদ নেওগ,

১৮. দ্ৰ. হীৰেন গোহাঁই, পূৰ্বোল্লিখিত, পৃঃ ২

১৯. দ্ৰ. মহেশ্বৰ নেওগ, পূৰ্বোল্লিখিত, পৃঃ ১৫১-৫৩

প্ৰসঙ্গতে প্ৰণিধানযোগ্য।[২০] তদুপৰি অম্বিকাগিৰীয়ে 'চেতনা' আলোচনীখন প্ৰকাশ কৰিছিল "ভগৱান শ্ৰীকৃষ্ণ আৰু জয়গুৰু শ্ৰীমন্ত শংকৰদেৱৰ আৱিৰ্ভাৱ ঘটা পবিত্ৰ ভাদ মাহত"......। চেতনাৰ ওপৰত মুদ্ৰিত হৈছিল, "উপনিষদৰ 'উত্তিষ্ঠত জাগ্ৰত প্ৰাপ্যবৰাণ্ নিবোধত' মহাবাণী"।[২১]

গতিকে, দেখা গ'ল, প্ৰত্যক্ষভাৱে অথবা পৰোক্ষভাৱে ভাৰতীয় আধ্যাত্মবাদী দৰ্শনৰ প্ৰেৰণা তেওঁ সৃষ্টিকাৰ্যৰ এটি উপাদান আছিল।

অম্বিকাগিৰী ৰায়চৌধুৰীৰ জন্ম হৈছিল অসমৰ জাতীয় জীৱনৰ আধ্যাত্মিক আৰু সাংস্কৃতিক পৰম্পৰাৰে ঐতিহ্যশালী এটি পৰিয়ালত।[২২] এই পৰম্পৰাক তেওঁ উত্তৰাধিকাৰ সূত্ৰে আত্মসাৎ কৰিছিল। মাকৰ মুখে বৰগীত শুনি, ঘৰুৱা পৰিবেশতে তাৰ চৰ্চা কৰি 'ৰাজহুৱা গায়ক'"[২৩] হোৱাটোৱেই উক্ত পৰম্পৰাৰ স্বাক্ষৰ বহন কৰে। এই প্ৰসঙ্গতে জ্যোতিপ্ৰসাদ আগৰৱালাই অম্বিকাগিৰীৰ প্ৰচেষ্টাতে 'বৰগীত' জনপ্ৰিয় হোৱা বুলি কৰা মন্তব্য উল্লেখযোগ্য।[২৪]

ৰায়চৌধুৰীৰ চিন্তা-চেতনাত বৈষ্ণৱ সাংস্কৃতিক পৰম্পৰাৰ প্ৰভাৱ প্ৰত্যক্ষ।[২৫] এই সংক্ৰান্তত ৰায়চৌধুৰীৰ নিজা মতো স্পষ্ট—

> মই বৈষ্ণৱ— শ্ৰীমন্ত শংকৰদেৱৰ একশৰণ পন্থী। সৰ্বময় ভগৱানৰ অপাৰ মহিমাৰ একান্ত সেৱক।[২৬]

উল্লিখিত বৈষ্ণৱ সাংস্কৃতিক পৰম্পৰাৰ প্ৰৱহমানতাৰ প্ৰভাৱ পাৰিবাৰিক পৰম্পৰাৰ উপৰিও বৰপেটাৰ সত্ৰীয়া সাংস্কৃতিক পৰিবেশেও দান কৰিছিল। বৰপেটাৰ প্ৰতি অম্বিকাগিৰীৰ আকৰ্ষণ তলৰ কবিতাটিয়ে প্ৰমাণ কৰে—

> বৰপেটা, মোৰ বৰপেটা—
> মোৰ প্ৰপিতামহ আতা, পিতাৰ পৱিত্ৰতম জন্মভূমি—
> বৰপেটা— মোৰ বৰপেটা দুজনা গুৰু এক শৰণীয়া ঐকান্তিকী— মানৱ সেৱাৰ সোণৰ সপোন-ৰঞ্জিত
> মোৰ বৰপেটা।[২৭]

বৰপেটাৰ লগত ৰায়চৌধুৰীৰ সম্পৰ্কৰ বিষয়ে তেওঁৰ কন্যা শুচিব্ৰতা ৰায়চৌধুৰীয়ে লিখিছে—

> তেওঁ আছিল বংশগত ভাৱে অনমনীয়, স্বাধীনচেতা আৰু আত্মনিৰ্ভৰশীল।

---

২০. দ্ৰ. বাণীকান্ত কাকতি, 'অম্বিকাগিৰী ৰায়চৌধুৰীৰ ভূমি', **অম্বিকাগিৰী ৰায়চৌধুৰী**, পৃঃ ৩৮, অসম প্ৰকাশন পৰিষদ,

২১. অম্বিকাগিৰী ৰায়চৌধুৰী, **মোৰ জীৱন ধুমুহাৰ এছাটি**, পূৰ্বোল্লিখিত, পৃঃ ৭০৭.

২২. পূৰ্ববৰ্তী, ২.০৩

২৩. অম্বিকাগিৰী ৰায়চৌধুৰী, **মোৰ জীৱন ধুমুহাৰ এছাটি**, পূৰ্বোল্লিখিত, পৃঃ ৬৬২

২৪. জ্যোতিপ্ৰসাদ আগৰৱালা, 'দ্বিতীয় তাণ্ডৱৰ পাতনি', শোণিত কুঁৱৰী, **জ্যোতিপ্ৰসাদ ৰচনাৱলী**, পৃঃ ০.০৫ অসম প্ৰকাশন পৰিষদ,

২৫. যুগল দাস, **গঁড়ৰ দেশত পশুৰাজ— অসম কেশৰী অম্বিকাগিৰী**, পৃঃ ২৪; তিলক চন্দ্ৰ দাস, **অম্বিকাগিৰী আৰু তেওঁৰ জীৱন দৰ্শন**, পৃঃ ১৭০—১৭১.

২৬. অম্বিকাগিৰী ৰায়চৌধুৰী, 'মই লিখোঁ কিয়?' **মোৰ জীৱন ধুমুহাৰ এছাটি**, পূৰ্বোল্লিখিত, পৃঃ ৯১৭, পৃঃ ৬৭৭.

২৭. অম্বিকাগিৰী ৰায়চৌধুৰী, **ৰাণী বিদ্যুৎ**, পূৰ্বোল্লিখিত, পৃঃ ৭৮৬.

এই তিনিওটাই বৰপেটাৰ সাংস্কৃতিক গুণ। বৰপেটা সত্ৰক কেন্দ্ৰ কৰি তাহানিৰ শংকৰদেৱ-মাধৱদেৱ- মথুৰাদাস বুঢ়া আতাৰ দিনৰে পৰা সত্ৰীয়া সামাজিক বান্ধোন আৰু গভীৰ আত্মীয়তাবোধ গঢ়ি উঠিছিল। পিতৃদেৱে এই গুণটোও আহৰণ কৰিছিল পিতৃ ভূমিৰ পৰাই।[২৮]

বৰপেটাৰ প্ৰতি বিশেষ 'টান' আছিল বাবেই তাৰ কোনো লোকৰ 'সুকীৰ্ত্তি'ত আনন্দিত হৈছিল আৰু 'কুকীৰ্ত্তি'ত 'ক্ৰোধ আৰু 'ধিক্কাৰ'ত জ্বলি— উঠিছিল। তদুপৰি অম্বিকাগিৰীয়ে এই আন্তৰিক আকৰ্ষণৰ বাবেই 'বৰপেটা সত্ৰত শৰণ' লৈছিল।[২৯] এই বৰপেটীয়া প্ৰভাৱৰ বিষয়ে যজ্ঞেশ্বৰ শৰ্মাই লিখিছে, "মহাপুৰুষৰ উদাৰ শিক্ষাৰ ঐতিহ্যধাৰী বৰপেটাৰ জলবায়ুৰে পুষ্ট" অম্বিকাগিৰী "নৱ-জাগৃতিৰ দূত"।[৩০]

পাৰিবাৰিক আৰু পৰিৱেশগত সাংস্কৃতিক পৰম্পৰাই অম্বিকাগিৰীক দান কৰিছিল সেৱাৰ আদৰ্শ। কোনোৱে এই সেৱাৰ আদৰ্শ মাধৱদেৱৰ (১৪৯৮-১৫৯৬) 'নামঘোষা'ৰ প্ৰভাৱ-জনিত বুলি আঙুলিয়াই দিছে। এই প্ৰসঙ্গতে মাধৱদেৱৰ নামঘোষাৰ অন্তৰ্নিহিত আধ্যাত্ম-চেতনা অম্বিকাগিৰীৰ আধ্যাত্ম-চেতনাতো ক্ৰিয়াশীল বুলি কোৱা হৈছে।[৩১] গতিকে, সেৱাদৰ্শৰ বাবেই অম্বিকাগিৰীয়ে 'নিৰাশ্ৰয় আতুৰক' সেৱাৰ উদ্দেশ্যে প্ৰতিষ্ঠা কৰিছিল 'সেৱা-সংঘ।[৩২] লুইতৰ বালিত বেপাৰী নাৱৰীয়াই এৰি যোৱা অসুস্থ ল'ৰা এটিক সেৱা-শুশ্ৰূষা কৰি জীয়াই তোলাত এনে মনোভাৱ স্পষ্ট।[৩৩] মহাপুৰুষ শংকৰদেৱৰ (১৪৪৯-১৫৬৮) জীৱনটো এনে সেৱাৰ উদাহৰণ আছে।[৩৪]

প্ৰসঙ্গত উল্লেখযোগ্য, সীমিতভাৱে হ'লেও অসমৰ বৈষ্ণৱ আন্দোলনে মানৱিকী চিন্তাৰ সূত্ৰপাত কৰিছিল। এই বিষয়ে অম্বিকাগিৰীৰ স্ব-বিশ্বাস,—

> মহাপুৰুষ শংকৰ-মাধৱৰ এই এটা প্ৰধান শিক্ষা যে মানুহক মানুহ বুলি শ্ৰদ্ধা কৰিব লাগে। নহ'লে মানুহৰ গৌৰৱ স্থিৰ নাথাকে।[৩৫]

অৰ্থাৎ অম্বিকাগিৰীৰ মানৱিকী চিন্তাও বৈষ্ণৱ সাংস্কৃতিক পৰম্পৰাৰ প্ৰেৰণা সম্ভূত।

ৰায়চৌধুৰীৰ কবিতা আৰু গীতত ব্যৱহৃত 'নাথ' 'মহাজন', 'প্ৰভু', 'দীননাথ' 'ভাই' আদি

---

২৮ দ্ৰ শুচিব্ৰতা ৰায়চৌধুৰী, 'পিতৃদেৱৰ পিতৃভূমি' অসম কেশৰী অম্বিকাগিৰী, পৃঃ ১০৩, সম্পা.- অক্ষয় কুমাৰ মিশ্ৰ, গোবৰ্ধন দাস।

২৯. দ্ৰ শুচিব্ৰতা ৰায়চৌধুৰী, 'পিতৃদেৱৰ পিতৃভূমি', মোহন লাল চৌধুৰী, 'মাইকেল কীন আহোঁতে', প্ৰসন্নলাল চৌধুৰী, 'অম্বিকাগিৰীৰ সংস্পৰ্শত', অসম কেশৰী অম্বিকাগিৰী, পৃঃ ১০৩-০৫, পৃঃ ২০-২৩, পৃঃ ১৬, সম্পা. অক্ষয় কুমাৰ মিশ্ৰ, গোবৰ্ধন দাস।
অম্বিকাগিৰী ৰায়চৌধুৰী, মোৰ জীৱন ধুমুহাৰ এছাটি, পূৰ্বোল্লিখিত, পৃঃ ৬৭৭.

৩০ দ্ৰ যজ্ঞেশ্বৰ শৰ্মা, 'নৱজাগৃতিৰ দূত', অসম কেশৰী অম্বিকাগিৰী, পৃঃ ৯৪, সম্পা. অক্ষয় কুমাৰ মিশ্ৰ, গোবৰ্ধন দাস,

৩১ বিশ্বলোক মিত্ৰ, অম্বিকাগিৰী আৰু ৰবীন্দ্ৰ নাথ ঃ কাব্যধাৰাত এভুমুকি', অম্বিকাগিৰীৰ ব্যক্তিত্বৰ আভাস, পৃঃ ৭৬ সম্পা. উপেন্দ্ৰ বৰকটকী, প্ৰফুল্ল দত্ত গোস্বামী, 'অম্বিকাগিৰীৰ জীৱন আৰু চিন্তা', অম্বিকাগিৰী ৰায়চৌধুৰী, পৃঃ ১৭১-৭২, অসম প্ৰকাশন পৰিষদ।

৩২ অম্বিকাগিৰী ৰায়চৌধুৰী, মোৰ জীৱন ধুমুহাৰ এছাটি, পূৰ্বোল্লিখিত, পৃঃ ৬৫৭.

৩৩. উল্লিখিত, পৃঃ ৬৫০-৬৫৬

৩৪. দ্ৰ. হীৰেন গোহাঁই, অসমীয়া জাতীয় জীৱনত মহাপুৰুষীয়া পৰম্পৰা, পৃঃ ১০৫.

৩৫. অম্বিকাগিৰী ৰায়চৌধুৰী, 'মাধৱদেৱ' পূৰ্বোল্লিখিত, পৃঃ ৮৫৬

শব্দবোৰ বৈষ্ণৱ-সাংস্কৃতিক চেতনাৰ অন্তৰঙ্গ প্ৰমাণ। বিজনলাল চৌধুৰীয়ে লিখিছে, "বৈষ্ণৱ যুগৰ কবিসকলৰ পিছতেই অম্বিকাগিৰীয়েই বহলভাৱে আৰু হৃদয় ৰঞ্জন সুৰত কবিতা আৰু গীতত "ভাই" সম্বোধন ব্যৱহাৰ কৰিছে।"[৩৬]

নৈতিক মূল্যবোধ, ত্যাগ-চেতনা, জীৱনৰ প্ৰতি দয়াশীলতা, চৰম দুখ-কষ্টৰ মাজতো স্থিত প্ৰজ্ঞৰ স্থিৰতা[৩৭] আদিও বৈষ্ণৱ সাংস্কৃতিক পৰম্পৰাজনিত। তেওঁ কৰ্মত প্ৰবৃত্ত কিন্তু নিস্পৃহভাবেৰে।[৩৮]

অম্বিকাগিৰীৰ যৌৱনৰ প্ৰেমজনিত ঘটনাটি আৰু দেশৰ আন্দোলনত লাগি স্কুল এৰি পুনৰ স্কুললৈ উভতি নোযোৱা ঘটনাটি আঙুলিয়াই হীৰেন গোহাঁয়ে কৰা বিশ্লেষণ গুৰুত্বপূৰ্ণ। গোহাঁয়ে লেখিছে—

> এনেবোৰ ঘটনাৰ মাজত এপিনে যেনেকৈ তেওঁৰ প্ৰবল আত্মসন্মান ফুটি ওলাইছে তেনেকৈ ওলাইছে এক আত্মিক বা নৈতিক শক্তিৰ ঐশ্বৰ্য! সন্দেহ নাই, তেতিয়াৰ বৃটিছ আমোলৰ বাস্তৱ পৰিৱেশত অসমীয়া জাতি গঠন হ'বৰ প্ৰক্ৰিয়াই সেই নৈতিক শক্তিৰ বাবে ক্ষেত্ৰ প্ৰস্তুত কৰিছিল। কিন্তু তাৰ মাজত অসমৰ পৰম্পৰাগত মহাপুৰুষীয়া ধৰ্মৰ প্ৰেৰণাই নতুন দিশত নতুন ৰূপত বাট বিচাৰি লৈছিল বুলি ভবাৰ থল আছে। মনত ৰাখিব লাগিব যে সকলো পৰিয়ালৰ সন্তানৰ মাজত এই চাৰিত্ৰিক গুণ দেখা যোৱা নাছিল।[৩৯]

দেখা গ'ল, অসমৰ জাতীয় আধ্যাত্মিক-সাংস্কৃতিক চেতনাই অম্বিকাগিৰীৰ জীৱনবোধত ক্ৰিয়াশীল ভূমিকা গ্ৰহণ কৰিছে। আনহাতেদি, বৃটিছ ঔপনিবেশিক প্ৰশাসন-সৃষ্ট অসমৰ জাতীয় জীৱনৰ সমস্যা আৰু সংকট ঘনায়মান হৈ আহিছিল। জাতীয় জীৱনত এক সাংস্কৃতিক সংকটৰ সূত্ৰপাত হয়। 'জোনাকী'ৰ থূলে জাতীয় জীৱনত সাংস্কৃতিক চেতনা দান কৰাত শক্তিশালী অৰিহণা যোগায়। জোনাকীৰ থূলে দান কৰা চেতনাই জাতীয় জীৱনত সাংস্কৃতিক স্বকীয়তা ৰক্ষা কৰাৰ প্ৰৱণতা সৃষ্টি কৰে। ত্ৰিশৰ দশকত অসম প্ৰমুখ্যে ভাৰতবৰ্ষৰ বিভিন্ন প্ৰদেশত এই চেতনাই ৰাজনৈতিক ৰূপ পৰিগ্ৰহ কৰা পৰিলক্ষিত হৈছে।[৪০]

অসমৰ জাতীয় জীৱনত সৃষ্টি হোৱা সমস্যা আৰু সংকট অতিক্ৰম কৰি গোহাঁয়ে আঙুলিয়াই দিয়া অসমীয়া জাতি গঠনৰ প্ৰক্ৰিয়াও বিকাশোন্মুখী। গতিকে, অম্বিকাগিৰীৰ সংবেদনশীল মনে উল্লিখিত সাংস্কৃতিক স্বকীয়তা ৰক্ষা কৰাৰ জাতীয় প্ৰৱণতাটিক আত্মসাৎ কৰি 'জোনাকী'ৰ থূলে সৃষ্টি কৰা 'পুৰণি পৃথিৱী নকৈ' চোৱাৰ চেতনাৰে উদ্দীপিত হৈ সৃষ্টি কৰ্মত প্ৰবৃত্ত হৈছে। বৰপেটাত

---

৩৬. বিজনলাল চৌধুৰী, 'অম্বিকাগিৰীৰ মহামানৱীয় চিন্তাধাৰা' **অম্বিকাগিৰীৰ ব্যক্তিত্বৰ আভাস**, পৃঃ ৮১ সম্পা. উপেন্দ্ৰ বৰকটকী।

৩৭. অম্বিকাগিৰী ৰায়চৌধুৰী, আহুতি, পূৰ্বোল্লিখিত, পৃঃ ৫৮৪-৮৫, তিলক চন্দ্ৰ দাস, পূৰ্বোল্লিখিত, পৃঃ ৫৮৪-৮৫, তিলক চন্দ্ৰ দাস, পূৰ্বোল্লিখিত, পৃঃ ১৩৪-৪৫ পৃঃ ১৬৬-৬৮, ভগগিৰী ৰায়চৌধুৰী, 'পিতাৰ কথা', **অম্বিকাগিৰী ৰায়চৌধুৰী**, পৃঃ ১২৩, অসম প্ৰকাশন পৰিষদ;

৩৮. অম্বিকাগিৰী ৰায়চৌধুৰী, "মই লিখোঁ কিয়?", পূৰ্বোল্লিখিত, পৃঃ ৯৯৭.

৩৯. দ্ৰ. হীৰেন গোহাঁই, 'অম্বিকাগিৰী আৰু সাম্প্ৰতিক মোহাকেশ', **অসম কেশৰী অম্বিকাগিৰী**, পৃঃ ২২৩, সম্পা. অক্ষয় কুমাৰ মিশ্ৰ, গোবৰ্ধন দাস।

৪০. পূৰ্ববৰ্তী, ১.০১, ২.০১, ৩.০৩.

অন্তৰীণ কালতে বঙালী সংস্কৃতিৰ প্ৰভাৱৰ পৰা বৰপেটাক মুক্ত কৰিবলৈ নাট, গীত ৰচনাত প্ৰবৃত্ত হৈছে। বৰগীত, থলুৱা গীতমাতৰ চৰ্চাত আত্মনিয়োগ কৰিছে। 'বুঢ়া ভকতীয়া'সকলৰ মাজৰপৰা বৰগীতক বহল সমাজলৈ অনাৰ প্ৰচেষ্টা হাতত লৈছে। পাছৰ স্তৰত বৰগীতৰ ব্যাকৰণ ব্যাখ্যা কৰিছে।[৪১] দেখা গ'ল সাংস্কৃতিক ঐতিহ্যইও অম্বিকাগিৰীক সৃষ্টিৰ প্ৰেৰণা দান কৰিছিল। অম্বিকাগিৰীৰ সৃষ্টিৰ সাংস্কৃতিক প্ৰেৰণাৰ বিষয়ে বাণীকান্ত কাকতিয়ে লিখিছে,

> তেওঁৰ অন্তৰত অতীত অসমৰ গৌৰৱে অহৰহ খুন্দিয়াই থাকে আৰু ইয়ে তেওঁৰ কল্পনাক উদ্দীপ্ত কৰে। তেওঁ আনসকলকো সেই কল্পনাৰে উদ্দীপ্ত হোৱাটো বিচাৰে। তেওঁ সমকালীন অসমৰসংকট দেখি থিৰেৰে থাকিব পৰা নাছিল..........। বৃটিছ ৰাজত্ব কালত অসমীয়া ডেকাসকলে তেওঁলোকৰ চহকী সংস্কৃতিৰ টেটুত চেপি ধৰা শক্তিবোৰৰ ওচৰত নতি স্বীকাৰ কৰা দেখি তেওঁ যন্ত্ৰণাবোধ কৰিছিল আৰু এই সাংস্কৃতিক গ্ৰাস প্ৰতিহত কৰিব বিচাৰিছিল।[৪২]

গতিকে, অম্বিকাগিৰীয়ে অসমীয়া জাতিৰ সাংস্কৃতিক স্বকীয়তা ৰক্ষাৰ বাবে প্ৰথমে সাংস্কৃতিক কৰ্মী হিচাপে পাছলৈ ৰাজনৈতিক কৰ্মী আৰু ভাষ্যকাৰ হিচাপে সাহিত্য সৃষ্টিত প্ৰবৃত্ত হয়।

বিংশ শতিকাৰ প্ৰথম দশকতে আৰম্ভ হয় বংগভঙ্গ আন্দোলন, সন্ত্ৰাসবাদী কাৰ্য। লগে লগে আৰম্ভ হয় অম্বিকাগিৰীৰ ৰাজনৈতিক কাৰ্যকলাপ। ৰায়চৌধুৰী প্ৰত্যক্ষভাৱে সন্ত্ৰাসবাদী কাৰ্য, স্বদেশী আন্দোলন, অসম এছাচিয়েশ্যন, অসম কংগ্ৰেছ আদিত জড়িত হৈ পৰে। সংযুক্তিৰ লগে লগে উক্ত সংগঠনবোৰে ভাৰতৰ স্বাধীনতা আন্দোলনত সক্ৰিয় ভূমিকা লোৱাত, স্বাভাৱিকতে অম্বিকাগিৰীও এইবোৰত জড়িত হৈ পৰে।[৪৩] ৰাজনৈতিক আন্দোলনত হোৱা সংযুক্তিয়ে তেওঁক বৃটিছ গোলামিৰ বিৰুদ্ধে জনসাধাৰণৰ মনত "তীব্ৰ বিক্ষোভ সৃষ্টি কৰাৰ"[৪৪] উদ্দেশ্যে ৰাজনৈতিক চেতনাযুক্ত নাট, গীত, প্ৰবন্ধ ৰচনাত মনোনিবেশ কৰাত প্ৰেৰণা যোগায়। ৰায়চৌধুৰীৰ বিভিন্ন ৰাজনৈতিক কৰ্মই তেওঁৰ ৰাজনৈতিক আৰু দেশপ্ৰেমমূলক সৃষ্টিসমূহৰ মূল প্ৰেৰণা।

দেখা গ'ল যে, অম্বিকাগিৰিৰ সাহিত্য সৃষ্টিৰ প্ৰেৰণা আৰু উপাদানৰূপে আধ্যাত্মিক চেতনা, ভাৰতীয় নৱজাগৰণে কঢ়িয়াই অনা সাংস্কৃতিক চেতনা, বিচ্ছিন্ন আৰু সংগঠিতভাৱে হোৱা স্বাধীনতাৰ ৰাজনৈতিক আন্দোলনে দান কৰা ৰাজনৈতিক চেতনাই প্ৰেৰণা যোগাইছিল।

---

৪১. অম্বিকাগিৰী ৰায়চৌধুৰী, 'জয়দ্ৰথ ৰচনাৰ ইতিবৃত্ত', 'বৰগীত', পূৰ্বোল্লিখিত, পৃঃ ৩-৯, পৃঃ ৮৫৮-৬৩.

৪২. দ্ৰ. বাণীকান্ত কাকতি, 'অম্বিকাগিৰী ৰায়চৌধুৰী' অসম কেশৰী অম্বিকাগিৰী, পৃঃ ৫. সম্পা. অক্ষয় কুমাৰ মিশ্ৰ, গোবৰ্ধন দাস।

৪৩. পূৰ্ববৰ্তী, ৩.০১, ৩.০১, ৩.০৩, পৰবৰ্তী, ৫.০১, ৫.০২

৪৪. অম্বিকাগিৰী ৰায়চৌধুৰী, মোৰ জীৱন ধুমুহাৰ এছাটি, 'মই লিখোঁ কিয়?' পূৰ্বোল্লিখিত, পৃঃ ৬৫৮; পৃঃ ৯৯৩.

## ৪.০২ কবিতাৰ প্ৰথম পৰ্ব (১৯০৭-১৯১৫)
## কবিতাৰ দ্বিতীয় পৰ্ব (১৯১৬-১৯৩২)
## কবিতাৰ বেলিমাৰ পৰ্ব (১৯৩২-১৯৫০) তৎপৰৱৰ্তী

অম্বিকাগিৰী ৰায়চৌধুৰীৰ কবিতাসমূহক তিনিটা পৰ্বত বিভাজন কৰিবলৈ বিচৰা হৈছে। কিয়নো, কবিৰ জীৱনাদৰ্শৰো পৰ্ব বিভাজন ঘটা দেখা গৈছে।[১] উল্লিখিত বিভাজন কৰিব খোজাৰ কাৰণ (ক) কবিৰ জীৱনাদৰ্শৰ পৰ্ব বিভাজন, (খ) কবিতাসমূহৰ ভাৱবস্তু, শিল্পগুণ আৰু বক্তব্য (গ) শিল্প চৰ্চাৰ দৃষ্টিভংগীৰ সলনি।

কবি আৰু কাব্যৰ সম্বন্ধ ঘনিষ্ঠ। কবিৰ জীৱন, মানসিক বাতাৱৰণ, সৃষ্টিৰ প্ৰক্ৰিয়া, সামাজিক পৰিবেশ আৰু পটভূমিৰ মাজত আন্তঃসম্পৰ্ক বৰ্তমান। অম্বিকাগিৰীৰ কবিতাৰ ক্ষেত্ৰত এই কথা অস্বীকাৰ কৰিব নোৱাৰি। অম্বিকাগিৰীক, ৰায়চৌধুৰীৰ ঘনিষ্ঠ বন্ধু বাণীকান্ত কাকতিয়ে 'দুতৰপৰীয়া' পুৰুষ বুলি উল্লেখ কৰিছে।[২] কোনোৱে আকৌ ৰায়চৌধুৰীক 'বহুতৰপীয়া' ব্যক্তি বুলি কৈছে।[৩] ৰায়চৌধুৰীৰ এই বিচিত্ৰ ব্যক্তিত্বই তেওঁৰ সৃষ্টিসমূহত প্ৰকাশ লাভ কৰিছে। মহেশ্বৰ নেওগে ৰায়চৌধুৰীৰ কবিতাৰ আলোচনা প্ৰসঙ্গত লিখিছে, ৰায়চৌধুৰীৰ কবিতা 'জীৱনৰ নিৰাবৰণ' প্ৰকাশ। তদুপৰি, অম্বিকাগিৰীৰ "গুটীয়া আধ্যাত্মিক আৰু সামাজিক ৰাজনৈতিক জীৱন আৰু কবিতাৰ লগত নিবিড় সম্বন্ধ"।[৪]

কবিৰ জীৱন স্বচ্ছন্দ আৰু স্ৰোতস্বিনী নদী সদৃশ নহয়। তেওঁৰ জীৱন অনেক খলা-বমা, সংঘাত, ত্যাগ, দাৰিদ্ৰ আৰু সংগ্ৰামেৰে ভৰা। কাব্যিক অনুভূতি, জীৱন সংগ্ৰাম, কৰ্ম, সমগ্ৰ জীৱন কটিয়াই লৈ ফুৰা আপোচবিহীন আদৰ্শ আদিৰ বিভিন্ন সময়ত সংঘাত সৃষ্টি হৈছে।[৫] এই সংঘাতেই ৰায়চৌধুৰীৰ কাব্যত স্তৰ বিন্যাস ঘটাৰ মূল উৎস। এই প্ৰসঙ্গত মহেশ্বৰনেওগে মন্তব্য কৰিছে, "কাব্যৰ লগতে কৰ্মজীৱনৰ সংঘাতৰ ফলত ৰায়চৌধুৰীৰ কাব্যৰ স্তৰ-বিন্যাসৰ সৃষ্টি হৈছে।"[৬] এই সংঘাতৰ কথা ঘনিষ্ঠ বন্ধু হিচাপে বাণীকান্ত কাকতিয়ে অনুভৱ কৰিছিল বাবেই ৰায়চৌধুৰীক কেৱল কাব্য চৰ্চাত নিযুক্ত থাকিবলৈ অনুৰোধ কৰিছিল।[৭] গতিকে, ৰায়চৌধুৰীৰ কবিত্ৰ সমূহৰ পৰ্ব বিভাজন কৰাটো যুক্তিসংগত বুলি বিবেচনা কৰা হৈছে। মহেশ্বৰ নেওগ, সত্যেন্দ্ৰনাথ শৰ্মা আদিয়েও

---

১. পূৰ্বৱৰ্তী, ৩.০১, ৩.০২, ৩.০৩

২. দ্ৰ. বাণীকান্ত কাকতি, অম্বিকাগিৰী ৰায়চৌধুৰীৰ 'তুমি', **অম্বিকাগিৰী ৰায়চৌধুৰী**, প-ঃ ৩৮. সম্পাঃ যোগেশ দাস, সতীশ চন্দ্ৰ কাকতী, তফজ্জুল আলি, ৰান গোস্বামী।

৩. দ্ৰ. অতুল চন্দ্ৰ হাজৰিকা, 'অসম কেশৰীৰ উপাখ্যান' উল্লিখিত, পৃঃ১.

৪. দ্ৰ. মহেশ্বৰ নেওগ, অম্বিকাগিৰী ৰায়চৌধুৰী, **অসম কেশৰী অম্বিকাগিৰী**, পৃঃ ১৫২; সম্পাঃ অক্ষয় কুমাৰ মিশ্ৰ, গোবৰ্ধন দাস।

৫. অম্বিকাগিৰী ৰায়চৌধুৰী, **মোৰ জীৱন ধুমুহাৰ এছাটি**, সৰ্বত্ৰ, **অম্বিকাগিৰী ৰায়চৌধুৰী ৰচনাৱলী**, সম্পা. সত্যেন্দ্ৰনাথ শৰ্মা; মহেশ্বৰ নেওগ, উল্লিখিত, পৃঃ ১৫৪-৫৫.

৬. দ্ৰ. মহেশ্বৰ নেওগ, উল্লিখিত, পৃঃ ১৫৫.

৭. অম্বিকাগিৰী ৰায়চৌধুৰী, উল্লিখিত, পৃঃ ৬৭৫.

ৰায়চৌধুৰীৰ কবিতাৰ স্তৰ বিন্যাস ঘটাটো আঙুলিয়াইছে।[৮]

পৰ্ব বিভাজনত কবিতাসমূহৰ পুথি আকাৰে প্ৰকাশ হোৱাৰ সময়তকৈ মূল ৰচনাৰ সময়হে গ্ৰহণ কৰা হৈছে। মূল ৰচনাসমূহৰ সময় যিহেতু কবিয়ে নিজে উল্লেখ কৰি গৈছে, গতিকে, প্ৰকাশৰ সময় পৰিহাৰ কৰিবলৈ চেষ্টা কৰা হৈছে। কিয়নো, সৃষ্টিৰ লগত সৃষ্টিৰ উদ্দেশ্য, স্ৰষ্টাৰ সৃষ্টি-কালৰ মানসিক বাতাবৰণৰ ওতঃপ্ৰোত সম্পৰ্ক থাকে। আমি বিভাজন কৰিব খোজা পৰ্বসমূহত সংশ্লিষ্ট সময়ৰ কবিৰ মানসিকতাৰ প্ৰতি লক্ষ্য কৰা হৈছে।

প্ৰথম পৰ্বটো ১৯০৭-১৯১৫ চনলৈ পৰিব্যাপ্ত বুলি ধৰা হৈছে। মহেশ্বৰ নেওগেও এই স্তৰটো '১৯১৬ চনলৈকে বিস্তৃত' বুলি উল্লেখ কৰিছে। বাণীকান্ত কাকতিৰো বিশ্লেষণ সদৃশ।[৯] সত্যেন্দ্ৰনাথ শৰ্মাই ৰায়চৌধুৰীৰ কবিতাৰ দুটা স্তৰ নিৰ্দেশ কৰি লেখিছে,

> প্ৰকাশ ভঙ্গী, ভাষা ছন্দ আৰু আভ্যন্তৰিক সুৰ বা বাচ্য— এই সকলোবোৰ দিশৰ পৰা বিচাৰ কৰি চালে ৰায়চৌধুৰীৰ কবিতাৱলীক দুটা স্তৰত ভাগ কৰিব পাৰি। প্ৰথম স্তৰটোৱে, 'তুমি' 'বীণা' 'বেণু' আৰু অনুভূতিৰো কিছু কবিতা সামৰি লয়। এই স্তৰৰ কবিতাবোৰ ৰচিত হৈছিল ১৯১০ চনৰ পৰা ১৯২০ চনৰ ভিতৰত।[১০]

উল্লিখিত প্ৰসঙ্গত কবিৰ নিজা বক্তব্য তলত উল্লেখ কৰা হ'ল—

> ইংৰাজী ১৯০৮ চনৰ পৰা ১৯১৫ চনলৈকে মোৰ ঘৰ বৰপেটাত মই 'জয়দ্ৰথ বধ', 'ভক্ত গৌৰৱ', 'কল্যাণময়ী', 'তুমি', 'বীণা' বেণু আৰু নানা গীত পদ প্ৰবন্ধ আদি এৰা-ধৰাকৈ প্ৰায় একে সময়তেই ৰচনা কৰাত লাগো।[১১]

কবিৰ বক্তব্যই প্ৰথম পৰ্বটো ১৯১৫ চনতে শেষ হোৱা বুজায়।

উল্লিখিত সময়ছোৱাত কবি বৰপেটাত নজৰবন্দী। বৰপেটাৰ বৈষ্ণৱ পৰম্পৰাজনিত আধ্যাত্মিকতা, পাৰিবাৰিক পৰম্পৰা আদিয়ে তেওঁৰ মনত আধ্যাত্মিক বাতাবৰণ সৃষ্টি কৰিছিল। এই সময়ছোৱাত তেওঁ এনাৰ্কিজিমৰ অন্তঃসাৰশূণ্যতাৰ উপলব্ধি, গান্ধীজীৰ নিষ্ক্ৰিয় প্ৰতিৰোধ আৰু যৌৱনৰ প্ৰাৰম্ভতে লগ পোৱা প্ৰেয়সীক দৈশিক কৰ্মত পৰি দিয়া বিদায়ৰ স্মৃতি,[১২] আদিৰ ফলত, প্ৰথম যৌৱনৰ উদ্দামতাৰ পাছত, এক শান্ত-সমাহিত অৱস্থা মানসিক জগতত ক্ৰিয়াশীল হৈ আছিল বুলি ভবাৰ থল আছে।

এই সময়ছোৱাত ব্যক্তিগত জীৱনৰ প্ৰেমৰ অভিজ্ঞতা "সমজাতীয় সহানুভূতি আৰু অনুভূতিৰ ভিতৰেদি" সকলো "আসক্তি" অতিক্ৰম কৰি "অনন্তৰ লগত সানমিহলি" হৈ [১৩] পৰিছে। গতিকে, এই মানসিক বাতাবৰণৰ সৃষ্টি 'তুমি' 'বীণা', 'অনুভূতি'ৰ আধ্যাত্মিক তথা অতীন্দ্ৰিয় চেতনাসম্পন্ন

---

৮. দ্ৰ. মহেশ্বৰ নেওগ, পূৰ্বোল্লিখিত, পৃঃ ১৫৪-৫৭. সত্যেন্দ্ৰনাথ শৰ্মা, 'অম্বিকাগিৰী ৰায়চৌধুৰীৰ প্ৰতিভা', **অম্বিকাগিৰী ৰায়চৌধুৰী ৰচনাৱলী**, পৃঃ ০.২২

৯. দ্ৰ. মহেশ্বৰ নেওঁগ, পূৰ্বোল্লিখিত, পৃঃ ১৫৫-৫৬. বাণীকান্ত কাকতি, 'অম্বিকাগিৰী ৰায়চৌধুৰীৰ ব্যক্তিত্বত এভুমুকি', **অম্বিকাগিৰীৰ ব্যক্তিত্বৰ আভাস**, পৃঃ ১৩-১৪, সম্পা উপেন্দ্ৰ বৰকটকী

১০ দ্ৰ. সত্যেন্দ্ৰনাথ শৰ্মা, পূৰ্বোল্লিখিত, পৃঃ ০.২২

১১ অম্বিকাগিৰী ৰায়চৌধুৰী, পূৰ্বোল্লিখিত, পৃঃ ৬৬৮

১২. পূৰ্ববৰ্তী, ২.০৩, ৩.০১, ৩.০২; অম্বিকাগিৰী ৰায়চৌধুৰী, পূৰ্বোল্লিখিত, পৃঃ ৬৩, পৃঃ ৭৪৮-৫২; সত্যেন্দ্ৰনাথ শৰ্মা, পূৰ্বোল্লিখিত, পৃঃ ০.২২-০.২৩

১৩. অম্বিকাগিৰী ৰায়চৌধুৰী, 'পাতনি', 'তুমি', পূৰ্বোল্লিখিত পৃঃ ৩৩৫.

কবিতাসমূহ। 'তুমি' গ্ৰন্থাকাৰে ১৯১৫, 'বীণা' ১৯১৬ চনত প্ৰকাশ হয়। দুয়োখনেই ডিব্ৰুগড়ৰ পৰা প্ৰকাশিত।[১৪] এই প্ৰসঙ্গতে উল্লেখ কৰিব পাৰি যে ৰায়চৌধুৰীৰ আধ্যাত্মিক চেতনাসম্পন্ন গীত সমূহৰো, সৰহভাগেই এই সময়ত ৰচিত।[১৫] গতিকে, উল্লিখিত কাৰণসমূহৰবাবে প্ৰথম স্তৰটো মোটামুটিভাৱে ১৯১৫ চনলৈকে পৰিব্যাপ্ত বুলি ধৰা হৈছে।

দ্বিতীয় পৰ্বটো ১৯১৬-১৯৩২ মানলৈকে পৰিব্যাপ্ত বুলি ভবা হৈছে। এই পৰ্বত পুথি আকাৰে কবিতাপুথি ৰচিত অথবা প্ৰকাশিত হোৱা নাই। এই সময়ছোৱাত ৰচিত কবিতাসমূহ ১৯৫৪ চনত প্ৰকাশ কৰা 'অনুভূতি' গ্ৰন্থখনিত অন্তৰ্ভুক্ত হৈছে।[১৬] ১৯১৬-১৯২০ এই সময়ছোৱাত কেইটিমান আধ্যাত্মিক চেতনাসম্পন্ন কবিতা ৰচিত হৈছে যদিও মূলতঃ এই সময়ছোৱা কবিৰ মানসিক দ্বন্দ্বৰ সময়।

বৰপেটাত নজৰবন্দীকাল শেষ হোৱাত অম্বিকাগিৰীৰ ক্ৰমে বৃহৎ সামাজিক প্ৰেক্ষাপটৰ লগত সংযুক্তি ঘটিছে। সমকালৰ অসমৰ সামাজিক-ৰাজনৈতিক জীৱনৰ অনুষ্ঠান 'অসম এছোছিয়েশ্যন'ৰ মঞ্চত অম্বিকাগিৰীৰ উপস্থিতি দেখা গৈছে।[১৭] এই স্তৰটোত অম্বিকাগিৰীক্ৰমে 'চেতনা' (১৯১৯)ৰ যোগেদি ৰাজনৈতিক চেতনাসম্পন্ন বুদ্ধিজীৱীৰূপে প্ৰতিষ্ঠাৰ পথত। মহেশ্বৰ নেওগে কবিৰ কাব্য চৰ্চা আৰু ৰাজনীতি চৰ্চাৰ বিষয়ে লেখিছে—

> ৰায়চৌধুৰীৰ জীৱনত পৰস্পৰবিৰোধী নহ'লেও দুটা পৃথক ধাৰা প্ৰবাহিত হৈ আহিছে— কাব্য আৰু ৰাজনীতি। এই ধাৰা দুটা সমান্তৰালভাৱে চলাটোৱেই যদিও সহজ গতি যেন লাগে, সিহঁতে অনেক সময়ত সাঙোৰা-সাঙুৰি কৰাও দেখা যায়। অৱশ্যে এনে মিলনৰ ক্ষণ লাহে লাহে পাতলি অহা দেখা গৈছে।[১৮]

বাণীকান্ত কাকতিয়েও এনে প্ৰসঙ্গতে কৈছে ৰায়চৌধুৰী 'এফালে যেনে প্ৰাণ ঢালি দিয়া স্বদেশ কৰ্মী, আনফালে তেনে অতলস্পৰ্শী আবেগপূৰ্ণ প্ৰেমৰ কবি"।[১৯] এই স্তৰটোতে উল্লিখিত 'ৰাজনীতি' আৰু স্বদেশ-চেতনা তেওঁৰ সৃষ্টিত প্ৰৱেশ কৰিছে। দ্বিতীয় পৰ্বটোৰ প্ৰাৰম্ভৰ অংশত কবিৰ আধ্যাত্মিক 'তন্দ্ৰাভঙ্গ' ঘটি কবিতাত ৰাজনৈতিক চেতনাই প্ৰকাশ লভিছে। তদুপৰি কবিৰ এই কাব্যৰ পৰিক্ৰমণত 'সেৱাৰ আদৰ্শ'ই প্ৰেমাস্পদক বিদায় দিয়াৰ প্ৰেৰণা যোগাইছিল।[২০] যি সেৱাৰ আদৰ্শই 'প্ৰাণ ঢালি দিয়া স্বদেশ কৰ্মী' কৰি তুলিছিল, সেই সেৱাৰ আদৰ্শ কাব্যত পৰিস্ফুৰণ প্ৰথম পৰ্বতে ঘটিছিল,

> তুমি কৰুণা ৰঞ্জিত হিয়া
> সমাজৰ পুৰুষ উদাৰ;
> নিছলা জনক দিয়া
> দেখুৱাই মুকুতিৰ পাৰ।

---

১৪. অম্বিকাগিৰী ৰায়চৌধুৰী, পূৰ্বোল্লিখিত. পৃঃ ৬৭০. মহেশ্বৰ নেওগ, পূৰ্বোল্লিখিত, পৃঃ ১৫৪

১৫. পৰৱৰ্তী, ৬.০২.

১৬. অম্বিকাগিৰী ৰায়চৌধুৰী, 'মোৰ একাষাৰ', অনুভূতি, পূৰ্বোল্লিখিত, পৃঃ ৩৯৮

১৭. পূৰ্বৱৰ্তী, ৩.০২, পৰৱৰ্তী, ৫.০১. অম্বিকাগিৰী ৰায়চৌধুৰী, পূৰ্বোল্লিখিত, পৃঃ ৬৬৫-৬৬.

১৮. দ্ৰ. মহেশ্বৰ নেওগ, পূৰ্বোল্লিখিত, পৃঃ ১৫৪.

১৯. দ্ৰ. বাণীকান্ত কাকতি, 'অম্বিকাগিৰী ৰায়চৌধুৰীৰ 'তুমি', পূৰ্বোল্লিখিত, পৃঃ ৩৮.

২০. অম্বিকাগিৰী ৰায়চৌধুৰী, পূৰ্বোল্লিখিত, পৃঃ ৭৫২.

তুমি ধীৰ, স্থিৰ মহাজন
খাটি খাটি গোটেই জীৱন;
সমাজক উজ্বলোৱা
ঢালি ঢালি জ্ঞানৰ কিৰণ।[২১]

এই স্তৰতে, মহেশ্বৰ নেওগৰ মতে "কবিৰ অন্তৰে নতুন প্ৰেমাস্পদৰ" ফালে আকৰ্ষিত হৈছে।[২২] আনহাতে 'বীণা'তো এনে চেতনাৰ স্বাক্ষৰ,

তোমাৰ দেশতকৈ মোৰ দেশ ভাল
ইয়াতে কটাম হাঁহি হাঁহি চিৰকাল।[২৩]

অতীন্দ্ৰিয় চেতনাতে নহয়, বাস্তৱতো কবিৰ 'তন্দ্ৰাভংগ' ঘটিছে। দ্বিতীয় স্তৰটোৰ প্ৰাৰম্ভতে কবিতাৰ ক্ষেত্ৰত কবি বাট বিচৰাৰ 'বাটত'। কবি বিশ্বসুন্দৰীৰ, অতীন্দ্ৰিয় প্ৰেমত ব্যাকুল নহয়, সেই দিশত তেওঁ 'শ্ৰান্ত', হিয়াত সৃষ্টি হৈছে 'অনলতৰ্ক' গতিকে 'বাটৰ সন্ধি' বিচাৰিছে।[২৪] এই সংঘাত কবিৰ মানসিক সংঘাত, দোদুল্যমান মানসিকতাৰ যথাৰ্থ পৰিচয় ইয়েই বহন কৰিছে। ইয়াৰ পাছতে "দেশ ভৰি থকা দীনতা"[২৫] গুচোৱাৰ দিশত কবিৰ নিজা উত্তৰণ সম্পূৰ্ণ হৈছে বুলি ধৰিব পাৰি।

উল্লিখিত সময়ছোৱাত কবিৰ পৰিবৰ্তিত সামাজিক-ৰাজনৈতিক পৰিস্থিতিত চিন্তা-চেতনাৰ পৰিবৰ্তন,[২৬] ব্যক্তিগত জীৱনৰ ব্যস্ততা, অৰুণা প্ৰেছ প্ৰতিষ্ঠা, 'চেতনা' প্ৰকাশ আদিয়ে কবিৰ মানসিক বাতাবৰণ সলনি কৰে। 'চেতনা' প্ৰকাশ (১৯১৯)ৰ লগে লগে কবিৰ ৰাজনৈতিক চিন্তা-চৰ্চা বৰ্দ্ধিত হোৱা দেখা যায়। 'চেতনা'ৰ (১৯১৯-২৭) কালছোৱাত "ৰাজনীতিয়ে কবিৰ একমাত্ৰ আগ্ৰহৰ বস্তু" হৈ পৰে।[২৭] দ্বিতীয় পৰ্বটোতে কবিয়ে গান্ধীবাদী আদৰ্শ গ্ৰহণ কৰিছে, অসহযোগ আন্দোলনৰ বাবে কাৰাৰুদ্ধ হৈছে, অসমৰ সংৰক্ষিণী সভা প্ৰতিষ্ঠা, আইন অমান্য আন্দোলন আদিত প্ৰত্যক্ষ-পৰোক্ষভাৱে জড়িত হৈছে। স্বাভাৱিক কাৰণতে এই সময়ৰ কবিতা আৰু গীতত ৰাজনৈতিক চেতনাৰ প্ৰকাশ ঘটিছে। আনহাতেদি এই স্তৰত কবিৰ সংগ্ৰামশীল এক নিজস্ব জীৱনবোধেও বিকাশ লাভ কৰিছে। 'জীৱনৰ ৰূপ, 'মানৱায়তন', 'গঢ়া কৰি মোক ৰাডুদাৰ' আৰু 'জীৱনৰ প্ৰয়োজন' এই চাৰিটি কবিতাই কবিৰ মানসিক বাতাবৰণ প্ৰকাশ কৰিছে। 'জীৱনৰ প্ৰয়োজন'ৰ ব্যাখ্যাৰে কবিয়ে দৰাচলতে কাব্য দেৱীক বিদায় দিছে। আনহাতেদি আইন অমান্য আন্দোলনৰ পৰিসমাপ্তিৰ লগে লগেই কবিৰ জীৱনাদৰ্শৰ ক্ষেত্ৰতো পৰিৱৰ্তন অহা দেখা গৈছে।[২৮] অৱশ্যে মহেশ্বৰ নেওগদেৱে দ্বিতীয় স্তৰটি ১৯২৯ মানতে শেষ কৰিব খুজিছে। কিন্তু উল্লিখিত চাৰিওটি কবিতা এটি আনটিৰ পৰিপূৰকৰূপে বিবেচনা কৰা হেতুকে, আৰু তৃতীয় পৰ্বৰ জীৱনাদৰ্শৰো বিকাশ ১৯৩৫ চনৰ পৰা হোৱাৰ বাবে এই পৰ্বটো ১৯৩২ চনলৈকে পৰিব্যাপ্ত বুলিলে অসংগত নহ'ব , কিয়নো, আমি

২১. অম্বিকাগিৰী ৰায়চৌধুৰী, তুমি, পূৰ্বোল্লিখিত, পৃঃ ৩৪২-৪৩.
২২. মহেশ্বৰ নেওগ, পূৰ্বোল্লিখিত, পৃঃ ১৫৬
২৩. অম্বিকাগিৰী ৰায়চৌধুৰী, বীণা, পূৰ্বোল্লিখিত, পৃঃ ৩৮০-৮১.
২৪. অম্বিকাগিৰী ৰায়চৌধুৰী, 'বাটত', অনুভূতি, পূৰ্বোল্লিখিত, পৃঃ ৪০৬.
২৫. অম্বিকাগিৰী ৰায়চৌধুৰী, 'ভাগ্ৰৱণ', 'আবাহন', উল্লিখিত, পৃঃ ৪১০-১,
২৬. পূৰ্ববৰ্তী, ৩.০২.
২৭. দ্ৰ. মহেশ্বৰ নেওগ, পূৰ্বোল্লিখিত, পৃঃ ১৫৬
২৮. অম্বিকাগিৰী ৰায়চৌধুৰী, অনুভূতি, পূৰ্বোল্লিখিত, পৃঃ ৪১২-১৬.
২৯. পূৰ্ববৰ্তী, ৩.০৩.

উল্লেখ কৰা উক্ত চাৰিটা কবিতা কাব্য জীৱনৰ পৰিক্ৰমণত এটা থূল ৰূপে বিবেচনা কৰিব পাৰি। আৰু থূলটোৰ শেষ কবিতাটি ৰচনা কৰা হৈছে ১৯৩২ চনত আৰু প্ৰথম কবিতাটি ৰচনা কৰা হৈছে ১৯২৫ চনত। অৱশ্যে দ্বিতীয় পৰ্বটোতে "কবিৰ কাব্যই ক'বলগীয়া প্ৰায় সকলোখিনি" [৩০] কৈ সমাপ্তি ঘোষণা কৰিছে। কিয়নো, ইয়াৰ পাছত কবিয়ে কবিতাৰে নতুন বক্তব্য দাঙি ধৰা নাই।

তৃতীয় পৰ্বটোত কালানুক্ৰমিকভাৱে ১৯৩২-১৯৫০ আৰু পঞ্চাশোত্তৰ ৰচনাখিনিক সাঙোৰা হৈছে। এই পৰ্বটোত উল্লিখিত সময়ত ৰচিত, কিছু সংখ্যক কবিতা 'অনুভূতি'ত সংকলিত হৈছে। পঞ্চাশোত্তৰ ৰচনাসমূহ ক্ৰমে 'স্থাপন কৰ স্থাপন কৰ' (১৯৫৮), 'বেদনাৰ উল্কা (১৯৬৪), 'দেশেই ভগৱান' (১৯৬৫) আদি। তদুপৰি মৰণোত্তৰ প্ৰকাশ 'বাণী বিদ্যুত'ত কিছু কবিতা সংকলিত হৈছে। এই কবিতাবোৰ ৰচনাৰ চন তাৰিখবিহীন। তৃতীয় পৰ্বটোত কবিয়ে বিশেষ নতুন কথা কোৱা নাই। এই স্তৰৰ কবিতাত কবিতাৰ শিল্প গুণতকৈ কবিয়ে বক্তব্যক অধিক গুৰুত্ব দিছে। ভাৱৰ দিশৰ পৰা পূৰ্ববৰ্তী পৰ্ব দুটাৰ বৈ যোৱা অৱশেষ 'অমিয়া জোকাৰ'হে ।

মহেশ্বৰ নেওগেও এই স্তৰৰ কবিতাসমূহক "প্ৰথম দুটা স্তৰৰ বিস্তৃত অংশ" বুলি অভিমত দিছে। [৩১] এই স্তৰৰ ৰচনাসমূহক কবিতা বোলাতকৈ অনুভূতিসিক্ত কাব্যিক বক্তৃতাৰূপে চিহ্নিত হবৰ যোগ্য। এই পৰ্বৰ কবিতা উদ্দেশ্যধৰ্মিতাৰ দোষেৰে অধিক দুষ্ট। অৱশ্যে কবি নিজেও সেই কথাত বিশ্বস্ত আৰু খোলোচা—

> কবিতাৰ ক্ষেত্ৰত, বিশেষকৈ ১৯৪৭ চনৰ পিছত বেছিভাগ কবিতা বা পদ্য মই উদ্দেশ্যমূলক ৰূপেই লিখিছোঁ।
>
> .........এই উদ্দেশ্য হৈছে একমাত্ৰ নিজস্ব ভাষা, সংস্কৃতি, অৰ্থনীতি, ৰাজনীতি-সমাজনীতিৰ ক্ষেত্ৰত মোৰ দেশখনক নিখুঁতকৈ ৰক্ষা কৰা.........।[৩২]

এই দৃষ্টি ভংগীয়েই ৰায়চৌধুৰীৰ জীৱনাদৰ্শৰ তৃতীয় পৰ্বটো [৩৩] নিয়ন্ত্ৰণ কৰিছিল। গতিকে, কবিতাত তাৰ প্ৰভাৱো নিতান্ত স্বাভাৱিক।

ওপৰৰ আলোচনাৰ পৰা এইটো স্পষ্ট হ'ল যে, কবিৰ কাব্য-চৰ্চাৰ তৃতীয় পৰ্বটো বেলিমাৰ পৰ্ব ৰূপেহে চিহ্নিত কৰিব পাৰি। এই পৰ্বটোত কবিতাৰ স্বাধীনতা অন্তৰ্হিত হৈছে।

অম্বিকাগিৰীৰ কবিতা সৃষ্টিৰ পৰ্ব বিভাজনৰ পৰা দেখা গ'ল তেওঁৰ কবিতাৰ চাৰিত্ৰিক বৈশিষ্ট্য দুটা— (ক) আধ্যাত্মিক তথা অতীন্দ্ৰিয়বাদী চেতনা আৰু (খ) ৰাজনৈতিক সংগ্ৰামী চেতনা তথা স্বদেশ প্ৰেম।[৩৪]

---

৩০. মহেশ্বৰ নেওগ, পূৰ্বোল্লিখিত, পৃঃ ১৫৭. পৰৱৰ্তী, ৬.০১.
৩১. মহেশ্বৰ নেওগ, পূৰ্বোল্লিখিত, পৃঃ ১৫৭
৩২. অম্বিকাগিৰী ৰায়চৌধুৰী, 'মই লিখো কিয়?' পূৰ্বোল্লিখিত, পৃঃ ৯৯৫.
৩৩. পূৰ্ববৰ্তী, ৩.০৩.
৩৪. পৰৱৰ্তী, ৬.০১.

## ৪.০৩ গদ্য ৰচনাৱলীৰ স্তৰ বিন্যাস ঃ ১৯১৪-১৯৩৪, ১৯৩৫-১৯৫০, ১৯৫১ আৰু পৰৱৰ্তী

অম্বিকাগিৰী ৰায়চৌধুৰীৰ সাহিত্য চৰ্চাৰ সূত্ৰপাত বিদ্ৰোহমূলক নাটক ৰচনাৰে। ৰায়চৌধুৰীৰ সাহিত্য চৰ্চাৰ সণ্ডালনিঁকে চলে বৰপেটাত অন্তৰীণ হৈ থকা কালৰ পৰা। এই সময়ছোৱাতে প্ৰায় একেলগে নাট, গীত, কবিতা প্ৰবন্ধ ৰচনাৰ সূত্ৰপাত।[১]

অম্বিকাগিৰীৰ জীৱনাদৰ্শ আৰু কবিতাৰ পৰ্ব বিন্যাস[২] কৰাৰ দৰে গদ্য-ৰচনাৱলীৰো স্তৰ বিভাজন কৰা উচিত বুলি বিবেচনা কৰা হৈছে। নিম্নোল্লিখিত কাৰণসমূহৰ পৰিপ্ৰেক্ষিততেই এই বিন্যাসৰ ঔচিত্যবোধ অনুভৱ কৰা হৈছে।

(ক) গদ্যৰচনাসমূহৰ চিন্তাৰ ঐক্যসূত্ৰ, (খ) উদ্দেশ্য (গ) সমসাময়িক কালৰ দৃষ্টিভংগী, (ঘ) বিষয়, (ঙ) বাচ্য বা বক্তব্য।

উল্লিখিত কাৰণসমূহৰ প্ৰতি লক্ষ্য কৰি ৰায়চৌধুৰীৰ গদ্য ৰচনাৱলীক তিনিটা স্তৰত বিভাজন কৰা হৈছে। প্ৰথম স্তৰ ঃ (১৯১৪ চনৰ পৰা ১৯৩৪ চনলৈ) বিশ্বচেতনা, ভাৰতচেতনা খণ্ডচেতনাৰ সংশ্লেষণমুখী কাল।

দ্বিতীয় স্তৰ ঃ (১৯৩৫ চনৰ পৰা ১৯৫০ চনলৈ) ঃ সংৰক্ষিণী চেতনা বা খণ্ড চেতনাৰ কাল;

তৃতীয় স্তৰ ঃ (১৯৫১ আৰু পৰৱৰ্তী) ঃ আত্মমুখী কাল।

**প্ৰথম স্তৰ ঃ বিশ্বচেতনা, ভাৰতচেতনা তথা খণ্ডচেতনাৰ সংশ্লেষণমুখী কাল ঃ**

এই স্তৰটো ১৯১৪ চনৰ পৰা ১৯৩৪ চনলৈকে পৰিব্যাপ্ত বুলি ধৰা হৈছে। অম্বিকাগিৰীৰ জীৱনাদৰ্শৰ দ্বিতীয় পৰ্বৰ[৩] চিন্তা-চেতনাই এই স্তৰৰ প্ৰবন্ধসমূহত দেখা গৈছে। গদ্যৰ প্ৰথম ৰচনা 'জগতৰ শেষ আদৰ্শ আৰু বিশ্ব শান্তি স্থাপনৰ পথ'। এই পুস্তিকাখনৰ ৰচনা ১৯১৪, কিন্তু প্ৰকাশ কৰিছে ১৯১৬ চনত, ডিব্ৰুগড়ৰ পৰা। পুস্তিকাখন বৰপেটাত অন্তৰীণ কালৰ ৰচনা।[৪] ৰায়চৌধুৰী ডিব্ৰুগড়ৰ পৰা প্ৰকাশিত 'আসাম বান্ধৱ' (১৯১০)ৰ সহকাৰী সম্পাদকৰূপে দুবছৰ (১৯১৫-১৭) কাৰ্যনিৰ্বাহ কৰিছিল। উক্ত সময়ৰ পৰা 'সম্ভৱতঃ' নিয়মিতভাৱে প্ৰবন্ধ লিখিবলৈ লয়।[৫] 'চেতনা' আলোচনী প্ৰকাশৰ পৰা সণ্ডালনিঁকে প্ৰবন্ধ ৰচনাত প্ৰবৃত্ত হয়।

---

১. অম্বিকাগিৰী ৰায়চৌধুৰী, মোৰ জীৱন ধুমুহাৰ এছাটি, অম্বিকাগিৰী ৰায়চৌধুৰী ৰচনাৱলী, পৃঃ ৬৫৮, ৬৬৮; সম্পাঃ সত্যেন্দ্ৰনাথ শৰ্মা

২. পূৰ্ববৰ্তী, ৩.০১, ৩.০২, ৩.০৩, ৪.০২

৩. পূৰ্ববৰ্তী, ৩.০২

৪. অম্বিকাগিৰী ৰায়চৌধুৰী, আহুতি, পূৰ্বোল্লিখিত, পৃঃ ৬২৮, সত্যেন্দ্ৰনাথ শৰ্মা, 'অম্বিকাগিৰী ৰায়চৌধুৰীৰ প্ৰতিভা', অম্বিকাগিৰী ৰায়চৌধুৰী ৰচনাৱলী, পৃঃ ০.৩৮, মহেশ্বৰ নেওগ, 'অম্বিকাগিৰী ৰায়চৌধুৰী' অসম কেশৰী অম্বিকাগিৰী পৃঃ ১৫৬ সম্পা. অক্ষয় কুমাৰ মিশ্ৰ, গোবৰ্ধন দাস

৫. অম্বিকাগিৰী ৰায়চৌধুৰী, মোৰ জীৱন ধুমুহাৰ এছাটি, পূৰ্বোল্লিখিত, পৃঃ ৬৭৯
দ্ৰ. সত্যেন্দ্ৰনাথ শৰ্মা, উল্লিখিত, পৃঃ ০.৩৮

প্ৰথম স্তৰটোত ৰচনা কৰা প্ৰবন্ধসমূহৰ ভিতৰত 'আসাম বান্ধৱ'ত (১৯১০-১৬) প্ৰকাশিত গুটীয়া প্ৰবন্ধসমূহ [৬] 'চেতনা'ৰ সম্পাদকীয় আৰু গুটীয়া প্ৰবন্ধসমূহ, 'শতধাৰ' 'ভাৰতীয় স্বৰাজ আৰু অসমীয়া স্বৰাজ' শীৰ্ষক পুস্তিকাখন উল্লেখযোগ্য। 'শতধাৰ' গ্ৰন্থখনি চৰকাৰে বাজেয়াপ্ত কৰে। গ্ৰন্থখনৰ ৰচনাকাল ১৯২১ চন। [৭]

ৰায়চৌধুৰীৰ জীৱিতাৱস্থাতে প্ৰকাশিত 'আহুতি'ত চেতনাৰ কিছু সম্পাদকীয় প্ৰবন্ধ সন্নিবিষ্ট হৈছে। তদুপৰি 'জগতৰ শেষ আদৰ্শ আৰু বিশ্ব শান্তি স্থাপনৰ পথ' আহুতিত সন্নিবিষ্ট কৰিছে। সত্যেন্দ্ৰনাথ শৰ্মাই আঙুলিয়াই দিয়া মতে 'ভাৰতীয় স্বৰাজ আৰু অসমীয়া স্বৰাজ' পুস্তিকা আকাৰে ১৯৩৪ চনত প্ৰকাশ কৰা হৈছিল।[৮] এই স্তৰতে লেখা 'জেল কাহিনী' শীৰ্ষক আত্মজীৱনীমূলক ৰচনাখনি মৰণোত্তৰভাৱে প্ৰকাশ হোৱা 'মোৰ জীৱন ধুমুহাৰ এছাটি'ত সংকলিত থৈছে।[৯]

প্ৰথম স্তৰৰ প্ৰবন্ধবোৰত বিশ্বচেতনা, ভাৰত-চেতনা আৰু অসম-চেতনাৰ সংশ্লেষণ প্ৰচেষ্টা অব্যাহত। প্ৰবন্ধবোৰ সমসাময়িক কালৰ পটভূমিত পৰম্পৰৰ পৰিপূৰকৰূপে ভবাৰ থল আছে। বাচ্যৰ ক্ষেত্ৰতো সদৃশ। কালোপযোগী ইতিহাস-চেতনা আৰু বাস্তৱ-চেতনাৰ সুসংহত সমাহাৰ প্ৰচেষ্টা প্ৰবন্ধবোৰত বৰ্তমান।

**দ্বিতীয় স্তৰ ঃ সংৰক্ষিণী-চেতনা বা খণ্ড-চেতনাৰ কাল ঃ**

উল্লিখিত স্তৰটো কালানুক্ৰমে ১৯৩৫ চনৰ পৰা ১৯৫০ চনলৈকে বিস্তৃত। প্ৰথম স্তৰত উন্মেষিত এই চেতনা এই স্তৰৰ প্ৰবন্ধসমূহৰ মাজেদি পৰিকল্পনা, সংগঠন চিন্তা সুদৃঢ় অসমীয়া জাতীয় ঘৰ, জাতীয় জীৱনৰ বিভিন্ন দিশ দাঙি ধৰা এইবোৰৰ বাচ্য। আনহাতে জীৱনাদৰ্শৰ তৃতীয় পৰ্বটো এই চেতনাৰে বাহক।[১০]

দ্বিতীয় স্তৰৰ গ্ৰন্থসমূহ হ'ল, 'ডেকা-ডেকেৰীৰ বেদ'ৰ ৰচনা আৰম্ভ ১৯৩৫ চন, প্ৰকাশ কৰা হৈছে ১৯৪২ চনত। একে বছৰতে 'স্বাধীন পঞ্চায়ৎ ৰাষ্ট্ৰ গঠনৰ প্ৰাথমিক আঁচনি'ও প্ৰকাশ কৰিছে। 'আত্মৰক্ষী বাহিনী গঠন'ৰ পৰিকল্পনা প্ৰকাশ কৰিছে ১৯৪৬ চনত। [১১] এই কেইখনৰ উপৰিও 'ডেকা অসম'ৰ সম্পাদকীয় সমূহ 'আহুতি'ত সন্নিবিষ্ট কৰিছে। ১৯৫০ চনত লেখা 'আকোঁৱালি লোৱা আৰু বছোৱা সাংস্কৃতিক অভিমান' প্ৰবন্ধটিও 'আহুতি'ৰ অন্তৰ্গত। 'আহুতি'ৰ প্ৰকাশ কৰিছে ১৯৫৩ চনত।[১২] অসম সাহিত্য সভাৰ 'সভাপতিৰ অভিভাষণ'খন (১৯৫০) এই স্তৰৰে অন্তৰ্ভুক্ত। [১৩]

---

৬. আসাম বান্ধৱ, ৭ বছৰ, ৩য়, ৪ৰ্থ, ৬ষ্ঠ, ৭ম, ৮ম সংখ্যা।
৭. সত্যেন্দ্ৰনাথ শৰ্মা, পূৰ্বোল্লিখিত, পৃঃ ০.৩৮ বাণীকান্ত কাকতি, 'অম্বিকাগিৰী ৰায়চৌধুৰী' অসম কেশৰী অম্বিকাগিৰী. পৃঃ ৪, সম্পা. অক্ষয় কুমাৰ মিশ্ৰ, গোবৰ্ধন দাস
৮. সত্যেন্দ্ৰনাথ শৰ্মা, পূৰ্বোল্লিখিত, পৃঃ ০.৩৮.
৯. অম্বিকাগিৰী ৰায়চৌধুৰী, মোৰ জীৱন ধুমুহাৰ এছাটি পূৰ্বোল্লিখিত, পৃঃ ৬৪৬, পৃঃ ৭২২-২৭.
১০. পূৰ্ববৰ্তী, ৩.০৩.
১১. অম্বিকাগিৰী ৰায়চৌধুৰী, ডেকা-ডেকেৰীৰ বেদ, স্বাধীন পঞ্চায়ৎ ৰাষ্ট্ৰ গঠনৰ প্ৰাথমিক আঁচনি, আত্মৰক্ষী বাহিনী গঠন, পূৰ্বোল্লিখিত, পৃঃ ৫০৬-৫০৭, পৃঃ ৫৪৪
১২. অম্বিকাগিৰী ৰায়চৌধুৰী, আহুতি, পূৰ্বোল্লিখিত, পৃঃ ৫৫৮
১৩. অম্বিকাগিৰী ৰায়চৌধুৰী, 'সভাপতিৰ অভিভাষণ', পূৰ্বোল্লিখিত, পৃঃ- ৮৩১-৪৫

**তৃতীয় স্তৰ ঃ আত্মমুখী কাল ঃ**

এই স্তৰত পঞ্চাশোত্তৰ ৰচনাসমূহক অন্তৰ্ভুক্ত কৰা হৈছে। 'ৰামধেনু' (১৯৫০) অসমবাণী (১৯৫৫) আদি আলোচনী, বাতৰিকাকত আদিত প্ৰকাশিত প্ৰবন্ধসমূহ ১৯৭৩ চনত 'মোৰ জীৱন ধুমুহাৰ এছাটি' নাম দি মৰোণোত্তৰভাৱে প্ৰকাশ কৰা হৈছে। [১৪] প্ৰবন্ধসমূহ স্মৃতি ৰোমন্থনমূলক। জীৱনৰ বছা বছা ঘটনা, কৰ্মৰ উল্লেখনেৰে আত্মজীৱনীৰ পৰ্যায়ৰ ৰচনা। এইবোৰৰ উপৰিও অসম বাণী, 'অসম বাতৰি' আদিত কিছু প্ৰবন্ধ প্ৰকাশ হৈছিল।[১৫]

এই স্তৰৰ প্ৰায়বোৰ ৰচনাতে এটি নিৰাবেগ, উদাৰ মনোভাৱ বিৰাজিত।

মৰণোত্তৰভাৱে প্ৰকাশ কৰা 'বাণী বিদ্যুৎ' (১৯৭৯) 'অসম কেশৰীৰ বচন' (১৯৮১) উল্লেখনীয়। দুয়োখনিত ৰায়চৌধুৰীৰ নিৰ্বাচিত কিছু উক্তি সংগৃহীত হৈছে। [১৬]

---

১৪. অম্বিকাগিৰী ৰায়চৌধুৰী, মোৰ জীৱন ধুমুহাৰ এছাটি, পূৰ্বোল্লিখিত, পৃঃ ৬৪৬

১৫. অম্বিকাগিৰী ৰায়চৌধুৰী, পূৰ্বোল্লিখিত, পৃঃ ৯৭০-৭৭, ৯৭৭-৮০, ৯৯০-৯৭.

১৬. অম্বিকাগিৰী ৰায়চৌধুৰী, বাণী বিদ্যুৎ, অসম কেশৰীৰ বচন, পূৰ্বোল্লিখিত, পৃঃ ৭৫৪, পৃঃ ৭৯২।

## ৪.০৪ ৰায়চৌধুৰীৰ নাট্যাৱলীৰ পৰিচয়

গুৱাহাটীৰ পাণবজাৰৰ 'আসাম ভেলী ট্ৰেডিং কোম্পানী'ৰ মেনেজাৰ গোবিন্দ লাহিড়ীৰ যোগেদি স্কুলীয়া ছাত্ৰাৱস্থাতে বংগ-ভংগ আন্দোলনৰ 'বিদেশী বৰ্জন স্বদেশী-গ্ৰহণ' কাৰ্যসূচীত অম্বিকাগিৰী জড়িত হৈ পৰিছিল।[১] ৰায়চৌধুৰী আৰু লগৰীয়াসকলে ঘৰে ঘৰে দেশী কাপোৰ ফেৰী কৰিছিল। কিন্তু উক্ত কোম্পানীত হোৱা এটি চুৰি সংক্ৰান্তীয় ঘটনাক কেন্দ্ৰ কৰি লাহিড়ীয়ে কৰা ব্যৱহাৰৰ ফলত অম্বিকাগিৰী প্ৰমুখ্যে লগৰীয়াসকল ক্ষুণ্ণ হ'ল আৰু তেওঁলোকে উক্ত কামত 'ঢিলা' দিলে আৰু এটা "গুৰুত্বপূৰ্ণ কাম হাতত ল'বলৈ মন উত্ৰাৱল" হৈ পৰিল।[২]

গতিকে, তেওঁলোকে কেইদিনমান পাছত অনুষ্ঠিত হ'ব লগা গুৱাহাটীৰ চৰকাৰী হাইস্কুলৰ সৰস্বতী পূজাত এখন 'নতুন নাটকৰ অভিনয়' কৰাৰ সিদ্ধান্ত কৰি এৰাতিৰ ভিতৰতে অম্বিকাগিৰীয়ে 'বন্দিনী ভাৰত' নামৰ নাট লেখিলে! নাটকৰ অভিনয়ো হ'ল। অভিনয়ৰ শেষত "পুলিচে আহি নাটকখনৰ পাণ্ডুলিপি বিচাৰিলে আৰু পাণ্ডুলিপি নাপাই কথাবিলাকৰ কেইডুখৰিমান লৈ গ'ল।" কিয়নো, "নাটক গোটেইখনতে আছিল বিদ্ৰোহৰ কথা"। গতিকে, এজনে পাণ্ডুলিপি 'লুকাই' ৰাখিছিল।[৩] এনেদৰেই অম্বিকাগিৰীৰ নাট্যকাৰ জীৱনৰ সূত্ৰপাত।

বিদ্ৰোহমূলক নাট অভিনয়, সন্ত্ৰাসবাদী কাৰ্যত সংযুক্তি আদিৰ ফলত পুলিচ-চোৱাংচোৱাৰ ৰোষ দৃষ্টিৰ বাবে ১৯০৮-১৯১৪ চনলৈ অম্বিকাগিৰী বৰপেটাত অন্তৰীণ হৈ থাকিব লগা হ'ল। এই কালছোৱাতে অম্বিকাগিৰীয়ে লিখি উলিয়ালে তিনিখন নাট— জয়দ্ৰথ বধ, ভক্ত গৌৰৱ আৰু কল্যাণময়ী।[৪]

বিংশ শতিকাৰ প্ৰথম দশকটোত বঙলা ভাষাৰ যাত্ৰা, নাট, গীত আদি বৰপেটাত জনপ্ৰিয় আছিল আৰু অসমীয়া ভাষাৰ গীত-নাট সম্পৰ্কে এক প্ৰকাৰ হীনমন্যতাও আছিল। প্ৰাথমিক অৱস্থাত এইবোৰে অম্বিকাগিৰীৰ ওপৰত বিশেষ ক্ৰিয়া কৰা নাছিল। দীৰ্ঘদিনীয়া গুৱাহাটীয়া অৱস্থানৰ পাছত নজৰ বন্দীৰ কালত বৰপেটাত থকা সময়ছোৱাত এই সাংস্কৃতিক- অৱক্ষয়ে ৰায়চৌধুৰীক পীড়া দিলে। এই সাংস্কৃতিক অৱক্ষয় ৰোধৰ বাবে অম্বিকাগিৰীয়ে আত্মনিয়োগ কৰিলে।[৫]

১৯১১ চনত পঞ্চম জৰ্জৰ অভিষেক উপলক্ষে আয়োজিত উৎসৱত বৰপেটাতো নাট্যাভিনয়ৰ বাবে চৰকাৰী উদ্যোগত অনুষ্ঠিত এখন মেলত অম্বিকাগিৰীয়ে সন্ত্ৰাসবাদী "সন্দেহৰ দুৰ্বহ বোজাটোৰ" বাবে "পুলিচৰ চোকাদৃষ্টিৰ হানৰ পৰা" ৰেহাই পোৱাৰ উদ্দেশ্যে সভাত যোগদান কৰিলে। সভাত বঙলা নাট্যাভিনয়ৰ সিদ্ধান্ত হ'ল। অসমীয়া নাট্যাভিনয়ৰ বাবে অম্বিকাগিৰীয়ে

---

১. পূৰ্ববৰ্তী, ৩.০১.
২. অম্বিকাগিৰী ৰায়চৌধুৰী, মোৰ জীৱন ধুমুহাৰ এছাটি, অম্বিকাগিৰী ৰায়চৌধুৰী ৰচনাৱলী, পৃঃ ৬৫৬-৫৮. সম্পা. সত্যেন্দ্ৰনাথ শৰ্মা
৩. উল্লিখিত, পৃঃ ৬৫৮। অৱশ্যে আন এটি প্ৰবন্ধত পুলিচে পাণ্ডুলিপি লৈ যোৱাৰ কথা উল্লেখ কৰিছে। দ্ৰ. অম্বিকাগিৰী ৰায়চৌধুৰী, 'মই লিখোঁ কিয়?', অম্বিকাগিৰী ৰায়চৌধুৰী ৰচনাৱলী।
৪. অম্বিকাগিৰী ৰায়চৌধুৰী, পূৰ্বোল্লিখিত,পৃঃ ৬৫৮, ৬৬৩, ৬৬৮.
৫. অম্বিকাগিৰী ৰায়চৌধুৰী, 'জয়দ্ৰথ ৰচনাৰ ইতিবৃত্ত', পূৰ্বোল্লিখিত. পৃঃ ৩-৪, বাণীকান্ত কাকতি, অম্বিকাগিৰী ৰায়চৌধুৰীৰ ব্যক্তিত্বত এভুমুকি, অম্বিকাগিৰীৰ ব্যক্তিত্বৰ আভাস. পৃঃ ১৩, সম্পা. উপেন্দ্ৰ বৰকটকী।

চেষ্টা কৰিও বিফল হ'ল আৰু "অপমানৰ আঘাতত জোৰেৰে প্ৰতিবাদ"কৰি সভাৰ পৰা ওলাই আহিল।[৬]

অম্বিকাগিৰী মেলৰপৰা ওলাই আহিলেও মানসিক দৃঢ়তাই তেওঁক নাট ৰচনাত প্ৰবৃত্ত হ'বলৈ উদগনি দিলে। মাকৰ লগত আলোচনা আৰু পৰামৰ্শক্ৰমে 'বৰপেটাৰ বৈষ্ণৱী ধা তুত লগাকৈ' মহাভাৰতৰ জয়দ্ৰথ বধৰ কাহিনীটো বাছি ল'লে। নাট ৰচনাত 'কেঁচা' আছিল, গতিকে কিছু বঙলা নাটকৰ সহায়ো লৈ 'জয়দ্ৰথ বধ' লিখি উলিয়ায়। উল্লিখিত বছৰৰে মাধৱদেৱৰ তিথি উপলক্ষে নাটকখনি অভিনীত হয় আৰু দেখা গ'ল বৰপেটাৰ দৰ্শকে নাটকখনি গ্ৰহণ কৰাই নহয় পুনৰ নাট লিখিবলৈকো অনুৰোধ জনালে। অনুৰোধৰ পৰিপ্ৰেক্ষিতত পুনৰ পুৰাণৰ শিখিধ্বজ ৰজাৰ আখ্যান লৈ "ভক্ত গৌৰৱ" নাটক ৰচনা কৰে।[৮] উল্লিখিত দুয়োখন নাটক ৰচনাৰ পাছত "চক্ৰধ্বজ সিংহৰ সময়ত মিৰজুমলাৰ অসম আক্ৰমণত বিধ্বস্ত হোৱা ঘটনা লৈ" 'কল্যাণময়ী' নাটখনি লিখি উলিয়ায়।[৯]

'জয়দ্ৰথ বধ' আৰু 'ভক্ত গৌৰৱ' দুয়োখন নাটেই, দেখা গৈছে, ১৯১১ চনৰ ভিতৰতে ৰচনা কৰা। কিয়নো, নাট দুখনৰ প্ৰথমখনৰ ৰচনাৰ লগত ১৯১১ চনৰ পঞ্চম জৰ্জৰ অভিষেক উৎসৱৰ নাট্যাভিনয়ৰ প্ৰসঙ্গটি জড়িত। 'কল্যাণময়ী' নাটখন উক্ত দুয়োখন নাটৰ পাছত ৰচনা কৰা। কিন্তু নাটখনিৰ ৰচনা কাল ১৯১৪ চনৰ নৱেম্বৰৰ পাছলৈ যাব নোৱাৰে। কিয়নো, উক্ত সময়ত লিখক বৰপেটাৰ পৰা ডিব্ৰুগড়লৈ যায়।[১০] গতিকে নাটখনিৰ ৰচনা কাল ১৯১২-১৯১৪ চনৰ ভিতৰত বুলি ধৰিব পাৰি। অৱশ্যে সত্যেন্দ্ৰনাথ শৰ্মাই নাটখনিৰ ৰচনাকাল ১৯১৩ চন অথবা ১৯১৪ চনৰ আগভাগ বুলি অনুমান কৰিছে।[১১]

'জয়দ্ৰথ বধ' আৰু 'ভক্ত' গৌৰৱ', "মুকলি মঞ্চৰ উপযোগী যাত্ৰা গীতি-নাট্য" বুলি উল্লেখ কৰিছে। আনহাতেদি 'কল্যাণময়ী', 'বদ্ধ ৰংগমঞ্চ'ৰ বাবে লিখা নাট বুলি কোৱা হৈছে।[১২]

'জয়দ্ৰথ বধ' নাটখনি ১৯৬১ চনত প্ৰকাশ কৰা হয়। আনহাতেদি 'ভক্ত গৌৰৱ' নাটখনি সেই সময়ত হেৰাল বুলি ধৰা হৈছিল যদিও বৰ্তমান ৰচনাৱলীত প্ৰকাশ কৰা হৈছে।[১৩] কল্যাণময়ী নাটখন ১৮৫৩ শকৰ 'আৱাহন'ত (১৯২৯-৪০) একাংশ প্ৰকাশ হৈছিল। পূৰ্ণৰূপত ৰচনাৱলীৰ অন্তৰ্ভুক্ত হৈছে।[১৪] কিন্তু 'বন্দিনী ভাৰত'খন উপৰি উল্লিখিত কাৰণত প্ৰকাশৰ মুখ দেখা নাপালে।

'জয়দ্ৰথ বধ' নাটখনি মুঠ পাঁচোটা অংকত যোল্লটা গৰ্ভাংকৰে নাটকীয় ঘটনা বিবৃত কৰা হৈছে। 'ভক্ত গৌৰৱ'ৰ মুঠ অংক চাৰিটা, দৃশ্য সংযোজিত হৈছে যোল্লটা। 'কল্যাণময়ী' পাঁচোটা অংকত মুঠ তেইশটা গৰ্ভাংকত সম্পূৰ্ণ কৰা হৈছে।[১৫]

---

৬. অম্বিকাগিৰী ৰায়চৌধুৰী, উল্লিখিত, পৃঃ ৪.
৭. অম্বিকাগিৰী ৰায়চৌধুৰী, পূৰ্বোল্লিখিত, পৃঃ ৪-৫
৮. অম্বিকাগিৰী ৰায়চৌধুৰী, পূৰ্বোল্লিখিত, পৃঃ ৮, পৃঃ ৬৬৮
৯. অম্বিকাগিৰী ৰায়চৌধুৰী, পূৰ্বোল্লিখিত, পৃঃ ৬৬৮
১০. অম্বিকাগিৰী ৰায়চৌধুৰী,পূৰ্বোল্লিখিত, পৃঃ ৬৭০
১১. দ্ৰ. সত্যেন্দ্ৰনাথ শৰ্মা, 'অম্বিকাগিৰী ৰায়চৌধুৰীৰ প্ৰতিভা' অম্বিকাগিৰী ৰায় চৌধুৰী ৰচনাৱলী, পৃঃ ০.০৩
১২. অম্বিকাগিৰী ৰায়চৌধুৰী, পূৰ্বোল্লিখিত, পৃঃ ৬৬৮ সত্যেন্দ্ৰনাথ শৰ্মা, উল্লিখিত, পৃঃ ০.০৭
১৩. অম্বিকাগিৰী ৰায়চৌধুৰী, পূৰ্বোল্লিখিত, পৃঃ ৯ অম্বিকাগিৰী ৰায়চৌধুৰী ৰচনাৱলী, পৃঃ ১২০-২৬৭ সম্পা. সত্যেন্দ্ৰনাথ শৰ্মা
১৪. আৱাহন, ৩য় বছৰ, ১ ম সংখ্যা, ১৮৫৩ শক উল্লিখিত, পৃঃ ২৭৮-৩৩১
১৫. অম্বিকাগিৰী ৰায়চৌধুৰী, জয়দ্ৰথ বধ, ভক্ত গৌৰৱ, কল্যাণময়ী, পূৰ্বোল্লিখিত, পৃঃ ১১-১১১, পৃঃ ১২০-২৬৭. পৃঃ ২৭৮-৩৩১.

উল্লিখিত পূৰ্ণাঙ্গ নাটকেইখনৰ বাহিৰে ৰায়চৌধুৰীয়ে একাংকিকাৰ দৰে নাটিকা ৰচনা কৰিছিল। এনে ৰচনাসমূহক সত্যেন্দ্ৰ নাথ শৰ্মাই "স্বয়ংসম্পূৰ্ণ নাটকীয় দৃশ্য"[১৬] বুলি অভিহিত কৰিছে। এইকেইখন হ'ল 'স্বৰ্গমৰ্ত্য ডাকবিভাগ', 'একোক্তি', 'ধুনপেচ', 'বিপ্লৱৰ শেষ' আৰু 'বিশ্বনাট্য'। প্ৰথম তিনিখন 'আসাম বান্ধৱ'ত আৰু শেষৰ দুখন 'চেতনা'ত প্ৰকাশিত।[১৭] এইবিলাকৰ ভিতৰৰে 'বিপ্লৱৰ শেষ'খন ৰায়চৌধুৰীৰ ভাগিনীয়েক ৰমেশ চৌধুৰীৰ নামত প্ৰকাশ হৈছিল। ৰায়চৌধুৰীৰ ৰচনা যে ৰমেশ চৌধুৰীৰ নামত প্ৰকাশ হৈছিল সেই কথা ৰায়চৌধুৰীয়ে উল্লেখ কৰি গৈছে।[১৮] 'একোক্তি' (ফৰাচী মহিলাৰ উক্তি) খনৰ উৎস ফ্ৰান্স-জাৰ্মানীৰ ১৮৭১ চনৰ যুদ্ধৰ ঘটনাক লৈ ফৰাচী কবি কোপ্লেৰ কবিতাৰ জ্যোতিৰিন্দ্ৰ ঠাকুৰে কৰা বঙলা অনুবাদ।[১৯]

নাটকৰ প্ৰথম ধাৰাটোৰ লগত সংগতি থকা 'শ্ৰীৰাম চন্দ্ৰ আৰু তাৰা' এটি নাট্যদৃশ্য। এইখন অনাতাঁৰ নাটৰূপে লিখিছিল। ১৯৬৫ চনত অনাতাঁৰ কেন্দ্ৰই প্ৰচাৰ কৰিছিল।

ৰায়চৌধুৰীয়ে পৰিস্থিতিৰ প্ৰয়োজনতহে নাট্য-চৰ্চা কৰিছিল। এই নাট্য চৰ্চাৰ উদ্দেশ্য আৰু লক্ষ্য সুষম শিল্প চৰ্চা নাছিল।[২০]

---

১৬. সত্যেন্দ্ৰনাথ শৰ্মা,পূৰ্বোল্লিখিত,পৃঃ ০.৩৭
১৭. আসাম বান্ধৱ, ২য় বছৰ, ১ ম সংখ্যা, ৭ম বছৰ ৩য় সংখ্যা, ৮ম বছৰ, ১২শ সংখ্যা, চেতনা ১ম বছৰ
১৮. অম্বিকাগিৰী ৰায়চৌধুৰী, মোৰ জীৱন ধুমুহাৰ এছাটি, পূৰ্বোল্লিখিত, পৃঃ ৭১৬
১৯. অম্বিকাগিৰী ৰায়চৌধুৰী, 'একোক্তি', পূৰ্বোল্লিখিত, পৃঃ ৭১৬.
২০. পৰৱৰ্তী, ৬.০৪

# পঞ্চম অধ্যায়

## ৫.০০ অম্বিকাগিৰী ৰায়চৌধুৰীৰ জীৱনাদৰ্শৰ প্ৰয়োগ পৰীক্ষা : পৰ্ব আৰু চৰিত্ৰ

### ৫.০১ কংগ্ৰেছ আৰু অম্বিকাগিৰী

অম্বিকাগিৰীৰ জীৱনাদৰ্শ আলোচনা কৰোঁতে প্ৰথম পৰ্বত ভাৰতীয় সন্ত্ৰাসবাদী আন্দোলনৰ লগত সংযুক্তি আৰু সংশ্লিষ্ট আদৰ্শৰ প্ৰতি আনুগত্য দেখা পোৱা গৈছে।[১] দ্বিতীয় স্তৰত গান্ধীৰ নিষ্ক্ৰিয় প্ৰতিৰোধ আৰু ভাৰতৰ ৰাজনৈতিক পৰিস্থিতিৰ পৰিৱৰ্তিত পটভূমিত ক্ৰমে ৰায়চৌধুৰীৰ চিন্তা-চেতনাই বিস্তৃত আয়তন লাভ কৰিছে। এই স্তৰত গান্ধীজীৰ চিন্তা, আদৰ্শ আৰু নেতৃত্বত আস্থা আৰু ভাৰতীয় চেতনা আৰু অসমীয়া চেতনাৰ সুষম সংশ্লেষণ সৃষ্টিৰ অবিৰত প্ৰযত্নত ৰায়চৌধুৰীৰ চিন্তা আৰু কৰ্ম নিয়োজিত হোৱা দেখা গৈছে।[২] উল্লিখিত সময়ছোৱাত ৰায়চৌধুৰী কংগ্ৰেছৰ কৰ্ম আৰু আদৰ্শৰ লগত সংযুক্ত হৈ পৰিছে। তদুপৰি কংগ্ৰেছে জগাই তোলা ভাৰতীয় জাতীয়তাবাদৰ আদৰ্শই ৰায়চৌধুৰীৰ চিন্তাক বিস্তৃত আয়তন দান কৰিছে।

বিংশ শতিকাৰ প্ৰথম দশক দুটাত অসমৰ ৰাজনৈতিক চিন্তা আৰু চেতনা আছিল মৃদুভাৱৰ। এই চেতনাক মূলতঃ প্ৰতিনিধিত্ব কৰিছিল অসম এছোচিয়েশ্যনে।[৩] এই এছোচিয়েশ্যনৰ লগত অম্বিকাগিৰীৰ সংযুক্তিৰ কথা আগত উল্লেখ কৰা হৈছে।[৪]

১৯২০ চনত কলিকতা কংগ্ৰেছ ( বিশেষ অধিবেশন, ৪-৯ ছেপ্টেম্বৰ) ত গান্ধীজীৰ অহিংস-অসহযোগৰ প্ৰস্তাৱ গৃহীত হয় আৰু ডিচেম্বৰৰ নাগপুৰৰ অধিবেশনে উক্ত প্ৰস্তাৱত অনুমোদন জনায়। এই অহিংস অসহযোগৰ ত্ৰিধাৰা-বৰ্জন কাৰ্যসূচীত আছিল—বিধান পৰিষদ, আদালত আৰু স্কুল-কলেজ বৰ্জন।[৫] কলিকতা কংগ্ৰেছৰ পিছত বহা অসম এছোচিয়েশ্যনৰ বিশেষ অধিবেশনত চন্দ্ৰনাথ শৰ্মা, ত্ৰিগুণা বৰুৱা আৰু অম্বিকাগিৰী ৰায়চৌধুৰীয়ে স্কুল-কলেজ আৰু আদালত বৰ্জনৰ কাৰ্যসূচী তাৎক্ষণিকভাৱে আৰম্ভ কৰাৰ সপক্ষে অভিমত দিয়ে। তেওঁবিলাকে গান্ধীজী তথা কংগ্ৰেছ নিৰ্দিষ্ট কাৰ্যসূচীৰ সম্পূৰ্ণ কাৰ্যকৰীকৰণ হোৱাটো বিচাৰিছিল।[৬]

---

১. পূৰ্ববৰ্তী, ৩.০১
২. পূৰ্ববৰ্তী, ৩.০২
৩. পূৰ্ববৰ্তী, ২.০১, ২.০২
৪. পূৰ্ববৰ্তী, ২.০২
৫. অৰুণ চন্দ্ৰ ভূঞা আৰু অন্যান্য, (সম্পা.) **পলিটিকেল হিষ্টৰী অব্ আছাম্**, খণ্ড-২, পৃঃ ৫, ১৫. অমলেন্দু গুহ, **প্লেণ্টাৰ ৰাজ টু স্বৰাজ**, পৃঃ ১১৮-২০.
৬. উল্লিখিত, পৃঃ ১০, পৃঃ ১১৯.
উল্লেখযোগ্য, ত্ৰিধাৰা বৰ্জন কাৰ্যসূচীৰ বাহিৰেও ৰাজকীয় সন্মান প্ৰত্যৰ্পণ, বিদেশী বস্ত্ৰৰ পৰিৱৰ্তে স্বদেশী আৰু খাদী বস্ত্ৰৰ প্ৰচলন, গ্ৰামাঞ্চলৰ বিবাদ স্থানীয়ভাৱে মিত্-মাত আদি গঠনমুখী কাৰ্যসূচীও ঘোষণা কৰিছিল। ৰাজনৈতিক মুখপাত্ৰ হিচাপে অসম এছোচিয়েশ্যনৰ প্ৰতিনিধিয়ে কলিকতা কংগ্ৰেছত মত ভিন্নতা পোষণ কৰিলেও, নাগপুৰ কংগ্ৰেছত গান্ধীজীৰ প্ৰস্তাৱৰ প্ৰতি সমৰ্থন আগবঢ়ায়।

ইয়াৰ পিছত বহ্য অসম এছোচিয়েশ্যনৰ সপ্তদশ (১৯২০ ডিচেম্বৰ) অধিবেশনে অসহযোগৰ প্ৰস্তাৱত অনুমোদন জনায়। ফলস্বৰূপে নৰম পন্থীসকল এছোচিয়েশ্যনৰ বহিৰ্বৃত্তলৈ গমন কৰে।[৭] অসম এছোচিয়েশ্যনে এইদৰে ভাৰতীয় জাতীয়তাবাদৰ মন্ত্ৰ গ্ৰহণ কৰাত অম্বিকাগিৰীৰ ভূমিকা উল্লেখযোগ্য। দেখা যায়, এনেকৈয়ে আঞ্চলিক জাতীয়তাবাদে বৃহৎ জাতীয়তাবাদৰ পথ গ্ৰহণ কৰে।[৮]

দেখা গ'ল, ভাৰতীয় স্বাধীনতা আন্দোলনত কংগ্ৰেছ- নিৰ্দিষ্ট কাৰ্যসূচী পোনপটীয়াভাৱে গ্ৰহণ আৰু ৰূপায়ণেৰে উক্ত আন্দোলনৰ কক্ষপথলৈ অসম এছোচিয়েশ্যনক অনাৰ ক্ষেত্ৰত অম্বিকাগিৰীৰ অৱদান প্ৰত্যক্ষ আৰু গুৰুত্বপূৰ্ণ। কংগ্ৰেছ-নিৰ্দিষ্ট কাৰ্যসূচী গ্ৰহণৰ লগে লগে নিয়মতান্ত্ৰিকভাৱে অসমত দলৰ সাংগঠনিক দিশত প্ৰাথমিক কৰ্মখিনি সম্পাদিত হ'ল।

১৯২১ চনটো অসমৰ জাতীয় জীৱনত এটি জলচ্ছেদ স্বৰূপ। নিয়মতান্ত্ৰিকভাৱে কংগ্ৰেছ দলৰ সংগঠনৰ পূৰ্বেই অম্বিকাগিৰীয়ে গঠনমূলক কাৰ্যসূচী গ্ৰহণৰ সপক্ষে থিয় দিছিল। পৰৱৰ্তী সময়ত অসমৰ জাতীয় ৰাজনৈতিক চেতনা আৰু কৰ্ম উল্লিখিত দল নিৰ্দিষ্ট পথেদি অগ্ৰসৰ হোৱা দেখা যায়।

অসমৰ ছাত্ৰসকলক স্কুল-কলেজ বৰ্জনৰ বাবে অনুপ্ৰেৰণা যোগাওঁতাসকলৰ ভিতৰতো অম্বিকাগিৰী আছিল অগ্ৰণী। ১৯২০ চনৰ ২৫-২৬ ডিচেম্বৰত নাগপুৰত অনুষ্ঠিত 'অল ইণ্ডিয়া কলেজ ষ্টুডেণ্টছ্ কনফাৰেন্স'ত অসমৰ কটন কলেজৰ পৰা এদল ছাত্ৰয়ো যোগদান কৰিছিল। লালা লাজপৎ ৰায়ৰ সভাপতিত্বত অনুষ্ঠিত উক্ত সভাত গৃহীত চৰ্তহীন আৰু তাৎক্ষণিকভাৱে চৰকাৰী আৰু চৰকাৰী সাহায্যপ্ৰাপ্ত কলেজসমূহ বৰ্জনৰ সিদ্ধান্ত কটন কলেজতো দেখা গ'ল।[৯] এই ক্ষেত্ৰত চন্দ্ৰনাথ শৰ্মা, অম্বিকাগিৰী ৰায়চৌধুৰী, ত্ৰিগুণা বৰুৱা, মুহিবুদ্দিন আহমেদ আদিয়ে কাৰ্যসূচী সফল কৰিবলৈ সৰ্ব প্ৰকাৰে উৎসাহ দিছিল।[১০] ছাত্ৰসকলক উৎসাহ দিয়াৰ উদ্দেশ্যে যিখন সভা অনুষ্ঠিত হৈছিল (২২ জানুৱাৰী, ১৯২১ চন) উক্ত সভাত অম্বিকাগিৰী উপস্থিত আছিল।[১১] আন্দোলনকাৰী কটনৰ ছাত্ৰসকল ওলাই অহাত ডাঃ হৰেকৃষ্ণ দাসৰ ঘৰত ছাত্ৰসকলৰ থকা-খোৱাৰ ব্যৱস্থা কৰাত অম্বিকাগিৰীয়ে আগভাগ লৈছিল।[১২] স্কুল-কলেজ বৰ্জন কৰাৰ লগে লগে জাতীয় স্কুল কলেজ প্ৰতিষ্ঠাৰ প্ৰচেষ্টাও অসহযোগৰ কাৰ্যসূচীৰ ভিতৰুৱা আছিল। এই ক্ষেত্ৰত অম্বিকাগিৰীয়ে

---

৭. দ্ৰ. অমলেন্দু গুহ, উল্লিখিত, পৃঃ ১১৯.

৮. দ্ৰ. অমলেন্দু গুহ, উল্লিখিত, পৃঃ ১১৯, এচি. কে. বৰপূজাৰী, (সম্পা.), **পলিটিকেল হিষ্টৰী অৱ্ আছাম**, খণ্ড ১. পৃঃ ১৪০-৪৩.
উল্লেখযোগ্য, সেই সময়ত অসমৰ ৰাজনৈতিক মঞ্চত চন্দ্ৰনাথ শৰ্মা আৰু অম্বিকাগিৰী ৰায়চৌধুৰীক 'উগ্ৰপন্থী' বুলি জনা গৈছিল। গতিকে, তেওঁলোকে কংগ্ৰেছৰ দ্বাৰা নিৰ্দিষ্ট কাৰ্যসূচী তাৎক্ষণিকভাৱে গ্ৰহণৰ পক্ষপাতী আছিল। কিন্তু তাৰ বিপৰীতে নবীন চন্দ্ৰ বৰদলৈ, তৰুণৰাম ফুকন আদিয়ে তাৎক্ষণিকভাৱে উক্ত কাৰ্যসূচী ৰূপায়ণৰ সপক্ষে নাছিল।

৯. অমলেন্দু গুহ, পূৰ্বোল্লিখিত, পৃঃ ১২৪.

১০. অৰুণ চন্দ্ৰ ভূঞা, শিবপদ দে (সম্পা.) পূৰ্বোল্লিখিত, পৃঃ ১৭. অম্বিকাগিৰী ৰায়চৌধুৰী, **মোৰ জীৱন ধুমুহাৰ এচাটি**. **অম্বিকাগিৰী ৰায়চৌধুৰী ৰচনাৱলী**, পৃঃ ৭১৫, সম্পা. সত্যেন্দ্ৰনাথ শৰ্মা।

১১. পূৰ্ণ শৰ্মা, 'অসমৰ ৰাজনীতিৰ কৰ্ণধাৰ' **কৰ্মবীৰ চন্দ্ৰনাথ শৰ্মা (স্মৃতিগ্ৰন্থ)** পৃঃ ১২৫. সম্পা. বীৰেন্দ্ৰ কুমাৰ ভট্টাচাৰ্য,

১২. অৰুণ চন্দ্ৰ ভূঞা আৰু অন্যান্য, পূৰ্বোল্লিখিত, পৃঃ ২০ অম্বিকাগিৰী ৰায়চৌধুৰী, **মোৰ জীৱন ধুমুহাৰ এচাটি**, পূৰ্বোল্লিখিত, পৃঃ ৭১৫.

তেওঁৰ দ্বাৰা সম্পাদিত 'চেতনা'ত জাতীয় কলেজত নাম ভৰ্তিৰ বাবে ইচ্ছা প্ৰকাশ কৰা ছাত্ৰসকলৰ নাম প্ৰকাশ কৰিবলৈ আহ্বান জনায়।[১৩]

অম্বিকাগিৰীয়ে অসমত কংগ্ৰেছ গঠন হোৱাৰ আগতেই কংগ্ৰেছৰ কাৰ্যসূচী ৰূপায়ণৰ বাবে ৰাইজক আহ্বান জনাইছিল। বৰপেটাৰ বৰ নগৰ অঞ্চলত অনুষ্ঠিত এখন সভাত ৰাইজক খাজনা নিদিবলৈকো তেওঁ আহ্বান জনাইছিল।[১৪] এই বিষয়ে ৰায়চাহাব প্ৰভাত চন্দ্ৰ বৰুৱাই কামৰূপৰ উপায়ুক্তলৈ পঠোৱা প্ৰতিবেদনত লিখিছিল,

অম্বিকাগিৰী ৰায়চৌধুৰীৰ বক্তৃতাৰ পিছত খাজনা তোলা অতি কষ্টকৰ হ'ব।[১৫]

উল্লিখিত সভাৰ প্ৰতিক্ৰিয়াস্বৰূপে ৰায়চৌধুৰীৰ "চেতনা কাৰ্যালয় উৰাই দিলে।"[১৬]

নাগপুৰ কংগ্ৰেছত প্ৰদেশবোৰত কংগ্ৰেছৰ দলীয় সংগঠন ভাষিকভিত্তিত কৰিবলৈ লোৱা সিদ্ধান্তৰ পৰিপ্ৰেক্ষিতত নিখিল ভাৰত কংগ্ৰেছ কমিতিয়ে ১৯২১ চনৰ জানুৱাৰী মাহত অসমৰ বাবে পাঁচজন সদস্যৰ পদৰ ব্যৱস্থা কৰি, গুৱাহাটীত মুখ্য কাৰ্যালয় লৈ ব্ৰহ্মপুত্ৰ উপত্যকাত নিয়মতান্ত্ৰিকভাৱে কংগ্ৰেছৰ গোট গঠনৰ বাবে পৰামৰ্শ আগবঢ়ায়। সেই বিষয়ে হোৱা সভাত অম্বিকাগিৰীয়ে ভাগ লয় আৰু সভাপতি পদৰ বাবে তৰুণৰাম ফুকনৰ প্ৰাৰ্থিত্ব সমৰ্থন কৰে।[১৭]

১৯২১ চনৰ আগষ্ট মাহত গান্ধীজীয়ে অসম ভ্ৰমণ কৰাৰ পিছত ছেপ্টেম্বৰ মাহৰ দুই তাৰিখে আন্দোলনৰ কাম সুচাৰুৰূপে চলাবলৈ গুৱাহাটী নগৰ কংগ্ৰেছ কমিটী গঠিত হয়। এই নগৰ কমিটীৰ সহকাৰী সম্পাদকৰূপে অম্বিকাগিৰী ৰায়চৌধুৰীক নিৰ্বাচিত কৰা হয়।[১৮] ১৯২১ চনৰ ৪-৫ নৱেম্বৰত অনুষ্ঠিত নিখিল ভাৰত কংগ্ৰেছ কমিটীৰ সিদ্ধান্তক্ৰমে প্ৰতি প্ৰদেশত নিজা দায়িত্বত 'কৰ দিয়া বন্ধ'কে ধৰি আইন অমান্য আন্দোলন চলাই যাবলৈ কৰ্তৃত্ব দিয়া হয়।[১৯] উল্লিখিত সিদ্ধান্তৰ পৰিপ্ৰেক্ষিতত অসমতো আন্দোলন গঢ়ি উঠে। এই আন্দোলনৰ কৰ্মৰ লগত অম্বিকাগিৰী জড়িত হয়। আন্দোলনৰ কাম কৰি ফুৰোঁতে ১৯২১ চনৰ ফেব্ৰুৱাৰী মাহত বৰপেটা অঞ্চলত অম্বিকাগিৰীক গ্ৰেপ্তাৰ কৰা হয়। গ্ৰেপ্তাৰৰ পাছত বৰপেটাৰ মহকুমাধিপতি বিঞ্জমেনে প্ৰতিশ্ৰুতি পত্ৰ দি গুছি যাবলৈ পৰামৰ্শ দিয়ে। অম্বিকাগিৰীয়ে এনে 'অসন্মানজনক' কথা কোৱাৰ অধিকাৰ নাই বুলি এই পৰামৰ্শ প্ৰত্যাখ্যান কৰাত ১৯০৮ চনৰ ফৌজদাৰী বিধিৰ ১৭(২) আৰু ১০৮ ধাৰাৰ অধীনত বিচাৰ কৰি ক্ৰমে এক বছৰ আৰু ডেৰ বছৰ কাৰাদণ্ড বিহে।[২০]

---

১৩. অৰুণ চন্দ্ৰ ভূঞা আৰু অন্যান্য (সম্পা.) পূৰ্বোল্লিখিত, পৃঃ ২৩
১৪. পদ্মনাথ বৰঠাকুৰ, স্বাধীনতা ৰণৰ সম্পৰ্কত, পৃঃ ৮-৯; বীৰেন্দ্ৰ কুমাৰ ভট্টাচাৰ্য (সম্পা.) 'চন্দ্ৰনাথ শৰ্মাৰ ডায়েৰী', উল্লিখিত, পৃঃ ১৯.
১৫. দ্ৰ. পদ্মনাথ বৰঠাকুৰ, উল্লিখিত, পৃঃ ২৬.
১৬. উল্লিখিত, পৃঃ ২৬.
১৭. অমলেন্দু গুহ, পূৰ্বোল্লিখিত, পৃঃ ১২৫-২৬ পদ্মনাথ বৰঠাকুৰ, উল্লিখিত, পৃঃ ৩২-৩৩ অৰুণ চন্দ্ৰ ভূঞা আৰু অন্যান্য (সম্পা.) পূৰ্বোল্লিখিত, পৃঃ ৩৪, পূৰ্ণচন্দ্ৰ শৰ্মা, পূৰ্বোল্লিখিত, পৃঃ ১২৫.
১৮. অমলেন্দু গুহ, পূৰ্বোল্লিখিত, পৃঃ ১২৭. অৰুণ চন্দ্ৰ ভূঞা আৰু অন্যান্য (সম্পা.) পূৰ্বোল্লিখিত, পৃঃ ৪৩.
১৯. অৰুণ চন্দ্ৰ ভূঞা আৰু অন্যান্য (সম্পা.), পূৰ্বোল্লিখিত, পৃঃ ৫১.
২০. অম্বিকাগিৰী ৰায়চৌধুৰী, পূৰ্বোল্লিখিত, পৃঃ ৫১. অমিয় কুমাৰ দাস, 'জাতীয় আন্দোলনত অম্বিকাগিৰী' অম্বিকাগিৰী ৰায়চৌধুৰী (স্মৃতিগ্ৰন্থ) পৃঃ ৫. (সম্পা.) হৰিপ্ৰসাদ নেওগ।
গ্ৰেপ্তাৰ আৰু কাৰাদণ্ডৰ সময়টোত এটি অমিল দেখা গৈছে। ১৯২১ চনৰ ফেব্ৰুৱাৰী হ'লে ৰায়চৌধুৰী সেই বছৰৰ জুন মাহৰ কংগ্ৰেছৰ সাংগঠনিক সভা, গান্ধীজীৰ অসম ভ্ৰমণৰ কালৰ গুৱাহাটীৰ সভা আদিত উপস্থিত থাকিব নোৱাৰিলেহেঁতেন। কিন্তু 'মোৰ জীৱন ধুমুহাৰ এছাটি'ত উল্লেখ কৰা মতে আৰু অৰুণা প্ৰেছত জুই লগা তাৰিখটো আছিল ১০ মাৰ্চ; উক্ত দিনাই মহাত্মা গান্ধীকো পুলিচে গ্ৰেপ্তাৰ কৰিছিল। মহাত্মা গান্ধীক ১৯২২ চনৰ ১০ মাৰ্চত গ্ৰেপ্তাৰ কৰিছিল। সেই দিশৰ পৰা ৰায়চৌধুৰীৰ গ্ৰেপ্তাৰৰ বছৰটো ১৯২২ চনহে হ'ব লাগে।

বৃটিছ চৰকাৰৰ কানি-নীতিৰ বিৰুদ্ধে অসমত ঊনবিংশ শতিকাৰ দ্বিতীয়াৰ্দ্ধৰ পৰা প্ৰতিবাদ সংগঠিত হৈছিল। এই বিষয়তো অম্বিকাগিৰীয়ে চৰকাৰী নীতিৰ বিৰুদ্ধে বিশিষ্ট ভূমিকা গ্ৰহণ কৰিছিল। চৰকাৰে ঊনবিংশ শতিকাৰ শেষ দশকত ৰয়েল কমিছন বহুৱাইছিল যদিও তাৰ প্ৰভাৱ অনুভূত হোৱা নাছিল। বৰং বিংশ শতিকাৰ প্ৰথম দুটা দশকত কানিৰ ব্যৱহাৰ বৃদ্ধিহে হৈছিল। গান্ধীজীৰ অসম ভ্ৰমণোত্তৰ কালতহে ইয়াৰ বিৰুদ্ধে জনমত সংগঠিত হৈছিল। আনহাতেদি চৰকাৰে ১৯২১ চনৰ নৱেম্বৰত 'ক্ৰিমিনেল ল এমেণ্ডমেণ্ট এক্ট' প্ৰয়োগৰ যোগেদি কানিৰ দোকানত পিকেটিং কাৰ্যও নিষিদ্ধ কৰে।[২১] অসহযোগ আন্দোলনৰ পৰৱৰ্তী কালত (১৯২৩ - ২৪) নিখিল ভাৰত কংগ্ৰেছ কমিটীয়ে বিষয়টোত গুৰুত্ব দিয়ে। বিশেষকৈ গান্ধীজীৰ ব্যক্তিগত হস্তক্ষেপত চি. এফ্ এন্দ্ৰুজক বিষয়টোৰ প্ৰাথমিক অনুসন্ধান কৰি কানি অনুসন্ধান কমিটী গঠনৰ পৰামৰ্শ দি ১৯২৪ চনত অসমলৈ পঠায়। অম্বিকাগিৰীয়ে উক্ত কানি অনুসন্ধান কমিতিৰ এজন সদস্যৰূপে কাৰ্যনিৰ্বাহ কৰে।[২২]

১৯২২ চনত অসহযোগ আন্দোলন বন্ধ হ'লেও অম্বিকাগিৰীয়ে 'চেতনা'ৰ যোগেদি কংগ্ৰেছৰ কৰ্মসূচী আৰু স্বাধীনতা আন্দোলনৰ সপক্ষে কাম কৰিছিল। ১৯২৬ চনত পাণ্ডুত কংগ্ৰেছৰ অধিবেশন অনুষ্ঠিত হয় আৰু উক্ত অধিবেশনৰ সংগীত সমিতিৰ 'প্ৰধান সভ্য'ৰূপে কাৰ্যনিৰ্বাহ কৰাৰ উপৰিও অধিবেশনৰ মূল আৰম্ভণী গীত দুটা তেওঁ ৰচনা কৰিছিল।[২৩]

গান্ধীজীয়ে ১৯৩০ চনৰ ২২ মাৰ্চত 'লোণ আইন' অমান্য কৰিবলৈ 'দাণ্ডী যাত্ৰা' কৰে। ইয়াৰ মাজেদিয়ে আইন অমান্য আন্দোলনৰ সূত্ৰপাত হয়। সেই উপলক্ষে অসমত গুৱাহাটীৰ জুবিলী গাৰ্ডেনত বিষ্ণুৰাম মেধি, হেমচন্দ্ৰ বৰুৱা, সিদ্ধিনাথ শৰ্মা, মঃ তৈয়বুল্লা, অম্বিকাগিৰী ৰায়চৌধুৰী আদি লোকৰ সমাবেশত সভা অনুষ্ঠিত হয়। এই সভাতে অম্বিকাগিৰী ৰায়চৌধুৰীয়েই প্ৰথম ইঙ্গিত দিয়ে যে অসমত 'লোণ আইন' অমান্য কৰাৰ সুযোগ নাই কিন্তু 'বন আইন' অমান্য কৰাৰ সুযোগ সম্পূৰ্ণকৈ আছে।[২৪] কিন্তু অসহযোগ আন্দোলন আৰম্ভ হোৱাৰ পূৰ্বেই অসম কংগ্ৰেছৰ সাংগঠনিক দিশত তৰুণৰাম ফুকনে প্ৰদেশ কংগ্ৰেছৰ সভাপতি আৰু গোপীনাথ বৰদলৈয়ে গুৱাহাটী নগৰ কংগ্ৰেছৰ সভাপতি পদৰ পৰা অব্যাহতি লয়।[২৫] এই সময়ত অসম কংগ্ৰেছক পুনৰ গঠন কৰাৰ প্ৰয়োজন হ'ল। পুনৰ্গঠিত অসম প্ৰদেশ কংগ্ৰেছৰ এজন সদস্যৰূপে অম্বিকাগিৰীয়ে কাৰ্য নিৰ্বাহ [২৬] কৰে আৰু দেশৰ জটিল পৰিস্থিতিত কংগ্ৰেছৰ নেতৃত্ব দি স্বাধীনতা আন্দোলনক আগুৱাই নিয়াত অৰিহণা যোগায়। আইন অমান্য আন্দোলনৰ ক্ষেত্ৰত 'বন আইন' অমান্য কৰাৰ বাবে অসম

---

২১. এইচ্.কে. বৰপূজাৰী, (সম্পা.) পূৰ্বোল্লিখিত, পৃঃ ১৩৪; অৰুণ চন্দ্ৰ ভূঞা আৰু অন্যান্য (সম্পা.), পূৰ্বোল্লিখিত, পৃঃ ২০১-২০৬.

২২. অৰুণ চন্দ্ৰ ভূঞা আৰু অন্যানা (সম্পা.), পূৰ্বোল্লিখিত, পৃঃ ২০৮;
সমিতিৰ অন্যান্য সদস্যসকল ক্ৰমে— কুলধৰ চলিহা (সভাপতি), ৰোহিণীকান্ত হাতীবৰুৱা (সম্পাদক), নবীন চন্দ্ৰ বৰদলৈ, কৃষ্ণনাথ শৰ্মা, অমিয় কুমাৰ দাস।

২৩. অৰুণ চন্দ্ৰ ভূঞা আৰু অন্যান্য (সম্পা.) পূৰ্বোল্লিখিত, পৃঃ ১০৮-১১৪; কে. এন. দত্ত, লেণ্ডমাৰ্কছ অব্ দি ফ্ৰীডম ষ্ট্ৰাগোল ইন আছাম, পৃঃ ৭১;, প্ৰফুল্ল চন্দ্ৰ বৰুৱা, 'অগ্ৰজপ্ৰতিম ৰায়চৌধুৰী দেৱৰ সোঁৱৰণ', অসম কেশৰী অম্বিকাগিৰী পৃঃ ৯২· সম্পা. অক্ষয় কুমাৰ মিশ্ৰ, গোবৰ্ধন দাস,

২৪. দ্ৰ. অৰুণ চন্দ্ৰ ভূঞা আৰু অন্যান্য (সম্পা.), পূৰ্বোল্লিখিত, পৃঃ ১৩৯, ১৪১, ১৪৬, ১৬৩.

২৫. উল্লিখিত পৃঃ ১৪৪; অমলেন্দু গুহ, পূৰ্বোল্লিখিত, পৃঃ ১৭১; কে. এন. দত্ত, উল্লিখিত, পৃঃ ৭৭-৭৮.

২৬. অৰুণ চন্দ্ৰ ভূঞা আৰু অন্যান্য (সম্পা.) পূৰ্বোল্লিখিত, পৃঃ ১৪৮.

কংগ্ৰেছৰ নেতৃবৃন্দৰ পৰৱৰ্তী সময়ৰ যি চিন্তা, অম্বিকাগিৰী আছিল সেই চিন্তাৰ জনক। এনে চিন্তাৰ পৰিপ্ৰেক্ষিতত চৰকাৰী পক্ষই সাৱধানতা লোৱাৰ চেষ্টা কৰা দেখা যায়।[২৭]

পুনৰ্গঠিত অসম প্ৰদেশ কংগ্ৰেছৰ নেতৃত্ব কংগ্ৰেছৰ কৰ্মসূচী ৰূপায়ণৰ প্ৰচেষ্টাত ব্ৰতী হয়। বিদেশী বস্তু বৰ্জনক কেন্দ্ৰ কৰি মদন মোহন মালব্যৰ আহ্বানত গুৱাহাটীত ১৯৩২ চনৰ ২৯ মে'ত অম্বিকাগিৰী ৰায়চৌধুৰীৰ সভাপতিত্বত 'অসম স্বদেশী কিনক সংঘ' আৰম্ভ কৰে।[২৮]

ঊনবিংশ শতিকাৰ দ্বিতীয়াৰ্ধৰ পৰা চুবুৰীয়া ৰাজ্য বিশেষকৈ বঙ্গদেশৰ পৰা অসমলৈ জন-প্ৰব্ৰজন ঘটিবলৈ লয়। বিংশ শতিকাৰ প্ৰথম দশকৰপৰা প্ৰব্ৰজনৰ বিষয়টো সমস্যাৰূপে বিবেচিত হ'বলৈ ধৰে[২৯] আৰু বিভিন্ন মহলে উদ্বেগ প্ৰকাশ কৰিবলৈ আৰম্ভ কৰে।

উল্লিখিত পটভূমিত কংগ্ৰেছৰ লগত সম্পৰ্ক ছিন্ন নকৰাকৈয়ে তেওঁ ১৯২৬ চনৰ ৯ এপ্ৰিলত 'অসমীয়া সংৰক্ষিণী সভা' প্ৰতিষ্ঠা কৰে।[৩০] প্ৰব্ৰজনজনিত ভীতিগ্ৰস্ততা আৰু কংগ্ৰেছৰ কৰ্মসূচীত আশ্বস্ত হ'ব নোৱাৰাটোৱেই উক্ত অনুষ্ঠান সৃষ্টিৰ মূল কথা।[৩১] স্বাধীন ভাৰতত "সৰু সৰু ৰাজ্য বিলাকৰ অস্তিত্ব আৰু নায্য স্বাৰ্থ" সংৰক্ষিত হৈ থাকিব বুলি নিশ্চিত হ'ব নোৱাৰি "কংগ্ৰেছৰ লগত অসহযোগিতা নকৰিও বা সহযোগিতা কৰিও অসম আৰু অসমীয়াৰ স্বাৰ্থৰ কথা চিন্তা কৰা অনুষ্ঠান এটিৰ [৩২] প্ৰয়োজন অনুভৱৰ ফল সংৰক্ষিণী সভা।

উল্লিখিত পটভূমিত ৰায়চৌধুৰী "ৰাজনৈতিক মতৰ কিছু পৰিৱৰ্তন ঘটিল" আৰু ৰাজনীতিৰ ক্ষেত্ৰত কংগ্ৰেছৰ পৰা অলপ আঁতৰি গ'ল"; কিন্তু "কংগ্ৰেছ আৰু অহযোগ আন্দোলনৰ মূল দৃষ্টিভঙ্গীৰ পৰা আঁতৰি যোৱা নাছিল"।[৩৩] গতিকে, ১৯২৬ চনৰ কংগ্ৰেছ অধিবেশনত দায়িত্ব গ্ৰহণ কৰাৰ উপৰিও ১৯৩০ চনৰ পুনৰ্গঠিত প্ৰদেশ কংগ্ৰেছত সক্ৰিয় সদস্যৰূপে দায়িত্ব গ্ৰহণ কৰি তেওঁ সত্যাগ্ৰহী উলিওৱাৰ দৰে গুৰুত্বপূৰ্ণ দায়িত্ব লয়।[৩৪]

দেখা গৈছে, ১৯৩০ চন পৰ্যন্ত অম্বিকাগিৰী কংগ্ৰেছৰ কৰ্মসূচীত 'একাগ্ৰচিত্তে' লাগি আছিল।[৩৫] কিন্তু কংগ্ৰেছৰ নিষ্ঠাৱান কৰ্মী হোৱা সত্বেও "কংগ্ৰেছৰ আদৰ্শত বিশ্বাস হেৰাই নগলেও ক্ৰমাৎ অম্বিকাগিৰীৰ আশংকা হ'ল কংগ্ৰেছৰ মাধ্যমত ভাৰতৰ স্বৰাজৰ পথ মুকলি হ'লেও অসমীয়াৰ স্বৰাজৰ পথ সুগম নহবগৈ।"[৩৬]

---

২৭. উল্লিখিত, পৃঃ ১৬৩.

২৮. উল্লিখিত, পৃঃ ১৮৮.

২৯. পূৰ্ববৰ্তী, ২.০১, ৩ ০৩, পৰৱৰ্তী, ৫ ০২

৩০. কে. এন. দত্ত পূৰ্বোল্লিখিত, পৃঃ ৭০, তিলক চন্দ্ৰ দাস, **অম্বিকাগিৰী আৰু তেওঁৰ জীৱন দৰ্শন**, পৃঃ ১০৮-১০৯।

৩১. পূৰ্ববৰ্তী, ৩.০৩, পৰৱৰ্তী, ৫.০২ হৰেন্দ্ৰনাথ বৰুৱা, 'ৰায়চৌধুৰীক যেনেভাৱে পাইছিলোঁ', **অসম কেশৰী অম্বিকাগিৰী**, (সম্পা.) অক্ষয় কুমাৰ মিশ্ৰ, গোবৰ্ধন দাস, পৃঃ ৪১-৪২ বৰুৱাই লেখিছে "কংগ্ৰেছে সমগ্ৰ ভাৰতৰ পৰাধীনতাৰ বিৰুদ্ধে আন্দোলন কৰিছে আৰু সমগ্ৰ ভাৰতৰ স্বাধীনতা দাবী কৰিছে; কিন্তু অসনৰ দৰে সৰু সৰু দুৰ্বল প্ৰদেশকেইখনৰ আৰু ইয়াৰ অধিবাসীসকলৰ নিজস্ব জাতিসত্তা আৰু ভাষা-সংস্কৃতি ৰক্ষাৰ কাৰণে কোনো প্ৰতিশ্ৰুতি দিয়া নাই।" ৰায়চৌধুৰীয়ে এই দৃষ্টিভংগীৰেই চিন্তা কৰিছিল।

৩২. দ্ৰ উল্লিখিত, পৃঃ ৪২.

৩৩. দ্ৰ. অমিয় কুমাৰ দাস, পূৰ্বোল্লিখিত, পৃঃ ৭-৮.

৩৪. অৰুণ চন্দ্ৰ ভূঞা আৰু অন্যান্য (সম্পা.) পূৰ্বোল্লিখিত, পৃঃ ১৪৮.

৩৫. দ্ৰ. সতীশ চন্দ্ৰ কাকতী, 'ৰায়চৌধুৰীৰ জীৱন ঃ এটা সাঁথৰ, **অম্বিকাগিৰী ৰায়চৌধুৰী**, পৃঃ ৬৭-৬৯, অসম প্ৰকাশন পৰিষদ

৩৬. দ্ৰ. অজিত কুমাৰ শৰ্মা, 'অম্বিকাগিৰীৰ ৰাজনৈতিক চিন্তাধাৰা', **অসম কেশৰী অম্বিকাগিৰী**, পৃঃ ১০৫. (সম্পা.) অক্ষয় কুমাৰ মিশ্ৰ, গোবৰ্ধন দাস.

অৱশ্যে এই প্ৰসঙ্গতে লোকপিয়লৰ প্ৰতিবেদনত মুলান চাহাবৰ অসমীয়া জাতিৰ ভৱিষ্যৎ সম্পৰ্কে কৰা মন্তব্য তাৎক্ষণিক কাৰণ হৈ ৰায়চৌধুৰীৰ নিজৰ ধাৰণা বদ্ধমূল হোৱাত সহায়ক হ'ল বুলি ভবাৰ থল আছে। কিয়নো, তৎপৰৱৰ্তী কালৰ জীৱনাদৰ্শ [৩৭] সেই পথেদি ধাবিত হৈছে। কাৰণ, আইন অমান্য (১৯৩২)আন্দোলনৰ পৰৱৰ্তী কালত ৰায়চৌধুৰী কংগ্ৰেছৰ 'সক্ৰিয়' সদস্য নাছিল। [৩৮] কিন্তু সক্ৰিয় সদস্য হৈ নাথাকিলেও কংগ্ৰেছৰ মূল আদৰ্শৰ প্ৰতি যে তেওঁৰ আনুগত্য আছিল সেই বিষয়ে সন্দেহ নাই।[৩৯] উল্লিখিত বিষয়ৰ সত্যতা অনুভূত হয়, দ্বিতীয় মহাযুদ্ধৰ সময়ত ৰায়চৌধুৰীয়ে যুদ্ধৰ সৈনিকসকলৰ বাবে বেৰেক সাজিবলৈ লোৱা ঠিকা "কংগ্ৰেছে যুদ্ধত পূৰ্ণ অসহযোগৰ সিদ্ধান্ত লোৱাৰ লগে লগে" এৰি দিয়া কাৰ্যত।[৪০] তদুপৰি ১৯৪২ চনত পৰিয়ালৰ ভৰণ-পোষণৰ কথা চিন্তা নকৰি সত্যাগ্ৰহী হ'বলৈ যোৱা চিন্তাত কংগ্ৰেছৰ আদৰ্শৰ[৪১] প্ৰতি থকা আনুগত্যকে সূচায়।

১৯৪০ চনত মুছলিম লীগে লাহোৰ অধিবেশনৰ প্ৰাস্তাৱানুসৰি তেওঁলোকৰ পৰিকল্পিত পূব পাকিস্থানত অসমকো অন্তৰ্ভুক্ত কৰিবলৈ দাবী জনায়। অসম কংগ্ৰেছে সেই দাবীৰ বিৰোধিতা কৰে। এই সমস্যা সমাধানৰ ক্ষেত্ৰত "ৰায়চৌধুৰী আৰু তেওঁৰ অনুষ্ঠানে কংগ্ৰেছৰ লগত পাৰস্পৰিক সহযোগিতাৰে কাম কৰিছিল।" [৪২]

ভাৰতে স্বাধীনতা লাভৰ আগে আগে সৃষ্টি হৈছিল 'গ্ৰুপিং সংকট'। গ্ৰুপিং আঁচনিখন মুছলিম লীগে 'পৰীক্ষা সাপেক্ষে', কংগ্ৰেছে দেশখন দুই-তিনিখন স্বাধীন দেশ হোৱাতকৈ শ্ৰেয় বুলি বিবেচনা কৰি গ্ৰহণ কৰিব খুজিছিল। কিন্তু অসমীয়া জনসাধাৰণ আৰু অসম কংগ্ৰেছৰ তৰফৰ পৰা তাৰ বিৰোধিতা কৰা হয়। [৪৩]

> এই গ্ৰুপবিৰোধী আন্দোলনতো ৰায়চৌধুৰী আৰু তেওঁৰ অনুষ্ঠানে অসম কংগ্ৰেছৰ লগত একেলগে কাম কৰিছিল। তেওঁ নীলমণি ফুকনৰ সৈতে গৈ অসম কংগ্ৰেছৰ সঁজাতী দলৰ লগত দিল্লীৰ কংগ্ৰেছ ৱৰ্কিং কমিতিৰ আগত অসমৰ অভিমত আৰু দাবী দৃঢ়ভাৱে উত্থাপন কৰিছিল।[৪৪]

গতিকে, দেখা গ'ল, তেওঁৰ চিন্তা আৰু চেতনাত অসমীয়া-চেতনা আৰু ভাৰতীয়-চেতনাৰ সংশ্লেষণৰ প্ৰচেষ্টা অব্যাহত আছিল। সেইবাবেই,

> অম্বিকাগিৰীয়ে 'অসম অসমীয়াৰ' 'ছিলেট বিচ্ছেদ' আদি যিবোৰ আন্দোলনৰ গুৰি ধৰিছিল সেইবোৰ তেওঁ কংগ্ৰেছৰ মহান ঐতিহ্য বা ভাৰতৰ স্বাধীনতাৰ বিৰোধী বুলি ভবা নাছিল। [৪৫]

---

৩৭. পূৰ্বৱৰ্তী, ৩.০৩.
৩৮. দ্ৰ. সতীশ চন্দ্ৰ কাকতী, পূৰ্বোল্লিখিত, পৃঃ ৬৯.
৩৯. উল্লিখিত, পৃঃ ৬৯.
৪০. দ্ৰ. শুচিব্ৰতা ৰায়চৌধুৰী, 'পিতাৰ কথা', অম্বিকাগিৰী ৰায়চৌধুৰী (স্মৃতিগ্ৰন্থ), পৃঃ ২৭. অসম সাহিত্য সভা।
৪১. শুচিব্ৰতা ৰায়চৌধুৰী, 'পিতাৰ কথা' উল্লিখিত, পৃঃ ২৭.
৪২. দ্ৰ. হৰেন্দ্ৰনাথ বৰুৱা, পূৰ্বোল্লিখিত, পৃঃ ৪৫.
৪৩. উল্লিখিত, পৃঃ ৪৬.
৪৪. দ্ৰ. হৰেন্দ্ৰনাথ বৰুৱা, পূৰ্বোল্লিখিত, পৃঃ ৪৬.
৪৫. দ্ৰ. সতীশ চন্দ্ৰ কাকতী, পূৰ্বোল্লিখিত, পৃঃ ৭১.

আনহাতেদি, ৰায়চৌধুৰী 'অসম কংগ্ৰেছৰ চোকা সমালোচক' হোৱা সত্ত্বেও কংগ্ৰেছৰ লগত সম্পৰ্ক সম্পূৰ্ণ ছিন্ন কৰা নাছিল আৰু দলৰ 'সাধাৰণ সদস্য' হৈ আছিল।[৪৬] কংগ্ৰেছৰ আদৰ্শৰ প্ৰতি আৰম্ভণিতেই গভীৰ প্ৰত্যয়ৰ স্পষ্টতা দেখা গৈছিল নিজৰ বিয়াৰ জোৰণত 'চাব মৰা ৰঙীন খদ্দৰ' কাপোৰ দিয়াটোত।[৪৭]

তদুপৰি নবীন চন্দ্ৰ বৰদলৈৰ দৰে সেই সময়ৰ প্ৰবীণ কংগ্ৰেছী নেতাৰ ৰায়চৌধুৰীৰ চিন্তাৰ প্ৰতি থকা সমৰ্থনো মন কৰিবলগা।[৪৮]

স্বাধীনতা লাভৰ পিছত নিৰ্বাচনৰ প্ৰশ্নত তেওঁ কংগ্ৰেছৰ লগত সহযোগিতা কৰিছিল; কিন্তু নিৰ্বাচনৰ পৰা নিজৰ অনুষ্ঠানক আঁতৰাই ৰাখিছিল।[৪৯] ভাৰতৰ প্ৰথম সাধাৰণ নিৰ্বাচনৰ আগে আগে লিখা এখন ব্যক্তিগত চিঠিত লিখিছিল,

> ........ যি দেখিলো বৰ্তমান পৰিস্থিতিত কংগ্ৰেছত ভোট দিয়াৰ বাহিৰে গতি নাই। দেশক একতাবদ্ধ কৰা কংগ্ৰেছৰ যি আদৰ্শ জাতীয় মহাসভাৰো সেয়ে আদৰ্শ।[৫০]

তদুপৰি দেশত কংগ্ৰেছ দুৰ্বল হোৱাতো তেওঁ কামনা কৰা নাছিল।[৫১]

অসমত কংগ্ৰেছৰ প্ৰতিষ্ঠাকালত অম্বিকাগিৰীৰ 'চেতনা' কাকত আৰু 'অৰুণা প্ৰেছ'ৰ ভূমিকা উল্লেখনীয়। কংগ্ৰেছৰ বিভিন্ন সভা-সমিতিৰ নিমন্ত্ৰণী পত্ৰ, কংগ্ৰেছৰ আন্দোলন সংক্ৰান্তীয় কাগজ পত্ৰ, সভ্য ভৰ্তিৰ ৰচিদ, প্ৰতিজ্ঞা পত্ৰ, আদি সেইকালত অন্য প্ৰেছে ছপাবলৈ আগবঢ়া নাছিল ।কিন্তু অম্বিকাগিৰীয়ে নিজা প্ৰেছত অনেক সময়ত নিজা খৰচত সেইবোৰ ছপাই দিছিল।[৫২]

গতিকে ওপৰৰ আলোচনাৰ পৰা দেখা গৈছে, অম্বিকাগিৰীৰ জীৱনাদৰ্শ বিকাশৰ পৃষ্ঠভূমিৰ লগত ভাৰতৰ স্বাধীনতা আন্দোলনৰ গণ-জাগৰণ তথা কংগ্ৰেছ প্ৰদৰ্শিত জাতীয়তাবাদী আদৰ্শ প্ৰত্যক্ষভাৱেই জড়িত হৈ আছিল। অম্বিকাগিৰীৰ ৰাজনৈতিক ব্যক্তিত্ব গঢ়ি উঠাত কংগ্ৰেছৰ অৱদান সেই দিশৰ পৰা বিশেষভাৱে উল্লেখযোগ্য। তদুপৰি, দ্বিতীয় পৰ্বৰ জীৱনাদৰ্শৰ প্ৰয়োগ-পৰীক্ষাও আনুষ্ঠানিকভাৱে কংগ্ৰেছৰ[৫৩] মাধ্যমেদিয়েই হৈছিল।

---

৪৬. দ্ৰ. হৰেন্দ্ৰনাথ বৰুৱা, পূৰ্বোল্লিখিত, পৃঃ ৪৩.

৪৭. কৌশল্যাদেৱী ৰায়চৌধুৰী, 'পত্নীৰ দৃষ্টিত স্বামী' অম্বিকাগিৰী ৰায়চৌধুৰী, পৃঃ ৮২, অসম প্ৰকাশন পৰিষদ

৪৮. সতীশ চন্দ্ৰ কাকতী, পূৰ্বোল্লিখিত, পৃঃ ৭১.

৪৯. শুচিব্ৰতা ৰায়চৌধুৰী, পূৰ্বোল্লিখিত, পৃঃ ২৬.

৫০. দ্ৰ. ৰমা বৰঠাকুৰ, 'ব্যক্তিগত চিঠি' (৩/৯/৫১) শতিকাৰ অভিলেখ, পৃঃ ৩২.

৫১. উল্লিখিত, পৃঃ ৩২.

৫২. অম্বিকাগিৰী ৰায়চৌধুৰী, পূৰ্বোল্লিখিত, পৃঃ ৭১৫-১৬ হীৰেন গোহাঁই, 'অম্বিকাগিৰী আৰু সাম্প্ৰতিক মোহাবেশ', অসম কেশৰী অম্বিকাগিৰী, পৃঃ ২২৩-২৪, (সম্পা.) অক্ষয় কুমাৰ মিশ্ৰ, গোবৰ্দ্ধন দাস

৫৩. পূৰ্ববৰ্তী, ৩.০২.

## ৫.০২ সংৰক্ষিণী আৰু জাতীয় মহাসভাৰ স্তৰ

সংশ্লিষ্ট স্তৰটোৰ সূচনা ১৯২৬ চনৰ ৯ এপ্ৰিলত 'অসমীয়া সংৰক্ষিণী সভা'ৰ প্ৰতিষ্ঠাৰ যোগেদি, কিন্তু বিকাশ ঘটিছে ১৯৩৫ চনৰ পৰৱৰ্তী কালতহে।[১] 'অসমীয়া সংৰক্ষিণী সভা'ক 'অসম জাতীয় মহাসভালৈ' কৰা পৰিৱৰ্তনৰ মাজেদি উল্লিখিত স্তৰটোৰ চিন্তা -চেতনাৰ বিস্তাৰ ঘটে। জীৱনাদৰ্শ বিকাশৰ তৃতীয় পৰ্বত প্ৰকাশিত চিন্তাধাৰা[২] সন্মুখত ৰাখি উল্লিখিত স্তৰটোৰ কৰ্মসমূহ প্ৰায়োগিকক্ষেত্ৰত বিস্তাৰিত হৈছে।

অসমীয়া জাতিৰ সাৰ্বিক বিকাশ আৰু আৰ্থ-ৰাজনৈতিক, সামাজিক-সাংস্কৃতিক স্বকীয় পৰিচয় সংৰক্ষণত যিবোৰ বিষয়ে বাধাৰ সৃষ্টি কৰিব বুলি চিন্তা কৰিছিল সামাজিক ঐতিহাসিক ঘটনা সংঘাতৰ পটভূমিত সেইবোৰৰ প্ৰতিকাৰৰ বাবে অম্বিকাগিৰীৰ কৰ্মসমূহে এই স্তৰত বিস্তৃত আয়তন লাভ কৰিছে। আনহাতেদি, দ্বিতীয় স্তৰটোত জাতীয় কংগ্ৰেছৰ লগত সংযুক্তিৰ ফলত চিন্তাদৰ্শৰ যি আয়তন, সি সংকুচিত হৈছে, যদিও কংগ্ৰেছৰ মূল আদৰ্শৰ পৰা বিচ্যুত হোৱা নাই।[৩]

বিংশ শতিকাৰ প্ৰথম দশকৰপৰা অসমলৈ বাহিৰৰপৰা, বিশেষকৈ চুবুৰীয়া বংগদেশৰ পৰা জনপ্ৰব্ৰজনৰ মাত্ৰা বাঢ়ে। অসমীয়া জনমতে এই প্ৰব্ৰজনক সন্তুষ্ট চিত্তেৰে গ্ৰহণ কৰা নাছিল। বৰঞ্চ প্ৰতিবাদ কৰিছিল। জনমতৰ হেঁচাত তদানীন্তন চৰকাৰৰ নগাঁৱস্থ বিষয়াসকলে 'লাইন-প্ৰথা'ৰ সূত্ৰ উদ্ভাৱন কৰে ১৯১৬ চনত। উক্ত ব্যৱস্থা ১৯২০ চনত নগাঁও আৰু কামৰূপ জিলাত প্ৰৱৰ্তন কৰা হয়।[৪] কিন্তু প্ৰব্ৰজন অবিৰতভাৱে চলি থাকিল। অসমৰ জনমতে তাৰ বিৰোধিতা কৰি থাকিল। প্ৰব্ৰজনে অসমৰ জনগাঁথনিৰ পৰিৱৰ্তন ঘটনাই সামাজিক-সাংস্কৃতিক অস্তিত্ব বিপন্ন কৰিবপাৰে বুলি অনুভৱ কৰি অম্বিকাগিৰীয়ে অসমীয়া জাতিসত্তাৰ সাৰ্বিক বিকাশৰ প্ৰয়োজনত, আৰু ভাৰত যুক্তৰাষ্ট্ৰৰ শক্তিশালী অংগৰূপে অসম আৰু অসমীয়াই যাতে থিয় দিব পাৰে সেই উদ্দেশ্য লৈ 'অসমীয়া সংৰক্ষিণী সভা'ৰ প্ৰতিষ্ঠা কৰে।[৫] স্বাভাৱিক কাৰণতে 'অসমীয়া'ৰ সংজ্ঞা ভাষাভিত্তিক আছিল।

'অসমীয়া সংৰক্ষিণী সভা' প্ৰতিষ্ঠাৰ পৰা ৰায়চৌধুৰীয়ে স্ব-দৃষ্টিকোণেৰে অসমৰ প্ৰব্ৰজন-বিৰোধী অসমীয়া জনমতক সংৰক্ষিণী সভাৰ তৰফৰ পৰা প্ৰতিনিধিত্ব কৰিছিল। সংৰক্ষিণী সভাই নিয়ন্ত্ৰিত প্ৰব্ৰজনৰ মতপোষণ কৰিছিল আৰু সংমিশ্ৰণত গুৰুত্ব প্ৰদান কৰিছিল।[৬]

উল্লিখিত চিন্তাত বাস্তৱ দৃষ্টিভংগী দেখা যায়। এফালে বিদেশী প্ৰশাসন, আনফালে ঊনবিংশ শতিকাৰ পৰা সামাজিক-সাংস্কৃতিক, আৰ্থ-ৰাজনৈতিক ঘটনাপ্ৰবাহে অসমীয়া জাতিসত্তাৰ আত্মীকৰণ শক্তি নিঃশেষপ্ৰায় কৰিছিল।

---

১. পূৰ্ববৰ্তী, ৩.০৩.
২. পূৰ্ববৰ্তী, ৩.০৩.
৩. পূৰ্ববৰ্তী, ৩.০২, ৩.০৩, ৫.০১.
৪. অৰুণ চন্দ্ৰ ভূএগ, শিৱপদ দে (সম্পা.) **পলিটিকেল হিষ্ট্ৰী অৱ্ আছাম**, খণ্ড-২, পৃঃ ৩০৯.
৫. তিলক চন্দ্ৰ দাস, **অম্বিকাগিৰী আৰু তেওঁৰ জীৱন দৰ্শন**, পৃঃ ১০৭-১৭, ভূপেন্দ্ৰ ৰায় চৌধুৰী, 'অম্বিকাগিৰী আৰু সংৰক্ষিণী সভা', **অসম কেশৰী অম্বিকাগিৰী**, পৃঃ ১২৮-৩১, (সম্পা.) অক্ষয় কুমাৰ মিশ্ৰ, গোবৰ্ধন দাস; কে. এন্. দত্ত, **লেণ্ডমাৰ্কছ অৱ্ দি ফ্ৰীডম্ ষ্ট্ৰাগোল ইন্ আছাম**, পৃঃ ৬৯-৭০.
৬. দ্ৰ. অৰুণ চন্দ্ৰ ভূএগ আৰু অন্যান্য, (সম্পা.) **পূৰ্বোল্লিখিত**, পৃঃ ৩১১, পূৰ্ববৰ্তী, ৩.০৩.

আদিতে, প্ৰব্ৰজন এটা আৰ্থ-সামাজিক সমস্যা আছিল। কিন্তু ত্ৰিশৰ দশকৰ পৰা ই ৰাজনৈতিক চৰিত্ৰ [৭] অৰ্জন কৰাত সমস্যাৰ গুৰুত্ব বাঢ়ি যায়। প্ৰব্ৰজনৰ লগত জড়িত হৈ থাকিল বঙলা ভাষা-ভাষীৰ ছিলেট জিলা। অম্বিকাগিৰী আৰু সংৰক্ষিণী সভাই বিশৰ দশকৰ পৰাই ছিলেট বিচ্ছেদ, প্ৰব্ৰজন নিয়ন্ত্ৰণৰ বাবে দাবী কৰি আহিছিল। সেই উদ্দেশ্যে অম্বিকাগিৰীয়ে 'লাইন প্ৰথা' উঠাই দিয়াৰ বিৰুদ্ধে মাত মাতিছিল।[৮] ছিলেট জিলাক অসমৰ পৰা বাদ দিবলৈ আৰু ভাষিকভিত্তিত অসমক পুনৰ্গঠন কৰিবলৈ ১৯/৬/৩১ তাৰিখে ছিমলাৰ বৰ লাটলৈ তাঁৰবাৰ্তা পঠায়। ১৯৩২ চনত এলাহাবাদ ঐক্য সন্মিলনলৈ মদন মোহন মালব্যৰ জৰিয়তে প্ৰস্তাৱ প্ৰেৰণ কৰে।[৯] ইতিমধ্যে লোকপিয়লৰ প্ৰতিবেদনত মুলান চাহাবৰ অসমীয়া জাতিৰ ভৱিষ্যৎ সম্পৰ্কে কৰা মন্তব্যই অসমীয়া জাতিৰ স্বীয় অস্তিত্ব বিপন্ন হ'ব পৰাৰ ইঙ্গিত বহন কৰে। অম্বিকাগিৰীয়ে সভা-সমিতি আদিৰ জৰিয়তে গণ-চেতনা সৃষ্টি কৰিবলৈ চেষ্টা কৰে। সংৰক্ষিণী সভাৰ এখন বিশেষ অধিবেশনত প্ৰব্ৰজনৰ সমস্যাটো আলোচিত হয়।[১০] অসমীয়া সংৰক্ষিণী সভাৰ তৰফৰ পৰা লণ্ডনস্থ ওপৰ মহলত ছিলেট আৰু প্ৰব্ৰজনৰ সমস্যাটো উত্থাপন কৰাত অম্বিকাগিৰীয়ে বিশেষ গুৰুত্ব দিয়াত সভাৰ তৰফৰ পৰা ৰোহিণী কুমাৰ বৰুৱাৰ যোগেদি ভাৰত ৰাষ্ট্ৰৰ সচিব ছেমুৱেল হোৰে, সহ সচিব আৰ. এ. ব্ৰাল্টাৰক 'অসমৰ বিশেষ দাবী' সম্বলিত স্মাৰক পত্ৰ দিয়া হয়।[১১] তদুপৰি লৰ্ড কেৰ্নেল, ছাৰ স্মাইলছ্ আদি আইন সভাৰ সদস্যক লগ ধৰি বিষয়টো উত্থাপন কৰে। সদস্যসকলে বিষয়টোত গুৰুত্ব প্ৰদান কৰি সহানুভূতি প্ৰদৰ্শন কৰাৰ উপৰিও ১৯৩৫ চনৰ প্ৰস্তাৱিত সংবিধানত অন্তৰ্ভুক্ত কৰাৰো আশ্বাস দিয়ে।[১২] ইয়াৰ আগতে ১৯৩৪ চনৰ ৯ আগষ্টত অসমৰ ৰাজ্যপালকো এখন স্মাৰক পত্ৰযোগে শ্ৰীহট্টক অসমৰপৰা বাদ দিবলৈ নতুন শাসনতন্ত্ৰত অনুকূল ধাৰাৰ সৃষ্টি কৰিবলৈ আহ্বান জনোৱা হয়।[১৩]

১৯৩৭ চনত জৱাহৰলাল নেহৰু অসম ভ্ৰমণলৈ আহোঁতে সংৰক্ষিণী সভাৰ তৰফৰ পৰা এখন স্মাৰক পত্ৰ প্ৰদান কৰা হয়। উল্লিখিত স্মাৰক পত্ৰত উল্লেখ কৰা হয় সম্পূৰ্ণভাৱে এটি থলুৱা সমস্যাক 'নিখিল ভাৰত মুছলীম লীগে' সাম্প্ৰদায়িক ৰহণ সানি মুক্ত প্ৰব্ৰজনৰ প্ৰবক্তা হৈছে। তদুপৰি অসম বিধান সভাইও 'লাইন প্ৰথা' বিষয়ত 'বাওঁহতীয়া' ব্যৱস্থাৰ সূত্ৰপাত কৰিছে। স্মাৰক পত্ৰত (ক) বৃটিছ ৰাজত্ব কালত বহিৰাগতৰ অৰ্থনৈতিক নিপীড়ন, (খ) শ্ৰীহট্ট বিচ্ছেদকৰণ, (গ) মৈমনসিংহৰ পৰা হোৱা মুছলমান প্ৰব্ৰজন, (ঘ) সাম্প্ৰদায়িকতা আদি বিষয়বোৰৰ সমাধানৰ আহ্বান জনোৱা হয়।[১৪] এই প্ৰসংগতে সংৰক্ষিণী সভাৰ হৈ অম্বিকাগিৰী আৰু নীলমণি ফুকনে, আঙুলিয়াই দিয়ে অসমীয়া জাতিক "নিশ্চিহ্ন হোৱাৰ পৰা ৰক্ষা কৰাৰ উপায় হিচাপে অসমীয়া বুদ্ধিজীৱীৰ একাংশই

৭. উল্লিখিত, পৃঃ ৩১৩.
৮. উল্লিখিত, পৃঃ ৩১৪.
৯. ভূপেন্দ্ৰ ৰায়চৌধুৰী, পূৰ্বোল্লিখিত, পৃঃ ১৩৬-৩৭.
১০. অৰুণচন্দ্ৰ ভূএগ আৰু অন্যান্য, পূৰ্বোল্লিখিত, পৃঃ ১৯২.
১১. দ্ৰ. উল্লিখিত, পৃঃ ২৯২, ভূপেন্দ্ৰ ৰায়চৌধুৰী, উল্লিখিত, পৃঃ ১৩৭.
১২ দ্ৰ. অৰুণ চন্দ্ৰ ভূএগ আৰু অন্যান্য (সম্পা.) পূৰ্বোল্লিখিত, পৃঃ ২৯২.
ভূপেন্দ্ৰ ৰায়চৌধুৰী, পূৰ্বোল্লিখিত, পৃঃ ১৩৭.
১৩. ভূপেন্দ্ৰ ৰায়চৌধুৰী, উল্লিখিত, পৃঃ ১৩৭.
১৪. দ্ৰ. অৰুণ চন্দ্ৰ ভূএগ আৰু অন্যান্য (সম্পা.) উল্লিখিত, পৃঃ ৩১৪, ৩৩৪, সংশ্লিষ্ট পৃষ্ঠাৰ পাদটীকা নং ৬০.

আনকি ভাৰতৰ পৰা বিচ্ছিন্ন হোৱাৰ পোষকতাও কৰে।"[১৫] এনে পৰিস্থিতিত জাতীয় কংগ্ৰেছৰ পৰা অসমৰ জনসাধাৰণে সহায়-সহযোগিতা আশা কৰে।[১৬] সংৰক্ষিণী সভাৰ প্ৰচেষ্টাত নেহৰুৱে 'নিয়ন্ত্ৰিত' প্ৰব্ৰজনৰ সপক্ষে মত দাঙি ধৰি অসম কংগ্ৰেছৰ নেতৃবৃন্দক জনায়।[১৭] আনহাতেদি অসম কংগ্ৰেছেও নিৰ্বাচনী ইস্তাহাৰত শ্ৰীহট্ট বিচ্ছেদ, অসমীয়া জাতিৰ স্বকীয় সাংস্কৃতিক পৰিচয় অক্ষুণ্ণ ৰখাৰ দাবী অন্তৰ্ভুক্ত কৰিবলৈ বাধ্য হয়।[১৮] প্ৰব্ৰজনৰ সমস্যাটোৱে সৃষ্টি কৰিব পৰা সম্ভাব্য সংকটৰ পৰা উদ্ধাৰ পাবলৈ 'সংৰক্ষিণী'ৰ দৃষ্টিভংগীৰে জনসাধাৰণক সংগঠিত কৰিবলৈ অম্বিকাগিৰীয়ে ১৯৪০ চনৰ ২৩ ডিচেম্বৰৰ পৰা ডেৰমাহ ৭৫০০ মাইল পৰিভ্ৰমণেৰে চেতাছ চফৰ কৰে।[১৯]

স্বাধীনতাৰ দশকটোত ছাৰ ছাদুল্লা মন্ত্ৰীসভাৰ ভূমি নীতিৰ ফলত বিভিন্ন সংঘৰ্ষৰ সূত্ৰপাত হৈছিল। 'অসম জাতীয় মহাসভা'ৰ তৰফৰ পৰা উল্লিখিত ভূমিনীতিৰ বিৰোধিতা কৰা হৈছিল।[২০] ১৯৪৪ চনৰ ২৫ আগষ্টত সংশ্লিষ্ট ভূমিনীতিৰ প্ৰতিবাদত "অসম ভূমিনীতি প্ৰতিবাদ দিবস" সফলভাৱেই উদ্‌যাপন কৰে।[২১] সংৰক্ষিণী সভাৰ দৰে অসম জাতীয় মহাসভাইও প্ৰব্ৰজিতসকলক অসমৰ জাতীয় সুঁতিত মিলি যোৱাটো বিচাৰিছিল। অসমীয়া ভাষাক সংযোগী ভাষা হিচাপে মৰ্যাদা দিবলৈ দাবী উত্থাপন কৰিছিল। অসমীয়াসকলক সকলো ক্ষেত্ৰতে অগ্ৰাধিকাৰ দিয়া, প্ৰব্ৰজিতসকলক উচ্ছেদ কৰা আদি দাবীও সময়ে সময়ে উত্থাপন কৰিছিল।[২২]

স্বাধীনতাৰ আগে আগে সৃষ্টি হ'ল 'কেবিনেট মিছন প্লেন'ৰ গ্ৰুপিং সমস্যা। গ্ৰুপিঙৰ বিষয়ত অসম প্ৰদেশ কংগ্ৰেছৰ ভূমিকা প্ৰথম অৱস্থাত দ্বিধাগ্ৰস্ত দেখা গৈছিল। কিন্তু অম্বিকাগিৰী আৰু জাতীয় মহাসভাৰ দৃষ্টিভংগী আছিল কঠোৰ আৰু আপোচবিহীন।[২৩] আৰম্ভণিৰ পৰা ৰায়চৌধুৰীয়ে গ্ৰুপিঙৰ বিৰোধিতা কৰি জুন মাহৰ (১৯৪৬) প্ৰথম সপ্তাহটো, ৫ জুনৰ দিনটো 'গ্ৰুপিংবিৰোধী দিৱস' হিচাপে পালনৰ আহ্বান জনাই, তাৎক্ষণিকভাৱে জাতীয় মহাসভাই সঁহাৰি জনায়।[২৪] অম্বিকাগিৰীয়ে অসমক বংগদেশৰ লগত গ্ৰুপভুক্ত কৰিলে 'আমৰণ অনশন'ৰ সিদ্ধান্ত কৰে। জাতীয় মহাসভাই বাতৰিকাকতৰ বিবৃতি যোগে জনসাধাৰণক গ্ৰুপিঙৰ বিৰোধিতা কৰিবলৈ আহ্বান জনায়।[২৫] গ্ৰুপিঙৰ বিৰোধিতা কৰিবলৈ যোৱা প্ৰদেশ কংগ্ৰেছৰ সঁজাতী দলৰ লগত অসম জাতীয় মহাসভাৰ তৰফৰ পৰা অম্বিকাগিৰী ৰায়চৌধুৰীয়ে নীলমণি ফুকনৰ সৈতে বল্লভ ভাই পেটেলক লগ ধৰি

---

১৫. দ্ৰ. অমলেন্দু গুহ, **প্লেণ্টাৰ ৰাজ টু স্বৰাজ**, পৃঃ ২৫৭.
১৬. উল্লিখিত, পৃঃ ২৫৭.
১৭. দ্ৰ. অৰুণ চন্দ্ৰ ভূএগ আৰু অন্যান্য (সম্পা.) পূৰ্বোল্লিখিত, পৃঃ ৩১৪.
১৮. দ্ৰ. অৰুণ চন্দ্ৰ ভূএগ, শিৱপদ দে (সম্পা.) **পলিটিকেল হিষ্ট্ৰী অৱ্ আছাম**, খণ্ড-৩, পৃঃ ৩৩০.
১৯. তিলক চন্দ্ৰ দাস, পূৰ্বোল্লিখিত, পৃঃ ১৪৬-১৬৪.
২০. অৰুণ চন্দ্ৰ ভূএগ আৰু শিৱপদ দে, সম্পা. **পলিটিকেল হিষ্টৰী অৱ্ আছাম**, খণ্ড-৩, পৃঃ ২৬৯.
১৯৩৫ চনত অম্বিকাগিৰীয়ে 'অসম সংৰক্ষিণী সভা'খন ভঙ্গ কৰি দিয়ে। এবছৰ পিছত একে লক্ষ্য আৰু উদ্দেশ্য লৈ নগাঁৱৰ টিঙত 'অসম জাতীয় মহাসভা' গঠন কৰে।
২১. অৰুণ চন্দ্ৰ ভূএগ, শিৱপদ দে (সম্পা.) উল্লিখিত, পৃঃ ২৬৯.
২২. উল্লিখিত, ৩২২, পূৰ্বৱৰ্তী, ৩.০২, ৩.০৩.
২৩. হৰেন্দ্ৰনাথ বৰুৱা, 'ৰায়চৌধুৰীক যেনেভাৱে পাইছিলো' খনীন্দ্ৰচন্দ্ৰ বৰুৱা, 'গ্ৰুপিংবিৰোধী আন্দোলন আৰু অম্বিকাগিৰী', **অসম কেশৰী অম্বিকাগিৰী**, পৃঃ ৪৬; পৃঃ ১২৬; সম্পা. অক্ষয় কুমাৰ মিশ্ৰ, গোবৰ্ধন দাস; অৰুণ চন্দ্ৰ ভূএগ, শিৱপদ দে, (সম্পা.), পূৰ্বোল্লিখিত, খণ্ড-৩, পৃঃ ৩৫২.
২৪. অৰুণ চন্দ্ৰ ভূএগ আৰু শিৱপদ দে (সম্পা.) উল্লিখিত, পৃঃ ৩৫২.
২৫. উল্লিখিত, পৃঃ ৩৫২-৫৭.

সভাৰ তৰফৰ পৰা স্মাৰক পত্ৰ প্ৰদান কৰে।[২৬] তদুপৰি, গান্ধীৰ বাসভৱনত ১০ জুনৰ কংগ্ৰেছ ৱৰ্কিং কমিটীৰ সন্মুখতো তেওঁলোক উপস্থিত হয়।[২৭]

অসম জাতীয় মহাসভাই গ্ৰুপিংবিৰোধী আন্দোলনত গুৰুত্বপূৰ্ণ ভূমিকা গ্ৰহণ কৰা দেখা গৈছে। এই সংক্ৰান্তত বৃটিছ সংসদী সদস্যৰ সঁজাতী দলক ১৯৪৬ চনৰ ২৯ জানুৱাৰীত দিয়া স্মাৰক পত্ৰত সভাৰ সাধাৰণ সম্পাদক অম্বিকাগিৰীয়ে "অসমৰ প্ৰকৃত সন্তানসকলৰ ৰণধ্বনি হ'ল, অসম অসমীয়াৰ"[২৮] জাতীয় উত্তেজক ভাষাও ব্যৱহাৰ কৰিছিল। সদৃশভাৱে নিখিল ভাৰত কংগ্ৰেছ কমিটী আৰু কংগ্ৰেছ ৱৰ্কিং কমিটীৰ সদস্যসকলক ১৯৪৬ চনৰ ৯ জুনত দিয়া স্মাৰক পত্ৰতো কৈছিল, অসমীয়া জনসাধাৰণে তেওঁলোকৰ 'বন্ধন মুক্তি' আৰু 'অস্তিত্ব' ৰক্ষাৰ বাবে "মৰো-জীও সোঁ আধি সংগ্ৰামত জঁপিয়াই পৰিবলৈ" সাজু হৈ আছে যিটো সৰ্বভাৰতীয় নেতাসকলে উমান পোৱা নাই।[২৯]

স্বাধীনতাৰ পাছত ১৯৪৮ চনৰ জাতীয় মহাসভাৰ এখন সভাত অসম ভাৰতৰ পৰা বিচ্ছিন্ন হোৱাৰ প্ৰসংগটোও সভাৰ সভাপতিয়ে উত্থাপন কৰিছিল। আনহাতে অম্বিকাগিৰীয়ে জাতীয় মহাসভাৰ হৈ 'নাগা নেশ্যনেল কাউন্সিল'ৰ সভাপতি আলিবা ইমৃটি আওলৈ নগা জাতিৰ আত্ম-নিয়ন্ত্ৰণৰ অধিকাৰৰ প্ৰতি সমৰ্থনসূচক তাঁৰবাৰ্তা প্ৰেৰণ কৰিছিল।[৩০]

অসম জাতীয় মহাসভাই ভাৰতীয় সংবিধান প্ৰণয়নৰ সময়তো সক্ৰিয়ভাৱে লাগি থকা দেখা গৈছে। অম্বিকাগিৰীৰ নেতৃত্বত জাতীয় মহাসভাই সংবিধানত অন্তৰ্ভুক্তৰ বাবে দ্বি-নাগৰিকত্বৰ প্ৰস্তাৱ উত্থাপন কৰে ঃ

(ক) সৰ্বভাৰতীয় বা যুক্তৰাষ্ট্ৰীয় নাগৰিকত্ব

(খ) প্ৰাদেশিক বা ৰাজ্যিক নাগৰিকত্ব। এই দাবীৰ সপক্ষে আঞ্চলিক সাংস্কৃতিক স্বকীয়তা, ভাষিক বিভিন্নতা, ভাৰতৰ বিশালতা, ৰাষ্ট্ৰীয় ঐক্য আৰু নিৰাপত্তাৰ প্ৰসঙ্গৰ অৱতাৰণা কৰিছিল।[৩১]

প্ৰাদেশিক জাতিসত্তাসমূহক পূৰ্ণ স্বায়ত্ত শাসন প্ৰদান, সেই সেই প্ৰদেশৰ থলুৱা জনসাধাৰণক প্ৰাদেশিক নাগৰিকত্বৰ যোগেদি বিশেষ অধিকাৰ আৰু সা-সুবিধা প্ৰদানৰ ব্যৱস্থাৰ দাবী জনাইছিল। অন্যথা বিভিন্ন আঞ্চলিক গোট আৰু ভাষিক সত্তাৰ সংঘৰ্ষ হ'ব পাৰে বুলি অম্বিকাগিৰী সন্দিহান হৈছিল।[৩২] উল্লিখিত দৃষ্টিভংগীৰে জাতীয় মহাসভাই জনমত গঠনৰ বাবেও সভা-সমিতিৰ আয়োজন কৰিছিল।[৩৩] অসম প্ৰদেশ কংগ্ৰেছ কমিটীকো স্মাৰক পত্ৰযোগে কংগ্ৰেছ দল আৰু চৰকাৰক দ্বি-নাগৰিকত্বৰ দাবী কৰিবলৈ মহাসভাই আহ্বান জনাইছিল। এনে ব্যৱস্থাৰ যোগেদিহে "যুক্ত ভাৰতৰ

---

২৬. উল্লিখিত, পৃঃ ৩৫৯-৬২.
২৭. অৰুণ চন্দ্ৰ ভূঞা, শিবপদ দে (সম্পা.) পূৰ্বোল্লিখিত, খণ্ড-৩, পৃঃ ৩৬২.
২৮. দ্ৰ. গিৰীন ফুকন, আছামছ এটিচিউড্ টু ফেডাৰেলিজিম্, পৃঃ আৰু সংশ্লিষ্ট অধ্যায়ৰ পাদটীকা নং ৬১.
২৯. উল্লিখিত, পৃঃ ( ? ) , সংশ্লিষ্ট অধ্যায়ৰ পাদটীকা নং ৬২.
৩০. দ্ৰ. গিৰীন ফুকন, পূৰ্বোল্লিখিত, পৃঃ ৬২.
৩১. দ্ৰ. উল্লিখিত, পৃঃ ১৩৩-৩৪.
এইবোৰে স্পষ্টভাৱে দেখুৱায় অম্বিকাগিৰীয়ে ভাৰতীয় যুক্তৰাষ্ট্ৰত প্ৰাদেশিক সত্তাবোৰৰ আত্মনিয়ন্ত্ৰণৰ অধিকাৰ দ্বিধাহীনভাৱে সমৰ্থন কৰিছিল।
৩২. দ্ৰ. গিৰীন ফুকন, পূৰ্বোল্লিখিত, পৃঃ ১৩৪-৩৯.
৩৩. উল্লিখিত, পৃঃ ১৩৪.

অঙ্গবিলাক শক্তিশালী আৰু নিৰাপদ" হ'ব বুলি অম্বিকাগিৰীয়ে বিবেচনা কৰিছিল।[৩৪] কিয়নো, জাতীয় মহাসভাৰ দৃষ্টিতো,

> দ্বৈত নাগৰিকত্ব যুক্তৰাষ্ট্ৰৰ বাবে দুৰ্বলতাৰ পৰিৱৰ্তে শক্তিৰ উৎসহে হ'ব। এনে বিধানে ক্ষুদ্ৰ আৰু দুৰ্বল ভাষিক, সাংস্কৃতিক, গোষ্ঠী এককবোৰক আনৰ দ্বাৰা হেঁচি ৰখাৰ সঙ্গত ভীতিক দূৰ কৰিব।[৩৫]

দেখা গ'ল, অসমীয়া জাতি সত্তা সংৰক্ষণ প্ৰচেষ্টাত ব্ৰতী হ'লেও ভাৰত যুক্তৰাষ্ট্ৰৰ বাহিৰত ভবা নাই। অসম, অসমীয়া চেতনা, ঐক্য আৰু প্ৰাদেশিক সত্তাৰ আত্ম-নিয়ন্ত্ৰণৰ অধিকাৰক কেন্দ্ৰ কৰি এই স্তৰৰ অম্বিকাগিৰীৰ জীৱনাদৰ্শ আৰু কৰ্মসমূহ বিস্তাৰিত হৈছে। কিন্তু স্বৰাজোত্তৰ কালত জাতীয় স্বাধীনতাৰ স্বৰূপ আৰু সীমাবদ্ধতাই অম্বিকাগিৰীৰ মনত অসন্তুষ্টিৰ বীজ সিঁচিছিল। [৩৬] কিন্তু তেতিয়া ৰায়চৌধুৰীৰ কৰ্মক্ষমতাও টুটি আহিছিল।

৩৪. দ্ৰ. ৰমা বৰঠাকুৰ, 'জাতীয় মহাসভা আৰু ৰায়চৌধুৰী' অম্বিকাগিৰী ৰায়চৌধুৰী, (স্মৃতিগ্ৰন্থ), পৃঃ ৫৫. (সম্পা.) হৰিপ্ৰসাদ নেওগ

৩৫.

৩৬. পৰৱৰ্তী, ৫.০৩

## ৫.০৩ উত্তৰ-স্বাধীনতা কালৰ মানুহজন ঃ অসন্তুষ্টি আৰু অসহায়তা

উত্তৰ-স্বাধীনতা কালৰ অসন্তুষ্টি প্ৰাক্-স্বাধীনতা কালৰ চিন্তা-চেতনা আৰু কৰ্মৰ কাৰ্যকৰীকৰণ, সাফল্য-অসাফল্যৰ ওপৰত নিৰ্ভৰশীল বুলি ভবা হৈছে। প্ৰাক্-স্বাধীনতাকালত যিবোৰ সমস্যা সমাধান কৰাত বিদেশী সাম্ৰাজ্যবাদী প্ৰশাসকে গুৰুত্ব প্ৰদান কৰা নাছিল, স্বাধীনতা লাভৰ পিছৰ কালত দেশীয় শাসনত সেই সমস্যাসমূহ সমাধানৰ পথ প্ৰশস্ত হোৱাৰ আকাংক্ষা অস্বাভাৱিক নহয়।

ছিলেট বিচ্ছেদ আৰু প্ৰব্ৰজন সংক্ৰান্তীয় দাবীৰ যথাৰ্থতা প্ৰতিপন্ন কৰাৰ চেষ্টা প্ৰায় বিফলতাত পৰ্যবসিত হ'ব্ৰ উপক্ৰমৰ পৰ্যায়ত লণ্ডনৰ উৰ্ধতম মহলত বিষয়টো উত্থাপন কৰাৰ বাবে এজন যোগ্য প্ৰতিনিধি লণ্ডনলৈ পঠোৱাৰ ওপৰত অম্বিকাগিৰীয়ে গুৰুত্ব দিছিল। এই প্ৰসঙ্গত অম্বিকাগিৰীয়ে কৈছিল,

> প্ৰথমবাৰ আত্মহত্যা ঘটিছে ১৯২৮ চনত অসম উপত্যকাৰ কেইজনমান সদস্য কাউন্সিলত উপস্থিত নাথাকি, শ্ৰীহট্ট অসমত থাকিব লাগে বুলি সুৰমা উপত্যকাৰ পৰা দিয়া প্ৰস্তাৱটো পাছ হ'বলৈ দিয়াত। দ্বিতীয়বাৰ আত্মহত্যা ঘটিছে, সেই চনতে, শ্ৰীহট্ট অসমৰ পৰা বাদ দি অসমৰ পুনৰ্গঠন কৰিব লাগে বুলি চাইমন কমিশ্যনৰ ওচৰত দাবী কৰিব খোজা 'সংৰক্ষিণী সভা'ৰ চেষ্টা পণ্ড হোৱাত। তৃতীয়বাৰ আত্মহত্যা ঘটিছে, ৰাউণ্ড টেবিল কনফাৰেঞ্চত এই দাবী উচিতভাৱে উত্থাপিত নোহোৱাত।[১]

১৯৩৭ চনত জৱাহৰলাল নেহৰুক 'সংৰক্ষিণী সভা' আৰু 'অসমীয়া ডেকা-দল'ৰ তৰফৰ পৰা উল্লিখিত সমস্যা আঙুলিয়াই দিয়া স্মাৰক পত্ৰৰ উত্তৰত নেহৰুৱে কৈছিল,

> ছিলেট বিভাজন আৰু প্ৰব্ৰজন আপোনালোকৰ বাবে অতি গুৰুত্বপূৰ্ণ হ'ব পাৰে কিন্তু আমি বৰ্তমান সন্মুখীন হোৱা ডাঙৰ সমস্যাবোৰৰ তুলনাত সেইবোৰ নিতান্তই গৌণ।[২]

কংগ্ৰেছ দলৰ উৰ্ধতন মহলৰ ব্যক্তি হিচাপে উল্লিখিত দৃষ্টিভংগীৰ বাবে হয়তো অম্বিকাগিৰী আৰু নীলমণি ফুকনে, নেহৰুক অসমৰ এচাম বুদ্ধিজীৱীয়ে[৩] অসম ভাৰতৰ পৰা বিচ্ছিন্ন হোৱাৰ পোষকতা কৰাৰ বিষয়টো আঙুলিয়াই দিয়ে।[৪] গতিকে, অসমৰ সমস্যা সংক্ৰান্তত কংগ্ৰেছ আৰু বিশেষকৈ নেহৰুৰ পৰা সহানুভূতি আশা কৰিছিল।[৫]

---

১. দ্ৰ. ভূপেন্দ্ৰ ৰায়চৌধুৰী, 'অম্বিকাগিৰী আৰু সংৰক্ষিণী সভা', **অসম কেশৰী অম্বিকাগিৰী**, পৃঃ ১৩৭-৩৮. সম্পা. অক্ষয় কুমাৰ মিশ্ৰ, গোবৰ্ধন দাস।

২. দ্ৰ. অৰুণ চন্দ্ৰ ভূঞা আৰু অন্যান্য (সম্পা.), **পলিটিকেল হিষ্টৰী অৱ্ আছাম**, খণ্ড-২, পৃঃ ২৯৪.

৩. জ্ঞানাথ বৰাই 'আৱাহন'ৰ ১৯৩৬ চনৰ, ৩য় সংখ্যাত 'কামৰূপ আৰু ভাৰতবৰ্ষ', ১৯৩৮ চনৰ ২য় সংখ্যাত 'অসম দেশ ভাৰতবৰ্ষৰ ভিতৰত থাকিব কিয়?' আদি প্ৰবন্ধত এনে চিন্তা প্ৰকাশ কৰিছিল।

৪. অমলেন্দু গুহ, **প্লেণ্টাৰ ৰাজ টু স্বৰাজ**, পৃঃ ২৫৭.

৫. উল্লিখিত, পৃঃ ২৫৭.

অম্বিকাগিৰীয়ে বিচাৰিছিল অসমকে প্ৰমুখ্য কৰি ক্ষুদ্ৰ জাতিসত্তাসমূহৰ আৰ্থ-সামাজিক, ভাষিক আৰু সাংস্কৃতিক জীৱনৰ সংৰক্ষণ আৰু সংবৰ্ধন। স্বাধীনতা লাভৰ পাছত যে সেইটো সংৰক্ষিত হ'ব সেই বিষয়ে অম্বিকাগিৰী নিশ্চিত হ'ব পৰা নাছিল।[৬] উল্লিখিত ধৰণৰ চিন্তাধাৰা বদ্ধমূল হোৱাত সহায় কৰিছিল পৰৱৰ্তী কালৰ ঘটনাৱলীয়ে। স্বাধীনতাৰ আগে আগে অসমক বংগৰ লগত সাঙুৰি দিয়াৰ (গ্ৰুপিঙৰ) যি প্ৰস্তাৱ উঠিছিল, সেই ক্ষেত্ৰত কংগ্ৰেছৰ কেন্দ্ৰীয় নেতৃত্বৰ ভূমিকাত[৭] অম্বিকাগিৰী আশ্বস্ত নহ'বৰ যুক্তিও স্পষ্ট আছিল। গ্ৰুপিং প্ৰস্তাৱৰ প্ৰাৰম্ভৰ কালত অসমীয়া জাতিৰ ইচ্ছা-অনিচ্ছাক যে গুৰুত্ব দিয়া হোৱা নাছিল সেই কথাও দৃঢ়। অম্বিকাগিৰীৰ পূৰ্বৰ সন্দিহান ভাব এনে ঘটনাই দৃঢ়হে কৰিছিল বুলি ভবাৰ থল বৰ্তমান।

'অসম জাতীয় মহাসভা'ৰ তৰফৰ পৰা সংবিধান প্ৰণয়নৰ বাবে সংগঠিত সংবিধান সভাৰ ওচৰত নতুন সংবিধানত দ্বি-নাগৰিকত্বৰ দাবী সজোৰে উত্থাপন কৰিছিল।[৮] কিন্তু সংবিধান সভাই নতুন সংবিধানত সমগ্ৰ ভাৰতৰ বাবে এক নাগৰিকত্বহে গ্ৰহণ কৰিলে। সংবিধান সভাই ১৯৪৯ চনৰ ২৬ নৱেম্বৰত স্বাধীন ভাৰতৰ নতুন সংবিধান চূড়ান্ত কৰিলে।[৯] ২৮ নৱেম্বৰত অম্বিকাগিৰীয়ে নতুন সংবিধানৰ নাগৰিকত্ব সংক্ৰান্তীয় ধাৰাটোৱে অসমীয়া জনসাধাৰণৰ আস্থা অৰ্জন কৰিব নোৱাৰিব বুলি সন্দিহান হৈ অসম জাতীয় মহাসভাৰ তৰফৰ পৰা বিবৃতি প্ৰকাশ কৰিলে। অম্বিকাগিৰীৰ নিজা ব্যাখ্যা অনুসৰি উল্লিখিত ধাৰাটো, "বিভীষণ-বাহিনীৰ কাৰ্য কলাপ আৰু বিভাজনবাদী প্ৰৱণতাসমূহৰ বাবে বান্ধ স্বৰূপ হ'ল।"[১০]

দেশ বিভাজনৰ ফলত দুই লাখতকৈও অধিক হিন্দু ভগনীয়া পূব বংগৰ পৰা অসমত প্ৰৱেশ কৰে।[১১] দেখা গ'ল ঐতিহাসিক দেশ বিভাজন আৰু স্বাধীনতা লাভৰ পাছতো অম্বিকাগিৰীৰ চিন্তা-চেতনা সলনি হোৱাৰ বাট মুকলি নহল। যি ভাষিক সাংস্কৃতিক সত্তাৰ সংৰক্ষণ আৰু সংবৰ্দ্ধনৰ চিন্তাত অম্বিকাগিৰীয়ে প্ৰব্ৰজনৰ বিৰোধিতা কৰি আহিছিল সেই চিন্তাত আঘাত হানি দেশ বিভাজনে শৰণাৰ্থীসকলক কঢ়িয়াই অনাত স্বাভাৱিকতে তেওঁৰ অসন্তুষ্টি বৰ্দ্ধন হ'ল। তদুপৰি ভগনীয়াসকলক থলুৱা লোকৰ লগত মিলি যাবৰ বাবে কেন্দ্ৰীয় নেতৃবৰ্গই কোনো পথ মুকলি নকৰিলে। আনহাতে তাৰে একাংশই বাঙালী উগ্ৰ জাতীয়তাবাদ জীয়াই তুলিবলৈ যত্ন কৰিলে।[১২] ফলত, অসম এক বিশেষ সমস্যাৰ সন্মুখীন হ'ল। বঙালী ভগনীয়াসকলে থলুৱাসকলৰ লগত মিলি নোযোৱাত আৰু তেওঁবিলাকে বাঙালী জাতীয়তাবাদ সঞ্জীৱিত কৰাৰ প্ৰযত্নত লিপ্ত হোৱাত অম্বিকাগিৰী অসন্তুষ্ট হোৱাই নহয় মানসিকভাৱে ভীতিগ্ৰস্তও হৈছিল। তেওঁ জাতীয় মহাসভাৰ এগৰাকী কৰ্মীলৈ লিখা

৬. পূৰ্ববৰ্তী, ৩.০৩, হৰেন্দ্ৰনাথ বৰুৱা, 'ৰায়চৌধুৰীক যেনেভাৱে পাইছিলোঁ', অসম কেশৰী অম্বিকাগিৰী, পৃঃ ৪১-৪২, সম্পা. অক্ষয় কুমাৰ মিশ্ৰ, গোবৰ্ধন দাস.

৭. হৰেন্দ্ৰনাথ বৰুৱা, উল্লিখিত, পৃঃ ৪৬, 'গান্ধীজীৰ অন্যতম ঐতিহাসিক কাৰ্য ঃ অসমৰ গ্ৰুপমুক্তি' গান্ধীজীৰ সোঁৱৰণত, পৃঃ ২২-৩৯, সম্পা. চন্দ্ৰপ্ৰসাদ শইকীয়া।

৮. পূৰ্ববৰ্তী, ৫.০২.

৯. ভি. ডি. মহাজন, ইণ্ডিয়া ছিন্চ ১৫২৬, পৃঃ ৪২৪.

১০. দ্ৰ. গিৰীণ ফুকন, আছামছ এটিচিউড টু ফেডাৰেলিজিম, পৃঃ ১৩৯.

১১. উল্লিখিত, পৃঃ ২৭, হীৰেন গোহাঁই, 'মেল্টিংপট্ অৱ উইট্‌ছেছ ক'লড্ৰন', (এথ্‌নিক কনফ্লিক্ট ইন্ আছাম), ইণ্ডিয়াজ নৰ্থ ইষ্ট, পৃঃ ২২৭ সম্পা. পংকজ ঠাকুৰ।

১২. হীৰেন গোহাঁই, উল্লিখিত, পৃঃ ২২৭.

চিঠি-পত্ৰতো তেওঁৰ এনে মনোভাৱ প্ৰকাশ পোৱা দেখা গৈছে।[১৩] তদুপৰি অসম সাহিত্য সভাৰ সভাপতিৰ অভিভাষণখনিতো এনে প্ৰসঙ্গৰ অৱতাৰণা কৰিছে।[১৪] উল্লিখিত অভিভাষণতে স্পষ্টভাৱেই স্বাধীনতা লাভৰ পিছৰ কালত ৰায়চৌধুৰীয়ে অনুভৱ কৰা অসন্তুষ্টি প্ৰকাশ কৰিছে,

> .......আজি স্বাধীনতাৰ দিনতো অসমীয়াৰ পৈত্ৰিক ঘৰ-ভেটি, ভাষা-সংস্কৃতি, অৰ্থনীতি-সমাজনীতিৰ সৈতে গোটেইটো অস্তিত্ব বৃটিছৰ দাসত্বৰ পৰা মুক্ত হৈ আহি পুনৰ তাৰ প্ৰতি সহানুভূতিহীন আৰু বিদ্বেষ পৰিপোষণ কৰি থকা আন এদলৰ অধীন হ'ব লগীয়া অৱস্থাত উপস্থিত হ'ল।[১৫]

বিংশ শতিকাৰ বিশৰ দশকৰ পৰা প্ৰব্ৰজনৰ সমস্যাটো যাতে থলুৱা আৰু প্ৰব্ৰজিতৰ মাজত সংকটৰ পৰ্যায়লৈ নাযায় তাৰ বাবে ৰায়চৌধুৰীয়ে চেষ্টা কৰিছিল। কিন্তু সেই সমস্যাটো স্বাধীনতা লাভৰ পিছৰ কালতো একেদৰেই থাকিল। অম্বিকাগিৰীৰ অসন্তুষ্টিও সেই কাৰণেই বাঢ়ি আহিছিল। সেই বাবেই ১৯৫১ চনত তদানীন্তন ভাৰত চৰকাৰৰ বৈজ্ঞানিক গৱেষণা আৰু প্ৰাকৃতিক সম্পদ দপ্তৰৰ মন্ত্ৰী, ৰিফিউজি পুনৰ্সংস্থাপন অনুসন্ধান কমিটীৰ সভাপতি শ্ৰীপ্ৰকাশক অসম জাতীয় মহাসভাৰ তৰফৰ পৰা এখন স্মাৰক পত্ৰ দিয়া হয়। স্মাৰক পত্ৰত উদ্বেগ প্ৰকাশ কৰি কোৱা হ'ল,

> .........অসমৰ সামৰ্থ্যতকৈ অধিকভাৱে শৰণাৰ্থী সংস্থাপনৰ ক্ষেত্ৰত বঙালীসকলে দেখুৱা অত্যধিক উৎসাহৰ অন্তৰালত বঙলা ভাষাভিত্তিক এখন বঙ্গ সাম্ৰাজ্য প্ৰতিষ্ঠাৰ উদ্দেশ্যহে নিহিত আছে। এই ক্ষেত্ৰত অসম, বঙ্গ, পূব পাকিস্থানৰ পুৰণি বঙলা ভাষা-ভাষীসকল জড়িত, যিসকলে নিজকে ভাৰতীয়তকৈ বঙালী বুলিহে অধিকভাৱে অনুভৱ কৰে।[১৬]

মন্তব্যটোত অতিশয়োক্তিৰ চিন স্পষ্ট হ'লেও ই যুক্তিহীন নাছিল। কিয়নো, স্বাধীন ভাৰতত জাতিসত্তাৰ দিশৰ পৰা শৰণাৰ্থী সমস্যাটো যথাযথভাৱে সংশ্লিষ্ট মহলত উত্থাপিত নোহোৱাটো এটি গুৰুত্বপূৰ্ণ দিশ।

সেই প্ৰসঙ্গত, সংশ্লিষ্ট দিশৰ পৰা ৰায়চৌধুৰী আৰু জাতীয় মহাসভাৰ উদ্বেগৰ কাৰণো অনুভৱযোগ্য। এই দিশটোত মানবীয়তাৰ লগে লগে জাতিসত্তাৰ প্ৰশ্নটোৰ সঠিক পটভূমিত উত্থাপিত আৰু সমাধান প্ৰচেষ্টা নোহোৱাত ৰায়চৌধুৰীৰ অসন্তুষ্টি বাঢ়ি যোৱাৰ কাৰণো বোধগম্য।

ভাষাৰ ভিত্তিত ৰাজ্য পুনৰ্গঠনৰ দাবী ক্ৰমে স্বাধীনতা লাভৰ পিছৰ কালত শক্তিশালী হয়। ১৯৪৮ চনত 'দৰ' কমিটী নামে জনাজাত 'ভাষিক প্ৰদেশ কমিটী' গঠন কৰা হয়। উক্ত কমিটীয়ে ভাষিক ৰাজ্যৰ বিৰুদ্ধে মত প্ৰকাশ কৰাত উক্ত কমিটীৰ প্ৰতিবেদন পৰীক্ষা কৰিবলৈ এখন সমিতি গঠন হয়। কিন্তু ইতিমধ্যে অন্ধ্ৰ প্ৰদেশে ভাষিক ৰাজ্যস্বৰূপে স্বীকৃতি লাভ কৰাত বিষয়টোৱে এটা নতুন আয়তন লাভ কৰিলে। এই পৰিপ্ৰেক্ষিতত প্ৰধানমন্ত্ৰীয়ে ১৯৫৩ চনৰ ২২ ডিচেম্বৰত সংসদত

---

১৩. ৰমা বৰঠাকুৰ, শতিকাৰ অভিলেখ, পৃঃ ৮৯, ৯১.

১৪. অম্বিকাগিৰী ৰায়চৌধুৰী, সভাপতিৰ অভিভাষণ, অসম সাহিত্য সভা, ১৯৫০, অম্বিকাগিৰী ৰায়চৌধুৰী ৰচনাৱলী, পৃঃ ৮৪১-৪৪. সম্পা. সত্যেন্দ্ৰনাথ শৰ্মা।

১৫. উল্লিখিত, পৃঃ ৮৩৭-৩৮

১৬. দ্ৰ. গিৰীন ফুকন, পূৰ্বোল্লিখিত, পৃঃ ২৯.

উল্লিখিত বিষয়টো পৰীক্ষা কৰিবলৈ এখন আয়োগ নিয়োগ কৰাৰ কথা ঘোষণা কৰে।[১৭] ৰাজ্য পুনৰ্গঠন আয়োগৰ ওচৰত অসমক অসমীয়া ভাষাভিত্তিক ৰাজ্য হিচাপে ঘোষণা কৰিবলৈ অসম জাতীয় মহাসভাৰ তৰফৰ পৰা স্মাৰক পত্ৰ প্ৰদান কৰা হয়।[১৮] যদিও ভাষাভিত্তিক ৰাজ্য পুনৰ্গঠন কৰা হ'ল, কিন্তু অসমৰ ক্ষেত্ৰত আয়োগৰ মন্তব্যৰ সাৰাংশটো পৰোক্ষহে হ'ল। আয়োগে ১৯৩১ চনৰ পৰা ১৯৫১ চনৰ ভিতৰত অসমীয়াভাষীৰ সংখ্যা বৃদ্ধিত প্ৰকাশ কৰা অনুচচ শংকা অসমীয়া ভাষা-ভাষীৰ স্বাৰ্থৰ অনুকূল বুলিব নোৱাৰি।[১৯] উল্লিখিত ধৰণৰ মন্তব্যই স্বাভাৱিক কাৰণতে অম্বিকাগিৰীৰ অসন্তুষ্টিৰ মাত্ৰা বৃদ্ধি কৰিছিল। কিয়নো, অসমীয়াভাষীৰ সংখ্যা ক্ৰমবৰ্ধিত হাৰত কমি যোৱাৰ ক্ষেত্ৰত প্ৰব্ৰজন শৰণাৰ্থী আদিৰ ভূমিকা নিঃসন্দেহে এই প্ৰসংগত এৰি যাব পৰা বিষয় নহয়। ভাৰতৰ জাতিসত্তাৰ সমস্যা, অসমৰ অৱস্থান আৰু ৰাজ্য পুনৰ্গঠন আয়োগৰ প্ৰসংগত হীৰেন গোহাঁয়ে পিছৰ কালত কৰা মন্তব্যও এই প্ৰসংগত উল্লেখযোগ্য।[২০] উপৰি-উল্লিখিত পটভূমিত অম্বিকাগিৰীৰ অসন্তুষ্টিৰ হেতু বিচাৰি পোৱা যায়।

স্বাধীনতা লাভৰ পিছৰ কালত লিখা কিছু ব্যক্তিগত চিঠিত তেওঁৰ অসন্তুষ্টিৰ লগতে অসহায়তা পৰিস্ফুট হোৱা দেখা গৈছে।[২১] তদুপৰি, 'স্বাধীনতাৰ পৰৱৰ্তী যুগৰ কংগ্ৰেছ দল আৰু চৰকাৰৰ জৰিয়তে গঢ়ি উঠা অসমীয়া মধ্যবিত্ত শ্ৰেণীৰ স্বাৰ্থৰ কথাও জড়িত"[২২] হৈ থকা কিছু কাৰণত অম্বিকাগিৰীৰ চিন্তাধাৰাই ৰাজনৈতিক দৰ্শনৰূপে প্ৰতিষ্ঠা লাভ নকৰিলে। ইও অম্বিকাগিৰীৰ অসন্তুষ্টিৰ এটি কাৰণ। এই বিষয়ে অজিত কুমাৰ শৰ্মাই লিখিছে,

> কংগ্ৰেছৰ ছত্ৰ-ছায়াত পুঁজিবাদী ঔপনিবেশিক স্বাৰ্থই যিমানে প্ৰাধান্য পালে সিমানে অসমীয়া স্বাৰ্থৰকথা তল পৰি গ'ল আৰু অম্বিকাগিৰীও অকলশৰীয়া হৈ পৰিল।[২৩]

১৯৬০ চনত অসমৰ ৰাজ্য ভাষাৰূপে অসমীয়াক ঘোষণা কৰাৰ পৰিপ্ৰেক্ষিতত ঘটা ঘটনা-সংঘাতো ৰায়চৌধুৰীৰ মনস্তাপৰ কাৰণ হৈছিল। পুষ্পলতা দাসলৈ লিখা এখন ব্যক্তিগত চিঠিত ৰায়চৌধুৰীৰ অসন্তুষ্টি আৰু বৃদ্ধকালৰ অসহায়তা ফুটি উঠিছে।[২৪]

বৃহত্তৰ বংগৰ বিভীষিকাই অম্বিকাগিৰীক সমগ্ৰ কৰ্ম-জীৱনত প্ৰভাৱিত কৰিছিল।[২৫]

---

১৭. ভি. ডি. মহাজন, পূৰ্বোল্লিখিত, পৃঃ ৬৫২.
আয়োগৰ সদস্যসকল আছিল—ফজল আলি (সভাপতি), পণ্ডিত হৃদয় নাথ কুঞ্জৰু, ছৰ্দাৰ কে, এম, পানিকৰ।

১৮. ভগাগিৰী ৰায়চৌধুৰী, 'অম্বিকাগিৰী আৰু অসম জাতীয় মহাসভা' **অসম কেশৰী অম্বিকাগিৰী**, পৃঃ ১৪৬ সম্পা. অক্ষয় কুমাৰ মিশ্ৰ, গোবৰ্ধন দাস,

১৯. 'এছ. আৰ. চি. অন্ আছাম, নেফা, ত্ৰিপুৰা এণ্ড মণিপুৰ', **আছাম ট্ৰিবিউন্** ১০ অক্টোবৰ, ১৯৫৫ পৃঃ ৩.

২০. দ্ৰ. হীৰেন গোহাঁই, পূৰ্বোল্লিখিত, পৃঃ ২২৭-২৮.

২১. ৰমা বৰঠাকুৰ, পূৰ্বোল্লিখিত, পৃঃ .৮, ৮৯, ৯১.

২২. দ্ৰ, অজিত কুমাৰ শৰ্মা, 'অম্বিকাগিৰীৰ ৰাজনৈতিক চিন্তাধাৰা', **অসম কেশৰী অম্বিকাগিৰী**, পৃঃ ১১৩, (সম্পা.) অক্ষয় কুমাৰ মিশ্ৰ, গোবৰ্ধন দাস

২৩. দ্ৰ. উল্লিখিত, পৃঃ ১১৩.

২৪. পুষ্পলতা দাস, 'ডেকাগিৰী, অম্বিকাগিৰী ৰায়চৌধুৰীৰ সান্নিধ্যত', উল্লিখিত, পৃঃ ৫৬-৫৭.

২৫. হৰেন্দ্ৰনাথ বৰুৱা, পূৰ্বোল্লিখিত, পৃঃ ৪২. অম্বিকাগিৰী ৰায়চৌধুৰী, 'সভাপতিৰ অভিভাষণ' অসম সাহিত্য সভা, ১৯৫০, **অম্বিকাগিৰী ৰায়চৌধুৰী ৰচনাৱলী**, পৃঃ ৮৪১-৪৪; পুষ্পলতা দাস, উল্লিখিত, পৃঃ ৫৬.

অৱশেষত এনে ধৰণৰ সংবাদ এটিয়েই ৰায়চৌধুৰীৰ দেহান্তৰৰ কাৰণ হ'ল বুলিও কোনোৱে আঙুলিয়াব খোজে।[২৬] এইটোৱে ৰায়চৌধুৰীৰ অসহায় অৱস্থাটোৰহে প্ৰতিফলন ঘটায়।

গতিকে, দেখা গ'ল, বিংশ শতিকাৰ বিশৰ দশকৰ পৰা অসমীয়া জাতিসত্তাৰ সাৰ্বিক সংৰক্ষণ আৰু সংবৰ্ধনৰ চিন্তাৰে অম্বিকাগিৰী ৰায়চৌধুৰীৰ ব্যক্তিগত আৰু অনুষ্ঠানগত কৰ্মসমূহে পঞ্চাশৰ দশকলৈকে বিস্তাৰ লাভ কৰিছিল। স্বাধীনতা লাভৰ লগে লগে তেওঁৰ কৰ্মৰ পৰিসৰ আৰু কৰ্মশক্তি উভয়ে সীমিত হৈ আহিছিল। আনহাতেদি অসমৰ ৰাজনৈতিক নেতৃবৃন্দই ঐতিহাসিক কাৰণতে অম্বিকাগিৰী প্ৰদৰ্শিত পথ বৰ্জন কৰিছিল। স্বাধীনতা পৰৱৰ্তী কালত স্বাধীন ৰাষ্ট্ৰ যন্ত্ৰৰ পৰা অসমীয়া জাতিসত্তাৰ সংৰক্ষণ, সংবৰ্ধনৰ ক্ষেত্ৰত ৰায়চৌধুৰীয়ে যি আশা কৰিছিল সিও পূৰ্ণ নহ'ল। গতিকে, স্বাধীনতা লাভৰ পিছৰ কালছোৱা ৰায়চৌধুৰীৰ অসন্তুষ্টি আৰু অসহায়তাৰ কালৰূপেহে চিহ্নিত কৰিব পাৰি।

---

২৬. সতীশ চন্দ্ৰ কাকতী, 'ৰায়চৌধুৰীৰ জীৱন ঃ এটা সাঁথৰ' অম্বিকাগিৰী ৰায়চৌধুৰী, পৃঃ ৭৬-৭৭, অসম প্ৰকাশন পৰিষদ।

## ৫.০৪ অসম সাহিত্য সভা আৰু ৰায়চৌধুৰী

অসমীয়া ভাষা-সাহিত্যৰ বিকাশৰ বাবে থলুৱা সংঘ প্ৰচেষ্টা প্ৰথম আৰম্ভ হয় কলিকতাত, অ. ভা.উ. সা. সভা প্ৰতিষ্ঠাৰ যোগেদি।[১] অ. ভা. উ. সা. সভাৰ পাছতে এ. এছ্. এল. ক্লাবেও এনে প্ৰচেষ্টা হাতত লয়।[২]

অ. ভা. উ. সা. সভা আৰু 'জোনাকী' (১৮৮৯)ৰ আন্দোলন স্তিমিত হৈ অহাত,

> অসমৰ অগ্ৰণী নগৰসমূহৰ বুদ্ধিজীৱীসকলে অসমীয়া ভাষা-সাহিত্যৰ কাৰণে সদৌ অসমৰ বাবে এটি সংস্থাৰ প্ৰয়োজনীয়তা অনুভৱ কৰিবলৈ ধৰিলে। অনুভৱটি ক্ৰমে, এই শতিকাৰ দ্বিতীয় দশকত তীব্ৰভাৱে অনুভূত হয় আৰু সফলভাৱে নহলেও সঘনে এনে প্ৰযত্ন হ'বলৈ ধৰিলে।[৩]

উল্লিখিত অভাৱমোচনৰ বাবে গুৱাহাটীৰ অ.ভা. উ. সা. সভাৰ এখন বৈঠকত ১৯১৪ চনত, এনে এটি সংগঠনৰ প্ৰস্তাৱ উত্থাপন কৰা হয় যদিও মূৰকত সংগঠনটি নহ'লগৈ।[৪] ৰাধানাথ ফুকনৰ মতে সদৌ অসমভিত্তিক সাহিত্য সভা এখন গঠনৰ ধাৰণাটি পোন প্ৰথম চন্দ্ৰনাথ শৰ্মাৰ মনতে সৃষ্টি হয়।[৫]

১৯১৫ চনত অসম উপত্যকাৰ কমিছনাৰ পি. আৰ. টি. গৰ্ডনৰ উদ্যোগত যোৰহাটত এখন ৰাজ্যিক পৰ্যায়ৰ প্ৰদৰ্শনী অনুষ্ঠিত হৈছিল। তদুপলক্ষে মিলিত হোৱা লোকসকলৰ ভিতৰত কিছু সাহিত্যিকো আছিল। তাতো সাহিত্য সংক্ৰান্তীয় সভা এখন সংগঠন কৰাৰ আলোচনা-বিলোচনা হ'ল যদিও তাতে য'তি পৰিল।[৬] উল্লিখিত চনতে পদ্মনাথ বিদ্যাবিনোদে গুৱাহাটীৰ অ. ভা. উ. সা. সভাৰ সভা এখনত 'অসম সাহিত্য সন্মিলন' এখন গঠন কৰি তাৰ পৰা বৰ্ধমানত অনুষ্ঠিত 'বঙ্গীয় সাহিত্য সন্মিলন'লৈ প্ৰতিনিধি পঠোৱাৰ বিষয়টো উত্থাপন কৰিছিল। তৰুণ লেখকসকলৰ পৰা সমৰ্থন পালেও নেতৃস্থানীয় সভ্যসকলৰ অসন্মতি হেতুকে এইবাৰো সংগঠনটি নহ'লগৈ।[৭] সন্মিলনৰ সংগঠন নহ'লেও,

> ১৯১৫ চনত অধ্যাপক পদ্মনাথ ভট্টাচাৰ্য বিদ্যা বিনোদৰ সাহায্যত হেমচন্দ্ৰ গোস্বামী, চন্দ্ৰনাথ শৰ্মা, ৰত্ন বৰকাকতী অম্বিকাগিৰী ৰায়চৌধুৰী আৰু সৰ্বেশ্বৰ শৰ্মাকটকী বৰ্দ্ধমানৰ বঙ্গীয় সন্মিলনলৈ প্ৰতিনিধি হৈ যায়।[৮]

১৯১৫ চনৰে ৩০ ডিচেম্বৰত ডিব্ৰুগড়ত অসম এছোচিয়েশ্যনৰ অধিবেশনৰ পাছতে ফণীধৰ চলিহাৰ সভাপতিত্বত এখনি সাহিত্য সন্মিলন অনুষ্ঠিত হয়। প্ৰবীণ লিখকসকলৰ কিছু এই সভাত

---

১. মহেশ্বৰ নেওগ, এনালছ্ অব্ অসম সাহিত্য সভা, পৃঃ ২-৪.
২. উল্লিখিত, পৃঃ ৫.
৩. দ্ৰ. উল্লিখিত, পৃঃ ৫-৬.
৪. মহেশ্বৰ নেওগ, উল্লিখিত, পৃঃ ৬.
৫. দ্ৰ. বীৰেন্দ্ৰ কুমাৰ ভট্টাচাৰ্য, 'ভূমিকা' কৰ্মবীৰ চন্দ্ৰনাথ শৰ্মা, (স্মৃতিগ্ৰন্থ), পৃঃ ১৪.
৬. মহেশ্বৰ নেওগ, উল্লিখিত, পৃঃ ৬, অতুল চন্দ্ৰ হাজৰিকা, 'উপক্ৰমণিকা ঃ পূৰ্বৰঙ্গ, অসম সাহিত্য সভাৰ ৰূপলেখা, পৃঃ ১৩.
৭. মহেশ্বৰ নেওগ, পূৰ্বোল্লিখিত, পৃঃ ৬.
৮. দ্ৰ. বীৰেন্দ্ৰ কুমাৰ ভট্টাচাৰ্য, পূৰ্বোল্লিখিত, পৃঃ ১৪.

উপস্থিত আছিল।[৯] এই সময়ত অম্বিকাগিৰী 'আসাম বান্ধৱ'ৰ লগত জড়িত হৈ ডিব্ৰুগড়বাসী।[১০] এই সভাতো "গালোঁ বালোঁ খোলাকটিৰ তাল হ'ল"।[১১]

'আসাম বান্ধৱ' আৰু 'বাঁহী'ত এই সময়তে উজনি-নামনিৰ ভাষাক কেন্দ্ৰ কৰি এখনি বিতৰ্ক আৰম্ভ হয়। এই বাক্-বিতণ্ডা দেখি 'নেতৃস্থানীয় এচাম লোকে' হাত সাবটি বহি আছিল। আনহাতে তৰুণ অম্বিকাগিৰীয়ে এই বাক্-বিতণ্ডাৰ য'তি পেলাবলৈ চেষ্টা কৰিছিল। তদুপৰি সদৌ অসমৰ বাবে যে এখন সাহিত্য সভাৰ প্ৰয়োজন সেই বিষয়ে ৰায়চৌধুৰীয়ে কাকতে-পত্ৰই লেখা-লেখি কৰিছিল। উল্লিখিত গোটেই বিষয়টো সংক্ৰান্তত অতুল চন্দ্ৰ হাজৰিকাই লেখিছে,

> আনকি শান্তিপ্ৰিয় সত্যনাথ বৰাৰ দৰে এগৰাকী প্ৰবীণ সাহিত্যিকেও হিতে বিপৰীত হ'ব পাৰে বুলি আশংকাত সদৌ অসমৰ বাবে এখন সাহিত্য সভা গঠন কৰাৰ মতত হয়ভৰ দিব পৰা নাছিল। অনাহকত বাটৰ কচু গাত ঘঁহি লয় কোনে? কিন্তু শেন চকুৱা অম্বিকাগিৰী ৰায়চৌধুৰীয়ে সমগ্ৰ অসমৰ বাবে এখন সাহিত্য সভা লাগে বুলি তেতিয়াই কাকতে-পত্ৰই লেখা-লেখি কৰিছিল।[১২]

১৯১৬ চনত কলিকতাৰ এ. এছ. এল. ক্লাব, গুৱাহাটীৰ এ. এছ. এল. ক্লাব আৰু একতা সভাৰ প্ৰযত্নত চন্দ্ৰনাথ শৰ্মা প্ৰমুখ্যে এমুঠি ছাত্ৰৰ প্ৰচেষ্টাত গুৱাহাটীত অসম এছোচিয়েচ্যনৰ সভাথলিত, 'অসমীয়া ছাত্ৰৰ সাহিত্য সন্মিলন' এখন অনুষ্ঠিত হয়। এই সভালৈ স্কুল-কলেজৰ ছাত্ৰৰ উপৰিও সকলো প্ৰতিষ্ঠিত সাহিত্যিকক নিমন্ত্ৰণ জনোৱা হৈছিল। উক্ত সভাত "নবীন-প্ৰবীণ সাহিত্যিকসকল সমবেত হ'ল"।[১৩] কিন্তু ঘটনা-স্ৰোতত ইয়াতো উল্লিখিত ধৰণৰ সংগঠন নহ'ল আৰু 'আসাম ছাত্ৰ সন্মিলন'ৰহে জন্ম হ'ল।[১৪] তৰুণসকলৰ আকাংক্ষিত অনুষ্ঠান এটিৰ প্ৰয়োজন পুনৰ থাকি গ'ল।

ছাত্ৰসকলৰ উল্লিখিত প্ৰচেষ্টাও ব্যৰ্থ হোৱাত অম্বিকাগিৰী ৰায়চৌধুৰীয়ে গৌৰীকান্ত তালুকদাৰৰ উকীলখানাত এখন সভা অনুষ্ঠিত কৰিলে। সভাৰ সভাপতি আছিল সূৰ্যকুমাৰ ভূঞা। উক্ত সভাতে শিৱসাগৰত পৰৱৰ্তী বছৰৰ অসম এছোচিয়েশ্যনৰ অধিবেশনৰ লগতে সদৌ অসমৰ সাহিত্যিকসকলৰ সভা এখন পতাৰ সিদ্ধান্ত কৰি চন্দ্ৰনাথ শৰ্মাক সম্পাদকৰূপে লৈ এখন তদৰ্থ কমিটী গঠন কৰা হয়।[১৫] একে সময়তে যোৰহাটতো শৰৎ চন্দ্ৰ গোস্বামীয়ে একে উদ্দেশ্য লৈ এনে এখন সভা পতাৰ প্ৰচেষ্টা কৰে। দুয়োটা কাৰ্য অতুল চন্দ্ৰ হাজৰিকাৰ মতে 'কাকতালীয়'।[১৬] এই প্ৰসঙ্গত শৰৎ চন্দ্ৰ গোস্বামীয়ে লেখিছে,

> ইয়াৰ পিছত গুৱাহাটীৰ পৰা দুৰ্গেশ্বৰ শৰ্মা চন্দ্ৰনাথ শৰ্মা, আৰু গৌৰীকান্ত তালুকদাৰ

---

৯. মহেশ্বৰ নেওগ, পূৰ্বোল্লিখিত, পৃঃ ৬, অতুল চন্দ্ৰ হাজৰিকা, পূৰ্বোল্লিখিত, পৃঃ ১৪.
১০. অম্বিকাগিৰী ৰায়চৌধুৰী, মোৰ জীৱন ধুমুহাৰ এছাটি, অম্বিকাগিৰী ৰায়চৌধুৰী ৰচনাৱলী, পৃঃ ৬৮১, সম্পা. সত্যেন্দ্ৰনাথ শৰ্মা.
১১. দ্ৰ. অতুল চন্দ্ৰ হাজৰিকা, পূৰ্বোল্লিখিত, পৃঃ ১৪.
১২. দ্ৰ. অতুল চন্দ্ৰ হাজৰিকা, পূৰ্বোল্লিখিত, পৃঃ ১২.
১৩. উল্লিখিত, পৃঃ ১৫, মহেশ্বৰ নেওগ, পূৰ্বোল্লিখিত পৃঃ ৭.
১৪. মহেশ্বৰ নেওগ উল্লিখিত, পৃঃ ৭, অতুল চন্দ্ৰ হাজৰিকা, উল্লিখিত, পৃঃ ১৪-১৫.
১৫. অতুল চন্দ্ৰ হাজৰিকা, পূৰ্বোল্লিখিত, পৃঃ ১৫, মহেশ্বৰ নেওগ, পূৰ্বোল্লিখিত, পৃঃ ৭.
১৬. দ্ৰ. অতুল চন্দ্ৰ হাজৰিকা, পূৰ্বোল্লিখিত, পৃঃ ১৭.

প্ৰভৃতি কেইগৰাকীমান লোকে গোটখাই অসম সাহিত্য সন্মিলন হ'ব লাগে বুলি চেষ্টা কৰিছিল।[১৭]

আনফালে শিৱসাগৰীয়া ৰাইজে তাৰাপ্ৰসাদ চলিহাৰ সভাপতিত্বত ২৮ ছেপ্টেম্বৰত পতা এখন সভাত অসম এছোচিয়েশ্যনৰ সভাৰ লগতে অসম সাহিত্য সন্মিলন পাতিবলৈ সিদ্ধান্ত হয়।[১৮]

গুৱাহাটীত তদৰ্থ কমিটী এখন হৈছিল যদিও, কমিটীৰ সম্পাদক চন্দ্ৰনাথ শৰ্মাৰ কাম চিঠি-পত্ৰ লেখাতে শেষ হ'ল। এই প্ৰসঙ্গৰ উল্লেখ কৰি দণ্ডিনাথ কলিতাই লেখিছে,

> এই বিষয়ে চন্দ্ৰনাথৰ কাৰ্য্য অকল চিঠি পত্ৰতেই শেষ হ'ল, কাৰণ শিৱসাগৰীয়া ৰাইজে.... সাহিত্য সন্মিলন পাতিবলৈ এই কাৰ্য্যনিৰ্বাহক সভাৰ লগত সম্পৰ্ক ৰখাৰ কোনো প্ৰায়োজন নেদেখিলে। তেওঁলোকে স্বাধীনভাৱেই সেইবাৰ আসাম এছাচিয়েশ্যনৰ লগত আসাম সাহিত্য সন্মিলন পাতিলে। গুৱাহাটীৰ কাৰ্য্যনিৰ্বাহক সভাৰ লগত ইয়াৰ সম্পৰ্ক নাথাকিল সঁচা কিন্তু সিয়ে এই সন্মিলনৰ আৱশ্যকতা উলুকিয়াই দি তাৰ আৰম্ভণ সূচনা কৰিছিল তাত কোনো সন্দেহ নাই।[১৯]

একেই প্ৰসঙ্গতে ৰত্নকান্ত বৰকাকতীয়েও লেখিছে,

> .......কটন কলেজৰ সংস্কৃতৰ প্ৰফেছৰ পদ্মনাথ ভট্টাচাৰ্য বিদ্যাবিনোদ মহাশয়ৰ অনুগ্ৰহত ১৯১৫ খৃষ্টাব্দত বৰ্ধমানৰ বঙ্গীয় সাহিত্য সন্মিলনলৈ ময়ো হেমচন্দ্ৰ গোস্বামী, চন্দ্ৰনাথ শৰ্মা, সৰ্বেশ্বৰ শৰ্মা কটকীৰ সৈতে 'হাফ-কনচেছন টিকটত ডেলিগেট স্বৰূপে যাবলৈ সুবিধা পাওঁ। সেই বৰ্ধমান সাহিত্য সন্মিলনৰ দৰ্শনৰ ফলতে মই, চন্দ্ৰনাথ শৰ্মা আৰু অম্বিকা ৰায়চৌধুৰী এই তিনিজনৰ যুটীয়া যত্নৰ ফলতে অসম সাহিত্য সন্মিলনৰ যত্ন বুলিব লাগে। অসম ছাত্ৰ সন্মিলন পাক লাগি (indirectly) অসম সাহিত্য সন্মিলন ৰূপেহে জন্ম লোৱা কথা আছিল। ................... আমাৰ কল্পনা-গৰ্ভস্থ অসম সাহিত্য সভা শিৱসাগৰত পদ্মনাথ গোহাঞিবৰুৱাৰ সভাপতিত্বত ১৯১৭ চনত ভূমিষ্ঠ হ'ল।[২০]

দেখা গ'ল, শিৱসাগৰত হোৱা প্ৰচেষ্টাত সচেতনভাৱেই পূৰ্বৰ গুৱাহাটীৰ কমিটীখনক অগ্ৰাহ্য কৰাৰ প্ৰবণতা এটি উপস্থিত।[২১] শিৱসাগৰৰ প্ৰচেষ্টাৰ লগত শৰৎ চন্দ্ৰ গোস্বামীও জড়িত।[২২]

দেখা গৈছে, অসমভিত্তিক এটি সাহিত্যি সংগঠনৰ প্ৰয়োজনৰ উপলব্ধি, গঠনৰ প্ৰযত্ন আৰু প্ৰক্ৰিয়াত প্ৰত্যক্ষভাৱে দুজন মানুহৰ নাম জড়িত, তেওঁলোক হ'ল চন্দ্ৰনাথ শৰ্মা আৰু অম্বিকাগিৰী ৰায়চৌধুৰী।

অসম সাহিত্য সভা গঠনৰ প্ৰক্ৰিয়া আৰু প্ৰযত্নত প্ৰবীণ-নবীনৰ শীতল যুদ্ধ এখন প্ৰাৰম্ভৰ পৰা দেখা গৈছে। অসমীয়া ছাত্ৰৰ সাহিত্য সন্মিলনতো যেতিয়া অসমভিত্তিক সংগঠন গঢ়ি তুলিব

---

১৭. দ্ৰ. যতীন্দ্ৰনাথ গোস্বামী, 'শৰৎ চন্দ্ৰ গোস্বামী আৰু অসম সাহিত্য সভা', **অসম সাহিত্য সভা পত্ৰিকা**, ত্ৰিচত্বাৰিংশ বছৰ, ১ম সংখ্যা, পৃঃ ৫৬; সম্পা. ভগগিৰী ৰায়চৌধুৰী।

১৮. মহেশ্বৰ নেওগ, পূৰ্বোল্লিখিত, পৃঃ ৭.

১৯. দ্ৰ. বিজন লাল চৌধুৰী, 'অসমীয়া বুদ্ধিজীৱীৰ প্ৰগতি ঃ অসমৰ পৰা ভাৰতলৈ', **নতুন পৃথিৱী**, ১০ ম বছৰ ১ম সংখ্যা, পৃঃ ৫৪.

২০. দ্ৰ. অতুল চন্দ্ৰ হাজৰিকা, পূৰ্বোল্লিখিত, পৃঃ ১৪.

২১. বিজনলাল চৌধুৰী, পূৰ্বোল্লিখিত, পৃঃ ৫৫.

২২. যতীন্দ্ৰনাথ গোস্বামী, পূৰ্বোল্লিখিত, পৃঃ ৫৬.

নোৱাৰিলে স্বাভাৱিকতে তৰুণ লিখকসকল সংঘবদ্ধ হোৱাৰ বাট মুকলি হ'ল আৰু তেনে এটি সংগঠন কৰিবলৈ দৃঢ় প্ৰতিজ্ঞ হ'ল। এই সংক্ৰান্তত মহেশ্বৰ নেওগে লিখিছে,

> ছাত্ৰসকলৰ প্ৰচেষ্টা ব্যৰ্থ হ'লত, গুৱাহাটীৰ কিছু সংখ্যক তৰুণ লেখক আৰু কবিয়ে নগৰখনৰ আৰু অসমৰ সকলো অংশৰ সাহিত্যিকক নিমন্ত্ৰণ জনাই ১৯১৭ চনৰ কোনো সময়ত এজন তৰুণ উকীলৰ বাস ভৱনত সূৰ্যকুমাৰ ভূঞাৰ সভাপতিত্বত সৰু থূলত গোট খালে। বিস্তৃত আলোচনাৰ শেষত সিদ্ধান্ত হ'ল যে এনে কাৰ্যত সদায় হেঙাৰ তৰি থকা কিছু সংখ্যকৰ বিৰোধিতা সত্ত্বেও প্ৰস্তাৱিত সংস্থাটি সেই বছৰৰে অসম এছোচিয়েশ্যনৰ শিৱসাগৰৰ সভাতে আৰম্ভ কৰিব লাগিব।[২৩]

একেই প্ৰসংগ অতুল চন্দ্ৰ হাজৰিকাই লিখিছে, 'বিৰুদ্ধবাদী কেইজনমানৰ হেঙাৰলৈ কেৰেপ নকৰি পিছৰ বছৰ অসম এছোচিয়েশ্যনৰ লগতে অসম সাহিত্য সভা পাতিবই লাগিব"[২৪] বুলি তৰুণসকলে সিদ্ধান্ত ল'লে।

উল্লিখিত সভাখনত নবীন-প্ৰবীণৰ উপস্থিতিৰ বিষয়ে দণ্ডিনাথ কলিতাই লিখিছে,

অসমীয়া ছাত্ৰৰ সাহিত্য সন্মিলনে 'আসাম ছাত্ৰ সন্মিলন' নাম ল'লত আকৌ সাহিত্য সন্মিলনৰ আৱশ্যকতা থাকি গ'ল। তাকে দেখি শ্ৰীযুক্ত অম্বিকাচৰণ ৰায়চৌধুৰীয়ে তেতিয়া স্থানীয় আৰু দূৰাগত সকলো সাহিত্য সেৱীক এই বিষয়ে আলচ কৰিবলৈ নিমন্ত্ৰণ কৰিলে। সেই নিমন্ত্ৰণ মতেই ডেকা সাহিত্যিকসকল শ্ৰীযুক্ত গৌৰীকান্ত তালুকদাৰ বি. এলৰ চ'ৰাত গোট খালে কিন্তু প্ৰবীণ সাহিত্যিক প্ৰায় কোনোৱেই নাছিল। তথাপি ডেকাসকলৰ ভিতৰত আলোচনা চলিল আৰু সাহিত্য সন্মিলন স্থাপন কৰাত সকলোৱেই মত দিলে।[২৫]

দেখা গ'ল, সাহিত্য সভা সংগঠনৰ প্ৰযত্নত নবীন-প্ৰবীণৰ শীতল যুদ্ধ এখন অব্যাহত আছিল। ইয়াৰ কাৰণ কোনো কোনোৰ মতে,

> বৃটিশ সাম্ৰাজ্যবাদে সৃষ্টি কৰা আৰু অসমৰ উদীয়মান ধনিক গোষ্ঠীয়ে সহযোগ কৰি গঢ়ি তোলা জটিল পৰাধীনতাৰ পৰিবেশত অসমীয়া মধ্যবিত্তৰ কনিষ্ঠ বুদ্ধিজীৱী বৰ্গই প্ৰবীণ আৰু জ্যেষ্ঠ নেতৃবৃন্দৰ আস্থা আৰু সম্পূৰ্ণ বিশ্বাস অৰ্জন কৰিব পৰা নাছিল। মুকলি ভাষাত প্ৰকাশ নকৰিলেও চন্দ্ৰনাথ শৰ্মা আৰু অম্বিকাচৰণ ৰায়চৌধুৰীৰ ব্যক্তিত্বত তেওঁলোকে সম্ভৱত লক্ষ্য কৰিছিল স্বদেশী আন্দোলন, বা সৰ্বভাৰতীয় ঔপনিবেশিক মুক্তি সংগ্ৰামৰ তৰংগিত গৰ্জন।[২৬]

নৰমপন্থী প্ৰবীণসকলে সহজভাৱে গ্ৰহণ নকৰাৰ যুক্তিও অৱশ্যে স্পষ্ট। অম্বিকাগিৰীৰ সন্ত্ৰাসবাদী কাৰ্য-সংযুক্তিৰ ফলত নজৰবন্দীৰ কাল মাথোন তাৰ কিছু আগেয়ে শেষ হৈছিল।[২৭]

---

২৩. দ্ৰ. মহেশ্বৰ নেওগ, পূৰ্বোল্লিখিত, পৃঃ ৭.
২৪. দ্ৰ. অতুল চন্দ্ৰ হাজৰিকা, পূৰ্বোল্লিখিত, পৃঃ ১৫.
২৫. দ্ৰ. বিজন লাল চৌধুৰী, পূৰ্বোল্লিখিত, পৃঃ ৫৩-৫৪.
২৬. উল্লিখিত, পৃঃ ৫৬.
২৭. পূৰ্ববৰ্তী, ৩.০১.
'অসম এছোচিয়েশ্যন' আৰু 'ভাৰতীয় জাতীয় কংগ্ৰেছ'তো উল্লিখিত ধৰণৰ মতাদৰ্শগত সংঘাতৰ কথা পূৰ্বে উল্লেখ কৰি অহা হৈছে।

তদুপৰি চন্দ্ৰনাথ শৰ্মা আৰু ৰায়চৌধুৰী "অসমৰ তেতিয়াৰ ৰাজনীতিত উগ্ৰপন্থী বুলি জনাজাত আছিল।" [২৮]

অসম সাহিত্য সভা গঠন হ'ল। অম্বিকাগিৰীয়ে "ডিব্ৰুগড়ত এখন সাহিত্য সভা স্থাপনত আগভাগ" ল'লে।[২৯] শিৱসাগৰত অনুষ্ঠিত সভাত ৰায়চৌধুৰীয়ে 'ডিব্ৰুগড়ৰ প্ৰতিনিধি' ৰূপে যোগদান কৰে আৰু প্ৰথম কাৰ্যনিৰ্বাহকত সদস্যৰূপে নিৰ্বাচিত হয়। [৩০] অসম সাহিত্য সভাৰ সংগঠনৰ প্ৰযত্ন, প্ৰাৰম্ভৰ পৰা অম্বিকাগিৰী সংযুক্ত হ'লেও পৰিৱৰ্তিত সামাজিক-ৰাজনৈতিক পটভূমিত, ক্ৰম বৰ্ধিত ৰাজনৈতিক সক্ৰিয়তা হেতু সাহিত্য সভাৰ লগত ক্ৰমে তেওঁৰ "সম্পৰ্ক বিচ্ছিন্ন" হয়।[৩১]

১৯৩৪ চনত মঙ্গলদৈত অনুষ্ঠিত অধিবেশনত ৰায়চৌধুৰী উপস্থিত আছিল। উক্ত অধিবেশনত সম্পাদকীয় প্ৰতিবেদন পাঠ কৰাৰ ক্ৰটীক কেন্দ্ৰ কৰি দেবেন্দ্ৰনাথ বেজবৰুৱাৰ লগত ৰায়চৌধুৰীৰ বিতৰ্ক হৈছিল। বিতৰ্কৰ শেষত ৰায়চৌধুৰীয়ে গুৰুত্ব দিয়া বিষয়টো হ'ল—

> "আপুনি সাহিত্য সভাৰ কাৰ্য্য বিৱৰণী মুকলি সভাত ভুলকৈ পঢ়িব নোৱাৰে। তাৰ দ্বাৰা অসমীয়া ভাষাক আৰু অসমীয়া জাতিটোক অপমান কৰা হয়।[৩২]

অম্বিকাগিৰীয়ে সঙ্গীতৰ চৰ্চা কৰিছিল। অসমৰ মাৰ্গীয় সংগীতত ৰায়চৌধুৰীৰ ব্যুৎপত্তিও আছিল। [৩৩] সেই বাবেই ১৯৪৪ চনত শিৱসাগৰত অনুষ্ঠিত অসম সাহিত্য সভাৰ অধিবেশনত অম্বিকাগিৰীক সঙ্গীত শাখাৰ সভাপতি নিৰ্বাচন কৰা হৈছিল। [৩৪] ১৯৫০ চনৰ পৰা তিনি বছৰ ৰায়চৌধুৰী সাহিত্য সভাৰ লগত ঘনিষ্ঠভাৱে জড়িত হৈ পৰে। কিয়নো, ১৯৫০ চনৰ মাৰ্ঘেৰিটাত অনুষ্ঠিত একবিংশ অধিবেশনৰ সভাপতিৰূপে ৰায়চৌধুৰী নিৰ্বাচিত হৈছিল। এই অধিবেশনত প্ৰতিনিধিৰ উপস্থিতিৰ সংখ্যা বৰ সীমিত আছিল। কিন্তু এই অধিবেশনতে অসমীয়া ভাষাক ৰাজ্যভাষা ৰূপে স্বীকৃতি দিবলৈ প্ৰস্তাৱাকাৰে দাবী উত্থাপিত আৰু গৃহীত হয়। [৩৫] প্ৰস্তাৱটো গ্ৰহণ কৰা হৈছিল তলত উল্লেখ কৰাৰ দৰে,

> মাৰ্ঘেৰিটাত বহা অসম সাহিত্য সভাৰ এই ২১শ অধিবেশনে অসম চৰ্কাৰক জোৰেৰে দাবী জনায় যে তেৱঁ মাৰ্চত আৰম্ভ হোৱা অসম ব্যৱস্থাপক সভাৰ অধিৱেশনতেই অসমীয়া ভাষাক অসমৰ ৰাজ্যভাষা বুলি আৰু সম্প্ৰতি (খাছি, লুচাই, মিজো) আৰু গাৰো পাহাৰৰ স্কুলকেইটা বাদ দি অসমৰ সকলো হাইস্কুলতে

---

২৮. দ্ৰ. বিজয় চন্দ্ৰ ভাগৱতী, 'অম্বিকাগিৰীৰ পুণ্যস্মৃতি', অসম কেশৰী অম্বিকাগিৰী, পৃঃ ৩০. সম্পা. অক্ষয় কুমাৰ মিশ্ৰ, গোবৰ্ধন দাস।
২৯. দ্ৰ. যতীন্দ্ৰনাথ গোস্বামী, 'অম্বিকাগিৰী ৰায়চৌধুৰী আৰু সাহিত্য সভা' অম্বিকাগিৰী ৰায়চৌধুৰী, পৃঃ ৪২, সম্পা. হৰিপ্ৰসাদ নেওগ,
৩০. উল্লিখিত, পৃঃ ৪২-৪৩, মহেশ্বৰ নেওগ, পূৰ্বোল্লিখিত, পৃঃ ৮, অতুল চন্দ্ৰ হাজৰিকা, 'প্ৰথম শিৱসাগৰ অধিবেশন (১)' পূৰ্বোল্লিখিত, পৃঃ ২১.
৩১. পূৰ্ববৰ্তী, ৩.০২, যতীন্দ্ৰনাথ গোস্বামী, উল্লিখিত, পৃঃ ৪৩.
৩২. দ্ৰ. অতুল চন্দ্ৰ বৰুৱা, 'অসম কেশৰীৰ স্মৃতিচাৰণ অম্বিকাগিৰী ৰায়চৌধুৰী', পৃঃ ১৯, অসম প্ৰকাশন পৰিষদ।
৩৩. পৰৱৰ্তী, ৬.০২.
৩৪. মহেশ্বৰ নেওগ, পূৰ্বোল্লিখিত, পৃঃ ৫৩.
৩৫. মহেশ্বৰ নেওগ, পূৰ্বোল্লিখিত, পৃঃ ২৩-২৪, অতুল চন্দ্ৰ হাজৰিকা, 'মাৰ্ঘেৰিটা অধিবেশন',(২১) পূৰ্বোল্লিখিত, পৃঃ ৮৪.

অসমীয়া ভাষা শিক্ষাৰ মাধ্যম হ'ব বুলি চৰ্কাৰীভাৱে ঘোষণা কৰক, আৰু আগতে দিয়া তেনে স্কুলবিলাকৰ পৰা আৰ্থিক সাহায্য আৰু স্বীকৃতি উঠাই ল'ব লাগে। [৩৬]

উল্লিখিত প্ৰস্তাৱটিয়ে অসমৰ ৰাজ্যভাষা সংক্ৰান্তত "অসম সাহিত্য সভাই লোৱা এইলানি প্ৰস্তাৱৰ প্ৰথম প্ৰস্তাৱ। দৰাচলতে ৰায়চৌধুৰীদেৱকে এই ৰাজ্যভাষা আন্দোলনৰ জনক আখ্যা দিব পাৰি।"[৩৭]

মাৰ্ঘেৰিটা অধিবেশনত গৃহীত আন এটি প্ৰস্তাৱযোগে সেই সময়ৰ গুৱাহাটী বিশ্ববিদ্যালয়ৰ অন্তৰ্ভুক্ত শিক্ষানুষ্ঠানসমূহত সঙ্গীত শিক্ষাৰ প্ৰৱৰ্তন কৰিবলৈকো বিশ্ববিদ্যালয় আৰু শিক্ষা বিভাগক অনুৰোধ জনোৱা হৈছিল।[৩৮]

সাহিত্য সভাৰ সংবিধানৰ প্ৰয়োজনীয় সংশোধনৰ বাবে পৰামৰ্শ দিবলৈ এই অধিবেশনত এখন নিয়ম-সলনি কমিটী গঠন কৰা হৈছিল, কিন্তু কাৰ্যকৰী নহ'লগৈ।[৩৯] ৰায়চৌধুৰীৰ কাৰ্যকালতে দিল্লীত অনুষ্ঠিত সৰ্দৌ ভাৰত সাংস্কৃতিক সম্মিলনত অসম সাহিত্য সভাৰ তৰফৰ পৰা সভাপতি আৰু সম্পাদকে অংশ গ্ৰহণ কৰে। সম্মিলনৰ লগত অনুষ্ঠিত ভাষা-মহল প্ৰদৰ্শনীতো সভাই অংশ গ্ৰহণ কৰিছিল।[৪০]

মাৰ্ঘেৰিটা অধিবেশনত লোৱা ৰাজ্যভাষাৰ প্ৰস্তাৱৰ লগত সংগতি ৰক্ষা কৰি অসম সাহিত্য সভাৰ তৰফৰ পৰা ১৯৫০ চনৰ ১৬ জুলাইত 'অসম ৰাজ্যভাষা দিৱস'ৰ অহ্বান দিয়া হয় আৰু সফলতাৰে উদ্‌যাপিত হয়। এই দিৱস "অভূতপূৰ্ব উৎসাহেৰে উদ্‌যাপিত হয়, অনা-অসমীয়াভাষী সকলেও এই উদযাপনত উৎসাহেৰে যোগদান কৰিছিল।"[৪১]

অম্বিকাগিৰীৰ সভাপতিত্বৰ কালছোৱাতে 'চন্দ্ৰকান্ত-ইন্দ্ৰকান্ত ট্ৰাষ্টবোৰ্ড' সংক্ৰানীয় বিষয়ত প্ৰাক্তন সম্পাদক এগৰাকী অভিযুক্ত হোৱা ঘটনাৰ আঁত ধৰি কাৰ্য-নিৰ্বাহক সমিতিত 'মতানৈক্য' ক্ৰমে 'দলাদলি'ৰ পৰ্যায় পালেগৈ। ফলত 'কাৰ্যপালিকা আৰু আন সদস্যসকলৰ দলাদলিৰ' বাবে সভাৰ 'ধাতু' যোৱা অৱস্থাৰ উপক্ৰম হ'ল।[৪২] সমস্যাই সংকটৰ ৰূপ ল'লে আৰু অধিবেশনৰ মাজত 'দুবছৰীয়া ফাক' পৰিল। অৱশ্যে ৰায়চৌধুৰীয়ে 'গাৰো পাহাৰ' বা ধুবুৰীৰ কোনো ভিতৰুৱা অঞ্চলত অথবা ছিলঙত অধিবেশন পতাৰ চেষ্টা কৰিছিল বুলি উল্লেখ কৰিছে। অৱশেষত ছিলঙত অধিবেশন হোৱাতো সঠিক হ'ল আৰু ৰায়চৌধুৰীয়ে সভাৰ ভিতৰৰ সংকট মোচনৰ বাবে শুভাকাংক্ষীসকললৈ আহ্বান জনালে,

ছিলঙৰ এই ২২তম্ অধিবেশনত সাহিত্য সভাৰ পৰা তাৰ কলিজা খুলি খোৱা এই বিষাক্ত কীটৰ বীজ সমূলি ধ্বংস কৰি তাক নদন-বদন জগৎ জিলিকা কৰি তুলিবলৈ সকলোৰে অন্তৰত সৎ সাহসৰ ধাৰা ঢালি দিবলৈকে ভগৱানৰ ওচৰত পুনৰ প্ৰাৰ্থনা জনালো।[৪৩]

---

৩৬. দ্ৰ. যতীন্দ্ৰনাথ গোস্বামী, অতুল চন্দ্ৰ হাজৰিকা, 'ৰাজ্যভাষা আৰু শিক্ষাৰ মাধ্যম', পূৰ্বোল্লিখিত, পৃঃ ২৭৯.
৩৭. দ্ৰ. অতুল চন্দ্ৰ হাজৰিকা, 'মাৰ্ঘেৰিটা অধিবেশন(২১)', পূৰ্বোল্লিখিত, পৃঃ ৮৪.
৩৮. উল্লিখিত, পৃঃ ৮৫.
৩৯. উল্লিখিত, পৃঃ ৮৫.
৪০. উল্লিখিত, পৃঃ ৮৫.
৪১. দ্ৰ. মহেশ্বৰ নেওগ, পূৰ্বোল্লিখিত, পৃঃ ২৪.
৪২. দ্ৰ. অতুল চন্দ্ৰ হাজৰিকা, 'মাৰ্ঘেৰিটা অধিবেশন', পূৰ্বোল্লিখিত, পৃঃ ৮৬.
৪৩. দ্ৰ. অতুল চন্দ্ৰ হাজৰিকা, 'মাৰ্ঘেৰিটা অধিবেশন', পূৰ্বোল্লিখিত, পৃঃ ৮৭-৮৮.

সভাপতি ৰূপে দিয়া এই বিবৃতিৰ পাছত পৰৱৰ্তী ছিলং অধিবেশনত অসম সাহিত্য সভাই দৃঢ় খোজ দিয়াৰ পথ মুক্ত হ'ল।

অম্বিকাগিৰীৰ সভাপতিত্বৰ কালত, বহুদিন বন্ধ হৈ থকা সভাৰ মুখপত্ৰখন 'নতুন প্ৰকাশ' শিতানত পুনৰ প্ৰকাশ কৰিছিল যদিও আকৌ পূৰ্বাৱস্থা প্ৰাপ্ত হ'ল।[৪৪]

নীলমণি ফুকনৰ সভাপতিত্বৰ কালছোৱাত নিষ্ক্ৰিয় হৈ পৰা সভাখন অম্বিকাগিৰীৰ সভাপতিত্বত প্ৰাৰম্ভৰ[৪৫] কালত সক্ৰিয় হোৱাৰ সম্ভাৱনা দেখা গ'লেও সময়ৰ লগে লগে পূৰ্বাৱস্থা প্ৰাপ্ত হ'ল।[৪৬] এই বিষয়ে মহেশ্বৰ নেওগে লিখিছে, ৰায়চৌধুৰীয়ে "সংগঠনটোত তেতিয়া আৰু তাৰ পাছতো কোনো শক্তি দিব নোৱাৰিলে।"[৪৭]

অম্বিকাগিৰীৰ সভাপতিত্বৰ কালছোৱাৰ মূল্যায়নৰ প্ৰসংগত অতুল চন্দ্ৰ হাজৰিকায়ো একে সুৰেৰে, বৰঞ্চ কিছু কঠোৰ ভাষাৰে লেখিছে,

> অপ্ৰিয় হ'লেও ক'ব লাগিব যে অম্বিকাগিৰী ৰায়চৌধুৰী সভাপতি আৰু অধ্যাপক কেশৱ নাৰায়ণ দত্ত সম্পাদকৰ পদত থকা তিনি বছৰো দুৰ্যোগৰ কাল বুলি ক'ব পাৰি। ৰায়চৌধুৰীৰ স্বকীয় সংৰক্ষিণী ৰাজনীতি আছিল। কিন্তু এখন ডাঙৰ সভাৰ নেতৃত্ব কৰিব পৰা যোগ্যতা থাকিলেও, তেওঁৰ সেই পৰিমাণে সভা পৰিচালনা কৰাৰ দক্ষতা নাছিল। অসম সাহিত্য সভাৰ সভাপতিৰ বাব লৈ তেওঁ অসমীয়া ভাষাক ৰাজ্য ভাষা কৰাৰ বিষয়টোতে মনপুতি লাগিছিল আৰু কাৰ্য্যতৎপৰ হৈছিল।[৪৮]

এই সময়ছোৱাত "সভাৰ মুখপাত্ৰ সকলৰ মাজত দলাদলি, বাতৰিকাকতত তৰ্ক-বিতৰ্ক, আক্ৰমণ প্ৰতি-আক্ৰমণ আদি জোৰেৰে চলিছিল।"[৪৯] উল্লিখিত ধৰণৰ সভাৰ ভিতৰুৱা বিষয়সমূহ নিয়ন্ত্ৰণ কৰিব নোৱাৰাটোৱে সভাপতি হিচাপে ৰায়চৌধুৰীৰ ব্যৰ্থতাকে সূচিত কৰে।

সভাপতিৰ অভিভাষণখনিতো সাহিত্য তত্ত্ব অথবা অসমীয়া ভাষা-সাহিত্যৰ সৰ্বতোমুখী বিকাশৰ দিক্ নিৰ্দেশনা কৰাৰ পৰিৱৰ্তে সংৰক্ষিণী দৰ্শনৰ প্ৰৱক্তাৰূপেহে আত্মপ্ৰকাশ কৰিছে। সেই দিশৰ পৰা বিষয়ৰ ব্যাখ্যা আগবঢ়াইছে।[৫০]

অম্বিকাগিৰীয়ে উল্লিখিত দৃষ্টিভংগীৰ পৰাই অসম সাহিত্য সভাৰ সংবিধানৰ এটি ধাৰাৰ মুকলি সমালোচনা আৰু নিজা ব্যাখ্যা দাঙি ধৰছে। তেওঁ লেখিছে,

> 'অসম সাহিত্য সভা'ৰ তৃতীয় নিয়ম— "কোনো ৰাজনৈতিক আৰু সাম্প্ৰদায়িক আন্দোলন হ'ব নোৱাৰিব" বুলি আছে। ইয়াত 'ৰাজনৈতিক' আৰু 'সাম্প্ৰদায়িক' শব্দ দুটাৰে কি অৰ্থ বুজোৱা হৈছে, আৰু অধীন অৱস্থাত ব্যৱহাৰ কৰা এই দুষাৰ

---

৪৪. উল্লিখিত, পৃঃ ৮৭, মহেশ্বৰ নেওগ, পূৰ্বোল্লিখিত, পৃঃ ২৩-২৪.
৪৫. মহেশ্বৰ নেওগ, পূৰ্বোল্লিখিত, পৃঃ ২৩.
৪৬. উল্লিখিত, পৃঃ ২৩.
৪৭. উল্লিখিত, পৃঃ ২৩.
৪৮. দ্ৰ. অতুল চন্দ্ৰ হাজৰিকা, 'শনিৰ দশা', পূৰ্বোল্লিখিত, পৃঃ ৯৪.
৪৯. দ্ৰ. উল্লিখিত, পৃঃ ৯৫.
৫০. অম্বিকাগিৰী ৰায়চৌধুৰী, 'সভাপতিৰ অভিভাষণ' একবিংশ অধিবেশন, মাৰ্ঘেৰিটা, ১৯৫০ , পূৰ্বোল্লিখিত, পৃঃ ৮৩১-৮৪৫..
পূৰ্বৱৰ্তী, ৩.০৩, ৫.০২.

কথা আজি স্বাধীনতাৰ দিনতো সেই একে অৰ্থতে ব্যৱহাৰ কৰাটো উচিত হ'বনে অনুচিত হ'ব সেইটো মই বুজা নাই। আক্ৰমণকাৰীৰ আঘাতৰ পৰা মোক আৰু মোৰ ভাষা, সংস্কৃতি, অৰ্থনীতি, সমাজনীতি আৰু পৈত্ৰিক ঘৰ-ভেটি ৰক্ষাৰ, মুঠৰ ওপৰত মোৰ অস্তিত্ব ৰক্ষাৰ ন্যায়-ধৰ্ম সংগত স্বাভাৱিক প্ৰচেষ্টাতো যদি ৰাজনৈতিক আৰু সাম্প্ৰদায়িক বাধা নিষেধৰ পৰ্যায়ত পৰে বুলি কোনোৱে ক'ব খোজে তেন্তে সেইটো ইয়াত নাখাটিব।[৫১]

++++ +++++ +++++ +++++

সাহিত্য সভাৰ উক্ত নিয়মটোৰ অৰ্থ মই মোৰ আত্মৰক্ষামূলক স্বাভাৱিক ধৰ্ম পালনৰ প্ৰয়োজনীয়তাৰ ফালৰ পৰা গ্ৰহণ কৰিহে আলোচনাত হাত দিছো। কাৰণ, আত্মৰক্ষাৰ জ্ঞান নাথাকিলে আত্ম নিঃসৃত সাহিত্যও ওলাব নোৱাৰে। তাক 'ৰাজনৈতিক' বা সাম্প্ৰদায়িক যিহকেই কোৱা নহওক।[৫২]

দেখা গৈছে, উল্লিখিত বক্তব্যত সাহিত্য সভাৰ মঞ্চখনো তৃতীয় পৰ্বৰ নিজা জীৱনাদৰ্শ [৫৩] প্ৰচাৰৰ মাধ্যমৰূপে গ্ৰহণ কৰাৰ এটি প্ৰৱণতা স্পষ্ট।

অসম সাহিত্য সভাৰ প্ৰয়োজনীয়তা, উপলব্ধি, প্ৰযত্ন, প্ৰাৰম্ভ সৰ্বক্ষেত্ৰতে অম্বিকাগিৰীৰ সংযুক্তি প্ৰত্যক্ষ। অসমীয়া ভাষা-সাহিত্য আৰু অসমীয়া জাতিৰ সৰ্বতোমুখী বিকাশৰ তেওঁৰ যি চিন্তা-চেতনা সেইটোৱেই সাহিত্য সভাৰ গঠনৰ প্ৰচেষ্টা আৰু সভাপতি হিচাপে দিয়া ভাষণ আৰু কাৰ্যকালৰ কৰ্মত স্পষ্ট।

---

৫১. অম্বিকাগিৰী ৰায়চৌধুৰী, 'সভাপতিৰ অভিভাষণ' পূৰ্বোল্লিখিত, পৃঃ ৮৩৩-৩৪.
৫২. উল্লিখিত, পৃঃ ৮৩৪.
৫৩. পূৰ্ববৰ্তী, ৩.০৩.

## ষষ্ঠ অধ্যায়

# ৬.০০ অম্বিকাগিৰী ৰায়চৌধুৰীৰ সাহিত্য-দৰ্শনৰ বিশ্লেষণ

## ৬.০১ ৰায়চৌধুৰীৰ কবিতা ঃ চাৰিত্ৰিক বৈশিষ্ট্য আৰু শিল্পবোধ

অম্বিকাগিৰী ৰায়চৌধুৰীৰ কবিতা সৃষ্টিক ইতিমধ্যে তিনিটা পৰ্বত বিভাজন কৰা হৈছে।[১] ব্যক্তিগত জীৱনৰ পটভূমি, সৃষ্টিৰ প্ৰেৰণা আদিবো ইংগিত দিয়া হৈছে।[২] পৰ্ব বিভাজনত দেখা গৈছে, প্ৰথম পৰ্বত ৰচনা কৰা কবিতাসমূহ 'তুমি', 'বীণা' আৰু পৰ্বান্তৰত প্ৰকাশিত 'অনুভূতি'ৰ অন্তৰ্ভুক্ত হৈছে।[৩]

ৰায়চৌধুৰীৰ সৃষ্টি প্ৰেৰণাৰ উৎস নিৰ্দেশিত হৈছে— আধ্যাত্মিক, সাংস্কৃতিক আৰু ৰাজনৈতিক।[৪] এই ত্ৰি-চেতনা ৰায়চৌধুৰীৰ কাব্য সৃষ্টিৰ লগত প্ৰত্যক্ষভাৱে সংযুক্ত। এই ত্ৰি-চেতনাৰ ভিত্তিত ৰচিত সমূহ কবিতাৰ কেন্দ্ৰীয় চেতনা প্ৰেম। পূৰ্ব পৰম্পৰা, স্বদেশ-স্বকালৰ ঐতিহাসিক ঘটনা সংঘাত আৰু সংশ্লিষ্ট ঘটনা সংঘাতৰ লগত কবিৰ প্ৰত্যক্ষ সংযুক্তিজনিত কাৰণত কেন্দ্ৰীয় চেতনাই ত্ৰিমুখী গতি লাভ কৰিছে। উল্লিখিত গতিৰ ফলত ৰায়চৌধুৰীৰ কবিতাত প্ৰকাশিত প্ৰেমৰো স্তৰ বিন্যাস ঘটিছে,

ক. কামসিক প্ৰেম অথবা কামসিক চেতনা

খ. ভগৱৎপ্ৰেম অথবা অসীম চেতনা

গ. স্বদেশপ্ৰেম অথবা স্বদেশ চেতনা

স্বদেশ চেতনাৰ উৎস একেটা হ'লেও দুটা ধাৰাত প্ৰবাহিত হৈছে। সংশ্লিষ্ট ধাৰা দুটা ক্ৰমে (ক) ভাৰত চেতনা বা ৰাষ্ট্ৰীয় চেতনা (খ) অসম চেতনা বা আঞ্চলিক চেতনা।

উল্লিখিত প্ৰথম দুটি চেতনা— কামসিক চেতনা আৰু ভগৱৎ বা অসীম চেতনাৰ সংশ্লেষিত প্ৰকাশ ঘটিছে 'তুমি' কাব্যত। কামসিক প্ৰেমে আত্মোপলব্ধিৰ মাধ্যমেদি বিশুদ্ধীকৃত হৈ অসীম চেতনা বা অতীন্দ্ৰিয় চেতনালৈ উত্তৰণ ঘটিছে। এই বিশুদ্ধীকৰণো কাব্যত পৰ্যায়ক্ৰমে সংঘটিত হোৱা দেখা গৈছে।

'তুমি' আৰু 'বীণা' সৃষ্টিৰ প্ৰাথমিক উৎস কবিৰ তৰুণ বয়সত 'ইন্দুমতী' নামৰ এগৰাকী ষোড়শীৰ প্ৰতি থকা বাস্তৱ অনুৰাগ।[৫] সেই বাবেই কোৱা হৈছে, 'তুমি মন গঢ়া কৃত্ৰিম কাব্যৰ পুথি নহয়'।[৬] ইংৰাজ কবি শ্বেলীক এমিলিয়া ভিভিয়ানিয়ে, ইটালীৰ কবি ডাণ্টেক বিয়েত্ৰিছে

---

১. পূৰ্ববৰ্তী, ৪.০২

২. পূৰ্ববৰ্তী, ২.০৩, ৪.০১

৩. পূৰ্ববৰ্তী, ৪.০২

৪. পূৰ্ববৰ্তী, ৪.০১

৫. পূৰ্ববৰ্তী, ২.০৩, ৪.০১ অম্বিকাগিৰী ৰায়চৌধুৰী, মোৰ জীৱন ধুমুহাৰ এছাটি, অম্বিকাগিৰী ৰায়চৌধুৰী ৰচনাৱলী, পৃঃ ৭৪৮–৫২ (সম্পা.) সত্যেন্দ্ৰনাথ শৰ্মা, বাণীকান্ত কাকতি, 'অম্বিকাগিৰী ৰায়চৌধুৰীৰ ব্যক্তিত্বত এভুমুকি' অম্বিকাগিৰীৰ ব্যক্তিত্বৰ আভাস, পৃঃ ১৩, (সম্পা.) উপেন্দ্ৰ বৰকটকী

৬ দ্ৰ. বাণীকান্ত কাকতি, অম্বিকাগিৰী ৰায়চৌধুৰীৰ 'তুমি' অম্বিকাগিৰী ৰায়চৌধুৰী, (স্মৃতিগ্ৰন্থ) পৃঃ ৯৭, সম্পা. হৰিপ্ৰসাদ নেওগ।

অসীম সুখী কৰাৰ দৰে ৰায়চৌধুৰীকো উক্ত নাৰীয়ে প্ৰেৰণা যোগাইছিল।[৭] স্বাভাৱিক কাৰণতে তৰুণ-প্ৰেমিক-কবিৰ বয়ঃসন্ধিৰ ইন্দ্ৰিয়জ-দৃষ্টি দুষ্ট হৈ 'তুমি'ৰ প্ৰথম ছেদটি লেখা হৈছে। এই ছেদটিত কবিৰ চেতনা প্ৰসঙ্গ সলাই ক'ব পাৰি 'শাক্ত কামসিক'[৮] এই ছেদত কবিৰ দৃষ্টি যিদৰে 'প্ৰেমিকৰ' সেইদৰে দৃষ্ট সৌন্দৰ্যও "তৰুণ প্ৰেমিকৰ চিত্ত প্ৰমাদী ইন্দ্ৰিয়গ্ৰাহ্য, ইন্দ্ৰিয়ভোগ্য।"[৯] এই স্তৰৰ কবিৰ প্ৰেমৰ চেতনা পাৰ্থিৱ। সেয়েহে, পাৰ্থিৱ প্ৰেয়সীৰ পাৰ্থিৱ সৌন্দৰ্যৰ প্ৰতি কবিৰ অনুৰাগ প্ৰথম ছেদটিৰ পংক্তিসমূহত বিস্তৃত হৈ আছে।

তুমি লাজৰ ৰাঙলী আভা
গাভৰুৰ গোলাপী গালত;

তুমি মনে মনে উঠি অহা
চেনেহীত চুমাৰ হেঁপাহ;

তুমি ৰসৰ প্ৰতিমাখনি
সুন্দৰীৰ ৰসাল বুকুত;

তুমি নিতম্বিনী সাদৰীৰ
নিতম্ব চুম্বিত চুলিকোছা—

তুমি আধা খহা ৰিহাখনি
সুন্দৰীৰ উঠঙ্গা বুকুত

তুমি নিটোল নিতম্বখনি
খোজেপতি উঠা কঁপি কঁপি;[১০]

উল্লিখিত পংক্তিবোৰে প্ৰেমিক কবিৰ কামসিক চেতনাৰ স্বাক্ষৰ বহন কৰিছে। কবিৰ 'তুমি' কাব্যৰ সৃষ্টিৰ অন্তৰালত থকা নাৰীগৰাকীৰ বৰ্ণনাতো উল্লিখিত চেতনাৰ আভাস আছে,

> ...... তেওঁ যায় স্কুললৈ লগৰীয়া ছাত্ৰী এজাকৰ সৈতে তেওঁৰ অৰুণ ৰঙা মুখখনিৰ দুয়োকাষে পহৰা দি আগুৰি ৰখা, খোজে পতি লাস্য তোলা নিটোল নিতম্বখনিক চেৰাই কলাফুললৈকে বৈ পৰা নিবিড় মেলা চুলি কোছাত পশ্চিমাকাশত বহাগী ষষ্ঠীৰ স্তৱকবোৰ মুকলি হৈ, উঠি অহা ঘনকৃষ্ণ মেঘলানিৰ লহৰ তুলি।[১১]

---

৭ বাণীকান্ত কাকতি উল্লিখিত, পৃঃ ১৩, পৃঃ ৯৭.

৮, দ্ৰ. মহেশ্বৰ নেওগ, অসমীয়া সাহিত্যৰ ৰূপৰেখা, পৃঃ ১২০, কালীচৰণ দাস, 'ৰায়চৌধুৰীৰ 'তুমি' কাব্যৰ আধ্যাত্মিকতা আৰু অতীন্দ্ৰিয়বাদ', অম্বিকাগিৰী ৰায়চৌধুৰী (স্মৃতিগ্ৰন্থ) পৃঃ ১০২, অসম সাহিত্য সভা

৯. বাণীকান্ত কাকতি, অম্বিকাগিৰী ৰায়চৌধুৰীৰ 'তুমি' পূৰ্বোল্লিখিত, পৃঃ ৯৩, কালীচৰণ দাস, উল্লিখিত, পৃঃ ১০২.

১০. অম্বিকাগিৰী ৰায়চৌধুৰী, তুমি, পূৰ্বোল্লিখিত, পৃঃ ৩৩৭-৩৯.

১১. অম্বিকাগিৰী ৰায়চৌধুৰী, মোৰ জীৱন ধুমুহাৰ এছাটি পূৰ্বোল্লিখিত, পৃঃ ৭৫০.

প্ৰসঙ্গান্তৰত ভবেন বৰুৱাই আঙুলিয়াই দিয়া দিশ এটিও প্ৰণিধানযোগ্য। বৰুৱাই উল্লেখ কৰিছে যে, অম্বিকাগিৰীয়ে, তেওঁৰ পূৰ্বৰ নাম অম্বিকাচৰণ জীৱনৰ পাছৰ ফাললৈ অম্বিকাগিৰীলৈ সলনি কৰিলে। কিয়নো, প্ৰথমটিত এটি শাক্ত চেতনা বৰ্তমান। তদুপৰি অসমীয়া কবিতালৈ শাক্ত চেতনা স্পষ্টকৈ অম্বিকাগিৰীয়েই কঢ়িয়াই আনে।[১২]

দেখা গৈছে, প্ৰথম স্তৰটিত কবিয়ে 'লৌকিকৰ মাজত অলৌকিকৰ দৰ্শন' কৰিছে। এয়া পাৰ্থিবৰ মাজেদি অপাৰ্থিব সন্ধানৰ প্ৰাথমিক স্তৰ। কবিৰ 'মুগুধ পৰাণে' ইন্দ্ৰিয়জ দৃষ্টিৰে পাৰ্থিব সৌন্দৰ্যৰ অন্তৰালত ভগৱানৰ অস্তিত্ব অনুভৱ কৰিছে,

সকলো তুমিয়েই নাথ!
জগতত দেখিছো যিমান।[১৩]

কবিৰ চেতনাৰ এই পৰিৱৰ্তন ত্বড়িৎ গতিৰ। ইয়াৰ অন্তৰালত জাতীয়, আঞ্চলিক আৰু পাৰিবাৰিক পৰম্পৰা ক্ৰিয়াশীল হৈ আছে বুলি ভবা হৈছে। বিৱৰ্তনৰ প্ৰক্ৰিয়াৰে কাব্যৰ সপ্তম ছেদত 'তুমি' আৰু 'মই'ৰ সীমাৰেখা দিগ্বলয়ত আকাশ আৰু পৃথিৱীৰ সীমা মিলাৰ দৰে মিলি গৈছে।

বিৱৰ্তন প্ৰক্ৰিয়াৰ দ্বিতীয় স্তৰত, কাব্যৰ দ্বিতীয় ছেদত, কবিৰ দৃষ্টি বৈষয়িক জগতমুখী হৈছে। অসীমৰ অনন্ত প্ৰেমে শাখা-প্ৰশাখাৰে বৈষয়িক জীৱন আগুৰি ৰাখিছে। গতিকে, এই স্তৰত কবিয়ে নাৰীৰ ত্ৰিমূৰ্তি মাতৃ-ভগ্নী-জায়াৰ অন্তৰ্জগতত দৃষ্টি নিবদ্ধ কৰি উপলব্ধি কৰিছে সেইবোৰ দেখোন প্ৰেমৰ চেতনাৰে দীপ্ত, প্ৰকাৰভেদ মাত্ৰ। প্ৰেমৰ মৌলিক চৰিত্ৰৰ হীনডেঢ়ি নাই। পাৰ্থিব সৌন্দৰ্য দৃষ্টিগত, অন্তৰ্জগতৰ সৌন্দৰ্য উপলব্ধিগত। দ্বিতীয় স্তৰত কবিৰ প্ৰেম চেতনাই স্থূলৰ পৰা সূক্ষ্মলৈ প্ৰবাহৰ সূচনা কৰিছে। এই স্তৰত বাৎসল্য স্নেহ, সহোদৰা স্নেহ, কামসিক.প্ৰেমৰ পৰিণত ৰূপ গাৰ্হস্থ্য জীৱন আৰু স্বামী-স্ত্ৰীৰ আত্মিক বন্ধনৰ মাজত থকা প্ৰেমৰ অনুভৱ কৰিছে।[১৪]

বিৱৰ্তনৰ তৃতীয় পৰ্যায়ত, কাব্যৰ তৃতীয় ছেদত, কবিৰ নিসৰ্গ চেতনা প্ৰকাশিত হৈছে। নৈসৰ্গিক সৌন্দৰ্যৰ অন্তৰালত কবিয়ে 'সত্য-শিৱ-সুন্দৰৰ' স্বৰূপ উপলব্ধিৰ প্ৰয়াস কৰিছে।[১৫] ভগৱানে এই "প্ৰাকৃতিক সৌন্দৰ্যত স্বৰূপ প্ৰকাশ কৰিছে।"[১৬] এই স্তৰত কবিৰ দৃষ্টি জড় আৰু চেতন জগতৰ অনেকত্বৰ মাজত একত্বৰ সূত্ৰ অনুভৱ। কবিয়ে ৰহস্যবাদীৰ অনৈক্যৰ মাজত ঐক্যৰ দৃষ্টি লাভ কৰাৰ ফলত তেওঁৰ 'আত্মচৈতন্য'ও জাগৃত হৈছে।[১৭]

বিৱৰ্তনৰ চতুৰ্থ পৰ্যায়ত "তুমি ভগৱান সকলো জাগতিক তত্ত্বময় মূলমন্ত্ৰ"[১৮] ৰূপে

---

১২. দ্ৰ. ভবেন বৰুৱা, 'ট্ৰেন্‌ছলেটৰছ নোট', দি আছাম কোৱাৰ্টাৰ্লি, ৪ৰ্থ বছৰ, জুন- ছেপ্টেম্বৰ, ২য়-৩য় সংখ্যা, ১৯৬৭, পৃঃ ৮৫.

১৩. কালীচৰণ দাস, পূৰ্বোল্লিখিত, পৃঃ ১০৩; অম্বিকাগিৰী ৰায়চৌধুৰী, তুমি, পূৰ্বোল্লিখিত, পৃঃ ৩৪০.

১৪. বাণীকান্ত কাকতি, অম্বিকাগিৰী ৰায়চৌধুৰীৰ তুমি পূৰ্বোল্লিখিত, পৃঃ ৯৩, কালীচৰণ দাস, পূৰ্বোল্লিখিত, পৃঃ ১০৪.

১৫. কালীচৰণ দাস, পূৰ্বোল্লিখিত, পৃঃ ১০৪.

১৬. দ্ৰ. বাণীকান্ত কাকতি, উল্লিখিত, পৃঃ ৯৪.

১৭. দ্ৰ. কালীচৰণ দাস, পূৰ্বোল্লিখিত, পৃঃ ১০৪.

১৮. দ্ৰ. বাণীকান্ত কাকতি, উল্লিখিত, পৃঃ ৯৪.

আত্মপ্ৰকাশ কৰিছে। কিয়নো, অসীমেই জগত জাগৰিত কৰা "ইন্দ্ৰজালৰ গীত"। এতিয়া কবিৰ অনুভৱ,

দয়াময় নাথ তুমি, সৌন্দৰ্য্যৰ পুণ্যভূমি
অনন্ত ৰহস্য ভৰা আলোকৰ সোঁত
উজ্বলাই দিয়া তুমি মনে মনে মোত।[১৯]

তথাপি 'চঞ্চল বাসনাই' 'তৃপ্তিৰ আমনি' বিচাৰি সসীম জীৱনক অস্থিৰ কৰি তোলে। কিয়নো,

মিছাতে ভৰমি মৰে অনন্ত জগত,
পূৰ্ণৰূপে আছে কিন্তু হিয়াৰ মাজত।[২০]

কবিয়ে উল্লিখিত 'আত্ম চৈতন্য'ৰ পোহৰত পৰমজনে বান্ধি থোৱা হেঙাৰৰ অস্তিত্ব অনুভৱ কৰিছে। এই উপলব্ধিৰ পূৰ্বতে কিন্তু বিশ্বাস আৰু সংশয়ৰ দোমোজাত কবি দ্বিধাগ্ৰস্ত। অৱশ্যে সেই দ্বিধাগ্ৰস্ততা ক্ষন্তেকীয়া। এই দ্বিধাগ্ৰস্ততা যেন ভক্ত কবি মাধৱদেৱৰ দ্বিধাগ্ৰস্ততাৰ সমতুল্য,

ধৰ্মক জানোহো মঞি তথাপি প্ৰবৃত্তি নাই
অধৰ্মতো নিবৃত্তি নোহয়।[২১]

উল্লিখিত দ্বিধাগ্ৰস্ততাৰ পাছতে 'নাই'ৰ মাজতে 'আছে'ৰ চেতনা গাঢ় হৈছে, গাঢ় হৈছে সসীমৰ বুকুত অসীমৰ উপলব্ধি। কবিৰ অনুভৱ হৈছে, "আত্মাৰ ভিতৰতেই বিশ্বৰ সত্য-সৌন্দৰ্য্য নিহিত আছে"।[২২]

কিন্তু, সেয়ে হ'লেও "দয়া মায়াহীন" 'নাথে" বান্ধি থোৱা হেঙাৰে কবিক 'বিৰহাগ্নি'ত জ্বলাকলা কৰিছে।

চতুৰ্থ পৰ্যায়ত হোৱা এই উপলব্ধিৰ ফলত পঞ্চম পৰ্যায়ত কবিৰ বিৰহ-যাতনা ঘনীভূত হৈছে। প্ৰেম প্ৰাৰ্থনাৰত কবিৰ লগত পৰম সত্তাই লুকা-ভাকু খেলিছে। এই ছেদত কবিয়ে পৰম সত্তাৰ লগত পাৰস্পৰিক সম্বন্ধ নিৰ্ণয়ৰ প্ৰচেষ্টাত প্ৰবৃত্ত হৈছে।[২৩] ক্ৰমে বিৰহ বেথাৰ সুৰ কাৰুণ্যলৈ পৰ্যবসিত হৈছে। কৰ্মবন্ধনে পথভ্ৰষ্ট কৰিলে সঠিক পথৰ সন্ধান দিবলৈ কাকুতি কৰিছে। কবিয়ে অনুভৱ কৰিছে, কবিৰ যি প্ৰেম সেয়া বাসনাযুক্ত।[২৪] কিয়নো,

বুজিছোঁ বুজিছোঁ বাৰু
নালাগে নকবা আৰু,
সেই প্ৰেম নাছিল স্বাধীন;
নিখুঁত যোগৰ।

১৯. অম্বিকাগিৰী ৰায়চৌধুৰী, তুমি, পূৰ্বোল্লিখিত, পৃঃ ৩৪৬-৪৭. বাণীকান্ত কাকতি, 'অম্বিকাগিৰী ৰায়চৌধুৰীৰ 'তুমি' পূৰ্বোল্লিখিত, পৃঃ ৯৪, কালীচৰণ দাস, পূৰ্বোল্লিখিত, পৃঃ ১০৫.
২০. অম্বিকাগিৰী ৰায়চৌধুৰী, উল্লিখিত, পৃঃ ৩৪৭-৪৮.
২১. মাধৱ দেৱ, নামঘোষা, কীৰ্ত্তন আৰু নামঘোষা, পৃঃ ৭০২, সম্পা. মহেশ্বৰ নেওগ।
২২. অম্বিকাগিৰী ৰায়চৌধুৰী, উল্লিখিত, পৃঃ ৩৪৭. দ্ৰ. কালীচৰণ দাস, পূৰ্বোল্লিখিত, পৃঃ ১০৬.
২৩. বাণীকান্ত কাকতি, 'অম্বিকাগিৰী ৰায়চৌধুৰীৰ 'তুমি' পূৰ্বোল্লিখিত, পৃঃ ৯৪.
২৪. উল্লিখিত, পৃঃ ৯৫.

কামনাৰ তলতীয়া,
কামনাত মতলীয়া
সেই প্ৰেম মহা পৰাধীন
ইন্দ্ৰিয় ভোগৰ।[২৫]

নিস্পৃহ-নিৰাসক্তিহীনতাই মিলনক সুদূৰপৰাহত কৰি থৈছে। এই চৰম উপলব্ধিয়ে কবিক বোধিদৃষ্টি দান কৰিছে। এতিয়া কবিৰ বিশ্বৰ ঐশ্বৰ্যৰ প্ৰতিও আসক্তি নাই। ক্ষীণকৈ হ'লেও, "কামনামিশ্ৰিত প্ৰেম অতিক্ৰম কৰি পাৰমাৰ্থিক সত্তা আৰু আনন্দৰ" পৰশ অনুভৱ কৰিছে।[২৬] এই স্তৰটো বৈষয়িক চেতনা অতিক্ৰমণৰ স্তৰ বুলি চিহ্নিত কৰিব পাৰি। গতিকে, "তুমিৰ সম্যক স্বৰূপ" অপ্ৰাপ্তিৰ মাজতে থাকিল, মিলনৰ সেঁতু ৰচিত নহ'ল।[২৭] দেখা গ'ল, এই পৰ্যায়ত কবিৰ পৰম সত্তাত অপ্ৰাপ্তিৰ হুমুনিয়াহ আছে, কিন্তু প্ৰাপ্তিৰ দ্বাৰো উন্মোচিত হৈছে। সেয়েহে আত্মনিবেদন আৰু প্ৰাৰ্থনাৰ কৰুণ সুৰ তলৰ পংক্তিটিত প্ৰতিভাত হৈছে,—

আহোঁ তেন্তে আহাঁ ভাই
হিয়াত লোৱাহি ঠাই,
সজা আছে আসন শীতল
প্ৰাণৰ জুৰণি;
শুনি সান্ত্বনাৰ কথা
উটাওঁ বিৰহ বেথা;
সেৱি পদ কৰোঁ সুশীতল
প্ৰাণৰ পোৰণি।[২৮]

ষষ্ঠ পৰ্যায়ত, কাব্যৰ ষষ্ঠ ছেদত, কবিৰ দৃষ্টিয়ে সূক্ষ্ম অথচ দৃঢ় পিনদ্ধতা লাভ কৰিছে। ফলত 'ভক্তৰ আত্মোৎসৰ্গ' আৰু 'সমদৰ্শীনতা' অনুভৱ কৰিছে। মিলন পথৰ ইঙ্গিত দিছে।[২৯] কিয়নো,

নিজক বিলাই দিব
তাতেহে নিজক পাব
প্ৰাণৰ মাজত—
নিজক দিলেহে এৰি
প্ৰাণৰ আপোন হ'ব
সকলো বিশ্বত।[৩০]

---

২৫. অম্বিকাগিৰী ৰায়চৌধুৰী, তুমি, পূৰ্বোল্লিখিত, পৃঃ ৩৫১.
২৬. দ্ৰ. কালীচৰণ দাস, পূৰ্বোল্লিখিত, পৃঃ ১০৭.
২৭. উল্লিখিত, পৃঃ ১০৮.
২৮. অম্বিকাগিৰী ৰায়চৌধুৰী, তুমি, পূৰ্বোল্লিখিত, পৃঃ ৩৫৩.
২৯. কালীচৰণ দাস, পূৰ্বোল্লিখিত, পৃঃ ১০৯, বাণীকান্ত কাকতি, অম্বিকাগিৰী ৰায়চৌধুৰীৰ 'তুমি' পূৰ্বোল্লিখিত, পৃঃ ৯৫
৩০. অম্বিকাগিৰী ৰায়চৌধুৰী, তুমি, পূৰ্বোল্লিখিত, পৃঃ ৩৫৪.

অৰ্থাৎ কামসিক চেতনা ক্ৰমবৰ্ধমানভাৱে উৰ্ধ্বমুখী হৈ কবিৰ নিজৰ ভাষাত " সমজাতীয় সহানুভূতি আৰু অনুভূতিৰ"[৩১] স্তৰত উপনীত হৈছেহি। 'তুমি' আৰু 'মই'ৰ অভিন্নতা দৃঢ়ভাৱে কবিয়ে উপলব্ধি কৰিছে আৰু 'তুমি'ক অন্তৰ্জগতৰ 'মই'ত বিচাৰি পাইছে। কবি এতিয়া 'আনুভূতিক অতীন্দ্ৰিয়বাদৰ চূড়ান্ত' পৰ্যায়প্ৰাপ্ত হৈছে।[৩২] কিয়নো,

মোৰ হৃদয়ৰ স'তে
মহা গাঁথনিৰে গঁথ্য
হৃদয় তোমাৰ।
মোৰ অনুভূতি স'তে
আলোড়ি ঝংকাৰি উঠে
ব্ৰহ্মাণ্ডৰ তাঁৰ।[৩৩]

সপ্তম স্তৰত কবিৰ সাধনাৰ পৰিসমাপ্তি ঘটিছে।[৩৪] এই "সাধনাৰ সিদ্ধিত কবিৰ আত্ম প্ৰসাদৰ ভাৱ" প্ৰকাশিত হৈছে।[৩৫] কবিৰ এতিয়া অনুভৱ হৈছে, সমস্ত জগত প্ৰেমময়। প্ৰাণৰ অতৃপ্তি আঁতৰাই 'মহা সৌন্দৰ্য্য'ৰ বুকুত অৱগাহন কৰিছে। বিশ্ববেণুৰ অনাদি সুৰ কবিয়ে নিৰন্তৰ শুনিছে। কবিৰ নিজৰ ভাষাত, "বিশৃংখল গতিত গৈ থকা জীৱনৰ প্ৰথম ভাগৰ উদ্ভ্ৰান্ত প্ৰেম" বিভিন্ন স্তৰৰ মাজেদি উত্তৰণ ঘটি "অনন্তৰ লগত সানমিহলি" হৈ পৰিল।[৩৬]

কবিক উল্লিখিত উপলব্ধিয়ে শক্তিমন্ততা, দৃঢ়তা দান কৰিলে। সসীম জীৱন তলমল কৰা বাসনা কবিৰ নিয়ন্ত্ৰণত।

তাতেহে নিচলা আজি মই,
বিভ্ৰান্ত বাসনা নিচুকাই
এনে মহা শক্তিবান হই,
আনন্দেৰে হাঁহিছো।
সেই বাবে তোমাকো মাতিছোঁ,
মহাশান্তি উৎসৱ পাতিছোঁ
মোৰ স'তে অনন্ত গাথিছোঁ
আহি যোগ হোৱাহি।[৩৭]

আপোন সত্তাৰ লগত বিশ্বসত্তাৰ এই একান্তবোধৰ অন্বেষণেই ভূমাস্পৃহা, অন্বেষণৰ সফল সমাপ্তিতেই ভূমানন্দ লাভ।

কাব্যসৃষ্টিৰ পৰিক্ৰমাৰ দিশৰ পৰা 'বীণা'ৰ সৃষ্টি 'তুমি'ৰ পৰৱৰ্তী। ৰাজৰোষত বৰপেটাত অন্তৰীণ হৈ থকা কালতে অম্বিকাগিৰীৰ সণ্চালনিকৈ সাহিত্য চৰ্চাৰ সূত্ৰপাত হয়। বংগীয়

৩১. অম্বিকাগিৰী ৰায়চৌধুৰী, 'পাতনি', তুমি, পূৰ্বোল্লিখিত, পৃঃ ৩৩৫.
৩২. দ্ৰ. কালীচৰণ দাস, পূৰ্বোল্লিখিত, পৃঃ ১০৯-১১০, পৃঃ ১৫১, বাণীকান্ত কাকতি, উল্লিখিত, পৃঃ ৯৫-৯৬.
৩৩. অম্বিকাগিৰী ৰায়চৌধুৰী, তুমি, পূৰ্বোল্লিখিত, পৃঃ ৩৫৪.
৩৪. দ্ৰ. কালীচৰণ দাস, পূৰ্বোল্লিখিত, পৃঃ ১১০.
৩৫. দ্ৰ. বাণীকান্তকাকতি, 'অম্বিকাগিৰী ৰায়চৌধুৰীৰ 'তুমি', পূৰ্বোল্লিখিত, ৯৬.
৩৬. অম্বিকাগিৰী ৰায়চৌধুৰী, 'পাতনি' তুমি, পূৰ্বোল্লিখিত, পৃঃ ৩৩৫.
৩৭. উল্লিখিত, পৃঃ ৩৬০.

সাংস্কৃতিক প্ৰভাৱৰ পৰা বৰপেটাক মুক্ত কৰিবলৈ কৰা প্ৰচেষ্টাত সাফল্য লাভ কৰি উৎসাহিত হোৱাত 'তুমি', 'বীণা' আদিৰ সৃষ্টি সম্পূৰ্ণ কৰে।[৩৮] ৰায়চৌধুৰীৰ বীণা সৃষ্টিৰ 'প্ৰথম প্ৰস্তুতি' 'তুমি'ত।[৩৯] এই বিষয়ত ৰায়চৌধুৰীৰ নিজা বক্তব্য হ'ল,—

> ইং ১৯০৭ চনত ৰাজৰোষত যেতিয়া ৰাজনৈতিক গতি-মতি মোৰ স্তব্ধ হয়, তেতিয়াতে বৰপেটাত মোৰ প্ৰথম সাহিত্য চৰ্চা আৰম্ভ হয়, আৰু এই 'তুমি'য়েই তাৰ প্ৰথম নিদৰ্শন।[৪০]

সৃষ্টিৰ সময়তকৈ কবিতাৰ ভাৱবস্তুৰ দিশৰ পৰা 'তুমি' আৰু বীণা' পৰস্পৰ পৰিপূৰক। গতিকে, 'তুমি'ৰ আবেগৰ উদ্দামতা 'বীণা'ত অনুপস্থিত। জীৱন পাঠশালাৰ অভিজ্ঞতাই কবিক অভিজ্ঞ কৰিছে। কিয়নো, 'তুমি'ৰ প্ৰথম সংস্কৰণৰ পাতনিত কবিয়ে লেখিছিল,

> মনৰ মাজৰ পৰা এইখন কি ওলাই পৰিছে ক'ব নোৱাৰো; কিন্তু এইটো হ'লে ভালকৈ জানো যে বিশৃংখল গতিত গৈ থকা জীৱনৰ প্ৰথম ভাগৰ উদভ্ৰান্ত প্ৰেমটোৱেই শেষত সমজাতীয় সহানুভূতি আৰু অনুভূতিৰ ভিতৰেদি প্ৰকৃতিৰ উদাৰ সৌন্দৰ্য অতিক্ৰম কৰি, বিৰহ অভিমান আদি নানা অৱস্থাৰ মাজেদি সকলোবিলাক আসক্তিৰ হাত এৰাই অনন্তৰ লগত সানমিহলি হৈ পৰে।[৪১]

কিন্তু পৰৱৰ্তী প্ৰকাশন 'বীণা'ৰ পাতনিত লেখিলে,

> চাৰিওফালৰ পৰা চেপি ধৰা এই বৰ ডাঙৰ জগতখনৰ খুন্দা খাই, মোৰ অন্তৰ ফালি ভাব সাগৰৰ যি দুই-চাৰি জোলোকা জৰি পৰিছে, তাৰ বাজে আন একো ইয়াত ঠাই পোৱা নাই।[৪২]

উল্লিখিত উক্তি দুটা কবিৰ কাব্য সৃষ্টিৰ সমকালৰ মানসিকতাৰ পৰিচয়জ্ঞাপক। 'তুমি' কাব্যৰ সপ্তম ছেদ 'বাসনা নিচুকাই' শক্তিশালী হোৱা বিৱৰ্তিত চেতনাৰ বাহক। সেই বিৱৰ্তনৰ পৰৱৰ্তী ইতিহাস 'বীণা' আৰু 'অনুভূতি'ৰ অন্তৰ্গত[৪৩] কিছু কবিতাৰ ভাৱ-সম্পদ হৈ ধৰা দিছে। সেই বাবেই কোৱা হৈছে এই কবিতাগুচ্ছ পৰস্পৰ পৰিপূৰক। আনহাতেদি 'তুমি,' 'বীণা', আৰু 'অনুভূতি'ৰ অতীন্দ্ৰিয় চেতনাৰ কবিতাগুচ্ছৰ সৃষ্টিৰ প্ৰেৰণা আৰু উৎসও একে।

সসীম সত্তাক স্বীকাৰ আৰু উপলব্ধিৰে অসীম সত্তাক পাব খোজাৰ ইতিহাসেই 'বীণা'ৰ ভাৱৰ ইতিহাস। ভাৱ-চেতনাৰ নানা উত্থান-পতনৰ মাজেদি এই ইতিহাস ৰচিত হৈছে। 'বীণা'ত পাৰ্থিব প্ৰেমৰ অনুৰাগৰ সুৰ স্পষ্ট। এই অনুৰাগৰ মাজেদি প্ৰকাশিত হৈছে অসীমৰ প্ৰতি সুগভীৰ তৃষ্ণা।[৪৪] আনহাতেদি 'তুমি' কাব্যৰ শেষৰ পৰ্যায়ত প্ৰকাশিত যি দৃঢ়তা সেই দৃঢ়তা 'বীণা'

---

৩৮. পূৰ্ব্ববৰ্তী, ৪.০১, ৪.০২.

৩৯. দ্ৰ. মহেন্দ্ৰ বৰা, 'ৰায়চৌধুৰীৰ বীণা', অম্বিকাগিৰী ৰায়চৌধুৰী, (স্মৃতিগ্ৰন্থ) পৃঃ ১৩৩, সম্পা. হৰিপ্ৰসাদ নেওগ।

৪০. অম্বিকাগিৰী ৰায়চৌধুৰী, 'দ্বিতীয় সংস্কৰণৰ কথা' তুমি।

৪১. অম্বিকাগিৰী ৰায়চৌধুৰী, 'পাতনি' তুমি, পূৰ্বোল্লিখিত, পৃঃ ৩৩৫.

৪২. অম্বিকাগিৰী ৰায়চৌধুৰী, 'পাতনি', বীণা পূৰ্বোল্লিখিত পৃঃ ৩৬৩.

৪৩. অম্বিকাগিৰী ৰায়চৌধুৰী, বীণা; 'সুৰীদৌত্য', 'পূৰ্ণানন্দ', 'অব্যৰ্থ-বাণ', দৃঢ় পণ', 'সূচনী', 'দুষ্প্ৰাপ্যতা', 'লীলানন্দ, 'পোৱাৰ পথ', 'ইঙ্গিত', 'আত্মাভিমান', আত্মোন্বেষ', 'ভুলৰ সন্ধান', 'বাক্যহীনতা', 'আত্মদান', 'সমিধান' পোৱাৰ আভাস', অভিসাৰ আহ্বান', 'চুমাবৰুণ', তন্দ্ৰাভঙ্গ', 'বিশ্বদোলন', 'সৃষ্টিতত্ত্ব', পূৰ্ণতা', 'উদাস প্ৰশ্ন', 'কি লৰণু দিলা মোক', 'অনুভূতি', পূৰ্বোল্লিখিত, পৃঃ ৩৬৪-৩৯৬; পৃঃ ৪০১-৪১০.

৪৪. মহেন্দ্ৰ বৰা, পূৰ্বোল্লিখিত, পৃঃ ১২৪.

আৰু 'অনুভূতি'ৰ অতীন্দ্ৰিয় চেতনাৰ কবিতাসমূহত অধিক স্পষ্ট। অৱশ্যে 'নামঘোষা'ৰ ভক্তকবিৰ গভীৰ প্ৰত্যয়, হৃদয়-উপচি পৰা কাৰুণ্যও 'বীণা'ত উপস্থিত। ভক্তিবিগলিত হৃদয়েৰে ভক্ত কবিয়ে যি আৱাহনী গীত জুৰিছে তেনে আৱাহনী সুৰ 'বীণা'তো স্পষ্ট,—

সদায় নালাগে মোৰ
বহি ৰব সমুখত,
এবাৰ মাথোন চুমি
যোৱা আহি আঁতৰত?
তাতেহে তোমাৰ সখি
পৰিব হেঁপাহ জুৰ,
তোমাৰ ৰূপত মোৰ—
ভৰিব হৃদয় পুৰ।[৪৫]
ৰূপতৃষ্ণাৰ অপূৰ্ব চেতনা!

আৱাহন জনালেও সংশয়ৰ দোমোজাত আপোন মনে ভাবিছে—

মোৰ ভাঙি জহি যোৱা
জুপুৰিত আহি
কি ধন লভিবা তুমি?
কিনো সুখ পাবা
হৃদয়ত আহি
তিয়াগি সৰগ ভূমি?[৪৬]

তথাপিও কবিয়ে ফুলশয্যা ৰচনা কৰি 'দয়িতা ৰূপীনি পৰম সত্তাক' মাতিছে।[৪৭]

হাজাৰ জনম বাগৰি, বাগৰি
অনন্তৰ বুকু ফালি চুৰ কৰি
আনিছো মাধুৰী বুটলি বুটলি
উপচাই ৰাখি দিছো হিয়া তলি,
আহাঁ, আহাঁ, সখি এই সময়ত
বৰ সুখ পাবা তোমাৰ মনত;
নহ'লে বিৰহ ভূতে মাৰি ধৰি,
আটাইখিনিকে নিব চুৰ কৰি![৪৮]

কবিয়ে মিলনৰ মহোৎসৱ অনুষ্ঠিত কৰি সকলোকে নিমন্ত্ৰণ জনাইছে,

---

৪৫. অম্বিকাগিৰী ৰায়চৌধুৰী, 'এবাৰ মাথোন', বীণা, পূৰ্বোল্লিখিত, পৃঃ ৩৭৯.
৪৬. অম্বিকাগিৰী ৰায়চৌধুৰী, 'কি পাবা', উল্লিখিত, পৃঃ ৩৭৪.
৪৭. দ্ৰ. মহেন্দ্ৰ বৰা, পূৰ্বোল্লিখিত, পৃঃ ১২৬.
৪৮. অম্বিকাগিৰী ৰায়চৌধুৰী, 'আহা। আহা, সখি।' বীণা পূৰ্বোল্লিখিত, পৃঃ ৩৮৮.

চাচোন সুন্দৰী! হৃদয়ত মোৰ
কেনে মহোৎসৱ পাতিছোঁ,
ঘৰে ঘৰে ঘূৰি জগতৰ তোৰ
সকলোকে মাতি আনিছোঁ।"[৪৯]

কিন্তু দয়িতাৰ শুংসূত্ৰই নাই! গতিকে, কবিৰ উপলব্ধি হৈছে দয়িতা নিৰ্দয়াই নহয়, তেওঁৰ প্ৰতি অবিচাৰো কৰিছে।[৫০] তথাপি দয়িতাক পুনৰ চিন্তাৰ বাবে অনুৰোধ জনাইছে।[৫১]

অভিমানত কবিৰ প্ৰেমাপ্লুত অন্তৰ আহত হৈছে,

ইমানতো মাতি মাতি নাপালোঁ যেতিয়া,
থাকা তেনেহ'লে তুমি তোমাৰে সুখত,
চাবা তোমাৰো সুখৰ ঘৰ ছাই হই যাব
বিৰহৰ জুইকুৰা জ্বলালো বুকত।[৫২]

কবি বিৰহৰ দাবাগ্নিত জ্বলা-কলা হ'লেও দৃঢ়চেতা হৈয়ে থাকিব, যাতনাৰ কালতো স্থিতপ্ৰজ্ঞ হৈ ৰ'ব। যথা ঃ

বিৰহৰ দগ্ধ শিখা যিমানে জ্বলাবা,
সিমানে কাষত মোৰ পৰাজয় হবা
অসীম বিয়পি যদি জ্বলোৱা বিৰহ,
তথাপিতো মোৰ নাথ। নমৰিব গহ।
অসীমকো তুলি লম বিশীৰ্ণ মূৰত,
তেতিয়া তোমাৰ গপ পৰিব তলত।
তোমাত কৰিও যদি বিৰহ গভীৰ,
হিয়াই সামৰি লই ৰব মহাথিৰ।[৫৩]

কবিতাৰ এইবোৰ পংক্তিত সাধাৰণ জীৱনৰ জাগতিক অভিজ্ঞতা ছন্দময় ৰূপত ধৰা দিছে। অভিমানত দয়িতাৰ ঘৰ ছাই হৈ যোৱাৰ সাৱধানী ইঙ্গিত, অহং চেতনা এইবোৰ সাধাৰণ বৈষয়িক অভিজ্ঞতা। আনহাতে হীৰেন গোহাঁয়ে আঙুলিয়াই দিয়া দুখক সগৌৰৱে বৰণ কৰাৰ কবি-মানসিকতা[৫৪] এনেবোৰ কবিতাত স্পষ্ট।

দয়িতা ৰূপীনি পৰম সত্তাক পূৰ্ণৰূপত নাপালেও আংশিক প্ৰাপ্তিতো পৰিতৃপ্ত হোৱাৰ ইঙ্গিত আছে।[৫৫] 'গোস্পদে নভোমণ্ডল'ৰ চেতনা, ৰাহস্যিক চেতনা।

কবিৰ অনেক কাকুতি-মিনতি, ব্যথাজৰ্জৰ হৃদয়ৰ নিঃচৰ্ত আত্ম নিবেদনৰ পাছতো দয়িতাৰ সঁহাৰি নোপোৱাত কবিয়ে ৰণাহ্বান কৰিছে,

---

৪৯. অম্বিকাগিৰী ৰায়চৌধুৰী, 'নাহিবি নে সখী', উল্লিখিত, পৃঃ ৩৮৯.
৫০. অম্বিকাগিৰী ৰায়চৌধুৰী, 'অবিচাৰ' উল্লিখিত, পৃঃ ৩৬৮.
৫১. অম্বিকাগিৰী ৰায়চৌধুৰী, 'ভাবি চোৱাচোন', উল্লিখিত, পৃঃ ৩৬৬.
৫২. অম্বিকাগিৰী ৰায়চৌধুৰী, 'এই জ্বলালোঁ', বীণা, পূৰ্বোল্লিখিত, পৃঃ ৩৭৪-৭৫.
৫৩. উল্লিখিত, পৃঃ ৩৭৬
৫৪. হীৰেন গোহাঁই, 'অম্বিকাগিৰী আৰু মানবায়তন' সাহিত্যৰ সত্য, পৃঃ ৫-৬.
৫৫. অম্বিকাগিৰী ৰায়চৌধুৰী, 'অলপমান' বীণা, পূৰ্বোল্লিখিত, পৃঃ ৩৮০.

তোমাৰ লগত আজি মই
মহাৰণ কৰিলো ঘোষণা,
থাকা যদি বল বীৰ্য্য লই
তেনেহ'লে হই হৰ্ষ মনা,
আহা আগুৱাই?
দিম দেখুৱাই—
তোমাতকৈ মোৰ বীৰ্য্য কিমান তেজাল,
তোমাকে আগুৰি আছে বেঢ়ি চিৰকাল।[৫৬]

কাৰণ, যাৰ বাবে কবিৰ বিৰহ-যাতনা অনুক্ষণ বৰ্ধিত, তেৱেঁই যে যুঁজৰ অস্ত্ৰও দিছে,

মহা অস্ত্ৰখনি মোৰ,
দিছ যে লগত
পৰা নাই জানো তোৰ
আজিও মনত
তাৰে মই কাটি কাটি সকলো বন্ধন,
ধৰি তোক হম তোৰ প্ৰভু মহাজন।[৫৭]

এতিয়া কবিয়ে দয়িতাক 'কাকূতি' নকৰাৰ দৃঢ় পণ লৈ 'অশ্ৰুৰ আহুতি জাপি' 'বিৰহৰ জুইকুৰা' প্ৰজ্বলিত কৰিব খোজে। তাত প্ৰকাশিত হৈছে আত্মনিবেদনৰ পৰোক্ষ ইঙ্গিত। সুগভীৰ আত্মবিশ্বাসৰ গভীৰ দ্যোতনা,

প্ৰেম, প্ৰীতি, শৰ মাৰি
ভকতি অগনি জ্বালি
আনিম যেতিয়া কাঢ়ি অনন্তক তোৰ;
আহি হেৰ হিতকাৰী।
কৰি মোক প্ৰেমশালী—
বহি ৰবি হাঁহি হাঁহি হৃদয়ত মোৰ।[৫৮]

অতীন্দ্ৰিয় চেতনাৰ অসমীয়া কবিতাত উল্লিখিত ধৰণৰ দৃঢ়তা দুৰ্লভ। কবিৰ দৃঢ় বিশ্বাস চিৰসুন্দৰ নামি আহিবই লাগিব। কিয়নো বিৰহৰ তেজত তেওঁ উপায়বিহীন হ'ব।[৫৯]

কবিৰ অন্তৰত মিলনৰ আৰুহ-সঙ্গীত বাজিছে। হৃদয় ৰসাপ্লুত। গতিকে, চিৰসুন্দৰৰ পাছে পাছে ধাৱমান হোৱাৰ প্ৰশ্ন নুঠে,—

মইতো নাযাওঁ তোমাৰ মাতত,
মইতো নপমোঁ তোমাৰ গানত
মোৰে এই বেথা ভৰা,
জগত আকুল কৰা,

৫৬. অম্বিকাগিৰী ৰায়চৌধুৰী, 'ঘোষণা কৰিলো ৰণ', উল্লিখিত, পৃঃ ৩৮২.
৫৭. অম্বিকাগিৰী ৰায়চৌধুৰী, 'প্ৰভু হম তোৰ মই', বীণা, পূৰ্বোল্লিখিত. পৃঃ ৩৮২.
৫৮. অম্বিকাগিৰী ৰায়চৌধুৰী, 'বহিৰবি হৃদয়ত মোৰ', উল্লিখিত, পৃঃ ৩৮৬.
৫৯. অম্বিকাগিৰী ৰায়চৌধুৰী, 'বাজিব ধৰিছে', উল্লিখিত, পৃঃ ৩৯২.

গানৰ সুৰত তোমাক পমাম,
মহামিলনৰ দুন্দুভি বাজাম।[৬০]

ক্ৰম-বিৱৰ্তিত চেতনাৰ শীৰ্ষবিন্দুত বোধি দৃষ্টিৰে কবিয়ে স্পষ্টভাৱে দেখিছে,

তোমাৰ অসীম সিন্ধুৰ বুকত বুৰাই।
চাই আছা মোৰ দুখ।
আদি-অন্তহীন প্ৰেম-দাপোণত
চাই আছা মোৰ মুখ।[৬১]

বিৰহৰ প্ৰজ্বলিত অগ্নিয়ে হৃদয় পৰিশুদ্ধ কৰি পৰম সত্তাৰ সৈতে ঐক্যবদ্ধ হোৱাৰ সেতু ৰচনা কৰে,

জ্বলিবি জ্বলিবি মোৰ বিৰহৰ জুইকুৰা,
তাৰ সেই মহাঘৰ সমূলঞ্চে ছাই কৰা।
তেহে যদি হ'ব পাৰ তাৰে স'তে একজন,
তেহে যদি পাব পাৰ হিয়া ভৰা এটা মন।[৬২]

'অনুভূতি'ৰ পূৰ্বোল্লিখিত কবিতাসমূহৰ ভাৱসম্পদ 'বীণা'ৰ কবিতাসমূহৰ সমগোত্ৰীয়। এই কবিতাসমূহত আত্মদ্বন্দ্ব, স্ববিৰোধ, অস্থিৰত্ব আদি অতি স্পষ্ট ৰূপত প্ৰকাশ পাইছে। ৰায়চৌধুৰীৰ আত্মদ্বন্দ্বৰ বিষয়ে উপেন শৰ্মাই লেখিছে, "ৰায়চৌধুৰীৰ আত্মদ্বন্দ্ব ট্ৰেজিক"।[৬৩] উল্লিখিত আত্মদ্বন্দ্ব 'আত্মাভিমান' 'আত্মোন্বেষ', 'পোৱাৰ আভাস', 'মইতো কদাপি' আদি কবিতাত স্পষ্ট। এনে আত্মদ্বন্দ্বৰ উদাহৰণ,

মইতো কদাপি সখি!
তোমাৰ কাৰণে
অশ্ৰু টুকি থাকা নাই
কান্দি কান্দি মনে মনে।
মোৰ বাবে দেখো তুমিয়ে অতুল।
হই আছা বৰ আকুল বিকুল;—
মোৰেই বিৰহে ভাঙি
তোমাৰে পৰাণ,
হিয়াৰ মাজেদি মোৰ
বোৱাইছে গান।[৬৪]

সখি!
মাতি মাতি বৰ মোৰ

---

৬০. অম্বিকাগিৰী ৰায়চৌধুৰী, 'মইতো নাযাওঁ', বীণা পূৰ্বোল্লিখিত, পৃঃ ৩৯৪.
৬১. অম্বিকাগিৰী ৰায়চৌধুৰী, 'চাই আছা মোৰ মুখ', উল্লিখিত, পৃঃ ৩৯৬.
৬২. অম্বিকাগিৰী ৰায়চৌধুৰী, 'জ্বলিবি জ্বলিবি', উল্লিখিত, পৃঃ ৩৯৬.
৬৩. দ্ৰ. উপেন শৰ্মা, 'অম্বিকাগিৰীৰ কাব্য প্ৰতিভা' অসম কেশৰী অম্বিকাগিৰী, পৃঃ ১৬১, সম্পা. অক্ষয় কুমাৰ মিশ্ৰ, গোবৰ্দ্ধন দাস,
৬৪. অম্বিকাগিৰী ৰায়চৌধুৰী, 'মইতো কদাপি', বীণা পূৰ্বোল্লিখিত, পৃঃ ৩৯৪.

লাগিছে ভাগৰ!
অশ্রু টুকি টুকি মই
সাজিলো সাগৰ।
নুখুজো কদাপি আৰু
কৰুণা তোমাৰ,
বিৰহৰ গড় গাঁথি
জাপালো দুবাৰ।
বিৰহত এনেদৰে
জ্বলিয়ে থাকিম
হিয়াত তোমাৰ মুখ
জ্বলায়ে ৰাখিম।[৬৫]

তই মোক অৱহেলা কৰি
জীৱনৰ আঁৰে আঁৰে ফুৰিবি পলাই
মই তোৰ বিৰহত পৰি,
মৰি ৰ'ম বেদনাৰ হান খোঁচ খাই।[৬৬]
++ ++ ++ ++ ++
থাকা তেনেহ'লে বাৰু
লৈ তুমি তোমাৰ গৌৰব,
নোখোজো তোমাত আৰু
বিনন্দীয়া নন্দন-সৌৰভ।
তোমাৰ থানতকৈ মোৰ থান ভাল,
তৃপ্তিৰ আনন্দ মোৰ এয়ে চিৰকাল।[৬৭]

এইদৰে দেখা যায়, ৰায়চৌধুৰীৰ এই স্তৰৰ কবিতাবোৰত বাস্তৱৰ ৰূঢ় অভিজ্ঞতাৰ বিপৰীতে ভূমানন্দৰ আকাংক্ষা, প্ৰেমিকসুলভ অভিমান, পৌৰুষসুলভ দৃঢ়তা, বিদ্ৰোহ, সংগ্ৰামী মানসিকতা আদি সানমিহলি হৈ আছে। 'অনুভূতি'ৰ স্তৰৰ কবিতাসমূহৰ প্ৰসঙ্গত হীৰেন গোহাঁয়ে লেখিছে,

> অভিমান, তিক্ততা, বিদ্ৰোহ ৰণ আহ্বানৰ এই লেখীয়া নাটকীয় ভূমিকাই কবিৰ পাৰমাৰ্থিক অভিজ্ঞতাক মায়ামুগ্ধ সাধাৰণৰ সীমাৰ ভিতৰলৈ আনে।[৬৮]

এনে হোৱাৰ ফলত, কবিতাসমূহত দাৰ্শনিক জটিলতাৰ অনুপস্থিতিয়ে ৰসাস্বাদন সহজতৰ কৰি তোলে।

---

৬৫. অম্বিকাগিৰী ৰায়চৌধুৰী, 'অন্তৰত জ্বলাই ৰাখিম', বীণা, পূৰ্বোল্লিখিত, পৃঃ ৩৯৪.
৬৬. অম্বিকাগিৰী ৰায়চৌধুৰী, 'লীলানন্দ', অনুভূতি, পূৰ্বোল্লিখিত, পৃঃ ৪০১.
৬৭. অম্বিকাগিৰী ৰায়চৌধুৰী, 'আত্মাভিমান', উল্লিখিত, পৃঃ ৪০৩.
৬৮. হীৰেন গোহাঁই, 'অম্বিকাগিৰী আৰু মানৱায়তন' পূৰ্বোল্লিখিত, পৃঃ ১০.

'বীণা' আৰু 'অনুভূতি'ৰ অতীন্দ্ৰিয় চেতনাৰ কবিতাসমূহত পূৰ্বৰাগৰ আসক্তি, দয়িতাৰ ওচৰত পৌৰুষসুলভ অভিমান, স্বাধিকাৰ প্ৰতিষ্ঠাৰ তীব্ৰ-কঠিন প্ৰৱণতা পৰিলক্ষিত হয়। এনেবোৰ বিষয় উত্থাপন কৰি হীৰেন গোহাঁয়েও লেখিছে,

> অম্বিকাগিৰীৰ আধ্যাত্মিকতাত পূৰ্বৰাগৰ অবিস্মৰণীয় আকৰ্ষণ প্ৰবল মোহৰ লগে লগে দৃপ্ত অভিমান আৰু স্বাধিকাৰ প্ৰতিষ্ঠাও মিহলি হৈ আছে।[৬৯]

'বীণা' আৰু 'অনুভূতি'ৰ উল্লিখিত কবিতাসমূহত এক সচেতন অস্থিৰতা আৰু উপনিষদীয় অন্বেষণ বৰ্তমান। 'বীণা'ৰ কবিতাসমূহত এক ৰোমাণ্টিক 'অস্থিৰতা' আৰু 'অন্বেষণ'ৰ বৈচিত্ৰ্য আছে বুলি মহেন্দ্ৰ বৰাইও আঙুলিয়াই দিছে।[৭০] উল্লিখিত ৰোমাণ্টিক অস্থিৰতা আৰু অন্বেষণ ৰায়চৌধুৰীৰ কবিতাৰ দৰে চৰিত্ৰৰো বৈশিষ্ট্য। তদুপৰি ৰায়চৌধুৰীৰ জীৱনবোধ আৰু জীৱানাদৰ্শতো এই অস্থিৰ অন্বেষণৰ উপস্থিতি প্ৰণিধানযোগ্য। কিয়নো সন্ত্ৰাসবাদৰ পৰা সংৰক্ষিণীলৈ হোৱা পৰিক্ৰমা তাৰেই স্বাক্ষৰ। এই অন্বেষণ জাতীয়তা, মহাজাতীয়তা, বিশ্ব মানৱতাৰ অন্বেষণ, উল্লিখিত তিনিওটাৰে সুষম সংশ্লেষণৰ প্ৰযত্নৰ অন্বেষণ।[৭১] ৰাজনৈতিক অস্থিৰতা উল্লিখিত অন্বেষণ জাত। অম্বিকাগিৰীৰ চৰিত্ৰত "আদিম পুঁজিবাদী সংস্কৃতিৰ ৰোমাণ্টিক লক্ষণসমূহ বিদ্যমান"[৭২] বুলি হীৰেন গোহাঁয়ে কৰা মন্তব্যও প্ৰসঙ্গতে উল্লেখনীয়। এই অস্থিৰতাৰ বাবেই বাণীকান্ত কাকতিয়েও সমকালৰ "অসমৰ সামাজিক জীৱনত ৰায়চৌধুৰীয়েই আটাইতকৈ বেছি মৌলিক উপাদানসম্পন্ন প্ৰতিভাবান পুৰুষৰূপে" চিহ্নিত কৰিছে।[৭৩] মহেশ্বৰ নেওগেও কবি হিচাপে আচল অৰ্থতে "মৌলিক" গুণসম্পন্ন বুলি উল্লেখ কৰিছে।[৭৪]

অতীন্দ্ৰিয়বাদী কবিতাসমূহত বিচ্ছেদৰ কাৰুণ্য, আত্মনিবেদন, দয়িতাৰূপীনি পৰম সত্তাৰ সহাঁৰিহীনতাত হৃদয়ৰ তীব্ৰ ক্ষোভ, অন্তহীন প্ৰতীক্ষাৰ সীমাহীন উৎকণ্ঠাত উৎকণ্ঠিত অন্তৰৰ বাস্তৱিক জীৱন -চেতনাৰ স্বাক্ষৰ স্পষ্ট। কবিতাসমূহৰ অন্তৰঙ্গ আবেদন হ'ল জাগতিক জীৱন-চেতনা। উল্লিখিত বিষয়বোৰলৈ আঙুলিয়াই হীৰেন গোহাঁয়ে লেখিছে,

> অম্বিকাগিৰীৰ বিচ্ছেদব্যথা, অবমানিত হৃদয়ৰ আস্ফালন অথবা অধীৰ প্ৰতীক্ষাত পৰিচিত জীৱনৰ পৰিচিত জগতৰ আস্বাদ আছে।[৭৫]

একেই প্ৰসঙ্গতে গোহাঁয়ে পুনৰ মন্তব্য কৰিছে, অম্বিকাগিৰীৰ "নিগ্ৰহ, বিদ্ৰোহ আৰু ব্যৰ্থতাৰ উপলব্ধিত" তীব্ৰতা আছে আৰু " তেওঁৰ অভিমান আৰু অভিযানত আমাৰ সাধাৰণ

---

৬৯. হীৰেন গোহাঁই, পূৰ্বোল্লিখিত, পৃঃ ৪.
৭০. মহেন্দ্ৰ বৰা, পূৰ্বোল্লিখিত, পৃঃ ১৩০.
৭১. পূৰ্ববৰ্তী, ৩.০১, ৩.০২, ৩.০৩.
বাণীকান্ত কাকতি, 'অম্বিকাগিৰী ৰায়চৌধুৰীৰ ব্যক্তিত্বত এভুমুকি', পূৰ্বোল্লিখিত, পৃঃ ১১
৭২. দ্ৰ. হীৰেন গোহাঁই, 'অম্বিকাগিৰী আৰু সাম্প্ৰতিক মোহাবেশ' অসম কেশৰী অম্বিকাগিৰী, পৃঃ ২২২, সম্পা. অক্ষয় কুমাৰ মিশ্ৰ, গোবৰ্ধন দাস
৭৩. দ্ৰ. বাণীকান্ত কাকতি, 'অম্বিকাগিৰী ৰায়চৌধুৰীৰ ব্যক্তিত্বত এভুমুকি', পূৰ্বোল্লিখিত, পৃঃ ১৫.
৭৪. দ্ৰ. মহেশ্বৰ নেওগ, 'অম্বিকাগিৰী ৰায়চেধুৰী', অসম কেশৰী অম্বিকাগিৰী, সম্পা. অক্ষয় কুমাৰ মিশ্ৰ, গোবৰ্ধন দাস, পৃঃ ১৫১-৫২.
৭৫. হীৰেন গোহাঁই, 'অম্বিকাগিৰী আৰু মানৱায়তন', পূৰ্বোল্লিখিত, পৃঃ ৬.

অভিজ্ঞতাৰ প্ৰতিধ্বনি অধিক ব্যাপক"।[৭৬] সেইবাবেই ক'ব পাৰি তেওঁৰ এইবোৰ কবিতা মাটিৰ পৃথিৱীৰ, মাটিৰ মানুহৰ, মাটিৰ স্বপ্নৰে সমুজ্জ্বল। এনে প্ৰসঙ্গতে আৰ্ণল্ডৰ "কবিতা জীৱনৰ সমালোচনা"[৭৭] কথাষাৰৰ সাৰবত্তা অনুভৱ কৰিব পাৰি। আনহাতেদি ৰায়চৌধুৰীয়ে তেওঁৰ ব্যক্তিগত অথবা ৰাজহুৱা কোনোটো জীৱনত লুক্-ঢাক্ নাই বুলি স্পষ্টভাৱে কোৱা কথাষাৰো এনে প্ৰসঙ্গতে উল্লেখ কৰিব পাৰি।[৭৮]

'অনুভূতি'ৰ 'সুৰীদৌত্য', 'সূচনী', 'দুষ্প্ৰাপ্যতা', 'আত্মোন্বেষ', 'ভুলৰ সন্ধান', 'বাকহীনতা, 'আত্মদান', 'সনিধান', 'পোৱাৰ আভাস', 'তন্দ্ৰাভঙ্গ', 'বিশ্বদোলন', 'আদ্যবন্তহীন চুমা অভিযান', 'পূৰ্ণতা', 'মহোৎসৱ', 'কি লৱণু দিলা মোক', আদি কবিতাবোৰ পাৰ্থিব চেতনা আৰু অপাৰ্থিব চেতনাৰ যথাৰ্থ সংশ্লেষণ। জীৱনৰ উদ্‌ভ্ৰান্ত ৰূপটো ইয়াত অনুপস্থিত। শান্ত সমাহিত ভাৱ-সম্পদ, অৰ্থদ্যোতনা এইবোৰ কবিতাৰ সুষম ঐশ্বৰ্য। উল্লিখিত কবিতাকেইটাৰ বিষয়ে ভবেন বৰুৱাৰ মন্তব্য প্ৰণিধানযোগ্য,

> এই প্ৰায়বোৰ কবিতাতেই পাৰ্থিব কামনা-বাসনা বা পাৰ্থিব প্ৰেম এক অপাৰ্থিৱতাৰ প্ৰেমলৈ ৰূপান্তৰিত হোৱাৰ কথা। পাৰ্থিব কামনাৰ কেন্দ্ৰ হ'ল মানৱী। কিন্তু এই কামনা অপাৰ্থিব সাত্ত্বিকতালৈ পৰিণত হোৱাৰ লগে লগেই মানৱীয় ঠাইত দেৱীৰ মূৰ্তিয়ে বাৰে বাৰে দেখা দিছে। অম্বিকাগিৰীৰ এই গীতি কবিতাবোৰত মানৱীয় প্ৰেম আৰু স্বৰ্গীয় প্ৰেমৰ এই নিবিড় সূত্ৰ... বিষয়টো সুস্পষ্ট। অসমীয়া কাব্যত প্ৰেমৰ বিষয়টোত কোনো ৰোমাণ্টিক কবিয়েই অম্বিকাগিৰীয়ে লাভ কৰা গভীৰতালৈ যোৱা নাছিল।[৭৯]

মিষ্টিক চেতনাৰ এথুপি কবিতাৰ চূড়ান্ত উপলব্ধি হ'ল, 'তন্দ্ৰাভংগ'। এই থুলটোৰ কবিতাসমূহৰ সৃষ্টিৰ পাছতে কবিৰ 'দৃষ্টি পৰিৱৰ্তন'[৮০] ঘটি ৰূঢ় বাস্তৱৰ মুখামুখি হৈছে।[৮১] কবিৰ দৃষ্টিত মানৱমুখীনতা আহিছে, লগতে আহিছে প্ৰত্যক্ষ সংঘৰ্ষ-মুখী বাস্তৱিক চেতনা। এই চেতনাৰ লগত অসম তথা ভাৰতৰ পৰিৱৰ্তিত সামাজিক-ৰাজনৈতিক পটভূমিৰ সম্পৰ্ক আছে।[৮২] কবিতাৰ বিষয় আৰু ভাৱবস্তুৰ সলনি ঘটিছে। দেশপ্ৰেমৰ চেতনা কবিতাৰ বিষয় আৰু মানৱ-মঙ্গল কামনা ভাৱ সম্পদ হৈছে। কবিৰ অনুভৱ হৈছে জীৱনৰ গতি পথ সংকুল, সংকুলতাই জীৱনৰ সাফল্যৰ উৎস—

বিঘ্নবহুল
যি পথেদি কেৱল আচোৰ লাগে,
সেইখিনিতে মোৰ জীৱনৰ
দীপ্ত শিখা জ্বলে![৮৩]

৭৬. দ্ৰ. হীৰেন গোহাঁই, 'অম্বিকাগিৰী আৰু মানবায়তন', পূৰ্বোল্লিখিত, পৃঃ ৬.
৭৭. মেথিউ আৰ্ণল্ড, 'দি ষ্টাডি অব্ পয়েট্ৰি' এছেইজ ইন্ ক্ৰিটিচিজিম্, পৃঃ ৩, সম্পা. ৰামজীলাল,
৭৮. অম্বিকাগিৰী ৰায়চৌধুৰী, মোৰ জীৱন ধুমুহাৰ এজাটি, পূৰ্বোল্লিখিত, পৃঃ ৭৪৯-৫০.
৭৯. ভবেন বৰুৱা, 'অম্বিকাগিৰী ৰায়চৌধুৰীৰ তন্দ্ৰাভঙ্গ', অসমীয়া ২য় বছৰ, ৫ম সংখ্যা, ছেপ্টেম্বৰ, ১৯৬৯, পৃঃ ৪৯৭; সম্পা. চন্দ্ৰপ্ৰসাদ শইকীয়া।
৮০. সত্যেন্দ্ৰনাথ শৰ্মা, 'অম্বিকাগিৰী ৰায়চৌধুৰীৰ প্ৰতিভা' অম্বিকাগিৰী ৰায়চৌধুৰী ৰচনাৱলী, পৃঃ ০.২৩.
৮১. মহেশ্বৰ নেওগ, পূৰ্বোল্লিখিত, পৃঃ ১৫৩.
৮২. পূৰ্ববৰ্তী, ৩.০২, ৫.০১.
৮৩. অম্বিকাগিৰী ৰায়চৌধুৰী, 'সাফল্যোৎস' অনুভূতি, পূৰ্বোল্লিখিত, পৃঃ ৪১১

কবিমানসত 'পূর্ণ জীৱন, নিটোল জীৱন, নিখুঁত জীৱন, সফল জীৱন'ৰ স্বৰূপ উদ্ভাসিত হৈ উঠিছে। সেই জীৱন দুখ বেদনাৰ সংঘর্ষত সংঘর্ষমুখী, সৃষ্টিমুখী আৰু বৈপ্লৱিক।[৮৪] এই জীৱন-জিজ্ঞাসা আহৰিত হৈছে কবিৰ ৰাজনৈতিক কর্মসংযুক্তি, কাৰাগাৰ জীৱন, স্বাধীনতা সংগ্ৰামত লিপ্ততাৰ পৰা।[৮৫] এইবোৰে কবিক দান কৰিছে অনমনীয় পৌৰুষসুলভ দৃঢ়তা আৰু কাঠিন্য। এই সময়ছোৱাত কবিয়ে ৰচনা কৰিছে এলানি ৰাজনৈতিক কবিতা আৰু গীত।[৮৬] কবিৰ বাবে জীৱন এতিয়া "......হাঁহি তামাচাৰ ভাগৰ জুৰোৱা গান" নহয়, বাবেই কবিৰ আকাংক্ষা বেদনা বিজয়ী হোৱাৰ।[৮৭]

উল্লিখিত ধৰণৰেই কবিৰ জীৱনাদর্শ ক্ৰমবিবর্তিত হৈছে। গতিকে, অম্বিকাগিৰীৰ কবিতাৰ দ্বিতীয় চেতনাটি হ'ল স্বদেশপ্ৰেম। কবিৰ জীৱনত সেৱাযোগী হোৱাৰ বাসনা কৈশোৰ কালতে দেখা গৈছিল।[৮৮] 'তুমি' কাব্যত তাত্ত্বিক ৰূপত তাৰেই প্ৰতিধ্বনি শুনা গ'ল,

তুমি কৰুণা ৰঞ্জিত হিয়া
সমাজৰ পুৰুষ উদাৰ;
নিছলা জনক দিয়া
দেখুৱাই মুকুতিৰ পাৰ!
তুমি ধীৰ, স্থিৰ মহাজন
খাটি খাটি গোটেই জীৱন;
সমাজক উজ্বলোৱা
ঢালি ঢালি জ্ঞানৰ কিৰণ।[৮৯]

কবি-জীৱনৰ পূর্বস্তৰত বন্দনা কৰা এই 'মহাজন' কবি নিজেই হোৱাৰ বাসনা পৰৱর্তী কবিতাসমূহত প্ৰকটিত হৈছে। সেই বাবেই ৰায়চৌধুৰীৰ স্বদেশ চেতনাৰ মূল চৰিত্ৰ বৈপ্লৱিক।

বাধা-বিঘিনিৰ লগত সংঘাত- সংঘর্ষৰ যোগেদি জীৱনৰ মহীয়ান ৰূপটো দীপ্তিমান হৈ উঠা চেতনালব্ধ কবিয়ে জানে বেথা-বেদনা, বিৰহৰ মাজেদিয়ে সৃষ্টিৰ বৈচিত্ৰ্য প্ৰকাশ পায়। তাৰ মাজতেই সাফল্যৰ উপাদানো নিহিত থাকে। জীৱনৰ যথাযথ উপলব্ধি আনৰ মঙ্গলৰ বাবে নিজক বিলাই দিয়াতহে। জীৱনৰ পৰা আৱর্জনা আঁতৰ নহ'লে সত্য আৰু সুন্দৰৰ মুখা-মুখি হোৱা সম্ভৱ নহয়। গতিকে, শিৱৰ সাধনা কবি-জীৱনত, কবিতাত অধিক পৰিমাণে আদৃত হ'ল। উল্লিখিত জীৱন-চেতনাই কবিৰ কবিতাত মঙ্গল চেতনাৰ আবির্ভাৱ ঘটালে আৰু কবিতাৰ বেলিমাৰ স্তৰত আধিক্যলৈ পৰিণত হ'ল। প্ৰেম আৰু মিষ্টিক চেতনাৰ আলফুলীয়া ৰূপৰ পৰিবর্তে দ্বন্দ্বৰ প্ৰতি, সংঘাত-সংঘর্ষ আৰু সংগ্ৰামৰ জটিল আৰু কঠিন ৰূপৰ প্ৰতি কবি সচেতন হ'ল। ফলত উল্লিখিত চেতনা আৰু মানৱিকী চেতনাৰ সার্থক ৰসায়নেৰে ভাৱ সম্পদেৰে গম্ভীৰ কেইটিমান কবিতা লেখিছে। এই ৰাজনৈতিক মানৱিকী চেতনাৰ উৎস হ'ল তদানীন্তন

---

৮৪. অম্বিকাগিৰী ৰায়চৌধুৰী, 'জীৱনৰ ৰূপ', অনুভূতি, পূর্বোল্লিখিত, পৃঃ ৪১২.

৮৫. পূর্বৱর্তী, ৩.০২, ৫.০১.

৮৬. পৰৱর্তী, ৬.০২.

৮৭. অম্বিকাগিৰী ৰায়চৌধুৰী, 'বেদনা বিজয়', উল্লিখিত, পৃঃ ৪১৬-১৮. 'ই যে অগ্নিবীণাৰ তান', ৰঙ্গো কি ছন্দেৰে, পূর্বোল্লিখিত, পৃঃ ৪৮৭.

৮৮. পূর্বৱর্তী, ২.০৩.

৮৯. অম্বিকাগিৰী ৰায়চৌধুৰী, তুমি, পূর্বোল্লিখিত, পৃঃ ৩৪২-৪৩.

অসম তথা ভাৰতৰ আৰ্থ-ৰাজনৈতিক পৰাধীনতা এই সময়ছোৱাত কবি সক্ৰিয়ভাৱেই ৰাজনৈতিক কৰ্মী।[১০]

ভাৰতীয় জীৱনত যি নব্য-চেতনা জাগৰিত হৈছিল তাৰ পৰা অম্বিকাগিৰী আঁতৰি থকা নাছিল। জাতীয় জীৱনৰ স্বাধীনতাকামী নব্য-চেতনাই অম্বিকাগিৰীৰ অসীম মুখী চেতনাক জীৱনমুখী আৰু মানৱ মুখী কৰি তুলিলে। এই প্ৰসঙ্গত হীৰে গোহাঁয়ে লেখিছে,

> ভাৰতৰ জাতীয় জীৱনত সেই সময়ত যি জোঁৱাৰ আহিছিল সিয়েই সম্ভৱতঃ তেওঁৰ অতীন্দ্ৰিয়ানুভূতি বহিৰ্মুখী কৰি দিছিল।[১১]

ফল স্বৰূপে,—

> জাতীয় জীৱনৰ নৱ জাগৰণে অম্বিকাগিৰীৰ মনতো যি উদ্দীপনা আনি দিছিল সি তেওঁক আন্দোলন আৰু সংগ্ৰামৰ আগভাগলৈ লৈ গ'ল।[১২]

উল্লিখিত অভিজ্ঞতাৰ ফল স্বৰূপে ৰাজনৈতিক চেতনাৰ পশ্চাৎপটত মানৱিকী ভাৱধাৰাৰ কবিতাসমূহৰ সৃষ্টি হয়। এই থূলটোৰ ভিতৰত সামৰি ল'ব পৰা কবিতাসমূহ হ'ল— 'জীৱনৰ ৰূপ', 'মানৱায়তন', 'গঢ়া কৰি মোক ঝাড়ুদাৰ', 'জীৱনৰ উদ্দেশ্য', 'জাগ ডেকা তেজ জাগ', 'মই বিপ্লৱী মই তাণ্ডৱী'।[১৩] এই কবিতা থূলৰ ভিতৰত 'জীৱনৰ ৰূপ', 'মানৱায়তন', 'জীৱনৰ প্ৰয়োজন' 'মই বিপ্লৱী মই তাণ্ডৱী'— এই চাৰিটা কবিতাত কবিৰ এই স্তৰৰ জীৱন চেতনাই তাত্ত্বিক ৰূপ লাভ কৰিছে। শ্বেলীয়ান বিপ্লৱী চেতনা[১৪] এই কবিতাকেইটিৰ ভাৱ সম্পদ।

উল্লিখিত মানৱিকী চেতনা ক্ৰমে স্বদেশ চেতনালৈ পৰিৱৰ্তিত হৈছে। ফলত কবিতাত আহি পৰিছে অপৰিশ্ৰুত অৱস্থা। এই সময়ছোৱাত জাতীয় আন্দোলনে সৃষ্টি কৰিছে সামগ্ৰিক আৰ্থ-ৰাজনৈতিক মুক্তিৰ স্বপ্ন। গতিকে এই স্তৰৰ সাহিত্যৰ ভাৱবস্তুতো তাৰ পোনপটীয়া প্ৰতিফলন ঘটিছে। উল্লিখিত প্ৰসংগৰ অৱতাৰণা কৰি হেম বৰুৱাই লিখিছে,

> ভাৰতৰ মুক্তি, অসমৰ মুক্তি, ৰাজনৈতিক মুক্তি, অৰ্থনৈতিক মুক্তি। এনে আদৰ্শই হৈছে এই যুগৰ সৃষ্টিমূলক স্পন্দনৰ প্ৰাণবস্তু।[১৫]

অম্বিকাগিৰীৰ স্বদেশপ্ৰেমৰ প্ৰেৰণাৰ উৎস দেশজ পটভূমি আৰু সক্ৰিয় অভিজ্ঞতা। সেই বাবে তেওঁৰ কবিতা "স্বদেশৰ মাটিৰ পৰা উঘাল খাই পৰা নাইবা কেন্দ্ৰস্থ ভাব-অনুভূতিৰ পিনৰ পৰা বিচ্যুত হোৱা বিধৰ নাছিল।"[১৬] অম্বিকাগিৰীৰ এটি নিজা দৃষ্টিকোণ আছিল আৰু গভীৰ নিষ্ঠাৰে সেই দৃষ্টিকোণৰ পৰাই বিভিন্ন বিষয় বিশ্লেষণ কৰা হেতুকে সাম্যবাদীসকলৰ শ্ৰেণীগত দৃষ্টিকোণৰ প্ৰতি অনীহা প্ৰকাশ কৰিছিল। ভবানন্দ দত্তই ৰায়চৌধুৰীক ৰায়চৌধুৰীৰ স্বদেশপ্ৰেমৰ নিষ্ঠাৰ বাবেই গণনাট্য সংঘৰ লগত সংযুক্ত কৰিবলৈ বিচৰা সত্ত্বেও সহযোগিতা

---

১০. পূৰ্ববতী, ৩.০২, ৫.০১.

১১ দ্ৰ. হীৰেন গোহাঁই, 'অম্বিকাগিৰী আৰু মানৱায়তন' পূৰ্বোল্লিখিত, পৃঃ ২.

১২. দ্ৰ. হীৰেন গোহাঁই, 'অম্বিকাগিৰী আৰু মানৱায়তন', পূৰ্বোল্লিখিত, পৃঃ ৩.

১৩. অম্বিকাগিৰী ৰায়চৌধুৰী, অনুভূতি, পূৰ্বোল্লিখিত, পৃঃ ৪১২, পৃঃ ৪১৩-১৪, পৃঃ ৪১৬, পৃঃ ৪১৮, পৃঃ ৪২৫-২৭.

১৪. বাণীকান্ত কাকতি, 'অম্বিকাগিৰী ৰায়চৌধুৰী' অসম কেশৰী অম্বিকাগিৰী, পৃঃ ৫, সম্পা. অক্ষয় কুমাৰ মিশ্ৰ, গোবৰ্দ্ধন দাস.

১৫. হেম বৰুৱা, 'ৰায়চৌধুৰীৰ দেশপ্ৰেমমূলক কবিতা' অম্বিকাগিৰী ৰায়চৌধুৰী, (স্মৃতিগ্ৰন্থ) পৃঃ ১৩৮, সম্পা হৰিপ্ৰসাদ নেওগ।

১৬. উল্লিখিত, পৃঃ ১৪১.

কৰা নাছিল।[৯৭] পৰৱৰ্তী সময়ত সাম্যবাদীসকলক ৰায়চৌধুৰীয়ে সন্দেহৰ চকুৰেই চাইছিল, আৰু বিতৃষ্ণা প্ৰকাশ কৰিছিল।[৯৮] সেই দৃঢ়পিনদ্ধ দৃষ্টিভংগীৰ বাবেই, জীৱন অভিজ্ঞতাৰ প্ৰকাশ হেতুকে ৰায়চৌধুৰীৰ স্বদেশপ্ৰেমৰ কবিতাত 'সক্ৰিয় সংগ্ৰামশীল ব্যক্তিত্বৰ মুখামুখি" হোৱা যায়।[৯৯] কিন্তু সেয়ে হ'লেও উল্লিখিত অনীহাই ৰায়চৌধুৰীৰ কবিতাত সীমাবদ্ধতা আৰু অপৰিশ্ৰুত অৱস্থাৰ সৃষ্টি কৰিছিল।

অম্বিকাগিৰীৰ স্বদেশ-চেতনা যুক্ত কবিতাসমূহক দুটা ভাগত বিভক্ত কৰিব পৰা যায়।[১০০] ক. ভাৰতীয় জাতীয়তাবাদী চেতনা যুক্ত, খ. অসমীয়া উপ-জাতীয়তাবাদী বা অসমীয়া আঞ্চলিক চেতনাবাদী। প্ৰথম ভাগৰ কবিতাখিনিৰ প্ৰেক্ষাপটত আছে সাম্ৰাজ্যবাদবিৰোধী চেতনা। এইবোৰৰ উপাদান স্বাভাৱিকতে "ভাৰতীয় জাতীয় আন্দোলনৰ ভাবধাৰা।"[১০১] এনে ভাৱধাৰা বিশেষকৈ গীতসমূহত অধিক প্ৰকট।[১০২]

আঞ্চলিক চেতনাসম্পন্ন কবিতাবোৰো সংশ্লিষ্ট চেতনাৰ বাহক হিচাপে তেজাল। 'অনুভূতি'ৰ অন্তৰ্গত কিছু কবিতা, 'বেদনাৰ উল্কা', 'স্থাপন কৰ স্থাপন কৰ', 'দেশেই ভগৱান' আদি পুথিত এনে ভাবধাৰাৰ কবিতাবোৰ অন্তৰ্ভুক্ত হৈছে।[১০৩] এইবোৰত মূলতঃ প্ৰকাশ পাইছে কবিৰ জীৱনাদৰ্শৰ তৃতীয় পৰ্বৰ সংৰক্ষিণী চেতনা।[১০৪] এই কবিতাবোৰত, "উদাত্ত কণ্ঠৰ শব্দত অসমীয়া উপ-জাতীয়তাবাদ প্ৰকাশ পাইছে। অসমীয়া আঞ্চলিকতাবাদৰ ক্ষেত্ৰতো ৰায়চৌধুৰী এজন সক্ৰিয় সংগ্ৰামী।"[১০৫] আঞ্চলিক চেতনাসম্পন্ন কবিতাবোৰ সংৰক্ষিণী চেতনা প্ৰকাশক। কবিতাত এই চেতনা কবিজীৱনৰ বেলিমাৰ পৰ্বৰ শেষৰ ফালেহে প্ৰকাশ লাভ কৰিছে। অন্যান্য ক্ষেত্ৰত সংৰক্ষিণী চেতনাৰ বিপৰীতে কবিতাত এই চেতনাৰ প্ৰকাশ পলম। স্বাধীনতাৰ পাছৰ কালত ঘটা স্বপ্নভংগইহে আঞ্চলিক চেতনাযুক্ত কবিতা লেখাত প্ৰেৰণা যোগাইছিল।[১০৬] স্বাধীনতাৰ পাছৰ কালৰ অসন্তুষ্টি আৰু অসহায় অৱস্থাৰ তাড়নাতহে[১০৭] এইবোৰ কবিতা লিখা হৈছিল। এনে প্ৰসংগ এটি উথাপন কৰি গোবিন্দ প্ৰসাদ শৰ্মাইও লিখিছে,

> আঞ্চলিক ভাবধাৰা বিশিষ্ট বেছিভাগ কবিতাই চৌধুৰীয়ে স্বাধীনতাৰ পাছতহে লিখিছিল। তেনেহ'লে ভাৰতৰ স্বাধীনতা আন্দোলনত বিশেষভাৱে জড়িত

---

৯৭. দ্ৰ. হীৰেন গোহাঁই, অম্বিকাগিৰী আৰু সাম্প্ৰতিক মোহাৱেশ, অসম কেশৰী অম্বিকাগিৰী, পৃঃ ২২০, সম্পা. অক্ষয় কুমাৰ মিশ্ৰ, গোবৰ্ধন দাস।

৯৮. অম্বিকাগিৰী ৰায়চৌধুৰী, 'সভাপতিৰ অভিভাষণ', অসম সাহিত্য সভা, ১৯৫০, পূৰ্বোলিখিত, পৃঃ ৮৪৪.

৯৯. দ্ৰ. গোবিন্দ প্ৰসাদ শৰ্মা, অসমীয়া কবিতাত জাতীয়তাবাদ, অসম কেশৰী অম্বিকাগিৰী, পৃঃ ১৭১. সম্পা অক্ষয় কুমাৰ মিশ্ৰ, গোবৰ্ধন দাস।

১০০. উল্লিখিত, পৃঃ ১৭১.

১০১. উল্লিখিত, পৃঃ ১৭১.

১০২. পৰৱৰ্তী, ৬.০২.

১০৩. অম্বিকাগিৰী ৰায়চৌধুৰী, 'আবাহন' 'যায় দেখো যায় সকলো যায়', 'মইআছো মইআছো', অনুভূতি, পূৰ্বোল্লিখিত, পৃঃ ৪১১, পৃঃ ৪২০-২২. 'অসমীয়া দেখো এজনো নাই', 'ভাৰতৰ পূৱ-প্ৰান্তৰক্ষী আনি আছে', 'ডেকোলৈ ক্যুাৰ শেষ দান' বেদনাৰ উল্কা, পূৰ্বোল্লিখিত, পৃঃ ৪৫৭, পৃঃ ৪৫৮-৫৯, পৃঃ ৪৬৫.

১০৪. পূৰ্বৱৰ্তী, ৩.০৩, ৫.০২.

১০৫. গোবিন্দ প্ৰসাদ শৰ্মা, পূৰ্বোল্লিখিত, পৃঃ ১৭১.

১০৬. পূৰ্বৱৰ্তী, ৫.০৩.

১০৭. পূৰ্বৱৰ্তী, ৫:০৩.

আৰু সেই আন্দোলনক লৈ বিভিন্ন সাহিত্য ৰচনা কৰা কবিজনৰ স্বাধীনতাৰ পাছত কেন্দ্ৰৰ অৱহেলাৰ বাবে স্বপ্নভঙ্গ হৈছিল নেকি? হয়তো হয়।[১০৮]

অম্বিকাগিৰিৰ স্বদেশপ্ৰেমমূলক কবিতাৰ এটি বলিষ্ঠ দিশ হ'ল আত্মসমালোচনা। এই দিশটোলৈ গোবিন্দ প্ৰসাদ শৰ্মাই আঙুলিয়াই দিছে।[১০৯]

ভবানন্দ দত্তই আধুনিক অসমীয়া কবিতাৰ আলোচনাত অসমীয়া জাতীয়তাবাদী কবিতাৰ দুটা ধাৰা নিৰ্দেশ কৰি, দ্বিতীয় ধাৰাটোৰ মূল চেতনাসমূহ থোৰতে তলত দিয়াৰ দৰে আঙুলিয়াইছে—

ক. দেশপ্ৰাণতা খ. ভাৰতীয় সাংস্কৃতিক ঐতিহ্যৰ প্ৰতি গভীৰ শ্ৰদ্ধা আৰু তাৰ শ্ৰেষ্ঠত্বৰ ধাৰণা গ. মানবীয় স্বত্বৰ সমতা স্বীকৃতিৰ ভেটিত ৰচিত সমাজৰ সংস্কাৰ, ঘ. ইংৰাজী সাহিত্যৰ প্ৰত্যক্ষ প্ৰভাৱ বৰ্জিত ৰচনা, ঙ. সুন্দৰৰ সাধনাতকৈ মঙ্গলৰ সাধনাৰ প্ৰেৰণাৰ প্ৰাধান্য। উল্লিখিত দ্বিতীয় ধাৰাটোত অম্বিকাগিৰীকো অন্তৰ্ভুক্ত কৰিছে।[১১০] এই শতিকাৰ দ্বিতীয় দশকৰ শেষৰ পৰা লিখা ৰায়চৌধুৰীৰ কবিতাসমূহত উল্লিখিত চেতনাসমূহ স্পষ্ট। তদুপৰি এই কবিতাসমূহত মঙ্গলৰ প্ৰাধান্য বা শিৱ-চেতনা অধিক দৃঢ়পিনদ্ধ। এটি উদাহৰণ,

যি জীৱনত দেশ-সেৱনত
আত্মাহুতিৰ অনল-শিখা নাই,
সেই জীৱনত নাই অবাবত
প্ৰয়োজনৰ উচ্চ দাবী ভাই।[১১১]

.............................................

বিলাস-ক্লেদৰ বীভৎসতাক
ক্ষমতা-খকৰ ভয়াবহতাক
সেৱা-তিয়াগেৰে কৰি বিহ্বল,
মানৱতা কৰ উজ্জীৱন।[১১২]

দ্বিতীয় মহাযুদ্ধৰ প্ৰাক্‌কালৰ অসমীয়া কবি আৰু কবিতাৰ শিল্পচেতনা মূলতঃ বেনেদেত্তো ক্ৰোচেৰ শিল্প সাধনাৰ সদৃশ। ৰোমাণ্টিক যুগৰ কবিসকলৰ শিল্প চেতনাত সেয়েহে এক ঐশীশক্তিৰ অনুভৱ ক্ৰিয়াশীল হৈ আছিল। অম্বিকাগিৰীও সেই শিল্প চেতনাৰে অনুগামী হ'লেও, ৰায়চৌধুৰীৰ শিল্পচেতনাত পূৰ্বসুৰীৰ প্ৰভাৱ অনুভূত হ'লেও, মৌলিকতাও বিৰাজ কৰা দেখা গৈছে। অম্বিকাগিৰীৰ ব্যক্তিগত শিল্প-চেতনাহে ৰায়চৌধুৰীৰ শিল্পবোধৰ উৎস। সেই বাবেই ৰায়চৌধুৰীৰ শিল্প-চেতনাতো স্তৰ বিন্যাস ঘটা দেখা পাইছোঁ। 'তুমি', 'বীণা', 'অনুভূতি' (১৯২০ চনৰ ভিতৰত ৰচিত কবিতাবোৰ) শিল্পচেতনা অসীমমুখী। জীৱনৰ উদভ্ৰান্ত

---

১০৮. গোবিন্দ প্ৰসাদ শৰ্মা, পূৰ্বোল্লিখিত, পৃঃ ১৭২.

১০৯. গোবিন্দ প্ৰসাদ শৰ্মা, পূৰ্বোল্লিখিত, পৃঃ ১৮১.

১১০. দ্ৰ. ভবানন্দ দত্ত, অসমীয়া কবিতাৰ কাহিনী, পৃঃ ১২-১৩, পৃঃ ২৭.

১১১. অম্বিকাগিৰী ৰায়চৌধুৰী, 'জীৱনৰ উদ্দেশ্য', অনুভূতি, পূৰ্বোল্লিখিত, পৃঃ ৪১৬.
তদুপৰি যি কেইটা কবিতাৰ থূলটোৰ উল্লেখ পূৰ্বে কৰা হৈছে সেই কবিতাসমূহৰ নামবোৰেই শিৱ-চেতনাৰ স্পষ্ট ইংগিত বহন কৰে।

১১২. অম্বিকাগিৰী ৰায়চৌধুৰী, 'মানৱতা কৰ উজ্জীৱন' বেদনাৰ উল্কা, পূৰ্বোল্লিখিত, পৃঃ ৪৫৪.

প্ৰেম 'সমজাতীয় সহানুভূতিৰ ভিতৰেদি অনন্তৰ লগত সানমিহলি'[১১৩] হোৱাৰ স্পষ্ট ধাৰণাটোৱেই সংশ্লিষ্ট চেতনাৰ বাহক।

আনহাতে প্ৰেমৰ নিজা ধাৰণাতো সেই একেটা সুৰ স্পষ্ট। ৰায়চৌধুৰীয়ে প্ৰেমৰ স্বৰূপ ব্যাখ্যা কৰিছে এনেদৰে,

> প্ৰেম প্ৰেমেই। তাত কামনা নাথাকে। আত্মা নন্দৰ নিবিড় শান্তিয়েই প্ৰেমৰ পৰিণাম, তাত কামনাৰ স্পৰ্শ ঘটিলেই তাৰ পৰিণাম নিৰানন্দৰ অশান্তিত ভৰি উঠে।[১১৪]

তদুপৰি কলা বা শিল্প সৃষ্টি সম্পৰ্কে তেওঁৰ দৃষ্টিকোণ হ'ল,—

> আৰ্ট বা কলাৰ সৃষ্টি হয় নিবিড় সংগোপন সাধনাত। সংগোপন সাধনাৰ ঐকান্তিকতাইহে কলাক ৰূপায়িত কৰি তোলে।[১১৫]

উল্লিখিত দৃষ্টিকোণজনিত শিল্প-চেতনাই প্ৰথম পৰ্বৰ কবিতাসমূহত ক্ৰিয়াশীল। সেই বাবেই 'তুমি'ৰ আলোচনা প্ৰসংগত বাণীকান্ত কাকতিয়ে লিখিছে,

> সাতোটা ৰশ্মিৰ সমষ্টিত সূৰ্য্যৰ সকলো পোহৰ প্ৰকাশ পোৱাৰ দৰে 'তুমি' কাব্যৰ সাতোটা ছেদত কবিৰ কল্পিত বিশ্বনাথৰ বিশ্ব সৌন্দৰ্য্যৰ সাতোটা কলা প্ৰকাশ হৈছে।[১১৬]

এই কাব্যত কবিৰ পৰৱৰ্তী কালৰ যিটো সংগ্ৰামশীল ৰূপ সেইটো অনুপস্থিত। সংগ্ৰামশীলতাৰ বিপৰীতে "আছে মাথোন তেখেতৰ সুস্থ আধ্যাত্মিক পৌৰুষত্বৰ মনোহৰ ছবি আৰু আবেগময়ী প্ৰবাহৰ সুৱদী সুৰ।।"[১১৭]

'তুমি' ৰূপী পৰম সত্তাৰ সৌন্দৰ্যক কবিয়ে 'তুমি' কাব্যত সংগোপন সাধনাৰ দৃষ্টিৰে অবলোকন কৰিছে। ফলত, ইয়াত দেখা গৈছে "আশ্চৰ্য্য তন্ময়তাৰ ভাৱ।" কাব্যখনিত প্ৰথমৰ পৰা শেষলৈ আছে অনুভূতিৰ তীব্ৰতা, গভীৰতা, সংহতি আৰু স্বতঃস্ফূৰ্ততা।[১১৮] এই দিশৰ পৰা এই প্ৰসংগতে ৱৰ্ডছৱৰ্থৰ "স্বতঃস্ফূৰ্ত অনুভূতিৰ তীব্ৰতাই" কবিতা শীৰ্ষক উক্তিটি সুঁৱৰিব পাৰি। ৰায়চৌধুৰীৰ কবিতাত আবেগৰ তীব্ৰতাৰ প্ৰতি হীৰেন গোহাঁয়েও আঙুলিয়াইছে।[১১৯] এই কাব্যত ভাৱসম্পদৰ গম্ভীৰতা: কাব্যৰ সৌন্দৰ্য সৃষ্টিত স্বতঃস্ফূৰ্ততা সততে অনুভূত হয়। কাব্যখনিত অনুভূতিৰ তীব্ৰতাক দহ আখৰীয়া পদৰ সহায়ত, 'সৌন্দৰ্য্যময়ী' ভাষাৰে জীৱন্ত কৰিছে। কবিতাটিত 'অনুভূতি', ভাব আৰু শব্দ ব্যঞ্জনাৰ সংহতি'ৰে[১২০] কবিয়ে শিল্পবোধৰ যথাৰ্থ পৰিচয় দিছে।

---

১১৩. অম্বিকাগিৰী ৰায়চৌধুৰী, 'পাতনি', তুমি, পূৰ্বোল্লিখিত, পৃঃ ৩৩৫.
১১৪. অম্বিকাগিৰী ৰায়চৌধুৰী, বাণীবিদ্যুৎ, পূৰ্বোল্লিখিত, পৃঃ ৭৭১.
১১৫. উল্লিখিত, পৃঃ ৭৬৫; পূৰ্ববৰ্তী, ৪.০১.
১১৬. দ্ৰ. বাণীকান্ত কাকতি, অম্বিকাগিৰী ৰায়চৌধুৰীৰ 'তুমি', পূৰ্বোল্লিখিত, পৃঃ ৯৫.
১১৭. দ্ৰ. কালীচৰণ দাস, পূৰ্বোল্লিখিত, পৃঃ ১০০.
১১৮. বাণীকান্ত কাকতি, অম্বিকাগিৰী ৰায়চৌধুৰীৰ 'তুমি', পূৰ্বোল্লিখিত, পৃঃ ৯৭; কালিচৰণ দাস, পূৰ্বোল্লিখিত, পৃঃ ১০২.
১১৯. হীৰেন গোহাঁই, "দেশপ্ৰাণ অম্বিকাগিৰী আৰু দেশপ্ৰেমৰ স্বৰূপ"চ, সাহিত্যৰ সত্য, পৃঃ ২৮৬.
১২০. দ্ৰ. বাণীকান্ত কাকতি, উল্লিখিত, পৃঃ ৯৭. কালীচৰণ দাস, পূৰ্বোল্লিখিত, পৃঃ ১১৩.

'তুমি'ৰ পৰৱৰ্তী সৃষ্টিকৰ্ম 'বীণা' শিল্পকৰ্ম হিচাপে অধিক প্ৰোজ্জ্বল। 'বীণা'ৰ ভাবসম্পদ, অৰ্থদ্যোতনা, অনুভূতিৰ গাঢ়তা, শব্দ-ব্যঞ্জনা আদি অধিক গাঢ় ৰূপৰ। 'বীণা'ৰ গ্ৰন্থিয়ে গ্ৰন্থিয়ে 'অপূৰ্ব ছন্দ সুষমা'ৰ উপস্থিতিৰ বিষয়ে মহেন্দ্ৰ বৰাই আঙুলিয়াইছে। আনহাতেদি 'অনুভূতি'ৰ পূৰ্বোল্লিখিত কবিতাসমূহ 'বীণা'তকৈও অধিক ৰূপত শিল্পসুষমামণ্ডিত। এইবোৰ কবিতাত কবিয়ে ভাস্কৰ্য শিল্পীৰ 'স্থাপতি কুশলতা' প্ৰদৰ্শন কৰিছে বুলিও মন্তব্য কৰিছে।[১২১] এই স্তৰৰ কবিতাসমূহত, ধ্বনি, ছন্দ, অৰ্থ গৌৰৱ, কল্পচিত্ৰ, মিতভাষণ এপিগ্ৰামেটিক ইঙ্গিতময়তাৰ প্ৰতি দৃষ্টি আকৰ্ষণ কৰি হীৰেন গোহাঁয়ে মন্তব্য কৰিছে,

> আত্মবিলাসী ৰোমাণ্টিক কবিতাত বিৰল এক হৃদয়গ্ৰাহী নাটকীয়তা এইবোৰ কবিতাৰ বৈশিষ্ট্য। জৰ্জ হাৰ্বাৰ্ট প্ৰমুখ্যে ইংৰাজ মেটাফিজিকেল গোষ্ঠীৰ কবিৰ স্বভাৱসিদ্ধ এই সুৰ অসমীয়া কাব্যত অপ্ৰত্যাশিত আৰু বহুমূলীয়া সম্পদ।[১২২]

দেখা গৈছে, ৰায়চৌধুৰীৰ অতীন্দ্ৰিয়বাদী কবিতাসমূহহে কাব্যকৃতি হিচাপে, শৈল্পিক দিশৰ পৰা পৰিপক্ক। এই প্ৰসঙ্গৰ উত্থাপন কৰি হীৰেন গোহাঁয়েও লিখিছে,

> কবিৰ আধ্যাত্মিক ভাব-মিশ্ৰ কবিতাৱলী, আৰু য'ত সেই আধ্যাত্মিকতা উপলব্ধিৰ উৎসমুখ ৰূপে বিৰাজমান, সেইবোৰ কবিতাহে যথাৰ্থ কাব্য।[১২৩]

ৰায়চৌধুৰীৰ ৰাজনৈতিক চেতনা সম্পন্ন কবিতাৰাজিৰ ক্ষেত্ৰত শিল্পকৰ্ম হিচাপে উল্লিখিত মনোভাৱ পোষণ কৰা দুৰূহ। ৰাজনৈতিক ঘটনাৱলীৰ ঘূৰ্ণীবতাহত প্ৰত্যক্ষ আৰু সক্ৰিয় সংযুক্তিৰ ফলত ৰায়চৌধুৰীৰ কবিতা চৰ্চাত স্থবিৰতা অহাই নহয়, শিল্প-চেতনাও অন্তৰ্হিত হ'ল। এই বিষয়ে কবি নিজেও সচেতন আছিল আৰু কবিৰ বিশিষ্ট বন্ধু বাণীকান্ত কাকতিয়েও কবিক সচেতন কৰি দিছিল।[১২৪] ৰাজনৈতিক কৰ্ম বিশেষকৈ 'সংৰক্ষিণী' ৰাজনীতি যে কাব্যৰ ক্ষেত্ৰত উপকাৰজনক নহল সেই বিষয়ে ভবানন্দ দত্তইও আঙুলিয়াইছে।[১২৫]

ৰাজনৈতিক কৰ্মসমূহত, বিশেষকৈ সংৰক্ষিণী ৰাজনীতিত প্ৰত্যক্ষ আৰু সক্ৰিয় সংযুক্তিৰ ফলত ৰায়চৌধুৰীৰ কাব্য-কৰ্মত সত্য, সুন্দৰ আৰু শিৱৰ সুষম সংশ্লেষণৰ অভাৱ ক্ৰমবৰ্ধিত হৈ পৰিশেষত শিৱ-চেতনা বা মঙ্গলচেতনাহে নিয়ন্ত্ৰক হৈ উঠিল। অত্যধিক মঙ্গলচেতনাই কাব্যৰ শিল্পৰূপৰ পঞ্চত্বং প্ৰাপ্তি ঘটালে। ৰায়চৌধুৰীৰ সংশ্লিষ্ট স্তৰৰ শিল্প বস্তু হিচাপে পূৰ্বউল্লিখিত থূলৰ কবিতাকেইটিকে আঙুলিয়াব পাৰি। তাৰ বাহিৰে বাকীবোৰক কোনোৰে 'প্ৰচাৰ পুস্তিকা'[১২৬] বুলিহে অভিহিত কৰিব খোজে। অৱশ্যে এই বিষয়ে কবি নিজেও সচেতন আছিল। সেই বাবেই আত্মপক্ষ সমৰ্থনৰ প্ৰচেষ্টা কৰাও দেখা গৈছে,

> ....'তুমি', 'বীণা' আৰু 'অনুভূতি'ত থকা কেইটামান কবিতাৰ বাদে, মোৰ ৰচনাৰ প্ৰায় আটাইখিনিয়েই প্ৰত্যক্ষভাৱে উদ্দেশ্যমূলক।
>
> ...............................................................................................

---

১২১. দ্ৰ. মহেন্দ্ৰ বৰা, পূৰ্বোল্লিখিত, পৃঃ ১৩২.
১২২. দ্ৰ. হীৰেন গোহাঁই, 'অম্বিকাগিৰী আৰু মানৱায়তন', পূৰ্বোল্লিখিত, পৃঃ ১০.
১২৩. দ্ৰ. হীৰেন গোহাঁই, 'অম্বিকাগিৰী আৰু মানৱায়তন', পূৰ্বোল্লিখিত, পৃঃ ৩.
১২৪. পূৰ্বৱৰ্তী, ৩.০২, ৩.০৩, ৫.০১, ৫.০২; অম্বিকাগিৰী ৰায়চৌধুৰী, 'মই লিখো কিয়?', পূৰ্বোল্লিখিত, পৃঃ ৯৯৫.
১২৫. ভবানন্দ দত্ত, পূৰ্বোল্লিখিত, পৃঃ ১৯.
১২৬. ভবেন বৰুৱা, 'ট্ৰেনছলেটৰৰ নোট', পূৰ্বোল্লিখিত, পৃঃ ৮৩.

......কবিতাৰ ক্ষেত্ৰত, বিশেষকৈ ইং ১৯৪৭ চনৰ পিছত বেছিভাগ কবিতা বা পদ্য মই উদ্দেশ্যমূলক ৰূপেই লিখিছো।[১২৭]

ৰাজনৈতিক সচেতনতাৰ ফলত কবিৰ বাবে মঙ্গলৰ সাধনাই সুন্দৰৰ সাধনালৈ পৰ্যবসিত হ'ল।[১২৮] এই মঙ্গলচেতনাৰ ফলত শিল্পৰূপৰ প্ৰতি কবিৰ অনাৱশ্যক অনীহা ক্ৰমবৰ্ধিত হোৱাত কাব্যৰ ভাৱ সম্পদ, অৰ্থদ্যোতনা, মিতভাষণ আদি যথাৰ্থ কবিতাৰ অত্যাৱশ্যকীয় গুণবোৰৰ ঠাই ল'লে পুনৰাবৃত্তি, বাগাড়ম্বৰ আদিয়ে।[১২৯] সৌন্দৰ্য সন্ধানী দৃষ্টি সংকুচিত হ'ল। শিল্প সমৃদ্ধ কৰি সংহত ৰূপত বক্তব্য উত্থাপনৰ প্ৰতি কবিৰ দায়বদ্ধতা কমি গ'ল আৰু কবিতাসমূহ কাব্যিক বক্তৃতালৈ পৰিণতি লভিলে।

ৰায়চৌধুৰীৰ কাব্য চৰ্চাত শব্দ প্ৰয়োগৰ প্ৰতি সচেতনহীনতা প্ৰাথমিক পৰ্যায়ৰ কবিতাসমূহতো ধৰা পৰে। 'তুমি', 'বীণা' আদি অতীন্দ্ৰিয়বাদী কবিতাসমূহতো শ্ৰুতিকটু শব্দৰ প্ৰয়োগ কৰিয়ে স্বচ্ছন্দে কৰিছে,

তুমি আধা খহা ৰিহাখনি
　　সুন্দৰীৰ উঠঙ্গা বুকুত

নজনা দোষত খাই
　　জননীৰ কৃত্ৰিম চাপৰ

.......................................

তুমি ভেমৰ ভনীটি মোৰ
　　সুগন্ধি শেৱালী বিছনাৰ

.......................................

তুমি ব্যৰ্থ কৰা ভাঙি তাক
　　কামনাৰ ক'লা ধুমকেতু,

.......................................

তুমি প্ৰকৃতিৰ যৌৱনত
　　সুখেৰে বিহাৰ কৰা পিক্

.......................................

তুমি উগ্ৰ দগ্ধ তপ্ত তীব্ৰ
　　ডেবা-পোৱা মৰু এডুখৰি[১৩০]

.......................................

জালা-কালা কৰি খালে মোৰ মূৰ

.......................................

---

১২৭. অম্বিকাগিৰী ৰায়চৌধুৰী, 'মই লিখো কিয়?' পূৰ্বোল্লিখিত, পৃঃ ৯৪-৯৫.
১২৮. ভবানন্দ দত্ত, পূৰ্বোল্লিখিত, পৃঃ ১৮-২০, পৃঃ ২৮-৩০.
১২৯. হীৰেন গোহাঁই 'অম্বিকাগিৰী আৰু মানৱায়তন', পূৰ্বোল্লিখিত, পৃঃ ১১.
১৩০. অম্বিকাগিৰী ৰায়চৌধুৰী, তুমি, পূৰ্বোল্লিখিত, পৃঃ ৩৩৮, পৃঃ ৩৪১-৪৫.

নাই মোৰ লাওলাত জেঙৰ হাঙাৰ

..............................................

যদিও বীণা মধু নহয় খাটোৰা

..............................................

লাগেনে লগাব নাথ! বিৰহৰ কেতু

..............................................

লাখবাৰ মৰি মৰি...............ইত্যাদি[১৩১]

ৰায়চৌধুৰীৰ কবিতাৰ এটি উল্লেখযোগ্য বৈশিষ্ট্য হ'ল থলুৱা (বৰপেটা) উপভাষাৰ শব্দ প্ৰয়োগৰ প্ৰতি কবিৰ দুৰ্বলতা। এনে প্ৰয়োগে তেওঁৰ কবিতাৰ ভাষাক প্ৰাণৱন্ত কৰিছে বুলি হীৰেন গোহাঁয়ে আঙুলিয়াই দিছে।[১৩২] কিন্তু সকলো সময়তে এইবোৰৰ যথাৰ্থ প্ৰয়োগ হৈছে বুলি ক'ব নোৱাৰি। বৰঞ্চ কেতিয়াবা শ্ৰুতিকটু আৰু অপৰিশ্ৰুত অৱস্থাৰ সৃষ্টি কৰি কাব্যৰ স্বচ্ছন্দ লয় ব্যাহত কৰি সৌন্দৰ্য নষ্ট কৰিছে।

..............................................

নাই মোৰ লাওলাত জেঙৰ হাঙাৰ

..............................................

যদিও বা বীণা মধু নহয় খাটোৰা

..............................................

মোৰ চঞ্চল চখু কি কাৰণে আজি
কাৰ বাবে এনে বিয়াকুল;

..............................................

সাজিছোঁ শেতেলি মোৰ প্ৰীতি সানি সানি?
কিয় মোৰ শুখুৰা প্ৰেমত ঢালো পানী?

..............................................................

সচাতে শুখান ভাবি যদি মোৰ প্ৰাণ
দিন ৰাতি কৰি আছা অহেলা ইমান,

...........................................................

শিখা'চোন তোৰ বাৰু মউ মিঠা গান
পাৰেনে পমাব তোৰ মন।

.....................................................

সেই বাট ধৰি আহিলেহে যদি
পৰে তোৰ তিৰিপিতি[১৩৩]

ৰায়চৌধুৰীয়ে কাব্য চৰ্চাৰ দীঘল সময়ছোৱাত কবিতাৰ ফৰ্ম বা দেহাৱয়বৰ ক্ষেত্ৰতো

১৩১. অম্বিকাগিৰী ৰায়চৌধুৰী, বীণা, পূৰ্বোল্লিখিত, পৃঃ ৩৬৭, ৩৬৯, ৩৭৭, ৩৮৩.
১৩২. দ্ৰ. হীৰেন গোহাঁই, দেশপ্ৰাণ অম্বিকাগিৰী আৰু দেশপ্ৰেমৰ স্বৰূপ', 'অম্বিকাগিৰী আৰু মানৱায়তন', পূৰ্বোল্লিখিত, পৃঃ ২৮৬-৮৭, পৃঃ ৯.
১৩৩. অম্বিকাগিৰী ৰায়চৌধুৰী, বীণা, পূৰ্বোল্লিখিত, পৃঃ ৩৬৭, পৃঃ ৩৬৯, পৃঃ ৩৭১-৭২ পৃঃ ৩৭৪.

যথেষ্ট পৰীক্ষা-নিৰীক্ষা কৰা দেখা গৈছে। বৈষ্ণৱ পৰম্পৰা অনুসৃত পূৰ্ণাঙ্গ কাব্য [১৩৪], খণ্ড কবিতা [১৩৫] দীৰ্ঘদেহী কবিতা [১৩৬] ৰচনাৰে পৰীক্ষা-নিৰীক্ষা কৰিছে। দেখা গৈছে, দীৰ্ঘদেহী কবিতাতকৈ খণ্ড কবিতা গুচ্ছতহে কবিৰ প্ৰতিভা অধিক পৰিস্ফুট। আনহাতে, কবিতাই যেতিয়া বক্তব্যক অধিক গুৰুত্ব দিছে, মঙ্গল-চেতনা কবি-মানসত যেতিয়াৰ পৰা অধিক ক্ৰিয়াশীল তেতিয়াৰ পৰা ক্ৰমে দীৰ্ঘদেহী কবিতাৰ চৰ্চা কৰিছে, বক্তব্য উপস্থাপনৰ বাবে। দীৰ্ঘদেহিতাৰ ফলত কবিতাৰ শিল্প সুষমা সুষমভাৱে ৰক্ষিত হোৱা নাই।

ছন্দৰ পৰীক্ষা-নিৰীক্ষাও ৰায়চৌধুৰীয়ে কৰিছে। ৰায়চৌধুৰীৰ কবিতাত যৌগিক আৰু মাত্ৰাবৃত্ত উভয় ছন্দ প্ৰয়োগ কৰিছিল। মুক্তক ছন্দৰো পথিকৃৎ বুলি ৰায়চৌধুৰীক কোৱা হৈছে।[১৩৭]

আলোচনাৰ পৰা দেখা গৈছে, ৰায়চৌধুৰীৰ প্ৰাথমিক পৰ্যায়ৰ কবিতাবোৰ শিল্প সুষমা মণ্ডিত। কিন্তু পৰৱৰ্তী কালৰ কবিতাবোৰত সেই সুষমা অবৰ্তমান।

অম্বিকাগিৰীৰ কাব্য-চৰ্চাত জীৱনাদৰ্শৰ বিস্তৃত পটভূমি সততে ক্ৰিয়াশীল হৈ আছিল। অতীন্দ্ৰিয়ব্বাদী কবিতাত ভাৰতীয় আদৰ্শৰ প্ৰভাৱ সততে অনুভৱ কৰা হৈছে।[১৩৮] ৰায়চৌধুৰীৰ চিন্তাত ভাৰতীয় দৰ্শনৰ প্ৰভাৱৰ বিষয়ে মহেশ্বৰ নেওগে লিখিছে, "ভাৰতীয় চিন্তাধাৰাৰ লগত তেওঁৰ সহজ বুদ্ধিজাত পৰিচয়"।[১৩৯] আনহাতে স্বদেশপ্ৰেমমূলক কবিতাতো ভাৰতীয় বৃহৎ প্ৰেক্ষাপট বিচ্ছিন্ন হৈ থকা নাই।

গতিকে, দেখা গৈছে, এহাতে মিষ্টিক কবিতাত ভাৰতীয় দৰ্শনৰ উপাদান আৰু আনহাতে স্বদেশচেতনাৰ কবিতাত সাম্ৰাজ্যবাদবিৰোধী ৰাষ্ট্ৰীয় চেতনা আৰু অসমীয়া জাতীয়তাবাদী চেতনাৰ সুষম সংশ্লেষণৰ অবিৰত প্ৰযত্নত ৰায়চৌধুৰীয়ে আত্মনিয়োগ কৰিছে।

---

১৩৪. তুমি

১৩৫. বীণা, অনুভূতি

১৩৬. 'মই আছো মই আছো', 'মই বিপ্লৱী, মই তাণ্ডৱী', 'যা যা সকলো গুচি যা', অনুভূতি; স্থাপন কৰ স্থাপন কৰা কৰ্মগীতিকা, ৰেলাৰ উল্কা, 'অ' মোৰ দেশৰ দেশবাসী', দেশেই ভগৱান।

১৩৭. দ্ৰ. বীৰেন্দ্ৰ নাথ ৰক্ষিত, 'আধুনিক অসমীয়া কাব্য সাহিত্যলৈ অম্বিকাগিৰী ৰায়চৌধুৰীৰ ছন্দ অৱদান' অসম কেশৰী অম্বিকাগিৰী, পৃঃ ১৯৯-২০৮, সম্পা. অক্ষয় কুমাৰ মিশ্ৰ, গোবৰ্দ্ধন দাস।

১৩৮. দ্ৰ. কালীচৰণ দাস, পূৰ্বোল্লিখিত, পৃঃ ৯৮-১১৭.

১৩৯. দ্ৰ. মহেশ্বৰ নেওগ, পূৰ্বোল্লিখিত, পৃঃ ১৫৩.

## ৬.০২ ৰায়চৌধুৰীৰ গীত ঃ প্ৰেৰণা আৰু উপাদান

অম্বিকাগিৰীৰ সৃষ্টি কৰ্মৰ প্ৰেৰণাত ক্ৰিয়াশীল হৈ থকা সূত্ৰসমূহ থোৰতে উল্লেখ কৰা হ'ল। সেইবোৰ হ'ল—জাতীয় ঐতিহ্য বা পৰম্পৰা, আঞ্চলিক পৰিবেশ আৰু পাৰিবাৰিক পৰম্পৰা, ব্যক্তিগত জীৱনৰ পটভূমি, সমকালীন ভাৰত তথা অসমৰ ৰাজনৈতিক পটভূমি আৰু ৰায়চৌধুৰীৰ প্ৰত্যক্ষ সংযুক্তি।[১]

অম্বিকাগিৰীৰ গীতসমূহক দুটা ভাগত বিভক্ত কৰিব পৰা যায়। স্বদেশ-চেতনাযুক্ত আৰু আধ্যাত্মিক চেতনাযুক্ত। অৱশ্যে সীমিত সংখ্যক গীতত অতীন্দ্ৰিয় চেতনাও পোৱা যায়।[২]

স্বদেশ-চেতনাযুক্ত গীতসমূহৰ সৃষ্টিকাল এৰা-ধৰাকৈ ১৯০৫ চনৰ পৰা ১৯৩০ চন পৰ্যন্ত। অৱশ্যে ইয়াৰ পাছতো তেওঁ তিনিটি গীত ৰচনা কৰিছে।[৩] ৰায়চৌধুৰীয়ে তেওঁৰ সাহিত্য সৃষ্টিৰ কালৰ বিষয়ে লেখিছে,

> .......ইং ১৯০৮ চনৰ পৰা ১৯১৫ চনলৈকে মোৰ ঘৰ বৰপেটাত মই 'জয়দ্ৰথ বধ', 'ভক্তগৌৰৱ', 'কল্যাণময়ী', 'তুমি', 'বীণা', 'বেণু' আৰু নানা গীত পদ প্ৰবন্ধ আদি এৰা-ধৰাকৈ প্ৰায় একে সময়তেই ৰচনা কৰাত লাগো।[৪]

এইদৰে উল্লেখ কৰিলেও 'বন্দো কি ছন্দেৰে' গীতৰ সংকলনত সংকলিত গীতসমূহৰ ৰচনাৰ কাল আৰু উপলক্ষ্য পোৱা গৈছে। কিন্তু আধ্যাত্মিক গীতসমূহৰ সৰহভাগৰে ৰচনাৰ কাল উল্লেখ কৰা নাই। তদুপৰি এই গীতখিনি সংকলিতভাৱে জীৱিত কালত প্ৰকাশ কৰাও হোৱা নাছিল।[৫] যিবিলাক গীতৰ ৰচনাকাল উল্লেখ কৰা হৈছে সেইখিনি ১৯১২ চনৰ পৰা আৰম্ভ হৈ এৰা-ধৰাকৈ ১৯২২ চনৰ ভিতৰত সম্পূৰ্ণ হৈছে।[৬] অৱশ্যে নিৰ্ধাৰিতভাৱে ক'ব পাৰি যে কবিৰ আধ্যাত্মিকভাৱৰ কবিতাসমূহৰ ৰচনাও এইখিনি সময়ৰ ভিতৰতে সম্পূৰ্ণ হৈছে। আনহাতে 'বেণু'ত সন্নিবিষ্ট গীতখিনি ১৯১৮ চনৰ ভিতৰতে ৰচিত বুলি সত্যেন্দ্ৰনাথ শৰ্মাই আঙুলিয়াইছে।[৭] গতিকে, আধ্যাত্মিকভাৱৰ গীত আৰু কবিতাসমূহৰ ৰচনাকাল প্ৰায় একে। ১৯২২ চনৰ ভিতৰতে এই ভাৱৰ গীত ৰচনা সম্পূৰ্ণ হৈছে। আনহাতে সক্ৰিয় ৰাজনৈতিক কৰ্ম-সংযুক্তিয়ে ৰায়চৌধুৰীৰ দৃষ্টি পৰিৱৰ্তন ঘটাইছে।

---

১. পূৰ্ববৰ্তী, ২.০৩, ৩.০১, ৩.০২, ৩.০৩, ৪.০১, ৫.০১, ৫.০২.

২ সত্যেন্দ্ৰনাথ শৰ্মা, 'অম্বিকাগিৰী ৰায়চৌধুৰীৰ প্ৰতিভা', অম্বিকাগিৰী ৰায়চৌধুৰী ৰচনাৱলী, পৃঃ ০.১৯-০.২০; বীৰেন্দ্ৰনাথ দত্ত, 'অম্বিকাগিৰীৰ গান', ব্যক্তি সংস্কৃতি ইত্যাদি, পৃঃ ১০০-১০১.

৩. অম্বিকাগিৰী ৰায়চৌধুৰী, বন্দো কি ছন্দেৰে, 'ভাৰতৰ স্বাধীনতা আন্দোলনত দেশাত্মবোধক সঙ্গীতৰ ভূমিকা', অম্বিকাগিৰী ৰায়চৌধুৰী ৰচনাৱলী, সম্পা. সত্যেন্দ্ৰনাথ শৰ্মা, পৃঃ ৪৮৩-৯৬,. পৃঃ ৯৭২-৭৫.

৪. অম্বিকাগিৰী ৰায়চৌধুৰী, মোৰ জীৱন ধুমুহাৰ এছাটি, উল্লিখিত, পৃঃ ৬৬৮.

৫. বীৰেন্দ্ৰ নাথ দত্ত, উল্লিখিত, পৃঃ ১১৩; মৰণোত্তৰভাৱে অসম প্ৰকাশন পৰিষদৰ দ্বাৰা প্ৰকাশিত ৰায়চৌধুৰীৰ সংকলিত ৰচনাৱলীত আৰু 'চেতনাৰ কণ্ঠ', নামেৰে সুৰতীৰ্থই প্ৰকাশ কৰি উলিয়াইছে।

৬ সত্যেন্দ্ৰনাথ শৰ্মা, পূৰ্বোল্লিখিত, পৃঃ ০.১৯-০.২০. বীৰেন্দ্ৰনাথ দত্ত, 'ভূমিকা' চেতনাৰ কণ্ঠ, পৃঃ ০.১৩, সম্পা. উদয় দত্ত.

৭. সত্যেন্দ্ৰনাথ শৰ্মা, পূৰ্বোল্লিখিত, পৃঃ ০.১৯.

ৰায়চৌধুৰীৰ কবিতা আৰু গীত ৰচনাৰ ক্ষেত্ৰত পৰস্পৰ দুটা বিপৰীতমুখী আৰম্ভণি দেখা যায়। কবিতাৰ ক্ষেত্ৰত ৰায়চৌধুৰীয়ে আৰম্ভ কৰিছে আধ্যাত্মিক চেতনাসম্পন্ন কবিতাৰে, গীত ৰচনা আৰম্ভ কৰিছে স্বদেশ-চেতনাৰে। আনহাতেদি স্বদেশ-চেতনামূলক সাহিত্য ৰচনা জীৱনৰ শেষলৈকে চলি থাকিল, যদিওবা গীত ৰচনা ১৯৩০ চনতে বেলিমাৰ পৰ্ব আৰম্ভ হ'ল।

অম্বিকাগিৰীৰ জীৱনবোধত সচেতনভাৱে সংগীত-শিল্পীৰ সত্তা এটি লুকাই আছিল। এই সত্তাৰ স্ফূৰণ ঘটিছিল লৰালিকালতে আঞ্চলিক আৰু পাৰিবাৰিক পৰিবেশত।[৮] পাৰিবাৰিক পৰিবেশত মাকৰ বৰগীত চৰ্চাৰ মাজেদি অন্তৰত ৰোপিত হৈছিল গীত চৰ্চাৰ প্ৰেৰণা। সেই কালত ৰায়চৌধুৰী ৰাজহুৱা গায়ক আছিল। সেই প্ৰেৰণাত তেওঁ সঙ্গীত চৰ্চাৰ বাবে প্ৰতিষ্ঠা কৰিছিল, 'বৰপেটা সনাতন সঙ্গীত সমাজ', 'কামৰূপ সংগীত বিদ্যালয়' (গুৱাহাটী)। ৰায়চৌধুৰীয়ে সংগীত শিক্ষকতাও কৰিছিল। তদুপৰি নিজেও হিন্দুস্থানী ওস্তাদৰ ওচৰত সংগীতৰ শিক্ষা লৈছিল। ৰায়চৌধুৰী যিগৰাকী গাভৰুৰ প্ৰেমত পৰিছিল তেওঁলোকৰ ঘৰুৱা পৰিবেশতো সংগীত চৰ্চা হৈছিল। তাতো গানৰ মজ্‌লিছত ৰায়চৌধুৰীয়ে যোগ দিছিল।[৯]

ৰায়চৌধুৰীয়ে সংগীত চৰ্চা যে গভীৰভাৱেই গ্ৰহণ কৰিছিল তাৰ প্ৰমাণ গীতসমূহত থলুৱা সুৰ-সঞ্চাৰৰ প্ৰয়োগৰ পৰীক্ষা-নিৰীক্ষা, 'বৰগীত', 'অসমত সঙ্গীত চৰ্চা', আদি প্ৰবন্ধ, ৰাগ ভিত্তিক বিতৰ্ক আদিয়ে দিয়ে।[১০] অসম সাহিত্য সভাৰ ১৯৪৪ চনৰ বাৰ্ষিক অধিবেশনৰ সংগীত সন্মিলনৰ সভাপতি আছিল ৰায়চৌধুৰী।[১১] এইবোৰে ৰায়চৌধুৰীৰ জীৱনবোধত সংগীতৰ প্ৰভাৱৰ বিষয়ে ইংগিত দিয়ে।

সঙ্গীতৰ লগত জীৱনৰ সম্বন্ধ আৰু জীৱনত সঙ্গীতৰ প্ৰভাৱ সম্পৰ্কে অম্বিকাগিৰীৰ নিজা অভিমত,

> ..... আন সকলো বস্তুৰ দৰে সঙ্গীতৰো দুটা প্ৰভাৱ আছে। এটা প্ৰভাৱে জীৱনক মোহাপ্লুত কৰি পতনৰ তলিলৈকে টানি নমাই দিয়ে, আৰু এটা প্ৰভাৱে প্ৰেৰণাৰ আলোকেৰে উদ্ভাসিত কৰি জীৱনক মুক্তিৰ চিৰোজ্জ্বল নন্দনলৈকে আগুৱাই দিয়ে।
>
> সঙ্গীত হৈছে আত্মা-নিঃসৃত ৰসধাৰা,— মনোজগতৰ স্বতঃস্ফূট পৰিকল্পনাক মুকলি কৰা উচ্ছল আনন্দৰ জীৱনজুৰি। সৃষ্টিকলা বৈচিত্ৰ্যৰ পোন মুহূৰ্তৰ ঘুনুক-ঘানাকটোৱেই সঙ্গীতৰ প্ৰথম ৰূপ, ই লয়-ছন্দ-তাল-মাত্ৰাত দোলন তুলি তুলি ওলাই আহি আহিয়েই জীৱন-বিকাশৰ অনন্ত পথত আগবাঢ়ি আহি আছে। গতিকে লয়িক-ছান্দিক-তালিক-মাত্ৰিক সমন্বয়-সমলয়ৰ সচ্ছল জীৱন্ত সমষ্টিটো সঙ্গীতৰ

---

৮. অম্বিকাগিৰী ৰায়চৌধুৰী, 'জয়দ্ৰথ বধ ৰচনাৰ ইতিবৃত্ত', মোৰ জীৱন ধুমুহাৰ এছাটি, পূৰ্বোল্লিখিত, পৃঃ ৫; পৃঃ ৬৬২-৬৬, ৭৩৬.

৯. অম্বিকাগিৰী ৰায়চৌধুৰী, 'জয়দ্ৰথ বধ ৰচনাৰ ইতিবৃত্ত' মোৰ জীৱন ধুমুহাৰ এছাটি, পূৰ্বোল্লিখিত, পৃঃ ৫-৭; পৃঃ ৬৬২-৬৭০, পৃঃ ৭৩৬, ৭৫১, পৃঃ ৯৯৭; সত্যেন্দ্ৰনাথ শৰ্মা, পূৰ্বোল্লিখিত, পৃঃ ০.১৯.

১০. অম্বিকাগিৰী ৰায়চৌধুৰী, 'বৰগীত', 'অসমত সংগীত চৰ্চা সম্পৰ্কে', পূৰ্বোল্লিখিত, পৃঃ ৮৫৮-৮৬৩, পৃঃ ৯৬৭-৭০.

১১. মহেশ্বৰ নেওগ, এনালছ অৱ্ অসম সাহিত্য সভা, পৃঃ ৫৩.

লগত নিবিড়ভাৱে ওতপ্ৰোত।[১২]

দেখা গ'ল, অম্বিকাগিৰীৰ ব্যক্তিসত্তাত, জীৱনবোধত শিল্পীসত্তাৰ এটি শক্তিশালী প্ৰভাৱ আছে। কিন্তু দেশজ ঐতিহাসিক ঘটনা সংঘাতে ৰায়চৌধুৰীৰ শিল্পী সত্তাক তল পেলাই শক্তিশালী হৈ উঠিল ৰাজনৈতিক বিপ্লৱী সত্তা।

গীত ৰচনাৰ ক্ষেত্ৰত উল্লেখ কৰিব লগা প্ৰথম বিষয়টি হ'ল বঙ্গভঙ্গৰ লগত জড়িত স্বদেশী আন্দোলন। ৰায়চৌধুৰীৰ স্বদেশ চেতনামূলক গীতসমূহৰ সৃষ্টিৰ লগত জড়িত হৈ আছে ভাৰতৰ স্বাধীনতা আন্দোলনৰ বিভিন্ন পৰ্যায় আৰু সেইবোৰৰ লগত তেওঁৰ সংযুক্তি। এই বিষয়ে ৰায়চৌধুৰীয়ে লেখিছে,

> অসমত সক্ৰিয় সংগ্ৰামমুখী সঙ্গীতৰ ঢউটো আহি পৰে পোনতে বঙ্গৰ পৰা লৰ্ড কাৰ্জনৰ বঙ্গভঙ্গই জন্ম দিয়া স্বদেশী আন্দোলনটোৰ জৰিয়তে ইং ১৯০৫ চনত। এই ঢউত বিশেষকৈ গুৱাহাটীত তেতিয়াৰ ছাত্ৰ শক্তিৰ একাংশ উদ্বেলিত হৈ উঠে আৰু পুলিচৰ ভয়কো অগ্ৰাহ্য কৰাৰ সাহসেৰে মুখে মুখে সংগ্ৰামমুখী গীত কিছুমান চলে। তেতিয়া মই ছাত্ৰ আছিলো, আৰু এই গীতবোৰ গাই ফুৰাত ময়েই নেতৃত্ব কৰিছিলোঁ।[১৩]

এই সময়তে বঙ্গৰ বৰিছালৰ পৰা অহা এজন যুৱক, মণিপুৰী গাভৰু প্ৰভাৱতী আদিয়ে দেশপ্ৰেম উদ্দীপক গীতসমূহ গুৱাহাটীৰ মানুহৰ ঘৰৰ বৈঠক মজলিছ আদিত গাইছিল আৰু মানুহক দেশপ্ৰেমৰ ভাৱত উদ্বুদ্ধ কৰিছিল।[১৪] অম্বিকাগিৰীয়েও লগৰীয়াসকলৰ লগত "এই গীতবোৰ বাটে বাটে শোভাযাত্ৰা কৰি গাই গাই স্বদেশী আন্দোলনৰ প্ৰচাৰত" লাগিছিল।[১৫] ইয়াৰ পাছত আহে বৰিছালৰ মুকুন্দ দাসৰ যাত্ৰা দল। এই স্বদেশী আন্দোলনৰ বঙ্গীয় গীত-মাতে অসমতো সেই ধাৰাৰ গীত মাত ৰচনা কৰাৰ পৰিবেশ প্ৰস্তুত কৰি তোলে। এই সংক্ৰান্তত ৰায়চৌধুৰীৰ নিজা মত,

> ...................এই সময়ৰ পৰাই বঙ্গৰ পৰা উজাই অহা দেশ-সেৱাৰ সাঙ্গীতিক প্ৰভাৱে আমাৰ কেইজনমানক উতলা কৰি তোলে আৰু তেতিয়াৰ পৰাই আমাৰ অসমীয়া ভাষাতো সংগ্ৰামমুখী সঙ্গীতে সক্ৰিয় ৰূপ লয়।[১৬]

স্বদেশী আন্দোলনৰ উদ্দীপনাত অম্বিকাগিৰীয়ে 'বন্দিনী ভাৰত' নামমৰ এখন নাট লিখে।[১৭] উক্ত নাটতে অম্বিকাগিৰীৰ, অসমীয়া ভাষাৰো বৈপ্লৱিক স্বদেশ-চেতনামূলক প্ৰথম গীতটি ৰচনা কৰি সংযোগ কৰা হৈছিল। গীতটি আছিল,

যায় যাব প্ৰাণ, আন ধৰি আন,
ফান্দত সুমাই ল'
বাধা জট ভাঙি বুকু দাঙি দাঙি

---

১২. অম্বিকাগিৰী ৰায়চৌধুৰী, 'ভাৰতৰ স্বাধীনতা যুদ্ধত দেশাত্মবোধক সঙ্গীতৰ ভূমিকা', পূৰ্বোল্লিখিত, পৃঃ ৯৭২.
১৩. অম্বিকাগিৰী ৰায়চৌধুৰী, 'ভাৰতৰ স্বাধীনতা যুদ্ধত দেশাত্মবোধক সঙ্গীতৰ ভূমিকা', পূৰ্বোল্লিখিত, পৃঃ ৯৭২.
১৪. উল্লিখিত, পৃঃ ৯৭২.
১৫. অম্বিকাগিৰী ৰায়চৌধুৰী, 'ভাৰতৰ স্বাধীনতা যুদ্ধত দেশাত্মবোধক সংগীতৰ ভূমিকা', পূৰ্বোল্লিখিত, পৃঃ ৯৭৩.
১৬. উল্লিখিত, পৃঃ ৯৭৩.
১৭. পূৰ্ববৰ্তী, ৪.০৪, পৰবৰ্তী, ৬.০৪.

নিকিল্-কিলীয়া হ'—
তই ভাই নিকিল্-কিলীয়া হ'।
যাৰ য'ত আছে দা-কুঠাৰ-যাঠি
হাতে হাতে তুলি ল',
নকৰিবি ভয়, নাই সংশয়,
বুকুত সাহস ল'
তই ভাই বুকুত সাহস ল'।[১৮]

এই গীতটোৰেই ৰায়চৌধুৰীয়ে "অসমীয়া ভাষাত স্বাধীনতা আন্দোলনত প্ৰথম ৰণমুখী সংগীত" বুলি উল্লেখ কৰিছে।[১৯]

গতিকে, দেখা গ'ল ৰায়চৌধুৰীৰ উপৰি উল্লিখিত উৎসসমূহৰ উপৰিও স্বদেশী-আন্দোলনৰ লগত জড়িত বংগীয় সাঙ্গিতিক প্ৰেৰণাই গীত ৰচনাত প্ৰেৰণা ৰূপে ক্ৰিয়া কৰিছিল।

ৰায়চৌধুৰীৰ স্বদেশ-চেতনাৰ গীতসমূহ 'বন্দো কি ছন্দেৰে' গীতৰ পুথিত সংকলিত হৈছে। তদুপৰি ৰায়চৌধুৰীৰ 'জেল সংগীত' ৰূপে বিখ্যাত হৈ পৰা গীতসমূহো এই গ্ৰন্থতে সংকলিত হৈছে।

ৰায়চৌধুৰীৰ এই গীতসমূহৰ মূল উপাদান স্বদেশ-চেতনা। স্বদেশ-চেতনাৰ মূল উৎস পৰাধীন ভাৰতৰ সমকালীন দুৰ্দশা, ভাৰতীয় মানুহৰ চেতনাহীনতা, সাম্ৰাজ্যবাদৰ কঠোৰ নিষ্পেষণ আৰু ভাৰতীয় জনগণৰ সাম্ৰাজ্যবাদ বিৰোধী সংগ্ৰাম। গীতবোৰৰ যোগেদি দেশপ্ৰেম জাগৰিত কৰাৰ উদ্দেশ্য স্পষ্ট। সংশ্লিষ্ট গীতসমূহৰ ভাৱ সম্পদত নিম্নোল্লিখিত বিষয়সমূহ স্পষ্টভাৱে দেখা পোৱা যায়।

(ক) গভীৰ দেশানুৰাগ (খ) ভাৰতীয় ঐতিহ্যৰ প্ৰতি দৃষ্টি আকৰ্ষণ আৰু শ্ৰেষ্ঠত্বৰ ধাৰণা, (গ) ঐক্য চেতনা (ঘ) বলিষ্ঠ সংগ্ৰামী দৃঢ়তা (ঙ) মানৱিকী চেতনা (চ) ভাৰতৰ মুক্তিৰ মাজেদি বিশ্বৰ মুক্তি চিন্তা (ছ) হিন্দু চেতনা (জ) সংস্কাৰমুখী চেতনা।

ভাৰতীয় প্ৰাচীন ঐতিহ্যৰ প্ৰতি শ্ৰেষ্ঠত্বৰ ধাৰণা সমকালৰ দেশপ্ৰেমমূলক সাহিত্যৰ অন্যতম বৈশিষ্ট্য। আনহাতেদি ঐতিহ্য চেতনা জাতীয়তাবোধ সৃষ্টিৰ এটি উপাদান।[২০] ঐতিহ্য চেতনাই ভাৰতীয় স্বাধীনতা আন্দোলনক শক্তিশালী কৰাতো অৰিহণা দিছিল।[২১] গতিকে, ঐতিহ্য চেতনাৰ শক্তিশালী উপাদান ৰায়চৌধুৰীৰ গীতত স্পষ্ট,

দূৰ দ্বাপৰত শুনিছোঁ পাণ্ডৱে জয়
কৰি সপ্ত ধৰিত্ৰী,
যজ্ঞ ৰাজসূয় কৰিলে সম্পাদন সম্ৰাট
হৈ একছত্ৰী,
দেশ দেশ জুৰি লাখ লাখ ভূপতিয়ে গালে
আহি মূৰ্ত্ত গায়ত্ৰী,[২২]

---

১৮. অম্বিকাগিৰী ৰায়চৌধুৰী, 'যায় যাব প্ৰাণ', বন্দো কি ছন্দেৰে, পূৰ্বোল্লিখিত, ঃ ৪৮৫.
১৯. অম্বিকাগিৰী ৰায়চৌধুৰী, 'ভাৰতৰ স্বাধীনতা যুদ্ধত দেশাত্মবোধক সঙ্গীতৰ ভূমিকা', পূৰ্বোল্লিখিত, পৃঃ ৯৭৩.
২০. পূৰ্ববৰ্তী, ০.০২.
২১. পূৰ্ববৰ্তী, ০ ০৩.
২২. অম্বিকাগিৰী ৰায়চৌধুৰী, 'বন্দো কি ছন্দেৰে', বন্দো কি ছন্দেৰে, পূৰ্বোল্লিখিত, পৃঃ ৪৮৩.

.....................................
হায়! এয়ে নে ভাৰত ধাম, হায়!
এয়েনে ভাৰত ধাম।
বেদোপনিষদ, পুৰাণ ভাৰত মুখৰিত যাৰ নাম।
ভূচৰ-খেচৰ জীৱ-চৰাচৰে ভকতি বিহ্বল কণ্ঠেৰে, গ্ৰহ-গ্ৰহান্তৰে প্ৰতিধ্বনি তুলি গায় গৰিমা গান।[২৩]

আকৌ,

জাগ তিনি শতাব্দী পিটি খচি থোৱা
জাতীয় আত্ম অভিমান,
জাগ দ্বাপৰ-সত্য-ত্ৰেতা মুখৰিত মৃত্যু
বিজয়ী সাম-গান,—
জাগ কাৰবালা ভূমি, কুৰুক্ষেত্ৰৰ
ৰাম-ৰাৱণৰ ইতিহাস,—
জাগ, শুক, বশিষ্ঠ, বিশ্বামিত্ৰ বাল্মীকি,
মনু, বেদব্যাস,
জাগ বৰাহমিহিৰ, খনা লীলাৱতী,
কালিদাস, ভৱভূতি মাঘ
জাগ জাগ জাগ।

জাগ স্থিৰ-প্ৰতিজ্ঞ কঠোৰ ব্ৰহ্মচাৰী ভীষ্মৰ ৰিপু দমন,
জাগ শাক্য সিংহ, ধ্ৰুৱ, মনচুৰ সব্যসাচীৰ সাধন পণ,
জাগ ভাগৱত গীতা বেদ কোৰাণৰ আত্মবিলাসী তত্ত্ব গীত,[২৪]

ৰায়চৌধুৰীয়ে সাম্ৰাজ্যবাদৰ কূট-কৌশল স্পষ্টভাৱেই অনুভৱ কৰিছিল, অনুভৱ কৰিছিল ঐক্যত শক্তি অনৈক্যত দুৰ্বল। ঐক্যচেতনাহে ভাৰতৰ স্বাধীনতাৰ মূল মন্ত্ৰ হ'ব লাগিব।

সেয়েহে ৰায়চৌধুৰীৰ গীতত যুগধৰ্মৰ স্বাক্ষৰ স্পষ্ট,

.....................................................
সেয়ে যদি তেন্তে কিয় ইমান দলাদলি,
নাই কিয় তোৰ ভায়ে ভায়ে চুমাৰ কোলাকুলি,[২]
.....................................................
জাগ জাগ জাগ ভাৰত সন্তান
হিন্দু-মুছলমান জাগ
মুক্তি শংখ বাজে গাজে ভেদি

---

২৩. অম্বিকাগিৰী ৰায়চৌধুৰী, 'হায়। এয়েনে ভাৰত 'বাস' বন্দো কি ছন্দেৰে, পূৰ্বোল্লিখিত, পৃঃ ৪৯১.
২৪. অম্বিকাগিৰী ৰায়চৌধুৰী, 'জাগ জাগ জাগ', উল্লিখিত, পৃঃ ৪৯৩-৯৪.
২৫. অম্বিকাগিৰী ৰায়চৌধুৰী, 'আজি কাৰ কি অবাহন' বন্দো কি ছন্দেৰে, পৰ্বোল্লিখিত, পৃঃ ৪৮৪.

লক্ষ ভ্ৰাতাৰ হিয়াৰ তেজেৰে
ৰঞ্জিত হোৱা জালিয়ানৱালাবাগ
জাগ, জাগ, জাগ।[২৬]

ৰায়চৌধুৰীৰ ব্যক্তিগত জীৱনতো এক সংগ্ৰামী দৃঢ়তা বৰ্তমান। দুটকা মূলধনেৰে অৰুণা প্ৰেছ প্ৰতিষ্ঠা, জেলত থকা অৱস্থাত পুৰি ছাই হোৱা প্ৰেছৰ পুনঃপ্ৰতিষ্ঠা[২৭] আদিত অভাৱিত সংগ্ৰামী মনোবৃত্তি আৰু বিপ্লৱীসুলভ দৃঢ়তা বিদ্যমান। বৃটিছ সাম্ৰাজ্যবাদৰ বিৰুদ্ধে যুঁজ দিবলৈ যে সংগ্ৰামী দৃঢ়তাৰ নিতান্ত প্ৰয়োজন তাৰ প্ৰকাশ ঘটিছে ৰায়চৌধুৰীৰ গীতত,

> ইযে জীৱন-মৰণ একাকাৰ কৰা অগ্নিবীণাৰ তান, এইটো নহয় হাঁহি-তামাছাৰ ভাগৰ জুৰোৱা গান।[২৮] উল্লিখিত গীতটো বৰপেটাত অনুষ্ঠিত আসাম এছোচিয়েশ্যনৰ অধিবেশনত গাইছিল।

স্বাধীনতা আন্দোলনত ৰায়চৌধুৰীয়ে কাৰাবৰণ কৰিছিল। ৰায়চৌধুৰীৰ বিপ্লৱী দৃঢ়তাৰ বাবে 'জেলকড'ত থকা একো শাস্তি বাদ পৰা নাছিল। জেলৰ ভিতৰতে তেওঁ ৰচনা কৰিছিল,

আৰু কি দেখাবি ভয় কাৰাগাৰ
আৰু কি দেখাবি ভয়?
তোৰ ৰঙা চকু ৰঙা যিমানে কৰিবি
সিমানেই মোৰ জয় কাৰাগাৰ
সিমানেই মোৰ জয়।[২৯]

১৯২৬ চনত পাণ্ডুত অনুষ্ঠিত ভাৰতীয় জাতীয় কংগ্ৰেছৰ অধিবেশন উপলক্ষে অম্বিকাগিৰীয়ে ৰচনা কৰিছিল 'বন্দো কি ছন্দেৰে' আৰু 'আজি কাৰ কি আৱাহন' নামৰ গীত দুটা।[৩০] গীত দুটা অধিৱেশনৰ প্ৰথম আৰু দ্বিতীয় দিনা গোৱা হৈছিল। স্বদেশ-চেতনাৰ গীত হিচাপে গীত দুটা অসমীয়া স্বদেশপ্ৰেমমূলক গীতি সাহিত্যৰ সম্পদ। প্ৰথম গীতটিৰ বিষয়ে কোৱা হৈছে,

> ............'আজি বন্দো কি ছন্দেৰে' নিঃসন্দেহে অম্বিকাগিৰীৰ শ্ৰেষ্ঠ সৃষ্টিৰ ভিতৰত পৰে। ঐশ্বৰ্য্যময় ভাৱ, প্ৰাণময় ছন্দ, ব্যঞ্জনাময় ধ্বনি আৰু গতিময় সুৰেৰে এই গীত চিৰ নৱীন।[৩১]

উল্লিখিত গীত দুটি ইংৰাজী তৰ্জমা অধিবেশনৰ লোকসকলৰ মাজত বিতৰণ কৰা হৈছিল। গীত দুটিয়ে স্বাধীনতা উন্মুখ ভাৰতীয়সকলক গভীৰভাৱে প্ৰেৰণা দান কৰিছিল। এই বিষয়ে বাণীকান্ত কাকতিয়ে লেখিছে,

> ............এই গান দুটা ইংৰাজী অনুবাদ বিৰাট জনসমুদ্ৰত বিতৰণ কৰি দিয়া

---

২৬. অম্বিকাগিৰী ৰায়চৌধুৰী, 'জাগ জাগ জাগ', উল্লিখিত, পৃঃ ৪৯৩.
২৭. অম্বিকাগিৰী ৰায়চৌধুৰী, মোৰ জীৱন ধুমুহাৰ এছাটি, পূৰ্বোল্লিখিত, পৃঃ ৬৮১-৭০৫; ৭১৮-২০;
২৮. অম্বিকাগিৰী ৰায়চৌধুৰী, "ই যে অগ্নিবীণাৰ তান" বন্দো কি ছন্দেৰে, পূৰ্বোল্লিখিত, পৃঃ ৪৯৩.
২৯. অম্বিকাগিৰী ৰায়চৌধুৰী, 'আৰু কি দেখাবি ভয় কাৰাগাৰ', উল্লিখিত, পৃঃ ৪৯৩, পূৰ্ববৰ্তী, ৫.০১.
৩০. অম্বিকাগিৰী ৰায়চৌধুৰী, 'বন্দো কি ছন্দেৰে', 'আজি কাৰ কি আৱাহন', বন্দো কি ছন্দেৰে পূৰ্বোল্লিখিত, পৃঃ ৪৮৩-৮৪.
৩১. বীৰেন্দ্ৰনাথ দত্ত, পূৰ্বোল্লিখিত, পৃঃ ১০০.

হৈছিল। সাধাৰণ ৰাজনৈতিক গানৰ লগত সেই গানৰ দীঘলীয়া শাৰীবোৰৰ শব্দৰ ৰুদ্ৰ নিৰ্ঘোষ ইমান বেছি বৈশিষ্ট্যপূৰ্ণ আছিল যে শ্ৰোতাসকলৰ মনত সি গভীৰ ৰেখাপাত কৰিছিল। আনকি পৰৱৰ্তী কলিকতা আৰু মাদ্ৰাজ অধিবেশনতো পুনৰ সেই গান দুটা বিতৰণ কৰি দিবলগীয়া হৈছিল।[৩২]

স্বদেশ-চেতনা যিহেতু গীতসমূহৰ উপাদান স্বাভাৱিকভাৱেই সংস্কাৰমুখী চেতনাও কোনো কোনো গীতত স্পষ্ট,

তোৰ জননী যে দাসী
তথাপি তোৰ নাই চেতনা
হায়ৰে ভাৰতবাসী
তোৰ জননী যে দাসী।[৩৩]

আকৌ, জেলত পায়খানা সাৰোতে ৰচনা কৰিছিল,

ধৰ ঝাড়ু ধৰ ভাই।
আৰু চাবৰ সময় নাই
চাই থাকোঁতে মুখত কেৱল
ভৰিল কাজল ছাই।

.........................................

হিংসা-দ্বেষৰ, ভেদাভেদৰ,
ঘৃণাঘৃণী স্বাৰ্থ-ভেমৰ
কত যে কি মলি-মামৰ
ভৰি জাতিৰ জীৱন যায়
বীৰ বেশেৰে ধৰ ঝাড়ু ধৰ
জাতিৰ জীৱন কৰ মনোহৰ
সাৰি পুচি চুকে-কোণে
য'ত যি আছে জাহি-জাবৰ
নহ'লে যে বিশ্ব সভাত নহব তোৰ বহাৰ ঠাই।[৩৪]

ৰায়চৌধুৰীক কাৰাগাৰত থাকোঁতে পায়খানা সৰাৰ শাস্তি বিহিছিল। সেই সময়তে এই গীতটি ৰচনা কৰা হৈছিল।

গীতবোৰত কেৱল স্বদেশপ্ৰেমৰ সুৰেই প্ৰতিধ্বনিত হোৱা নাই। লগে লগে প্ৰকাশিত হৈছে বিশ্ব-চেতনাৰ মানৱিকী সুৰ। ভাৰতীয় মানুহৰ মুক্তিৰ মাজেদি গীতিকাৰে বিশ্ব মুক্তি আৰু বিশ্ব মানৱীয়তাৰ মিলন প্ৰত্যক্ষ কৰিছে,

এক মূৰ্চ্ছনাত, এক ৰাগিনীত,
এক গমকত, এক কঁপনিত,

৩২. বাণীকান্ত কাকতি, 'অম্বিকাগিৰী ৰায়চৌধুৰীৰ ব্যক্তিত্বত এভুমুকি', অম্বিকাগিৰীৰ ব্যক্তিত্বৰ আভাস, পৃঃ ১৫, সম্পা. উপেন্দ্ৰ বৰকটকী।
৩৩. অম্বিকাগিৰী ৰায়চৌধুৰী, 'তোৰ জননী যে দাসী' বন্দো কি ছন্দেৰে, পূৰ্বোল্লিখিত, পৃঃ ৪১৩.
৩৪. অম্বিকাগিৰী ৰায়চৌধুৰী, 'ধৰ ঝাড়ু ধৰ ভাই', বন্দো কি ছন্দেৰে, পূৰ্বোল্লিখিত, পৃঃ ৪১২.

মহা-মানৱীয় মিলন-বেদীত,
বৰগীত গা, বৰগীত গা।[৩৫]

গীতিকাৰৰ দৃষ্টি স্বাধীনতাই কঢ়িয়াই আনিব লাগিব সাম্য-মৈত্ৰী আৰু ভাতৃত্বৰ ভাব। লক্ষ্য হ'ব লাগিব 'বসুধৈৱ কুটুম্বকম্'।

যথা—

বিশ্ব শান্তি কামনা আমাৰ
বিশ্ব মৈত্ৰী লক্ষ্য আমাৰ
বিশ্ব সেৱা সাধনা আমাৰ
প্ৰাণ খুলি ক' প্ৰাণ খুলি ক'।[৩৬]

সমসাময়িক কালৰ ৰাজভক্তসকলৰ প্ৰতি যি ধৰণৰ মৃদু ব্যংগ কৰা হৈছে তেনে ব্যংগ সমসাময়িক অসমীয়া গীতত বিৰল।

যথা—

পাইছতো তই হাকিমী পদ,
ৰায়বাহাদুৰ, ৰাজপৰিষদ, হায়ৰে!
সি দেখোঁ তোৰ দিছে কেৱল গোলামীৰে সাখী।[৩৭]

সাম্ৰাজ্যবাদৰ অৰ্থনৈতিক নিপীড়নৰ ছবিও ৰায়চৌধুৰীৰ গীতত স্পষ্ট,—

সুধা ভৰা শস্য-সুফল,
আন হয় খাই সুস্থ সবল হায়ৰে!
তই, হাড়-ছাল লৈ মৰ কেৱল
চুৱাচাখি চাখি।[৩৮]

আঁকৌ,

ধনৰ ধানৰ অক্ষয় ভাণ্ডাৰ বুলি যাৰ অমৰ খ্যাতি,
ৰাতিপুৱালেই আজিও ডালত গায় বিহঙ্গ জাতি,
তাৰনো সন্তানে আজি কিয় হায়!
এমুঠি ভাতৰ হকে,
বাটে ঘাটে হাত পাতি ফুৰিছে দোভাগ নিশালৈকে,
হায় এযেনে ভাৰত ধাম!
যাৰ পথাৰৰ সোণালী শস্যৰ মধুৰ অমৃত খাই,
জিলিকি আছিল যি জাতি এদিন
অমৰ খিতাপ পাই,—
তাক কিয় আজি দুৰ্ভিক্ষ দানৱে

৩৫. অম্বিকাগিৰী ৰায়চৌধুৰী, 'ওঁম তৎসৎ', উল্লিখিত, পৃঃ ৪৮৫.
৩৬. অম্বিকাগিৰী ৰায়চৌধুৰী, 'ওম্ তৎসৎ' বন্দো কি ছন্দেৰে, পূৰ্বোল্লিখিত, পৃঃ ৪৮৫.
৩৭. অম্বিকাগিৰী ৰায়চৌধুৰী, 'তোৰ জননী যে দাসী' উল্লিখিত, পৃঃ ৪৯০.
৩৮. উল্লিখিত, পৃঃ ৪৯০.

কোৰাই ভাঙিলে হাড়,
ঘৰে-ঘৰে গাঁৱে-গাঁৱে মৰ্মবেদী হাহাকাৰ।
হায়! এয়েনে ভাৰত ধাম![৩৯]

.........................................................

ঘৰবাৰী তোৰ পোহৰ কৰি সোণৰ ভৱাল জ্বলে,
তইতো নাপাৱ কণা এটি লুটে দলে দলে।
ভাত কাপোৰে ওপচা তোৰ জন্মভূমিৰ পাৰ,
তথাপিতো দেশ জুৰি হায়! ভাতৰ হাহাঁকাৰ।
তোৰ চোতালত আনে তোলে কিমান চমকনি,
তই দেখোঁ হায়! ঘৰৰ চুকত আছ প্ৰমাদ গণি।[৪০]

ৰায়চৌধুৰীৰ স্বদেশ-চেতনাৰঞ্জিত গীতবোৰৰ এটি বিশেষ উল্লেখযোগ্য বৈশিষ্ট্য হ'ল যে যি আঞ্চলিক জাতীয়তাবাদী চেতনাই[৪১] তেওঁৰ পৰৱৰ্তী জীৱনৰ কবিতাসমূহৰ[৪২] শিল্প সুষমা নষ্ট কৰিলে সেই আঞ্চলিক চেতনা ৰায়চৌধুৰীৰ স্বদেশ-চেতনাৰ গীতসমূহত সামান্যতম প্ৰভাৱো অনুভূত নহয়। মাথোন এটি গীতত আমি 'অসম' শব্দটিৰ উল্লেখ পাওঁ।[৪৩] উক্ত গীতটিত উল্লিখিত শব্দটোৰ প্ৰয়োগো আঞ্চলিক চেতনা প্ৰকাশক নহয়। আনকি সংৰক্ষিণী দৰ্শনেৰে জাতীয় মহাসভাৰ কৰ্মত জড়িত কালতো, ১৯৪০ চনত ৰচনা কৰা 'জাগ ডেকা তেজ'[৪৪] গীতটিতো এনে চেতনাৰ অনুপস্থিতিয়ে গীতিকাৰৰ ভাৰতীয় জাতীয়তাবাদী চেতনা অধিক প্ৰকটভাৱে প্ৰত্যায়িত কৰে।

১৯১৭ চনত ৰচনা কৰা গীততেই ৰায়চৌধুৰীয়ে তেওঁৰ অনুভৱ প্ৰকাশ কৰিছিল, সাম্ৰাজ্যবাদীৰ ইতিহাস মানেই 'মহামানৱতা মূৰ্চ্ছিত' কৰা 'ঘোৰ অপমান'ৰ ইতিহাস, মানৱতাক শৃংখলিত কৰাৰ ইতিহাস, "নৰনাৰায়ণ লাঞ্ছিত হোৱাৰ ভয়াবহ ইতিহাস"। সেইবোৰৰ বিৰুদ্ধে কৰা সংগ্ৰামৰ ইতিহাস "মানৱতা অৱমাননাকাৰীক মৰ্দ্দিত" কৰাৰ ইতিহাস।[৪৫] অৰ্থাৎ ভাৰতৰ মানুহৰ স্বাধীনতা সংগ্ৰামৰ মাজেদি বিশ্বৰ নিপীড়িত-দলিত মানুহৰ মুক্তিৰ স্বপ্ন ৰায়চৌধুৰীৰ দৃষ্টিত সমুজ্জ্বল হৈ ধৰা দিছিল।

উদাৰনৈতিক গণতান্ত্ৰিক চেতনা ৰায়চৌধুৰীৰ গীতত স্পষ্ট—
গণমুক্তিত নাই যজ্ঞ ৰায়সূয়, নাই ৰজা নৰপতি বৰ্গ,

৩৯. অম্বিকাগিৰী ৰায়চৌধুৰী, 'হায় এয়েনে ভাৰতধাম', বন্দো কি ছন্দেৰে, পূৰ্বোল্লিখিত, পৃঃ ৪৯১.
৪০. অম্বিকাগিৰী ৰায়চৌধুৰী, 'শুনিবি ভাই দেশৰ কথা কওঁ', উল্লিখিত, পৃঃ ৪৯৫.
৪১. পূৰ্বৱৰ্তী, ৩.০৩.
৪২. পূৰ্বৱৰ্তী, ৬.০১.
৪৩. অম্বিকাগিৰী ৰায়চৌধুৰী, 'এয়ে মোৰ অনুপম সোণৰ অসম', গীতৰ শৰাই, পূৰ্বোল্লিখিত, পৃঃ ৫০১.
৪৪. অম্বিকাগিৰী ৰায়চৌধুৰী, 'জাগ ডেকা তেজ' বন্দো কি ছন্দেৰে, পূৰ্বোল্লিখিত, পৃঃ ৪৮৬.
৪৫. অম্বিকাগিৰী ৰায়চৌধুৰী, 'ই যে অগ্নিবীণাৰ তান' উল্লিখিত, পৃঃ ৪৮৭.

কলুষিত কলি বুলি পাঞ্চজন্যধাৰী নাহে লব ভক্তিৰ অৰ্ঘ্য,
সেই নাৰায়ণ আজি জাগে নৱৰূপে
মোহাৰি বাধা উপসৰ্গ,
আজি জনসূয়ৰে হ'ব যজ্ঞ উদ্‌যাপন, আলোড়ি
নিখিল ভুৱ, আলোড়ি নিখিল ভুৱ[৪৬]

দেখা গ'ল, ৰায়চৌধুৰীৰ স্বদেশপ্ৰেমমূলক গীতসমূহৰ মূল প্ৰেৰণা ৰাজনৈতিক। সাম্ৰাজ্যবাদী শাসন-শোষণৰ বিৰুদ্ধে দেশৰ মানুহক উদ্দীপিত কৰাটো সেই গীতসমূহৰ মূল উদ্দেশ্য। গতিকে, গীতবোৰৰ মূল উপাদান হ'ল গভীৰ দেশপ্ৰাণতো ভাৰতীয় ঐতিহ্য-চেতনা ভাৰতৰ মানুহৰ মুক্তিৰ মাজেদি বিশ্বৰ নিপীড়িত মানুহৰ মুক্তি কামনা, সংগ্ৰামী দৃঢ়তাৰে মানৱিকী চেতনা, অৰ্থনৈতিক আৰু গণতান্ত্ৰিক-চেতনা। সৰ্বোপৰি এই গীতবোৰ জাতীয় মুক্তিৰ বাৰ্তাবাহক। ভাৰতৰ স্বাধীনতা আন্দোলনৰ বিষয়ে গীতিকাৰৰ নিজা ধাৰণাই গীতবোৰত প্ৰকট হৈ উঠিছে। এই বিষয়ে ৰায়চৌধুৰীৰ মনোভাৱ তলৰ কথাখিনিত স্পষ্ট হৈ উঠিছে,

> ভাৰতবাসীয়ে মহাত্মা গান্ধীৰ নেতৃত্বত অন্তৰত দৃঢ় প্ৰতিজ্ঞ হয়, দেশমাতৃক জগতৰ শীৰ্ষস্থানত প্ৰতিষ্ঠিত কৰিবই লাগিব, জাতিক গোলামিৰ পোতনিৰ পৰা তুলিবই লাগিব। নহ'লে এই লাঞ্ছনা যন্ত্ৰণাৰ শেষ নাই ................চিৰকাল কুকুৰতকৈও হীন এই গোলামি-জীৱন যাপন কৰোঁতেই জাতিৰ অস্তিত্ব লোপ পাব।[৪৭]

উল্লিখিত দৃষ্টিভংগীৰ সঠিক ৰূপদান ৰায়চৌধুৰীৰ স্বদেশপ্ৰেমমূলক গীতসমূহত হৈছে। তদুপৰি জীৱনাদৰ্শৰ দ্বিতীয় পৰ্বতিৰ চিন্তা-চেতনাও উল্লিখিত দৃষ্টিভংগীৰে সদৃশ।[৪৮] সেই বাবেই, ৰায়চৌধুৰীৰ গীতসমূহ অসমৰ বাহিৰতো প্ৰশংসিত হৈছিল। ৰায়চৌধুৰীৰ 'জেলসংগীত' ৰূপে পৰিচিত গীতবোৰ বাণীকান্ত কাকতিৰ দ্বাৰা 'ছংছ্ অব্ দি চেল' নামেৰে ইংৰাজীলৈ অনূদিত হৈছিল আৰু 'ছাৰ্ভেণ্ট্‌ছ অব্ ইণ্ডিয়া ছচাইটি'ৰ সদস্য লক্ষ্মী নাৰায়ণ ছাহুৱে এই গীতবোৰক উচ্চ প্ৰশংসা কৰি 'জাতীয় সঙ্গীত'ৰূপে অভিহিত কৰিছিল।[৪৯]

অম্বিকাগিৰীৰ গীতৰ দ্বিতীয় ধাৰাটো হ'ল আধ্যাত্মিক চেতনা। আধ্যাত্মিক চেতনাৰ গীতসমূহ 'চেতনাৰ কণ্ঠ', ৰচনাৱলীৰ 'গীতৰ শৰাই' আৰু ৰচনাৱলীৰে 'অতিৰিক্ত গীত'সমূহৰ ভিতৰতে অন্তৰ্ভুক্ত হৈ আছে।[৫০]

ৰায়চৌধুৰীৰ আধ্যাত্মিক চেতনাৰ প্ৰেৰণা আৰু উৎসসমূহ ইতিমধ্যে আঙুলিয়াই দিয়া হৈছে।[৫১] অতীন্দ্ৰিয় চেতনাৰ কবিতাসমূহৰ প্ৰেৰণাৰ পৰা আধ্যাত্মিক চেতনাৰ গীতসমূহৰ প্ৰেৰণাক দৰাচলতে ভিন্ন কৰিব নোৱাৰি। কিয়নো, লেখক জীৱনত ক্ৰিয়াশীল হৈ থকা প্ৰেৰণাৰ উৎসসমূহ

৪৬. অম্বিকাগিৰী ৰায়চৌধুৰী, 'বন্দো কি ছন্দেৰে', বন্দো কি ছন্দেৰে, পূৰ্বোল্লিখিত, পৃঃ ৪৮৩.
৪৭. অম্বিকাগিৰী ৰায়চৌধুৰী, মোৰ জীৱন ধুমুহাৰ এছাটি, পূৰ্বোল্লিখিত, পৃঃ ৭২৪.
৪৮. পূৰ্ববৰ্তী, ৩.০২, ৫.০১.
৪৯. দ্ৰ. লক্ষ্মী নাৰায়ণ ছাহু, 'ইন্ট্ৰডাক্সন', ছংছ অব্ দি চেল, অম্বিকাগিৰী ৰায়চৌধুৰী ৰচনাৱলী, পৃঃ ১০৩০.
৫০. চেতনাৰ কণ্ঠ, সম্পা. উদয় দত্ত, অম্বিকাগিৰী ৰায়চৌধুৰী ৰচনাৱলী, সম্পা. সত্যেন্দ্ৰনাথ শৰ্মা,
৫১. পূৰ্ববৰ্তী, ২.০৩; ৪.০১.

ভিন্ ভিন্ ভাৱে বিভাজন কৰিব নোৱাৰি। এইবোৰ এটাৰ লগত আনটো অন্বিত। ৰায়চৌধুৰীৰ কবিতাসমূহৰ চেতনা পাৰ্থিৱৰ পৰা অপাৰ্থিৱলৈ, আধ্যাত্মিকতাৰ পৰা অতীন্দ্ৰিয় চেতনালৈ উন্নীত হৈছে। গীতসমূহৰ সৰহাংশতে ৰায়চৌধুৰীৰ আধ্যাত্মিক চেতনাহে প্ৰবল। অৱশ্যে সীমিত সংখ্যক গীতত অতীন্দ্ৰিয়' চেতনাও অনুভূত হয়।

গীতবোৰৰ ভিতৰেদি ৰায়চৌধুৰীৰ আধ্যাত্মিক পৌৰুষৰ সুস্পষ্ট ছবি প্ৰকট হৈছে। গীতসমূহত আধ্যাত্মিক ভাৱৰ তিনিটা ধাৰা দেখা যায়। উক্ত ধাৰাকেইটা— ভক্তৰ বিনয়, আত্মনিবেদন, ঐশী শক্তিৰ চৰণত আশ্ৰয় ভিক্ষা আদি ৰূপে দেখুৱাব পাৰি। এই গীতসমূহৰ প্ৰসঙ্গত সত্যেন্দ্ৰনাথ শৰ্মাই লিখিছে, "আধ্যাত্মিক ভক্তিভাৱৰ গীতসমূহত ভগৱানৰ ওচৰত গীতিকাৰৰ আত্ম নিবেদন, তেওঁৰ আশ্ৰয় ভিক্ষা আদি লোলুঠ্যমান ভক্তৰ হৃদয়াকুতি জাজ্বল্যমান ৰূপত প্ৰকাশ পাইছে।"[৫২] আধ্যাত্মিক চেতনাৰ গীতসমূহৰ এইকেইটাই হ'ল মূল উপাদান।

ৰায়চৌধুৰীৰ আধ্যাত্মিক গীতসমূহৰ চিনাক্তকৰণৰ ক্ষেত্ৰত মূলতঃ ভাৱবস্তুৰ প্ৰতি লক্ষ্য কৰা হৈছে। তদুপৰি এনে গীতবোৰত বিশেষকৈ ঐশী শক্তিক গীতিকাৰে 'প্ৰভু' 'নাথ' আদি বুলি সম্বোধন ধৰিছে বুলি সত্যেন্দ্ৰনাথ শৰ্মাই আঙুলিয়াই দিছে।[৫৩]

গীতিকাৰে এক ঐশী শক্তিক (ভগৱান) জগতৰ আধাৰৰূপে গ্ৰহণ কৰিছে,

নালাগে মৰম, নালাগে ধৰম
তোমাকেই ভাবি কটাম জীৱন
তোমাতেই আজি সঁপিলো সকলো
মোৰ জীৱনৰ কড়া গণ্ডা ক্ৰান্তি।[৫৪]

গীতিকাৰে সাধনাৰ শৰাই সজাই ভক্তি অৰ্ঘ্য দিব বুলি বাট চালেও দ্বিধা-শংকাই আৱৰি ধৰিছে। ভক্ত জীৱনৰ এনে বাস্তৱিক বিশ্বাস আৰু সংশয়-চেতনাৰ ব্যঞ্জনা গীতবোৰত সুস্পষ্ট,

দিম দিম বুলি ভকতি আঁজলি
ওৰেও জীৱন আছোঁ আশা পালি
খোজটি বঢ়াওঁ সাহস নাপাওঁ
কোনে তোলে প্ৰাণ চমকাই।[৫৫]

সৃষ্টি প্ৰক্ৰিয়াত ভক্তৰ গভীৰ প্ৰত্যয়েৰে গীতিকাৰে ভগৱৎ সত্তাৰ সাৰ্বিক অস্তিত্ব অনুভৱ কৰিছে। এই অনুভৱৰ ফল আত্মনিবেদন,

ভঙ্গিমাতে ভঙা-গঢ়াৰ কিমান সাধুকথা
কতভাৱে আছে আহা! গৰিমাৰে গঁথা
তুমি যি ভাবিছা তাকে কৰা
তুমিয়ে মোৰ গতি।[৫৬]

৫২. সত্যেন্দ্ৰনাথ শৰ্মা, পূৰ্বোল্লিখিত, পৃঃ ০.২১.
৫৩. উল্লিখিত, পৃঃ ০.২১.
৫৪. অম্বিকাগিৰী ৰায়চৌধুৰী, গীতৰ শৰাই (১) অম্বিকাগিৰী ৰায়চৌধুৰী ৰচনাৱলী, পৃঃ ৪৯৭.
৫৫. অম্বিকাগিৰী ৰায়চৌধুৰী, গীতৰ শৰাই, (২) পূৰ্বোল্লিখিত, পৃঃ ৪৯৭.
৫৬. উল্লিখিত, (৪) পৃঃ ৪৯৮; বীৰেন্দ্ৰনাথ দত্ত, পূৰ্বোল্লিখিত, পৃঃ ১১০.

গতিকে, ভগৱৎ সত্তাৰ চৰণত নিঃশংকচিত্তে, শিৰ অৱনত কৰিছে। ইয়াৰ মাজেদি ভক্তি বিগলিত হৃদয়ৰ কাৰুণ্যও প্ৰকাশ পাইছে,

তোমাৰ চৰণ ধূলিৰ তলতে
উবুৰাই মন প্ৰাণ
মাতিছোঁ কাতৰ কণ্ঠেৰে নাথ
দিয়া মাথো এই দান

.........................................

তথু অমৃত-পূত ভক্তি- ৰসেৰে
তৃপ্তি কৰি অৱসান।[৫৭]

মৃত্যু-চেতনা, সুতীব্ৰ দুখক নিঃশংকচিত্তে বৰণ কৰাৰ সাহসী মানসিকতা, বাস্তৱিক কৰ্ম-চেতনাৰ মাজৰ সংঘাতে একো একোটি গীতৰ আকৰ্ষণীয়তা বঢ়োৱাই নহয়, গীতিকাৰৰ আত্মদ্বন্দ্ব, অন্তৰ্দ্বন্দ্বক শব্দময় ৰূপত প্ৰকাশ কৰিছে। যথা—

কৰ্মৰ সলনি মুক্তি বিচাৰিলোঁ
মায়াময় ভাবি কৰ্ত্তব্য এৰিলোঁ
মৃত্যুতেহে মাথোঁ অনন্ত জীৱন
নাভাবিলো তিলো ভাৱনা।
দিয়া দিয়া নাথ দুখকে মাথোন
সামৰিম মাথোঁ দুখৰে কাচোন
দুখকেই ভাবি সুখৰ ভঁৰাল
আঁতৰাম যত যাতনা।
কৰ্ম হেৰুৱাই কি সতে জীয়াই
ৰ'মনো হৃদয় মোহন?
নালাগে যুক্তি, নালাগে মুক্তি
কৰ্মহে সাধনা ৰতন।[৫৮]

গীতসমূহত কবিৰ মূল চেতনা ভক্তিমাৰ্গী। তেনে উদাহৰণ গীতত স্পষ্ট,

তোমাৰ ভাবেৰে তোমাক ভজিম
তোমাৰ জ্ঞানেৰে তোমাক বুজিম
তোমাৰ ৰসেৰে তোমাত মজিম।[৫৯]

মিলনৰ পথ দীৰ্ঘায়তন হোৱাত কবিৰ বিৰহো ক্ৰমবৰ্ধিত হৈছে। গতিকে, দুখ, শোক যাতনা সকলো পাহৰাই পুণ্য আলোকৰে জীৱন আলোকময় কৰিবলৈ আৱাহনী গীত জুৰিছে,

তথু পুণ্য আলোক ভৰা হাতখনি
দিয়া জীৱনত বুলাই

৫৭. উল্লিখিত (৫) পৃঃ ৪১৮.
৫৮. অম্বিকাগিৰী ৰায়চৌধুৰী, গীতৰ শৰাই, ৭, পূৰ্বোল্লিখিত, পৃঃ ৪১৮-১৯.
৫৯. উল্লিখিত, ৯, পৃঃ ৪১৯.

মোৰ কামনা-বাসনা যাতনা-যতনা
দিয়াহি সকলো জ্বলাই।
তযু প্রেম ভৰি থকা চৰণ ছায়াত
সাজি দিয়া মোৰ শেতেলি
মই তাতে পৰি পৰি তযুপদ সেৱি
পাহৰো যাতনা সমূলি।[৬০]

জাগতিক সৰ্বত্ৰতে ভগৱানৰ ঐশী ৰূপকেই প্ৰতিভাত হোৱা দেখিছে। একেই বহুৰূপী হৈ বিকশিত হৈছে, যথা—

নাথ! কি আছে কি দিম তযু বেচ চেনেহৰ
কিহেৰে জনাম এই প্ৰেম হৃদয়ৰ?
বিশ্বৰ বুটলি কণ
যিবা কিবা দিব খোজা ধন
তাতো জিলিকিছে ছবি তোমাৰ মুখৰ।
তোমাৰ হৃদয় তুমি ল'বা কেনেকৈ?
তুমিয়েতো বিকশিছা বহুৰূপী হৈ?
..................................................
নিজে তুমি সৰজিছা
নিজকে খুজিব দিছা
তুমিয়ে গৰাকী এই বিশাল বিশ্বৰ।[৬১]

সেয়েহে, ভক্তৰ মিলনৰ আকাংক্ষাত কাৰুণ্য-বিগলিত হৃদয়ৰ মৰ্মস্পৰ্শী সুৰ ধ্বনিত হৈছে।

নাপাওঁ সন্ধেদ হায়
পৰাণ বিয়লি যায়
কাকুতি কৰিছোঁ নাথ চাপাহি ওচৰ।[৬২]

ভক্তৰ বাসনা ভগৱৎ সত্তাত আত্মসমৰ্পণ। সেই আত্মসমৰ্পণৰ আকাংক্ষা, চৰণ স্পৰ্শৰ গভীৰ ব্যাকুলতা তলৰ গীতফাঁকিত ধ্বনিত হৈছে।[৬৩]

প্ৰভু যিমানে উধাই যাওঁ
মোৰ হিয়াৰ তেজেৰে বোলাব তোমাৰ
পদধনি যেন পাওঁ।[৬৪]

---

৬০. অম্বিকাগিৰী ৰায়চৌধুৰী, গীতৰ শৰাই, (৯) পূৰ্বোল্লিখিত, পৃঃ ৪৯৯.
৬১. অম্বিকাগিৰী ৰায়চৌধুৰী, গীতৰ শৰাই (১০) পূৰ্বোল্লিখিত, পৃঃ ৪৯৯.
৬২. উল্লিখিত, পৃঃ ৪৯৯.
৬৩. বীৰেন্দ্ৰনাথ দত্ত, পূৰ্বোল্লিখিত, পৃঃ ১০৯.
৬৪. অম্বিকাগিৰী ৰায়চৌধুৰী, 'প্ৰভু যিমানে উধাই যাওঁ' অতিৰিক্ত গীত, অম্বিকাগিৰী ৰায়চৌধুৰী ৰচনাৱলী, পৃঃ ৯৯৮.

ভক্তৰ বাবে ভগৱৎ সত্তাৰ চৰম উপলব্ধি আৰু সেই সত্তাৰ নিৰন্তৰ বন্দনাই জীৱনৰ শূণ্যতা পূৰ্ণ কৰি দিয়ে,

কিয় শূণ্য হবনো জীৱন
তুমি পুণ্য তুলিকা বুলাই বুলাই
কৰি দিছা দেখোঁ পূৰণ?[৬৫]

গীতিকাৰৰ অহংকাৰ, অভিমান নাশ কৰিবলৈ ঐশী সত্তাক নিঃচৰ্তভাৱে আৱাহ্ন জনাইছে; কিয়নো অহং ভাৱ ভগৱানপ্ৰাপ্তিৰ পথত দুঃস্তৰ হেঙাৰস্বৰূপ।

আজি দিয়া দিয়া জ্বলাই
মোৰ অন্ধাভিমান আছে যি এফেৰি
সিও যক আজি পলাই।[৬৬]

এই সুৰটো সমৰ্পণৰ সুৰ। ৰায়চৌধুৰীৰ অতীন্দ্ৰিয়বাদী কবিতাসমূহৰ ভাৱবস্তুৰ লগত মিহলি হৈ থকা পৌৰুষসুলভ দৃঢ়তা, অহংকাৰ, অভিমানৰ বিপৰীতে এই করুণ আত্মনিবেদনৰ সুৰ বিশেষভাৱে বিশিষ্ট সুৰ। উল্লিখিত প্ৰসংগৰ উল্লেখেৰে, ৰায়চৌধুৰীৰ আধ্যাত্মিক গীতসমূহৰ বিষয়ে বীৰেন্দ্ৰনাথ দত্তই লিখিছে,

...............ভাৱৰ ফালৰ পৰা এই গীতবোৰ 'তুমি' আৰু 'অনুভূতি' কাব্যৰ সমপৰ্য্যায়ৰ হ'লেও অম্বিকাগিৰীৰ কাব্যত থকা আত্মাভিমানৰ গৰ্বিত ভঙ্গী ইয়াত নাই, ভগৱানৰ প্ৰতি দৃপ্ত ৰণাহ্বানৰ ধ্বনিও ইয়াত অনুপস্থিত।[৬৭]

গীতিকবি ভক্তিৰ গভীৰ আকুতিৰে ভগৱৎ সত্তাৰ করুণাপ্ৰাৰ্থী। তেওঁ জানে ভগৱৎ সত্তাৰ করুণাইহে ভক্তৰ জীৱন সমুজ্জ্বল কৰি তোলে।

প্ৰাণৰ মাধুৰী বুটলি বুটলি
দিওঁ আঁহা প্ৰেম আঁজলি
ভকতি তেলেৰে প্ৰদীপ জ্বলাই,
উঠক বিশ্ব উজ্বলি।
বিলোৱা জননী করুণাৰ ৰেণু
বজোৱা জগত বিমোহিনী বেণু
সজাগি উঠক স্তব্ধ জগত মোহৰ ঢাকনি ফালি।[৬৮]

এনেবোৰ গীতত জান-নেজানকৈ কবিৰ আধ্যাত্মিকতা আৰু অতীন্দ্ৰিয় চেতনা পাৰ্থক্য কৰিব পাৰি। এই গীতটিৰ আন এটি বৈশিষ্ট্য হ'ল ইয়াৰ আৰাধ্যা শক্তি হ'ল 'জননী'।

ভগৱান সত্যময়, প্ৰেমময়, সুন্দৰ আৰু মঙ্গলময়, দয়াময় আৰু করুণাৰ আধাৰ।

সত্যময় প্ৰেমময়
দয়া কৰা দয়াময়।

---

৬৫. অম্বিকাগিৰী ৰায়চৌধুৰী, 'কিয় শূন্য হ'বনো জীৱন' উল্লিখিত, পৃঃ ৯৯৮.
৬৬. অম্বিকাগিৰী ৰায়চৌধুৰী, 'কিয় শূন্য হ'বনো জীৱন', অতিৰিক্ত গীত, পূৰ্বোল্লিখিত, পৃঃ ৪৯৯.
৬৭. দ্ৰ. বীৰেন্দ্ৰনাথ দত্ত, পূৰ্বোল্লিখিত, পৃঃ ১১১
পূৰ্ববৰ্তী, ৬.০১.
৬৮. অম্বিকাগিৰী ৰায়চৌধুৰী, 'প্ৰাণৰ মাধুৰী বুটলি বুটলি', অতিৰিক্ত গীত, পূৰ্বোল্লিখিত, পৃঃ ১০০০.

তযু কৰুণা উদ্ভাসিত
পুণ্য ভৰা চকুত
উপজোৱা অমৃত
বিশ্বপতি তত্ত্বময়।[৬৯]

এনেবোৰ গীত 'নামঘোষা'ৰ ভক্ত কবিৰ ভক্তি চেতনাৰ সমতুল্য।

ৰায়চৌধুৰীৰ গীতসমূহত আধ্যাত্মিক চেতনা আৰু অতীন্দ্ৰিয় চেতনাৰ স্পষ্ট বিভাজন সম্ভৱ নহয়। তথাপি কেইটিমান গীতত এই অনুভৱ অধিক স্পষ্ট বুলি সত্যেন্দ্ৰনাথ শৰ্মাই আঙুলিয়াইছে।[৭০]

অতীন্দ্ৰিয় চেতনাৰ গীতসমূহত বিৰহ চেতনা স্পষ্টৰূপত দেখা গৈছে। যথা,

বাজে কাৰ কিনো সুমধুৰ
আকুল চঞ্চল অন্তৰপুৰ
মেঘাল ওৰণি কাষৰ কৰি
ফুলাই চাৱনি চন্দ্ৰমা
আকাশে আকাশে ফুৰিছে উৰি
বুলাই মধুৰ ভঙ্গিমা।
হাঁহি ভাঙি পৰা ৰেণু
জেউতি বুলোৱা বেণু
উদয় অস্ত সমূলি বুৰাই
তৃপ্তি লভিছা কিনো?
মই,—বৰ বেথা আছো পাই
বিৰহ বেণু বজাই
গাঁথি অশ্ৰু ভৰা সুৰ।[৭১]

বিৰহ-দগ্ধ গীতিকাৰে নিঃস্বতা অনুভৱ কৰিছে, বিশ্বপালৰ সঁহাৰিহীনতাই সন্দেহ প্ৰাণতাৰ জন্ম দিছে আৰু প্ৰেমিক গীতিকাৰে দুঃখক বৰণ কৰি আত্মপীড়নৰ পথ গ্ৰহণ কৰিছে। চিৰসুন্দৰৰ (দয়িতা ৰূপত) বাবে আত্মপীড়নৰ পথ গ্ৰহণ কৰাৰ মানসিকতাই গীতবোৰত বাস্তৱিক চেতনা বৰ্ধিত কৰিছে।

অনন্ত অমৃত ভৰা
তযু মোহিনী কুঞ্জ জনকাই
কিনো গীত গাম, কি সুৰ শুনাম
ভগ্ন বীণা বাই বাই?
হিয়াৰ তলিৰ ৰাগিনী যিমান
গালো কত দিন মেলি মেলি প্ৰাণ
তথাপি তোমাৰ নাই মন-কাণ

৬৯. অম্বিকাগিৰী ৰায়চৌধুৰী, 'সত্যময় প্ৰেমময়' উল্লিখিত, পৃঃ ১০০০.
৭০. সত্যেন্দ্ৰনাথ শৰ্মা, পূৰ্বোল্লিখিত, পৃঃ ০.২০.
৭১. অম্বিকাগিৰী ৰায়চৌধুৰী, গীতৰ শৰাই, ৬, পূৰ্বোল্লিখিত, পৃঃ ৪৯৮.

কিবা লাভ গাই গাই?
সামৰিলো আজি বীণাৰ জোকাৰ
বান্ধি থলো এই পৰাণৰ তাঁৰ
দগ্ধ-দুখ মাথো কৰি ল'লো সাৰ
ইয়াকেহে যাম গাই গাই।[৭২]

আকাংক্ষিত সম্পদে ধৰা দিয়া মুহূৰ্তত গীতিকবিৰ হৃদয় আনন্দমগ্ন হৈ উঠে, বিশ্ব সৌন্দৰ্যৰ কণমাত্ৰৰ উপলব্ধিত কবি চঞ্চল হৈ উঠে,

মধুৰ নিৰ্মল নিমাত জোনালী
কি গানে কৰে আজি আকুল হিয়া জ্বালি
কিনো মহোৎসৱ
মণ্ডিত গৌৰৱ
প্ৰাণৰ ফাকে ফাকে নিমাতে দিয়ে ঢালি।
তাকে মাতি মাতি শ্ৰান্ত হোৱা মন
কিয় উঠে হাঁহি পাই কিবা ধন
কিনো দিম এই দানৰ সলনি
আনিছো সঙ্গীত,—স্তব্ধ পৰাণ ফালি।[৭৩]

বিশ্বাত্মাৰ সৌন্দৰ্যৰ পুলক পৰশত সৌন্দৰ্যসন্ধানী গীতিকাৰৰ অন্তৰত সৌন্দৰ্য্যৰ উপলব্ধি গাঢ় হৈছে। সেই সৌন্দৰ্য্যই গীতিকাৰৰ সমগ্ৰ চেতনা উদ্ভাসিত কৰি তুলিছে।

'তোমাৰ পুলক পৰশ লাগি
ফুলিল যি মোৰ ফুলহে প্ৰিয়
ফুলিল যি মোৰ ফুল
তাৰেই গোন্ধত গোটেই জীৱন
বিভোৰ বিয়াকুল হে প্ৰিয়
বিভোৰ বিয়াকুল।[৭৪]

বিশ্বৰ বহুমুখী সৌন্দৰ্যৰ অন্তৰালত সত্য-শিৱ-সুন্দৰৰ উপলব্ধি, অনেকৰ মাজত একত্বৰ সন্ধান পাইছে,

নিতাল নিশাত আজি বাজে কি গহীন গান
উৰি যাব খোজে মোৰ আকুল উদাস প্ৰাণ
সুবাগী তাৰকা জাকে
ধৰণীৰ ফাঁকে ফাঁকে
ঢালি দি অমৃত, ঢাকে
দুখ শোক যতমান।

৭২. অম্বিকাগিৰী ৰায়চৌধুৰী, গীতৰ শৰাই (১১) পূৰ্বোল্লিখিত, পৃঃ ৫০০.
৭৩. অম্বিকাগিৰী ৰায়চৌধুৰী, গীতৰ শৰাই, (১৩), পূৰ্বোল্লিখিত, পৃঃ ৫০০.
৭৪. উল্লিখিত, (১৪), পৃঃ ৫০০.

উৰি যা মুগুধ মন
ভাঙি সেই শূণ্যখন
লভি সেই শান্তিধন
উঠক উজ্বলি প্ৰাণ।[৭৫]

গীতিকাৰে বিশ্ববিমোহনকাৰীৰ লগত অচ্ছেদ্য বন্ধনৰ একাত্মতা অনুভৱ কৰিছে। তলৰ গীতটিত সেই অনুভৱ স্পষ্ট।

..............................
অচ্ছেদ্য বান্ধোন
মৈত্ৰীৰ সন্ধান
বিশ্বহিত ধ্যান ভৈৰৱী
হেৰা নিখুঁত সুন্দৰ
বিশ্ব পুৰন্দৰ
মঙ্গল অমৃত পূৰবী।
প্ৰেমৰ সঙ্গীত
গাঁথি অন্তৰত
উপচোৱা জ্ঞান জাহ্নবী।[৭৬]

চিৰসুন্দৰৰ (দয়িতা ৰূপত কল্পিত) সৰস সংগীতে তেওঁৰ মোহ বন্ধন ছেদ কৰিছে,

মোহে বান্ধি থোৱা উলাহ উদাৰ
ভাঙি আজি সেই হেজাৰ হেঙাৰ
কিনো আনন্দত বিশ্ব যায় মাৰ
এয়েনে ৰাণীৰ বিশ্বজয়ী গীত।[৭৭]

চিৰ সুন্দৰ জগতৰ প্ৰেমিক। জগতক অচ্ছেদ্য প্ৰেম-বন্ধনেৰে বান্ধি ৰাখিছে,

তুমিয়েনে সেই প্ৰেমিক উদাৰ
বজাইছা ধৰি ব্ৰহ্মাণ্ডৰ তাঁৰ
তাৰ উলাহত
চলিছে জগত
বিৰাট বিশাল অনন্তৰ মূল।
অন্তৰৰ মোৰ উদ্ভ্ৰান্ত বাসনা
বান্ধি চেপি থোৱা সিমান যাতনা
তোমাৰ কাষত সান্ত্বনা পাব
কান্দি উঠে হৈ বিয়াকুল।[৭৮]

৭৫. অম্বিকাগিৰী ৰায়চৌধুৰী, 'নিতাল নিশাৰ আজি বাজে কি গহীন গান', অতিৰিক্ত গীত, অম্বিকাগিৰী ৰায়চৌধুৰী ৰচনাৱলী, পৃঃ ৯৯৮.
৭৬. অম্বিকাগিৰী ৰায়চৌধুৰী, 'তুমি হৃদয় ৰঞ্জন' উল্লিখিত, পৃঃ ৯৯৯.
৭৭. অম্বিকাগিৰী ৰায়চৌধুৰী, 'আজি মৰম মণিৰ মোহি বাজে সুমধুৰ সৰস সংগীত', উল্লিখিত, পৃঃ ১০০০.
৭৮. অম্বিকাগিৰী ৰায়চৌধুৰী, 'মৃদু মন্দ লাসে মিচিকিমি হাঁহি', অতিৰিক্ত গীত, পূৰ্বোল্লিখিত, পৃঃ ১০০১.

ভাৰতীয় আধ্যাত্মিক দৰ্শনৰ জন্মান্তৰবাদী ধাৰণা ৰায়চৌধুৰীৰ অতীন্দ্ৰিয়বাদী গীতত পোৱা যায়,

মোৰ কোটি জনমৰ বাসনা মতলীয়া
তীব্ৰ দগ্ধ সোঁৱৰে হুমুনিয়া;
তথাপি বিৰাট ওঁঠ দুটি— অমৃত পৰে ফুটি
স্নেহৰ চুমা এটি হাঁহি হাঁহি দিয়া।[৭৯]

ৰায়চৌধুৰীৰ গভীৰ প্ৰত্যয়, জাগতিক সৌন্দৰ্যৰ অন্তৰালত এক পৰম সত্তা বিৰাজমান। এই পৰম সত্তাই আধাৰ আৰু আধেয় ৰূপত পৰস্পৰ সম্পৰ্কিত,

..........................................
তুমিয়ে ভকতি ৰসাল নিৰ্মল
তুমিয়ে উপাস্য শান্ত-সুবিমল
তুমিয়ে পুত্ৰ তুমিয়ে মাতৃ
প্ৰাণময় প্ৰেম স্নেহেৰে।
তুমিয়ে বাসন্তী মালতীৰ ৰেণু,
তুমিয়ে প্ৰেম তুমিয়ে পাত্ৰ,
ঢালিছা আকুল প্ৰাণেৰে।[৮০]

বিশ্বপাল (চিৰসুন্দৰ)ৰ লীলা ক্ষেত্ৰৰ সন্ধানত কবি প্ৰবৃত্তহে হ'ল; সেই সন্ধান পণ্ড-শ্ৰমতহে পৰিণতি লভিলে। তেওঁক কোনেও সৌন্দৰ্যৰ খনিৰ সন্ধান দিব নোৱাৰিলে।

......................................
কি ৰস কি ৰূপ ভৰা
অমৃত উপচি পৰা,
লীলাক্ষেত্ৰ সিজনৰ জানানে কোনোবা হেৰা?
নোকোৱা নালাগে বাৰু
নোসোধো কাকোকে আৰু
পোৱা যদি কবা তাক শ্ৰান্ত মই চিন্তি তাক।[৮১]

অনন্ত সৌন্দৰ্য্যৰ চৰম উপলব্ধি,

নাজানো কি হেঁপাহৰ চঞ্চল ভৈৰবী আজি,
মৃদু মন্দ লয়লাসে বাজি উঠে হিয়া বাজি।
সৌন্দৰ্য্যৰ অন্তহীন ৰিণিকি ৰিণিকি ৰেখা,
উজ্বলিছে চিকিমিকি পলে পলে পাওঁ দেখা।
অনন্তৰ অচিনাকি কোনোবা দেশত গৈ,
উদ্‌ভ্ৰান্ত অন্তৰে মোৰ গায় গীত বৈ বৈ

---

৭৯. অম্বিকাগিৰী ৰায়চৌধুৰী, 'তথাপি নিবিড় নিৰ্মল সুনীল কুন্তল' উল্লিখিত, পৃঃ ১০০১.
৮০. অম্বিকাগিৰী ৰায়চৌধুৰী, তুমিয়ে বিমান বিশ্বৰ মাধুৰী, অতিৰিক্ত গীত, পূৰ্বোল্লিখিত, পৃঃ ১০০২.
৮১. অম্বিকাগিৰী ৰায়চৌধুৰী, 'মলয় বাতাহ আজি কোনেনো শুনাব', উল্লিখিত, পৃঃ ১০০২.

দেখিছোঁ আগতে কিন্তু নাপাওঁ সন্তেদ হেৰা,
শান্ত শীতল কিম্বা দগ্ধ মৰু শিখা যেৰা।[৮২]

জীৱন-জগতৰ অন্তৰালত থকা পৰম সত্তাই প্ৰেমৰ অশ্ৰুত এটি সুৰৰ বান্ধনীৰে সকলোকে বান্ধি ৰাখিছে।

আজি বিয়াপি অন্তৰ সুখ বসন্তৰ
বাজিছে সঙ্গীত সুমধুৰ
প্ৰাণৰ ভিতৰেদি অন্তহীন ভেদি
বেগেৰে বৈ যায় বহুদূৰ।
সন্মুখত লৈ দীপ্ত সুখ ৰবি
জীৱন জগতৰ ভাব ভৰা ছবি
চৰালে ৰহণ বিশ্ব বিমোহন
বান্ধি আঁকে আঁকে প্ৰেম সুৰ।[৮৩]

ৰায়চৌধুৰীৰ আধ্যাত্মিক চেতনাসম্পন্ন গীতত ৰাবীন্দ্ৰিক প্ৰভাৱ এটিৰ ইঙ্গিত কোনো কোনোৱে দিছে, কবিতাৰ ক্ষেত্ৰতো। কিন্তু কবিতাৰ ক্ষেত্ৰত প্ৰভাৱ মহেশ্বৰ নেওগ, বিশ্বলোক মিত্ৰ আদিয়ে অস্বীকাৰ কৰিছে। তদুপৰি কবিয়ে নিজেও সেই প্ৰভাৱ অস্বীকাৰ কৰিছে।[৮৪] অৱশ্যে কবিয়ে নিজৰ কবিতাৰ বিজ্ঞাপন দিওঁতে এবাৰ 'অসমৰ ৰবীন্দ্ৰনাথ' কথাষাৰ ব্যৱহাৰ কৰিছিল।[৮৫] অৱশ্যে প্ৰভাৱৰ প্ৰসংগৰ ক্ষেত্ৰত দুটি বিশেষ প্ৰণিধানযোগ্য বিষয় হ'ল স্বদেশ প্ৰেমমূলক গীতসমূহৰ প্ৰেৰণা কবিয়ে নিজে উল্লেখ কৰিছে। তেনে স্থলত আধ্যাত্মিক চেতনা সম্পন্ন গীতবোৰৰ ক্ষেত্ৰত একো উল্লেখ নকৰাটো গুৰুত্বপূৰ্ণ কথা। তদুপৰি গীতসমূহত প্ৰকাশিত আধ্যাত্মিক চেতনা অসমৰ জাতীয় পৰম্পৰাত বৰ্তমান। ৰায়চৌধুৰীৰ সৃষ্টিকৰ্মৰ প্ৰেৰণাত এই পৰম্পৰাৰ প্ৰভাৱৰ কথা উল্লেখ কৰা হৈছে।[৮৬]

গতিকে, দেখা গ'ল, ৰায়চৌধুৰীৰ গীতৰ উপাদান মূলতঃ দুটি স্বদেশপ্ৰেম আৰু আধ্যাত্মিক তথা অতীন্দ্ৰিয়বাদী চেতনা।

---

৮২. অম্বিকাগিৰী ৰায়চৌধুৰী, 'নাজানো কি হেঁপাহৰ চঞ্চল ভৈৰবী আজি', অতিৰিক্ত গীত, পূৰ্বোল্লিখিত, পৃঃ ১০০৩.

৮৩. অম্বিকাগিৰী ৰায়চৌধুৰী, 'আজি বিয়াপি অনন্তৰ সুখ বসন্তৰ', উল্লিখিত, পৃঃ ১০০৩.

৮৪. বীৰেন্দ্ৰ নাথ দত্ত, পূৰ্বোল্লিখিত, পৃঃ ১১২-১৩. হীৰেন গোহাঁই, 'অম্বিকাগিৰী আৰু মানবায়তন', সাহিত্যৰ সত্য, পৃঃ ৫-৬, মহেশ্বৰ নেওগ, অম্বিকাগিৰী ৰায়চৌধুৰী, অসম কেশৰী অম্বিকাগিৰী, পৃঃ ১৫১. সম্পা. অক্ষয় কুমাৰ মিশ্ৰ, গোবৰ্ধন দাস, বিশ্বলোক মিত্ৰ, 'অম্বিকাগিৰী আৰু ৰবীন্দ্ৰনাথ ঃ কাব্য ধাৰাত এভুমুকি' অম্বিকাগিৰীৰ ব্যক্তিত্বৰ আভাস, পৃঃ ৬৮-৭৭. সম্পা. উপেন্দ্ৰ বৰকটকী, মহেন্দ্ৰ বৰা, জাতীয়তাবাদৰ দুজন কবি প্ৰহৰী, দৈনিক জনমভূমি, ডিচেম্বৰ, ২০, ১৯৮৭, পৃঃ ৪.

৮৫. দ্ৰ. প্ৰসন্নলাল চৌধুৰী, 'অম্বিকাগিৰীৰ সংস্পৰ্শত' অসম কেশৰী অম্বিকাগিৰী, পৃঃ ১৪, সম্পা. অক্ষয় কুমাৰ মিশ্ৰ, গোবৰ্ধন দাস।

৮৬. পূৰ্ববৰ্তী, ৪.০১.

## ৬.০৩ ৰায়চৌধুৰীৰ গদ্য ৰচনাৱলী ঃ বিষয় আৰু বৈশিষ্ট্য

যি কোনো লিখকক গদ্য সৃষ্টিৰ ক্ষেত্ৰত পূৰ্বৰ জাতীয় সাহিত্যিক পৰম্পৰাৰ উপৰিও সমকালীন সামাজিক পৰিবেশ, আৰ্থ-ৰাজনৈতিক ঘটনা, জনসাধাৰণৰ জীৱনপদ্ধতি আদিয়েও প্ৰভাৱান্বিত কৰে।[১] জাতীয় জীৱন আৰু ভাষাৰ সম্পৰ্ক ওতঃপ্ৰোত। আধুনিক বঙলা সাহিত্যৰ ভাষাৰ আলোচনা প্ৰসংগত মোহিতলাল মজুমদাৰে লিখা কথাখিনি এই প্ৰসংগত প্ৰণিধানযোগ্য। মজুমদাৰে লিখিছে,

> ভাষাৰ প্ৰকৃতি জাতিৰ অন্তৰ প্ৰকৃতিৰ সহিত অভিন্ন; সাহিত্যেৰ ভাষা— জাতিৰ ভাষা, জাতিৰ ৰস-চেতনাৰ উপৰেই সাহিত্যেৰ প্ৰতিষ্ঠা হয়; ভাষাৰ সহিত সেই ৰসিকতাৰ নাড়ীৰ যোগ আছে। ব্যক্তি-প্ৰতিভা যতই স্বাধীন বা স্বতন্ত্ৰ হউক, একেবাৰে ভূঁইফোড় হইতে পাৰে না— অতি বড় কবি প্ৰতিভাৰও একটা বংশক্ৰম আছে। ভাষাৰ যে পটভূমিকাৰ উপৰে প্ৰতিভা তাহাৰ প্ৰাণেৰ ৰং ফলাইয়া থাকে, তাহাতে ৰং ফুটিত না —— যদি সেই পটবস্ত্ৰখানি সমগ্ৰ জাতিৰ বংশ পৰম্পৰাগতভাব চেতনাৰ নিত্য প্ৰবাহে মাৰ্জিত ও বিশদ হইয়া না উঠিত।[২]

গতিকে, জাতিৰ জাতীয় অভিজ্ঞতাই ভাষাক প্ৰভাৱিত কৰে, লেখককো। তদুপৰি লেখক যদি সংশ্লিষ্ট ঘটনাৱলীৰ লগত প্ৰত্যক্ষভাৱেই জড়িত হয়, তেন্তে প্ৰভাৱ সুদৃঢ় হয়। সেই দিশৰ পৰা ৰায়চৌধুৰীৰ গদ্য ৰচনাৱলী সমকালীন উল্লিখিত বিষয়সমূহৰ পৰা প্ৰভাৱমুক্ত হ'ব নোৱাৰে।

লেখকৰ ব্যক্তিগত জীৱনাদৰ্শ আৰু চাৰিত্ৰিক বৈশিষ্ট্যইও তেওঁৰ সৃষ্টিক প্ৰভাৱিত কৰে। অৰ্থাৎ, গদ্যশৈলী লেখকৰ ব্যক্তিত্ব প্ৰকাশক হয়। লেখকৰ উল্লিখিত ব্যক্তিত্ব গদ্যশৈলীত ছদ্ম-ৰূপে অৱস্থান কৰে। কিয়নো,

> প্ৰত্যেক শক্তিমান লেখকেৰ ৰচনায় একটা ব্যক্তিত্ব লক্ষণ প্ৰকাশ পাইবেই — এই জন্যই 'Style is the man himself'; তাহাৰ উপৰ, একই লেখকেৰ বিশেষ বিশেষ প্ৰেৰণা অনুসাৰে প্ৰত্যেক ৰচনাৰ ভাষাগত ৰূপ স্বতন্ত্ৰ হইতে বাধ্য— অৱশ্যে যদি তাহা একটি একটি সত্যকাৰ মৌলিক সৃষ্টি হয়। কোনও ৰচনায় ভাষাৰ যাহা গুণ বলিয়া গণ্য হইবে, অপৰ কোনও ৰচনায় তাহা দোষ হইবে, অপৰ কোনও ৰচনায় তাহা দোষ হইয়া দাঁড়াইতে পাৰে। কোথাও ভাষাৰ তৰলতা ও মসৃণতাই হয়তো সেই ৰচনাৰ অৱশ্যম্ভাবী গুণ, অৰ্থাৎ তাহাই তাৰ ষ্টাইল; অন্য কোথায়ও অমসৃণতাই তাহাৰ যথাৰ্থ ষ্টাইল। কোনও ৰচনাতে বাগ্‌বন্ধ গাঢ় হওয়াতে ভাব যথাযথ প্ৰকাশ পাইয়াছে, আবাৰ অন্যত্ৰ

---

১. প্ৰফুল্ল কটকী, ক্ৰমবিকাশত অসমীয়া কথাশৈলী, পৃঃ ১২-১৮.
২ দ্ৰ. মোহিত লাল মজুমদাৰ, 'আধুনিক সাহিত্যেৰ ভাষা', সাহিত্য বিচাৰ, পৃঃ ১৫০.

শব্দ-বিন্যাস একটু শিথিল বলিয়াই তাহা অন্তর্গত ভাবকে যথাযথ ৰূপ দিতে পাৰিয়াছে।[৩]

বিষয়, উদ্দেশ্য আৰু লক্ষ্যইও লিখকৰ গদ্যৰ শৈলী নিৰ্ধাৰণকাৰী এটি উপাদান ৰূপে কাম কৰে। ষ্টাইলৰ আলোচনা প্ৰসংগত মজুমদাৰে আঙুলিয়াই দিয়া আন এটি বিষয়ো এই প্ৰসংগত উল্লেখযোগ্য। তেওঁ লিখিছে,

> ...............ভাষাগত বৈশিষ্ট্য দুই কাৰণে হইয়া থাকে; এক— ভাষাকে লইয়া কলা-কৌশলেৰ অভিলাষ; সেখানে প্ৰয়োজনটা সম্পূৰ্ণ বহিৰ্গত। দুই— অতিশয় মৌলিক ব্যক্তিগত প্ৰেৰণাৰ বশে, লেখকেৰ যাহা নিজস্ব অতএব অনন্য সাধাৰণ অনুভূতি তাহাকে বাক্যে যথাযথ ৰূপে প্ৰকাশ কৰাৰ প্ৰয়োজনে ভাষায় একটি অনুৰূপ ভঙ্গি অনিবাৰ্য হইয়া উঠে।[৪]

গতিকে, ৰায়চৌধুৰীৰ গদ্য ৰচনাৱলীৰ বিষয় আৰু বৈশিষ্ট্য আলোচনা প্ৰসংগত উল্লিখিত বিষয়সমূহৰ কথা সততে স্মৰণযোগ্য। কিয়নো, ৰায়চৌধুৰীৰ গদ্য-ৰচনাৱলীত এই বিষয়সমূহৰ প্ৰত্যক্ষ অথবা পৰোক্ষ প্ৰভাৱ নিঃসন্দেহে গুৰুত্বপূৰ্ণ।

লক্ষ্মীনাথ বেজবৰুৱা সম্পাদিত কলিকতাৰ পৰা প্ৰকাশিত 'বাঁহী'য়ে (১৯০৯-২৯) "অসমীয়া ভাষাত কামৰূপী শাব্দিক" আৰু "প্ৰাত্যয়িক ৰূপ" ব্যৱহাৰৰ বিৰোধিতা কৰিছিল। এই বিৰোধিতাৰ প্ৰত্যাহ্বানস্বৰূপে ডিব্ৰুগড়বাসী ডাঃ হৰিকৃষ্ণ দাস, কালিৰাম মেধি, ভাৰত চন্দ্ৰ দাস, গঙ্গাৰাম চৌধুৰীয়ে পণ্ডিত তাৰানাথ চক্ৰৱৰ্তী কাব্য বিনোদৰ সম্পাদনাত 'আসাম-বান্ধৱ' (১৯১০) প্ৰকাশ কৰে। ৰায়চৌধুৰী আছিল এই কাকতৰ সহকাৰী সম্পাদক।[৫] সম্পাদকে ছুটী লৈ ঘৰলৈ যোৱাত কাকতখনৰ সম্পাদনাৰ ভাৰ ৰায়চৌধুৰীয়েই বহন কৰিছিল। ভাষাৰ ক্ষেত্ৰত ৰায়চৌধুৰীৰ এটি নিজা দৃষ্টিভংগী আছিল। গতিকে ৰায়চৌধুৰীয়ে সংঘৰ্ষৰ সম্যতাৰ চিন্তা কৰিলে। এই বিষয়ে ৰায়চৌধুৰীয়ে লিখিছে,

> এই সংঘৰ্ষৰ সম্যতাৰ বাবে মই ডাঃ হৰিকৃষ্ণ দাসক প্ৰস্তাৱ দিলোঁ, প্ৰতিষ্ঠাবান লেখকসকলে প্ৰবন্ধত বানান, শব্দ আৰু প্ৰত্যয়াদি প্ৰয়োগ বিষয়ত যেনেকৈ লিখে, 'আসাম বান্ধৱ'ৰ ঠাঁচত কাট-কুট নকৰাকৈ ঠিক তেনেকৈয়ে ছপোৱা ভাল হ'ব যেন লাগে বুলি। ডাঃ দাস সন্মত নহল। সেই বাবে, মই 'আসাম বান্ধৱ'ৰ দায়িত্ব ত্যাগ কৰিলোঁ আৰু ডাঃ দাসক ক'লো যে মই গুৱাহাটীলৈ গই নিজে এখন এই মতৰ কাকত উলিয়াম।[৬]

উল্লিখিত বক্তব্যৰ ভিত্তিত ৰায়চৌধুৰীৰ স্পষ্ট নিজস্ব দৃষ্টিভংগী যে আছিল ধৰিব পৰা যায়। আনহাতে যিকোনো লিখকৰ পক্ষে এনে স্বতন্ত্ৰ দৃষ্টিভংগী থকাটো স্বাভাৱিক। কিয়নো, "প্ৰত্যেক সাহিত্য স্ৰষ্টাৰ কল্পনা ও ভাব দৃষ্টিৰ আত্যন্তিক স্বাতন্ত্ৰ্য হইতেই ষ্টাইলৰ জন্ম হয়।"[৭]

৩. দ্ৰ. মোহিতলাল মজুমদাৰ, 'সাহিত্যেৰ ষ্টাইল', পূৰ্বোল্লিখিত, পৃঃ ৯৬.

৪. উল্লিখিত, পৃঃ ৮২.

৫. অম্বিকাগিৰী ৰায়চৌধুৰী, 'অৰুণা প্ৰেছ ঃ চেতনা' মোৰ জীৱন ধুমুহাৰ এম্বাটি, অম্বিকাগিৰী ৰায়চৌধুৰী ৰচনাৱলী, পৃঃ ৬৮১, সম্পা. সত্যেন্দ্ৰনাথ শৰ্মা।

৬. অম্বিকাগিৰী ৰায়চৌধুৰী, 'অৰুণা প্ৰেছ ঃ চেতনা', মোৰ জীৱন ধুমুহাৰ এম্বাটি, অম্বিকাগিৰী ৰায়চৌধুৰী ৰচনাৱলী, পৃঃ ৬৮১ সম্পা. সত্যেন্দ্ৰনাথ শৰ্মা,

৭. দ্ৰ. মোহিতলাল মজুমদাৰ, 'সাহিত্যেৰ ষ্টাইল' পূৰ্বোল্লিখিত, পৃঃ ৯৪.

গতিকে, উল্লিখিত আলোচনাৰ পৰিপ্ৰেক্ষিতত ৰায়চৌধুৰীৰ গদ্য ৰচনাৱলীৰ বৈশিষ্ট্য বিচাৰ কৰা উচিত বুলি ভবা হৈছে।

ৰায়চৌধুৰীৰ গদ্য ৰচনাৱলীৰ বিষয় নিৰ্দেশ বহলভাৱে দুটা ভাগত ভাগ কৰিব খোজা হৈছে, (১) সাধাৰণ ৰচনা (২) সাংবাদিকতাধৰ্মী ৰচনা। সাধাৰণ ৰচনাৰ তুলনাত সাংবাদিকতাধৰ্মী ৰচনাৰ সংখ্যাই সৰহ।

(১) সাধাৰণ ৰচনাসমূহৰ বিষয়সমূহ তলত দিয়াৰ দৰে বিভাজন কৰিব পাৰি।

(ক) দাৰ্শনিক চিন্তামূলক ঃ জগতৰ শেষ আদৰ্শ আৰু বিশ্বশান্তি স্থাপনৰ পথ, নীতি।[৮]

(খ) সাধাৰণ ৰাজনৈতিক বিষয় ঃ জাতীয়তাৰ মূল কি? মুক্তি, স্বৰাজ, ভৱিষ্যৎ ৰাষ্ট্ৰ বা মানৱতন্ত্ৰ, স্বাধীন-পঞ্চায়ৎ ৰাষ্ট্ৰ গঠনৰ প্ৰাথমিক আঁচনি।[৯]

(গ) উদাৰ মানৱিকী চিন্তা ঃ মনুষ্যত্ব, মনুষ্যত্ব আৰু ভাৰতীয় সাধনা।[১০]

(ঘ) সংগীত ঃ বৰগীত, অসমত সংগীত চৰ্চা সম্পৰ্কে, ভাৰতৰ স্বাধীনতা যুদ্ধত দেশাত্মবোধক সংগীতৰ ভূমিকা।[১১]

(ঙ) বৈষ্ণৱ সাহিত্য-সংস্কৃতি ঃ দুজনা গুৰু, মাধৱদেৱ।[১২]

(চ) সাহিত্য, অসমীয়া ভাষা-সাহিত্য, লিখক-জীৱন, সাহিত্য সৃষ্টিৰ প্ৰেৰণা, অসম সাহিত্য সভাৰ সভাপতিৰ অভিভাষণ (১৯৫০), 'তুমি'ৰ উৎস, মই লিখো কিয়?[১৩]

(ছ) ব্যক্তিগত জীৱন-বৃত্ত ঃ স্বাধীনতা আন্দোলনৰ লগত সংযুক্তি, সন্ত্ৰাসবাদী জীৱন, সাংস্কৃতিক কৰ্মৰ বিৱৰণ, গান্ধীবাদৰ প্ৰতি আনুগত্য প্ৰকাশ, জেল কাহিনী, অৰুণা প্ৰেছ প্ৰতিষ্ঠা আৰু চেতনা প্ৰকাশৰ ইতবৃত্ত, যৌৱনৰ ৰোমাণ্টিক প্ৰেম কাহিনীৰ ৰোমন্থন।[১৪]

(জ) জীৱনীমূলক টোকা ঃ ড° বাণীকান্ত কাকতি, ডাঃ হৰিকৃষ্ণ দাস, গান্ধীজী, মহৰ্ষি কমলাকান্ত ভট্টাচাৰ্য, গিৰীশ ৰায়চৌধুৰী।[১৫]

(২) সাংবাদিকতাধৰ্মী ৰচনা ঃ সাংবাদিকতাধৰ্মী ৰচনাসমূহ মূলত চেতনা, ডেকা অসম, আসাম বান্ধৱ আদি কাকতত পূৰ্বে প্ৰকাশিত হৈছিল। 'চেতনা' আৰু 'ডেকা অসম'ত প্ৰকাশিত প্ৰবন্ধসমূহ মূলতঃ সম্পাদকীয় ৰূপেই প্ৰকাশিত হৈছিল। অৱশ্যে গুটীয়া প্ৰবন্ধৰূপেও প্ৰকাশিত প্ৰবন্ধ আছে। সাংবাদিকতাধৰ্মী ৰচনাসমূহৰ বিষয় বিভাজন তলত দিয়াৰ দৰে কৰিব পৰা যায়।

(ক) ভাৰতৰ আৰ্থ-ৰাজনৈতিক বিষয় ঃ ভাৰতীয় জাতীয়তা আৰু অসমীয়া জাতীয়তাৰ সংশ্লেষণ, শাসন সংস্কাৰ আৰু নিৰ্বাচন, ভাৰতৰ স্বাধীনতা, অসহযোগ, ভাৰতৰ মুক্তি, বৃটিছ

---

৮. অম্বিকাগিৰী ৰায়চৌধুৰী, **অম্বিকাগিৰী ৰায়চৌধুৰী ৰচনাৱলী**, পৃঃ ৬২৮-৪৩; পৃঃ ৮২৭-৩০, সম্পা. সত্যেন্দ্ৰ নাথ শৰ্মা.

৯. উল্লিখিত, পৃঃ ৫৫৯-৬০; ৫৬১-৬২; ৮৯৯-৯০৫; পৃঃ ৬০৬-৬১৪; ৫৩০-৪০;

১০. উল্লিখিত, পৃঃ ৫৬০-৬১; ৯০৬-১১.

১১. অম্বিকাগিৰী ৰায়চৌধুৰী, **অম্বিকাগিৰী ৰায়চৌধুৰী ৰচনাৱলী**, পৃঃ ৮৫৮-৮৬১, পৃঃ ৯৬৭-৭০, পৃঃ ৯৭০-৭৭.

১২. উল্লিখিত, পৃঃ ৮৪৯-৫০, পৃঃ ৮৫১-৫৮;

১৩. উল্লিখিত, পৃঃ ৮৩১-৮৪৫, পৃঃ ৭৪৮-৫২, পৃঃ ৯৯০-৯৭.

১৪. উল্লিখিত, পৃঃ ৬৪৭-৭৫২, পৃঃ ৯৮২-৮৫.

১৫. অম্বিকাগিৰী ৰায়চৌধুৰী, **অম্বিকাগিৰী ৰায়চৌধুৰী ৰচনাৱলী**, পৃঃ ৬৭৩-৮০, পৃঃ ৯১৫-১৭, পৃঃ ৯৭৭-৮০; পৃঃ ৯৮১-৮২; পৃঃ ৭২৭-৭৪৮.

পণ্য বৰ্জন, হিন্দু-মুছলমানৰ সম্পৰ্ক, গান্ধীবাদ, পাঞ্জাৱৰ অৱস্থা, বৃটিছ পুঁজিবাদ ইত্যাদি।[১৬]

(খ) অসমৰ আৰ্থ-ৰাজনৈতিক আৰু সাংস্কৃতিক ঃ অসমলৈ হোৱা প্ৰব্ৰজন আৰু তৎজনিত সমস্যা, থলুৱা আৰু প্ৰব্ৰজিতৰ সংমিশ্ৰণ আৰু সমন্বয়ৰ সমস্যা, অসমীয়া জাতীয় স্বাৰ্থৰ সংৰক্ষণ সংবৰ্ধনৰ সমস্যা, সংৰক্ষিণী দৰ্শনৰ ব্যাখ্যা, অসমীয়া জাতিৰ দোষ-দুৰ্বলতা, সাম্প্ৰদায়িক সম্প্ৰীতি, অসমীয়া জাতিৰ সামগ্ৰিক বিকাশৰ পৰিকল্পনা।[১৭]

অন্যান্য ঃ স্ত্ৰী-শিক্ষা, জাতীয় শিক্ষা, জাতীয় ভাষা, আন্তৰ্জাতিক ঘটনা[১৮]

অম্বিকাগিৰীৰ জীৱনাদৰ্শত স্বদেশ-স্বজাতিৰ মঙ্গলৰ ব্যাকুলতা সৰ্বদিশত পৰিব্যাপ্ত।[১৯] ৰায়চৌধুৰী এজন কবিও[২০] কবিসত্তাৰ গৰাকী হোৱা সত্বেও গদ্যৰ চৰ্চাই কৰিলে অধিক। ইয়াৰ মূলতে ৰায়চৌধুৰীৰ ৰাজনৈতিক সক্ৰিয়তা। ৰাজনৈতিক সক্ৰিয়তাৰ উৎসও ভাৰত তথা অসমৰ সমকালীন ইতিহাস। ৰাজনৈতিক সক্ৰিয়তা গ্ৰহণ কৰি কাব্য চৰ্চালৈ পিঠি দিয়াৰ বাবে বাণীকান্ত কাকতিয়ে 'নষ্ট ল'ৰা' বুলিছিল।[২১] ৰায়চৌধুৰীৰ জীৱন বোধত আবেগ আৰু দৃঢ়তা উভয়ে ক্ৰিয়াশীল।[২২] তদুপৰি ৰায়চৌধুৰীৰ চৰিত্ৰত সদা-চঞ্চল অসহিষ্ণুতাও বৰ্তমান। স্বদেশ-স্বজাতিৰ মঙ্গলৰ ব্যাকুলতা আৰু কবিসত্তাৰ আবেগ ৰায়চৌধুৰীৰ অনুশীলিত আৰু পৰিশীলিত গদ্য সৃষ্টিত প্ৰতিবন্ধক স্বৰূপ হৈছিল।

আবেগ-নিৰ্ভৰ যদিও ৰায়চৌধুৰীৰ গদ্য যুক্তিহীন গদ্যৰ সমাবেশ নহয়। নিম্নোল্লিখিত গদ্যাংশ তাৰ প্ৰকৃষ্ট প্ৰমাণ।

> এদিন ভাৰতবৰ্ষই বাস্তৱৰ ফালে পাছ দি আধ্যাত্মিকতাৰ আশ্ৰয় লৈ অনন্তৰ বাটত খোজ পেলাই লৰ মাৰিব খুজিছিল, তাৰ স্বৰূপ আদায় কৰিবলৈকে। তাত ভাৰতবৰ্ষই অনন্তক হাতে-হাতে প্ৰত্যক্ষভাৱে আদায় কৰি লোৱাতো নহলেই, বৰঞ্চ আজি এই ভীষণ পতনতহে পৰিল। আজি ইউৰোপে আধ্যাত্মিকতাক বনবাস দি বাস্তৱতাক সাবটি ধৰি অনন্তগামী প্ৰাণৰ অতৃপ্ত হেঁপাহ পলুৱাব খুজিছে, তাত ইউৰোপৰ বৰ্তমান এই লক্ষ লক্ষ নৰহত্যাৰ ভীষণ বিভীষিকা, — মানুহৰ পৃথিৱীখনক পিশাচৰ ঠাই কৰি তুলিলে।[২৩]

গদ্য ৰচনাৰ কোনো কোনো অংশত সংলাপন পদ্ধতিৰ প্ৰয়োগে ৰায়চৌধুৰীৰ এই ৰচনাসমূহৰ গদ্যক নাটকীয়তা দান কৰিছে। এনেবোৰ বিষয়ৰ গদ্য ৰায়চৌধুৰীৰ আৰ্থ-ৰাজনৈতিক

---

১৬. উল্লিখিত, পৃঃ ৫৯৩-৬০০, ৬০৩-৬০৬, পৃঃ ৮৮১-৯০; পৃঃ ৮৯১-৯৪, পৃঃ ৮৯৬-৯৭, পৃঃ ৯০৫-৯০৬, পৃঃ ৯১৭-১৮, পৃঃ ৯২৪-২৬, পৃঃ ৯৩৩-৩৫, পৃঃ ৯৩৭-৫০, পৃঃ ৯৫৩-৫৭, পৃঃ ৯৫৯-৬১.

১৭. অম্বিকাগিৰী ৰায়চৌধুৰী, অম্বিকাগিৰী ৰায়চৌধুৰী ৰচনাৱলী, পৃঃ ৫৬৫-৫৮২, ৫৮৩-৮৪, ৫৮৮-৮৯; পৃঃ ৫৮৯-৯৩, ৬০২-০৩, ৬১৪-২৮, ৮০৫-৮২০, পৃঃ ৮৬৭-৮৭১; ৮৭৩-৮৭৯, ৮৯৪-৯৬, ৮৯৭-৯৮, পৃঃ ৯০০-৯০১, ৯১২-৯১৫, ৯২৪, ৯৩১, ৯৫১-৫২, পৃঃ ৯৫৭-৫৮, ৯৬৬-৬৭; পৃঃ ৫০৬-৫২৮, ৫৪২-৫৫.
দ্ৰ. সত্যেন্দ্ৰনাথ শৰ্মা, 'অম্বিকাগিৰী ৰায়চৌধুৰীৰ প্ৰতিভা' অম্বিকাগিৰী ৰায়চৌধুৰী ৰচনাৱলী, পৃঃ ০.৩৮-০.৪০.

১৮. অম্বিকাগিৰী ৰায়চৌধুৰী, অম্বিকাগিৰী ৰায়চৌধুৰী ৰচনাৱলী, পৃঃ ৮৭৯-৮১, ৮৯৮-৯৯, ৯১৯-২১; ৯৩২-৩৩, ৯৩৫-৩৬.

১৯. পূৰ্ববৰ্তী, ৩.০১, ৩.০২, ৩.০৩; ৫.০১, ৫.০২, ৫.০৩, ৫.০৪;

২০. পূৰ্ববৰ্তী, ৪.০২, ৬.০১.

২১. অম্বিকাগিৰী ৰায়চৌধুৰী, মোৰ জীৱন ধুমুহাৰ এছাটি, অম্বিকাগিৰী ৰায়চৌধুৰী ৰচনাৱলী, পৃঃ ৬৭৫.

২২. পূৰ্ববৰ্তী, ২.০৩.

২৩. অম্বিকাগিৰী ৰায়চৌধুৰী, 'জগতৰ শেষ আদৰ্শ আৰু বিশ্বশান্তি স্থাপনৰ পথ', আহুতি, পূৰ্বোল্লিখিত, পৃঃ ৬৩৫.

বিষয়ৰ ৰচনাৰ গদ্যতকৈ অধিক পৰিমাৰ্জিত। ক্ষেত্ৰ বিশেষে কথাশিল্পীৰ গুণো দেখা যায়। যথা—

> ............আগৰৱালা দেৱে মোক ক'লে—"বোপা, তোমাৰ সাহ-পিত দেখি আমি বৰ সুখ পালোঁ। তোমাক ধন্যবাদ। গুৰুজনৰ পৰিয়ালৰ এই এধানমান সন্তানে ভাল প্ৰতাপ দেখুৱালা। তুমি যদি তেজপুৰলৈ যোৱা, মই তাতে তোমাক ভালকৈ ৰাখি পঢ়া শুনাৰ সকলো সুবিধা কৰি দিম।" ভট্টাচাৰ্যদেৱে মোক টান মাৰি নি তেখেতৰ বুকুৰ মাজত সুমুৱাই লৈ ক'লে, "সিংহৰ সন্তান সিংহহে হ'ব। ময়ো ˝ অনন্ত কন্দলীৰ পৰিয়ালৰ মানুহ। শ্ৰীশঙ্কৰদেৱ আৰু ˝ অনন্ত কন্দলী একে সখি আছিল। আমি দুয়ো একে। এই স্বনামধন্য পুৰুষ দুজনৰ কথাকেষাৰ আজিলৈকে মোৰ মনত আছে।[২৪]

কোনো কোনো ক্ষেত্ৰত বক্তা বিশেষৰ সংলাপত আঞ্চলিক উপভাষাৰ বাক্য, শব্দ[২৫] আদিৰ প্ৰয়োগে পৰিবেশৰ ইঙ্গিত দিয়াৰ উপৰিও প্ৰভাৱশীল ৰূপত আত্মপ্ৰকাশ কৰে। এইটোৱে ৰায়চৌধুৰীৰ গদ্য ভাৱনাৰ সূচনা কৰে। কিয়নো, তেওঁ উজনি বা নামনিৰ ভাষা অথবা পৰিশীলিত গদ্যৰ চৰ্চা নকৰি আঞ্চলিক ঠাঁচো ৰক্ষা কৰিছিল। তদুপৰি, অসমৰ ইমূৰ-সিমূৰ ঘূৰিও আঞ্চলিক ঠাঁচযুক্ত গদ্যৰ অনুশীলন ৰায়চৌধুৰীৰ দৃঢ় ব্যক্তিত্বসূচক। যথা ঃ

> ওই অম্বিক! বাটোৰ কোচু কটিত ঘুঁহি মোৰ্বা অলছাহ! তহাতো মোৰ্বি। আমাক মাৰ্বি। কেখেনো তেনা কাম নকৰ্বি।[২৬]

আঞ্চলিক উপভাষাৰ বিশেষকৈ বৰপেটা অঞ্চলৰ ঠাঁচ আদিয়ে তেওঁৰ ভাষাশৈলীক শক্তিমন্ততা[২৭] দান কৰাৰ কথা নৱকান্ত বৰুৱাই আঙুলিয়াইছে।

তদুপৰি এনে আঞ্চলিক উপভাষাৰ বাক্য, বাক্যাংশ শব্দৰে দিয়া একোটা বৰ্ণনা সজীৱ আৰু প্ৰভাৱশীল। অৰ্থৰ অস্পষ্টতা, ভাৱ-সঞ্চৰণৰ আড়ষ্টতা নাই। যেনে ঃ

> বাপহেহ্। এনা ৰাইজোত নঁহ কথা কুনি কোত দেখছাহ! পানী পানী কোৰি ছোলিটুই কাউলে কাউলে আটাহ ধৰাত, মোৰ হাতোতো সাজ নাই— হাতোৰ চোলেদি নোদীৰ পেৰা পানী আনি খুৱে মই গুচি আইহ্লু। মোৰো আৰু ইসপা নাৱতে এক্লাই ফেলে থৈ ফুৰা হুবা গেইলু নাঁহে। ইথান ছোলিটুক জীয়াই জীয়াই শোগুণে খাবো। চাচুন সিগ্লাখেন শোগুণ উপৰোত ভৰমিবা ধোৰছে"।[২৮]

চিন্তাশীল ৰচনাই হওক বা সাংবাদিকতাধৰ্মী ৰচনাই হওক দীৰ্ঘদেহী বাক্য ৰায়চৌধুৰীৰ গদ্যৰ এটি বৈশিষ্ট্য। যথা ঃ

---

২৪. অম্বিকাগিৰী ৰায়চৌধুৰী, মোৰ জীৱন ধুমুহাৰ এছাটি, অম্বিকাগিৰী ৰায়চৌধুৰী ৰচনাৱলী, পৃঃ ৬৪৯-৫০.

২৫. সত্যেন্দ্ৰনাৰায়ণ গোস্বামী, 'অম্বিকাগিৰীৰ গদ্যৰীতি ঃ এটি আভাস' অসম কেশৰী অম্বিকাগিৰী, পৃঃ ১৯৫. সম্পা. অক্ষয় কুমাৰ মিশ্ৰ, গোবৰ্ধন দাস; উপেন্দ্ৰনাথ গোস্বামী, 'অম্বিকাগিৰী ৰায়চৌধুৰীৰ ভাষা', অম্বিকাগিৰী ৰায়চৌধুৰী, পৃঃ ১৬১-৬২, অসম প্ৰকাশন পৰিষদ; সত্যেন্দ্ৰনাথ শৰ্মা, পূৰ্বোল্লিখিত, পৃঃ ০.৪২.

২৬. অম্বিকাগিৰী ৰায়চৌধুৰী, মোৰ জীৱন ধুমুহাৰ এছাটি, পূৰ্বোল্লিখিত, পৃঃ ৬৫৯.

২৭. দ্ৰ. হীৰেন গোহাঁই, 'দেশপ্ৰাণ অম্বিকাগিৰী আৰু দেশপ্ৰেমৰ স্বৰূপ' সাহিত্যৰ সত্য, পৃঃ ২৮৭.

২৮. অম্বিকাগিৰী ৰায়চৌধুৰী, মোৰ জীৱন ধুমুহাৰ এছাটি, পূৰ্বোল্লিখিত, পৃঃ ৬৫১.

> পৃথিৱীত মানুহৰ সংখ্যাৰ অতিবৃদ্ধিৰ বাবে, যেতিয়া মানুহৰ উদ্ভাবিত অভিজ্ঞতা আৰু জ্ঞান-বিজ্ঞানৰ সহায়েৰে পৰ্বত সাগৰ মৰুভূমিবোৰ লুটি-পুটি সমান কৰিও মানুহৰ বাবে প্ৰয়োজনীয় পৰিমাণৰ খাদ্য আৰু আন ব্যৱহাৰ্য্য বস্তু উৎপাদন কৰিব পৰা নহব নাইবা কোনো এটা সময়ত পৃথিৱীখন চেঁচা পৰি সি মানুহ জী থকাৰ অনুপযোগী হৈ উঠিব, তেতিয়া এই পথত সাফল্য লাভ কৰিবলৈকে এতিয়াৰ পৰা মানুহ সচেতন আৰু সক্ৰিয় হৈ নুঠিলে, অন্যান্য গ্ৰহ-উপগ্ৰহলৈ গৈ মানুহে আত্মৰক্ষা কৰিবলৈকে অক্ষম হৈ তাৰ পৃথিৱীত সি লাভ কৰা জ্ঞান-বিজ্ঞান, সাহিত্য-কলা আদিৰ অসম্পূৰ্ণতা লৈয়েই সি ধ্বংস হৈ গৈ তাৰ অনন্ত গতিশীল আত্মাৰ অধিকাৰিত্বত নিজেই কলঙ্ক ঢাকিব লাগিব।[২৯]

অৱশ্যে চুটি বাক্যৰ ব্যৱহাৰ কৰা নাই এনে নহয়, কিন্তু প্ৰৱণতাটো দীৰ্ঘদেহী বাক্যৰ প্ৰতিহে। ৰায়চৌধুৰী আবেগেৰে পৰিচালিত ব্যক্তি। উল্লিখিত ভাবাৱেগৰ ফলতে বাক্য দীৰ্ঘদেহী হয় বুলি সত্যেন্দ্ৰনাৰায়ণ গোস্বামীয়ে আঙুলিয়াই দিছে।[৩০]

কবি সত্তাৰ আবেগে ৰায়চৌধুৰীৰ গদ্যশৈলী নিয়ন্ত্ৰিত কৰাৰ বিষয়ে বাণীকান্ত কাকতিয়ে লেখিছে,

> ............তেওঁৰ সংবাদ সাহিত্যৰ গদ্যশৈলীত আছে লাইনচ্যুত ইঞ্জিনে প্ৰকাণ্ড লোৰ চিৰিকো বেকা কৰি দিব পৰা ধৰণৰ অমোঘ শক্তি। ঢালাই লোহাৰ সাঁচত গলাৰ দৰে তেওঁৰ অন্তৰত নিন্দা বা প্ৰশংসাৰ শব্দবোৰ তগ্‌বগাই থাকে আৰু সন্তুষ্ট নহয় মানে এটাৰ পিছত এটাকৈ উত্তপ্ত লাভাৰ দৰে ওলাই থাকে। তেওঁ খোলাখুলিকৈ ক্ষুব্ধ ভাষাৰে আক্ৰমণ কৰি প্ৰতিপক্ষক শিলাবৃষ্টি কৰাৰ দৰে ধাৰাশায়ী কৰে। তেওঁৰ অন্তৰত সুগভীৰ কাব্যিক অনুভূতি আৰু ছন্দ স্পন্দনৰ স্বাভাৱিক হিল্লোল বিৰাজমান যদিও হিলদল ভাঙি মনৰ দুয়োপাৰ বুৰাই পেলোৱা বাধাহীন গদ্যৰ প্ৰবল বন্যাত সেই স্পন্দন উটি যায়।[৩১]

ভাবাৱেগৰ ফলত ৰায়চৌধুৰীৰ বাক্য গাঁথনিয়ে বৈয়াকৰণিক শৃংখলাকো অস্বীকাৰ কৰে। এই প্ৰসঙ্গৰ উত্থাপন কৰি সত্যেন্দ্ৰনাৰায়ণ গোস্বামীয়ে লিখিছে, ভাবাৱেগৰ দ্বাৰা পৰিচালিত হৈ গদ্যলিখাৰ ফলত "ৰায়চৌধুৰীৰ বাক্য গঠন ৰীতিয়ে ব্যাকৰণৰ আদৰ্শকো আওহেলা" কৰে।[৩২] এই প্ৰসংগত ৰায়চৌধুৰীৰ নিজা বক্তব্যও প্ৰণিধানযোগ্য। তেওঁ লিখিছে,

> ..................মনত যেতিয়াই যি ভাবৰ উদয় হয় আৰু আত্মপ্ৰকাশৰ বাবে উক্‌মুক লগায়, তাকেই তেতিয়া ভাষাৰ কোনো বান্ধনিলৈকে ভ্ৰূক্ষেপ নকৰি, ৰূপ দিবলৈকে আগবাঢ়ো জনপ্ৰিয়তা বা জনঅপ্ৰিয়তালৈ লক্ষ্য নাৰাখি।[৩৩]

একে প্ৰসঙ্গত মহেশ্বৰ নেওগৰ বক্তব্যও সমাৰ্থক ঃ

---

২৯. অম্বিকাগিৰী ৰায়চৌধুৰী, 'জগতৰ শেষ আদৰ্শ আৰু বিশ্বশান্তি স্থাপনৰ পথ', আহুতি, পূৰ্বোল্লিখিত, পৃঃ ৬৪০.

৩০. সত্যেন্দ্ৰনাৰায়ণ গোস্বামী, পূৰ্বোল্লিখিত, পৃঃ ১৯৬.

৩১. বাণীকান্ত কাকতি, 'অম্বিকাগিৰী ৰায়চৌধুৰী', অসম কেশৰী অম্বিকাগিৰী, পৃঃ ৫, সম্পা. অক্ষয় কুমাৰ মিশ্ৰ, গোবৰ্দ্ধন দাস,

৩২. দ্ৰ. সত্যেন্দ্ৰনাৰায়ণ গোস্বামী, পূৰ্বোল্লিখিত, পৃঃ ১৯৬.

৩৩. অম্বিকাগিৰী ৰায়চৌধুৰী, বাণী বিদ্যুৎ, পূৰ্বোল্লিখিত, পৃঃ ৭৭৯.

> ..................লিখাতে হওক বা কোৱাতে হওক তেওঁৰ শব্দবোৰতকৈও ভাৱাবেগৰ হেন্দোলনিৰ গতি বেছি হয়।[৩৪]

উল্লিখিত ভাৱাবেগৰ ফলত,

> .............ৰায়চৌধুৰীৰ গদ্য লিখন ভঙ্গীত 'সোঁ, বাওঁ, আগবঢ়া, ঘূৰা'— শুনা যায়। 'হ'ল্ট', যেন চিৰদিন দূৰত। তেখেতৰ লিখা পঢ়িলে মনত হয় যে লিখক কবলৈ অতি ব্যগ্র- -সময় যায়, উক্‌মুক্ লগাইছে; তেখেতৰ ভাষা প্ৰাণৰ। মিহলোৱা বা ভেজাল তেখেতৰ পক্ষে অসহ্য আৰু সেয়ে, যি শব্দ যি ভাষাকে সেই মুহূৰ্ত্তত কাষত পায়, তাক ব্যৱহাৰ কৰে।[৩৫]

ৰায়চৌধুৰীৰ নিজৰ বক্তিগত জীৱনতো ভেজাল বা লুক-ঢাক নথকাৰ কথা নিজেও স্বীকাৰ কৰিছে।[৩৬]

গতিকে, দেখা গ'ল, ৰায়চৌধুৰীৰ গদ্যৰ প্ৰাথমিক বিশিষ্টতা হ'ল ই তেওঁৰ দৃঢ় ব্যক্তিত্ব-সূচক।

ৰায়চৌধুৰীয়ে গদ্যত যথেষ্ট পৰিমাণে সংস্কৃত আৰু সন্ধিযুক্ত শব্দ ব্যৱহাৰ কৰি ভাষাত সংস্কৃতীয়া ঠাঁচ দিবলৈকো চেষ্টা কৰিছিল।[৩৭] এনে কৰাৰ অন্তৰালত ভাষাক শক্তিমন্ততা আৰু দৃঢ়তা দান কৰাৰ প্ৰৱণতা ক্ৰিয়াশীল। যেনে ঃ

> যি ডেকা-শক্তিৰ অদম্য প্ৰয়োগত দেশৰ আৰু যুগ যুগ সঞ্চিত পুঞ্জীভূত আবৰ্জ্জনা, অপৰিমেয় গ্লানি, কদৰ্য্য দুখ দাৰিদ্ৰৰ বিনাশ সাধিত হৈ আহিছে, দেশৰ জাতীয় নিঃস্বতাৰ অপূৰ্ণ খাল বিলাক জ্ঞান-ঐশ্বৰ্য্যৰ পৰিপূৰ্ণতাৰে ভৰপূৰ হৈ উঠিব ধৰিছে।[৩৮]

> .............এই ব্ৰত হৈছে মোৰ আকাশ-বতাহ, মাটি-পানী সকলোৰে স্তূপীকৃত আবৰ্জ্জনাৰাশিত প্ৰচণ্ড বিপ্লৱৰ মহা মন্থন তোলা,— মোৰ এই মহা বৈপ্লৱিক মন্থন-ব্ৰত হৈছে, শৃঙ্খলাবদ্ধ নিষ্পেষিত নৰ-নাৰায়ণক মুক্তিৰ বিশাল মুকলিলৈ উলিয়াই আনিবলৈকে দানৱীয় আক্ৰমণৰ বিৰুদ্ধে মোৰ জীৱন বলিদান।[৩৯]

ৰায়চৌধুৰীয়ে সততে ব্যৱহাৰ কৰা তৎসম শব্দ কিছুমান উল্লেখ কৰা হ'ল। যথা ঃ

পৰিবৰ্দ্ধন, অস্পৃশ্য, গৰিষ্ঠ, লঘিষ্ঠ, ৰক্তপিপাসু, সংঘৰ্ষ, আত্মসৰ্বস্ব, আত্মচেতনা, আত্ম-শ্ৰদ্ধা, আত্ম-বিশ্বাস, জ্ঞান-চৈতন্য, আকণ্ঠ, বিমৰ্ষ, অপৰ্যাপ্ত, উৎফুল্লিত, অজেয়, স্থিতি, উৎস, বন্ধন, মনুষ্যত্ব, মুক্তি, সঞ্চয়, আত্মবিসৰ্জন, কলঙ্কিত, নিষ্কণ্টক, প্ৰস্ৰৱন, উৰ্বৰ, সঞ্জীৱনী, অমাৰ্জনীয়, স্তূপীকৃত, লাঞ্ছনা, ম্ৰিয়মাণ, বিচ্ছিন্ন, বীভৎস, দুৰ্জ্জয় ইত্যাদি।[৪০]

---

৩৪. দ্ৰ. মহেশ্বৰ নেওগ, 'অম্বিকাগিৰী ৰায়চৌধুৰী', অসম কেশৰী অম্বিকাগিৰী, পৃঃ ১৫৬.

৩৫. দ্ৰ. হলিৰাম ডেকা, 'শ্ৰীঅম্বিকাগিৰী ৰায়চৌধুৰী', অম্বিকাগিৰীৰ ব্যক্তিত্বৰ আভাস, সম্পা. উপেন্দ্ৰ বৰকটকী, পৃঃ ২৮; আলোচনাটি ৰায়চৌধুৰীৰ জীৱিত কালতে লেখা।

৩৬. অম্বিকাগিৰী ৰায়চৌধুৰী, 'তুমি'ৰ উৎস', মোৰ জীৱন ধুমুহাৰ এছাটি, পূৰ্বোল্লিখিত, পৃঃ ৭৪৯ বাণী বিদ্যুৎ, পূৰ্বোল্লিখিত, পৃঃ ৭৭৯.

৩৭. সত্যেন্দ্ৰনাৰায়ণ গোস্বামী, পূৰ্বোলিখিত, পৃঃ ১৯৪-৯৭ উপেন্দ্ৰনাথ গোস্বামী, পূৰ্বোল্লিখিত, পৃঃ ১৬১-৬২.

৩৮. অম্বিকাগিৰী ৰায়চৌধুৰী, ডেকা-ডেকেৰীৰ বেদ, পূৰ্বোল্লিখিত, পৃঃ ৫১৬.

৩৯. উল্লিখিত, পৃঃ ৫২৪.

৪০. অম্বিকাগিৰী ৰায়চৌধুৰী, ডেকা-ডেকেৰীৰ বেদ, পূৰ্বোল্লিখিত, পৃঃ ৫০৯-৫২৩.

**সন্ধিযুক্ত শব্দ ঃ**

সত্যানুপ্ৰেৰণা, মানৱাত্মা, বিশ্বাত্মা, স্বৰ্গোজ্জ্বলা, আদেশানুবৰ্তিতা, অভ্যাসানুশীলন, মঙ্গলামঙ্গল, আৱশ্যকানুযায়ী, সচ্চৰিত্ৰৱান, ন্যায়ান্যায়, ধনাধ্যক্ষ, সমানুভূতিমূলক. শিল্পানুষ্ঠান, জাত্যাভিমানী, সাধনাৰ্থে, আদেশানুযায়ী, স্বচ্ছজলা, স্বৰ্ণফলা, অমৃতপ্ৰসৱিনী, নিয়মিতাচাৰ, খাদ্যাখাদ্য, আত্মোপলব্ধি, মানৱেতিহাস, ইচ্ছাধীন, জীৱনাত্মা, অসদভিপ্ৰায়, হিতাহিত, সূক্ষ্মাতিসূক্ষ্ম, তাৰতম্যানুসাৰে, তন্দ্ৰাচ্ছন্ন, বিশ্বাভিমুখী, গৰ্বাভিমান, আনন্দাপ্লুত, প্ৰাণোন্মাদক, বিশ্বোজ্জ্বলকাৰী, জগদ্বিকাশ ইত্যাদি।[৪১]

সংযুক্ত শব্দৰ ব্যৱহাৰ ৰায়চৌধুৰীৰ গদ্যৰ এটি বিশিষ্টতা। তদুপৰি ৰায়চৌধুৰীয়ে "নিজৰ ধৰণেৰে" সংযুক্ত শব্দৰ সৃষ্টি কৰিছে।[৪২]

এই ধৰণৰ কিছুমান শব্দৰ উল্লেখ কৰা হ'ল।

চিন্তা-প্ৰণালী, আত্ম-সৰ্বস্ব, লোক-সংঘ, আলস্য-পৰায়ণতা, শোষণ-আক্ৰমণ, ধুমুহা-বিজুলী, কদৰ্য-কাজল, ধৈৰ্যৱান-ধৈৰ্যৱতী, শান্তি-সৌৰভ, মলি-মামৰ, সমাজ-বন্ধন, মূৰ্খতা-দীনতা, কুটিলতা-চাতুৰি, মহা-মন্থন, ব্ৰত-যজ্ঞ, বিপ্লৱ-মন্থন, উত্থান-স্পন্দন, চিন্তা-চেতনা, শাসন-হেঁচা, অস্থি-মজ্জা-সংশ্লিষ্ট, বিবেক-পৰিপ্লুত, বালি-মলি, মহা-জীৱন, মহা-মৰণ, তিক্ত-বিদ্ৰূপ, অধিকাৰী-স্বত্ব, বেৰ-খুঁটা-চটি, পৰ্বত-সাগৰ-মৰুভূমি, টোপনি-ভাগৰ, জিৰণি-টোপনি, লয়-ছন্দ-তাল-মাত্ৰা, লয়িক-ছান্দিক-তালিক-মাত্ৰিক, জাতীয়-চৰিত্ৰহীন, জাতীয়-চৰিত্ৰৱান, ন্যায়-যৌক্তিকতা।[৪৩]

ৰায়চৌধুৰীয়ে প্ৰয়োজন-সাপেক্ষে দ্বিধাহীনভাৱে বাক্যৰ ভিতৰত ইংৰাজী শব্দৰ ব্যৱহাৰ কৰিছে। কেতিয়াবা অসমীয়া শব্দৰ প্ৰতিশব্দ ৰূপে ইংৰাজী শব্দৰ ব্যৱহাৰ বা উল্লেখেৰে আপোন বক্তব্য অধিক স্পষ্ট ৰূপত দাঙি ধৰাৰ চেষ্টা কৰিছে। যথা ঃ

> ডেকা অসমে তাৰ সমূহীয়া ঠাইখিনিৰ সীমাৰ ভিতৰত শোষণ প্ৰয়াসী আনৰ যিকোনো ৰাজনৈতিক (political), অৰ্থনৈতিক (economic), সামাজিক (social), ভাষাগত (linguistic), সংস্কৃতিগত (cultural), ধৰ্মগত (religious), দেহগত (physical), মানসিক (mental), শোষণ (exploitation), আৰু আক্ৰমণ (aggression) মৃত্যুৰ মহাব্যাধি বুলি সৰ্বতো প্ৰকাৰে নিৰ্মূল কৰিবলৈকে আপ্ৰাণ চেষ্টা কৰিব।[৪৪]

উল্লিখিত ধৰণেৰে ব্যৱহাৰ কৰা শব্দসমূহৰ কিছু উল্লেখ কৰা হ'ল। যেনে ঃ

> বিশেষ সুবিধাৰ (special and vested), মতামত (vote), একীভূত (assimilate), স্বাধীন-উপৰাষ্ট্ৰ (independent sub-unit), শান্তিৰক্ষক

৪১. উল্লিখিত, পৃঃ ৫১২, ৫২৩, ৫২৮, ৫৩৪, ৫৩৬-৫৩৮; আহুতি, পৃঃ ৫৬০-৬৭, ৫৬৯, ৫৭২, ৫৭৭, ৫৮২, পৃঃ ৫৮৭, ৫৮৮-৮৯, ৫৯১-৯৩, পৃঃ ৬০০-৬০১. 'সভাপতিৰ অভিভাষণ', পূৰ্বোল্লিখিত, পৃঃ ৮৪৫. 'মাধৱদেৱ', পূৰ্বোল্লিখিত, পৃঃ ৮৫১.

৪২. দ্ৰ. উপেন্দ্ৰনাথ গোস্বামী, পূৰ্বোল্লিখিত, পৃঃ ১৬১.

৪৩. অম্বিকাগিৰী ৰায়চৌধুৰী, ডেকা-ডেকেৰীৰ বেদ, পূৰ্বোল্লিখিত, পৃঃ ৫০৯-৫২৫; আহুতি, পূৰ্বোল্লিখিত, পৃঃ ৫৬০-৫৬৫; পৃঃ ৬২০-২৮, পৃঃ ৬৪০
মোৰ জীৱন ধুমুহাৰ এছাটি, পূৰ্বোল্লিখিত, পৃঃ ৬৯২-৯৩ 'ভাৰতৰ স্বাধীনতা যুঁজত দেশাত্মবোধক সঙ্গীতৰ ভূমিকা', পূৰ্বোল্লিখিত, পৃঃ ৯৭০.

৪৪. অম্বিকাগিৰী ৰায়চৌধুৰী, ডেকা-ডেকেৰীৰ বেদ, পূৰ্বোল্লিখিত, পৃঃ ৫১০.

(civil), দেশৰক্ষক (military), বৈধ (legitimate), শান্তিপূৰ্ণ (Non-violent), ধাৰা (section), নিৰ্হিংসবাদ (Non-Violent), মধ্যশ্ৰেণী (middle men) ভাৱপ্ৰৱল (sentimental), নিষ্ক্ৰিয় প্ৰতিৰোধ (passive resistance) মহাজনী (capitalism) একজাতীয়তা (homogenity)[৪৫]

ইয়াৰ উপৰিও পোনপটীয়াভাৱে বাক্যত ইংৰাজী শব্দৰ ব্যৱহাৰ কৰা হৈছে। এনে কৰোঁতে শব্দসমূহ অসমীয়া হৰফেৰে লিখিছে। যথাঃ ট্ৰাইবেল, ৰিজাৰ্ভ ৰিপোৰ্ট, গৱৰ্ণমেণ্ট, পাৰ্লিয়ামেণ্ট, এচেম্ব্লী, কাউন্সিল, কমিটী, লোকেল ব'ৰ্ড, মিউনিচিপালিটি, ইণ্টাৰনেছনেলিজিম, ইটালিয়ান, ছচিয়েলিষ্ট, কমিউনিষ্ট, চিডিউল্ড, এনাৰ্কিষ্ট, চেক্ৰেটাৰী, কেপ্তেইন, ষ্টেচন, এপ্ৰুভাৰ, ৰিভলভাৰ, অফিচাৰ, কম্পোজ, কণ্ট্ৰেক্ট, ভোটাৰলিষ্ট, ৰেজিষ্ট্ৰেচন, ডিষ্ট্ৰিবিউছন, কম্পোজিতৰ, নন-ক'অপাৰেচন ইত্যাদি।[৪৬]

ইংৰাজীৰ উপৰিও ৰায়চৌধুৰীয়ে আৰবী, ফাৰ্চী আদি শব্দৰো ব্যৱহাৰ কৰিছে।[৪৭] যথা-

উকিল, আবুৰ-ইজ্জৎ, তালাছ, হুকুম, আছৰ, আবাজ, চিৰস্তাদাৰ, নিষ্কৰ, নিষ্পিখেৰাজ, মোকৰ্দমা, মাট-মিট, নিচান, নিলাম, ইয়াদ ইত্যাদি।[৪৮]

ৰায়চৌধুৰীৰ ৰচনাত জতুৱা শব্দৰ ব্যৱহাৰ কম। ৰায়চৌধুৰীয়ে ব্যৱহাৰ কৰা এই ধৰণৰ শব্দবোৰ তলত দিয়া হ'ল।

খোজে পতি উজুটি, নেওচাদি, খুম হেৰুৱা, গা-টঙাই, হাই-উৰুমি, কলধপ্-কলধপ্, মূছ-কঁছ, ছেদেলি-ভেদেলি, হনা-হনি, খোচা-খুচি, হা-হুতাশ, ঠেও, মন-কাণ, কামিহাড়-থেতেলাই, পোহাৰে-পোহাৰে দৰাই-দৰাই, খদলি-নাচি, তলুৱা-সোঁত, জপটিয়াই, আগ-ঠেলি, আওসেৰীয়া, অৰিয়া-অৰি, খাটাং-খুটুং, বগাডাঁৰ দিওতেই, বুকুৰ তেজ পানী কৰি, হজুৱা, টলং-ভটং, গা-পাতি, জেঙা-লগোৱা, মাটি-পানী, লুতুৰি-পুতুৰি, নদন-বদন, লক্-লক্কৈ।[৪৯]

ৰায়চৌধুৰীয়ে সযত্নে গদ্য-ৰচনাত যুৰীয়া শব্দৰ ব্যৱহাৰ কৰিছে।[৫০] তেনে শব্দবোৰ হৈছে ঃ আচাৰ-নীতি, উচ্চ-অনুচ্ছ, ধনী-নিৰ্ধনী, স্পৃশ্য-অস্পৃশ্য,

---

৪৫. অম্বিকাগিৰী ৰায়চৌধুৰী, উল্লিখিত, পৃঃ ৫১১, ৫১২, ৫৩৪-৩৯; আহুতি, পূৰ্বোল্লিখিত, পৃঃ ৬০৮-৬০৯, ৬২২; স্ত্ৰী শিক্ষা, পূৰ্বোল্লিখিত, পৃঃ ৮৭৮-৮০ 'মহৎ লোক সম্বন্ধে মহৎ কথা' পূৰ্বোল্লিখিত, পৃঃ ৯৩৯, 'আমি যুঁজিব লগীয়া শত্ৰু শক্তি' পূৰ্বোল্লিখিত, পৃঃ ৯৬১.

৪৬. অম্বিকাগিৰী ৰায়চৌধুৰী, ডেকা-ডেকেৰীৰ বেদ, পূৰ্বোল্লিখিত, পৃঃ ৫৩৫, ৫৪৫, ৫৫২, আহুতি, পূৰ্বোল্লিখিত, পৃঃ ৫৬৩, ৫৮১; পৃঃ ৫৯৫, ৬১৯-২০, মোৰ জীৱন ধুমুহাৰ এছাটি, পূৰ্বোল্লিখিত, পৃঃ ৬৫৭, ৬৬১, ৬৬৭-৬৯, ৬৯২, ৭০৩, ৭০৫.

৪৭. উপেন্দ্ৰনাথ গোস্বামী, পূৰ্বোল্লিখিত, পৃঃ ১৬১.

৪৮. অম্বিকাগিৰী ৰায়চৌধুৰী, ডেকা-ডেকেৰীৰ বেদ, পূৰ্বোল্লিখিত, পৃঃ ৫১৩-১৪, ৫৪৯, ৫৫৩-৫৫; আহুতি, পূৰ্বোল্লিখিত, পৃঃ ৬০১, মোৰ জীৱন ধুমুহাৰ এছাটি, পূৰ্বোল্লিখিত, পৃঃ ৬৬২ পৃঃ ৬৮৮, ৭৯২; 'অসমত নন-ক'অপাৰেচন', পূৰ্বোল্লিখিত, পৃঃ ৯০১; 'আত্মপ্ৰতিষ্ঠা আৰু আত্মঅধিকাৰ' পূৰ্বোল্লিখিত; পৃঃ৯৬৩; 'ডাক্তৰ দাদাক স্মৰণ কৰি', পূৰ্বোল্লিখিত, পৃঃ ৯৮০.

৪৯. অম্বিকাগিৰী ৰায়চৌধুৰী, আহুতি, পূৰ্বোল্লিখিত, পৃঃ ৫৮২, পৃঃ ৫৮৬, ৬০২, ৬০৬, ৬২৪, ৬২৭, ৬৩০, ৬৩৬; মোৰ জীৱন ধুমুহাৰ এছাটি, পূৰ্বোল্লিখিত, পৃঃ ৬৪৭-৪৮, ৬৫০-৫২ পৃঃ ৬৮১, ৬৮৯, ৭০২; 'আসামত আকাল' পূৰ্বোল্লিখিত, পৃঃ ৮৪৫, 'অহা শাসন সংস্কাৰত নিৰ্বাচন', পূৰ্বোল্লিখিত, পৃঃ ৮৮৩, 'আমি যুঁজিব লগীয়া শক্তি', পূৰ্বোল্লিখিত, পৃঃ ৯৬১.

৫০. সত্যেন্দ্ৰনাৰায়ণ গোস্বামী, পূৰ্বোল্লিখিত, পৃঃ ১৯৭.

জমিদাৰ-প্ৰজা, মালিক-ৰায়ত, মহাজন-ধৰুৱা, শিক্ষিত-অশিক্ষিত, ঠগ-ভণ্ডামি, বিধি-ব্যৱস্থা, আইন-কানুন, বাধা-নিষেধ, দুঃখ-দাৰিদ্ৰ, হীনতা-নীচতা, সাজ-পোছাক, খাৱন-দাৱন, ধৰণ-ধাৰণ, নিন্দা-গৰিহণা, দুখ-দৈন্য, বাধা-বিপত্তি নৈ-জুৰি, গছ-গছনি, পাহাৰ-পৰ্বত, ধূলি-বালি, কড়া-ক্ৰান্তি, চূৰ্ণ-বিচূৰ্ণ, বাট-পথ, আলি-পদূলি, ঘৰ-চোতাল, হাট-বজাৰ, বেহা-বেপাৰ, দোকান-পোহাৰ, বিন্দু-বিন্দুকৈ, ফালি-ছিৰি, জেং-জাবৰ, তৰ্ক-বিতৰ্ক, বিপদ-আপদ, ভিন্-ভিন্, সোলোক-ঢোলোক, পিন্ধন-উৰণ, বোৱন-কাটন, হাই-কাজিয়া, চুক-কোণ, পোহাৰে-পোহাৰে, দৰাই-দৰাই, বাক্-বিতণ্ডা, ভোক-পিয়াহ, শান্ত-শিষ্ট।[৫১]

ৰায়চৌধুৰীৰ গদ্য ৰচনাৰ আন এটি বিশিষ্টতা হ'ল অলঙ্কাৰ, ৰূপক আৰু চিত্ৰধৰ্মীতা।[৫২]

**ৰূপকধৰ্মী বৰ্ণনা ঃ**

পূব-পশ্চিমজুৰি লাগি থকা আকাশখন এটা অখণ্ড বস্তু হ'লেও ৰূপ, বৰ্ণ, অৱস্থা আৰু পাৰিপাৰ্শ্বিকতা বিষয়ত দুটা বেলেগ বস্তু।[৫৩]

কালৰ প্ৰবল সোঁতে সময়ে সময়ে কু-সংস্কাৰৰ বালি মাটি উটাই আনি, পৃথিৱীৰ সকলো সভ্য জাতিৰে নিজ নিজ আদৰ্শানুযায়ী আগুৱাই যোৱা অগ্ৰগামী তেজাল গতিৰ মুখত চাপৰি তুলি দি জাতীয় উন্নতিৰ বেগৰুদ্ধ কৰে।[৫৪]

**চিত্ৰধৰ্মী বৰ্ণনা ঃ**

নীলা সাগৰ দেখা নাই— কিন্তু নীলা আকাশখন দিন-ৰাতি চকুৰ আগত নৈ আছোঁ। এই দুয়োখন আঁচলৰ মাজত স্নিগ্ধোজ্জ্বল জেউতিৰে পূৰ্ণিমাৰ পয়োভৰ উপচি পৰা সেই মুখ চন্দ্ৰিমাৰ টিপ্ হাঁহিটোৰ বিজুলী চমকটোৰে এপাব হানি হোৱা মোৰ বাওঁহাতৰ কনিষ্ঠাঙ্গুলিটোৰ ফালে চাই চাই মোৰ চিন্তা আৰু কৰ্ম ধাৰাৰে আজিলৈকে মোক প্ৰেৰণা দিয়েই আছে।[৫৫]

ৰায়চৌধুৰীৰ বাক্য ব্যৱহাৰত বিশেষ এবিধ বাক্যৰ প্ৰতি সযত্ন পক্ষপাতিত্ব দেখা নাযায়। সৰল, মিশ্ৰ, বৰ্ণনাত্মক, সম্বোধনাৰ্থক, আজ্ঞাসূচক, প্ৰশ্নসূচক, ইচ্ছাসূচক ক্ৰিয়াযুক্ত, ক্ৰিয়াহীন সকলো ধৰণৰ বাক্যই তেওঁ ব্যৱহাৰ কৰিছে।[৫৬] ৰায়চৌধুৰীৰ বাক্য সততে দুৰান্বয়ী।[৫৭]

শব্দৰ ব্যৱহাৰৰ ক্ষেত্ৰত ৰায়চৌধুৰীয়ে নিজৰ ইচ্ছা অনুসৰি, নিজৰ বক্তব্য স্পষ্ট কৰিবলৈ নিজা ভাবেও শব্দ গঢ়িছে।[৫৮] যেনে ঃ

বিপ্লবীয়, পেঁক, কাৰ্যিক, জৈৱনিক, বক্ষ্যম, অৰাত, নিকিল্-কিলিয়া, ফেস্তা,

---

৫১. অম্বিকাগিৰী ৰায়চৌধুৰী, ডেকা-ডেকেৰীৰ বেদ, পূৰ্বোল্লিখিত, পৃঃ ৫০৯-১০, ৫২১, ৫২৩-২৪; আহুতি, পূৰ্বোল্লিখিত, পৃঃ ৫৬৯-৭২, পৃঃ ৫৭৯-৮০, পৃঃ ৫৮৬, ৫৯০, ৬৩৬; মোৰ জীৱন ধুমুহাৰ এপ্ৰাটি, পূৰ্বোল্লিখিত, পৃঃ ৬৪৮, ৬৭৩, ৬৯৩, ৭২৮;

৫২. উপেন্দ্ৰ নাথ গোস্বামী, পূৰ্বোল্লিখিত, পৃঃ ১৬৪. হীৰেন গোহাঁই, 'অম্বিকাগিৰী আৰু সাম্প্ৰতিক মোহাৱেশ, অসম কেশৰী অম্বিকাগিৰী, পৃঃ ২২৬. সত্যেন্দ্ৰনাৰায়ণ গোস্বামী, পূৰ্বোল্লিখিত, পৃঃ ১৯৫.

৫৩. অম্বিকাগিৰী ৰায়চৌধুৰী, আহুতি, পূৰ্বোল্লিখিত, পৃঃ ৫৫৯.

৫৪. উল্লিখিত, পৃঃ ৫৬৫.

৫৫. অম্বিকাগিৰী ৰায়চৌধুৰী, 'তুমি:'ৰ উৎস', মোৰ জীৱন ধুমুহাৰ এপ্ৰাটি, পূৰ্বোল্লিখিত, পৃঃ ৭৫০.

৫৬. উপেন্দ্ৰনাথ গোস্বামী, পূৰ্বোল্লিখিত, পৃঃ ১৬৩.

৫৭. প্ৰফুল্ল কটকী, পূৰ্বোল্লিখিত, পৃঃ ১১৬; সত্যেন্দ্ৰনাথ শৰ্মা, পূৰ্বোল্লিখিত, পৃঃ ০.৪১.

৫৮. উপেন্দ্ৰনাথ গোস্বামী, পূৰ্বোল্লিখিত, পৃঃ ১৬২, সদানন্দ চলিহা, 'ৰায়চৌধুৰী আৰু তেওঁৰ মধুৰ উদ্ভাৱনা', অম্বিকাগিৰী ৰায়চৌধুৰী, পৃঃ ১৪৭-৪৮, অসম প্ৰকাশন পৰিষদ;

ইচ্ছাতন্ত্ৰী, আৰকাল, লখীয়া, শ্লাই-ফক্সামি, ব্যক্তিয়, ঐন্দ্ৰিক, জনঅপ্ৰিয়তা, বঙ্গস্থানী, বেঙ্গলিষ্ট, পাকিস্তানিষ্ট আদি।[৫৯]

ৰায়চৌধুৰীয়ে জনসাধাৰণক বুজাবলৈ ভিন্ ভিন্ শব্দ ব্যৱহাৰ কৰা দেখা যায়। শব্দ কেইটা তলত উল্লেখ কৰা হ'ল।

ঃ লোক-সমষ্টি, জন-সমষ্টি, নৰ-সংঘ, লোক-সংঘ, জন-সংঘ।[৬০]

বিশেষণ ব্যৱহাৰৰ ক্ষেত্ৰতো ৰায়চৌধুৰীয়ে 'নিজস্ব-ভঙ্গী' সৃষ্টি কৰিছে।[৬১] যথা ঃ

......................যিসকলৰ জুই জ্বলা উৎসাহ উদ্যম আৰু অধ্যৱসায়ৰ ভিতৰেদি যুগে যুগে বিপ্লৱবোৰৰ গতিটোৱে সিদ্ধিৰ বাট মুকলি কৰি লৈছিল সেইসকলৰ হিচাপ কিছু অনুমান কৰিব পাৰি।[৬২]

......................সেইদৰে অসমীয়াৰ দৰে টোপনি-ৰহীয়া আত্মবিস্মৃত, নিতত জাতি এটাকো তাৰ নিজস্ব জাতীয় চেতনাৰ সজাগ কৰি তুলিবলৈকে তাক নিৰ্দিষ্ট নামেৰে সদায় আহ্বান কৰি থাকিবই লাগে।[৬৩]

ৰায়চৌধুৰীৰ সাংবাদিকতাধৰ্মী ৰচনাসমূহত কিছুমান শব্দৰ সঘন ব্যৱহাৰ লক্ষ্য কৰা যায়। যেনে ঃ

মলি-মামৰ, বীভছ, বীভছ-ডংকা, পেঁক, ঘোলা-পেঁক, কলুষ-ক্লেদ, ইত্যাদি।

মহেন্দ্ৰ বৰাই 'ক্লেদ' শব্দটো ৰায়চৌধুৰীৰ কবিতাতো (পৰৱৰ্তী কালৰ) সঘন ব্যৱহাৰৰ কথা আঙুলিয়াই এই ব্যৱহাৰ জীৱনৰ অভিজ্ঞতা-জনিত বুলিছে।[৬৪]

ৰায়চৌধুৰীয়ে নিজৰ বক্তব্যক অধিক যুক্তিগ্ৰাহ্য আৰু শক্তিশালী ৰূপত উত্থাপন কৰিবলৈ প্ৰয়োজন সাপেক্ষে উদ্ধৃতিৰ ব্যৱহাৰ কৰাটো প্ৰণিধানযোগ্য।

ঃ দেশ-হিতৈষিতাৰ প্ৰবল জুই বাস্তৱিকেই যদি তেওঁলোকৰ অন্তৰত জ্বলিছে, তেনে হলে কাউঞ্চিললৈ নগৈ বাহিৰত থাকিয়েই দেশৰ প্ৰকৃত হিত সাধন কৰিব পাৰে। এইটো অতি সঁচা কথা। কাউন্সিললৈ গলে দেশৰ হিত সাধনত একো সহায় নহয় বুলিয়েই চাৰ শঙ্কৰণনায়াৰ, পণ্ডিতমালব্য, মান্যবৰ ফণিধৰ চলিহা আদি দেশনায়কসকলে কাউন্সিলৰ সভ্য-পদ ইস্তফা দিছিল। আৰু সেই বুলিয়েই কংগ্ৰেছৰ এইবাৰ বিশেষ অধিবেশনতো কাউঞ্চিললৈ যোৱা সম্বন্ধে মহাত্মা গান্ধীয়ে কৈছে যে, "In all these councils there was an insidious Poison which might demoralise their men who went to their councils."[৬৫]

ৰায়চৌধুৰীৰ বাক্য বিন্যাস পদ্ধতি দুৰানুয়ী।[৬৬] তদুপৰি ইৰাজী বাক্য বিন্যাস পদ্ধতিৰ

---

৫৯. অম্বিকাগিৰী ৰায়চৌধুৰী, ডেকা-ডেকেৰীৰ বেদ, পূৰ্বোল্লিখিত, পৃঃ ৫৮; আহুতি, পূৰ্বোল্লিখিত, পৃঃ ৫৬২-৬৩, ৫৭২-৭৬, ৬০৪, ৬১৩, ৬১৬, ৬২৬, ৬৩৪; 'ভাষণাৱলী', পূৰ্বোল্লিখিত, পৃঃ ৮৪৪.

৬০. অম্বিকাগিৰী ৰায়চৌধুৰী, আহুতি, পূৰ্বোল্লিখিত, পৃঃ ৫৭৯-৬২৭.

৬১. উপেন্দ্ৰনাথ গোস্বামী, পূৰ্বোল্লিখিত, পৃঃ ১৬২.

৬২. অম্বিকাগিৰী ৰায়চৌধুৰী, আহুতি, পূৰ্বোল্লিখিত, পৃঃ ৫৭৪.

৬৩. উল্লিখিত, পৃঃ ৫৭৮.

৬৪. মহেন্দ্ৰ বৰা, 'ৰায়চৌধুৰীৰ বীণা', অম্বিকাগিৰী ৰায়চৌধুৰী, (স্মৃতিগ্ৰন্থ), পৃঃ ১৩২, সম্পা. হৰিপ্ৰসাদ নেওগ।

৬৫. অম্বিকাগিৰী ৰায়চৌধুৰী, 'শাসন সংস্কাৰত নিৰ্বাচন', পূৰ্বোল্লিখিত, পৃঃ ৬৮৭.

৬৬. প্ৰফুল্ল কটকী, পূৰ্বোল্লিখিত, পৃঃ ১১৬. সত্যেন্দ্ৰনাথ শৰ্মা, পূৰ্বোল্লিখিত, ০.৪১.

প্ৰভাৱো দেখা যায়। যথা—

.............কিন্তু এই নেতৃত্বটো নিচেই ঢিলা বস্তু নহয়।............[৬৭]

..............আৰু এই বাবেই, মহাত্মা গান্ধীৰ কাৰাবাসৰ সময়ত, অসহযোগ আন্দোলন হালুক হোৱাত, যেতিয়া দেশবন্ধু চিত্তৰঞ্জন দাসৰ স্বৰাজ দল ফুটি ওলাল, আৰু সমগ্ৰ ভাৰতত সমানে পৰিব্যাপ্ত হিন্দু-মুছলমান সমস্যাটো সমাধান কৰিবলৈকে কংগ্ৰেছ মহাসভাই নিৰ্দিষ্ট কৰি দিয়া.....[৬৮]

আৰু সেই বুলিয়েই কংগ্ৰেছৰ এইবাৰ বিশেষ অধিবেশনতো কাউন্সিললৈ যোৱা সম্বন্ধে মহাত্মা গান্ধীয়ে কৈছে যে........[৬৯]

উদ্দেশ্য আৰু লক্ষ্যৰ প্ৰতি অহৰহ সযত্ন গুৰুত্ব প্ৰদান আৰু বক্তব্য অধিক পোন পটীয়া আৰু অধিক দৃঢ়তাযুক্ত কৰিবলৈ কৰা প্ৰযত্নৰ ফলত ৰায়চৌধুৰীৰ গদ্য ৰচনা কেতিয়াবা গ্ৰাম্যতা দোষযুক্ত হৈ পৰিছে। নিম্নোদ্ধৃত বাক্যসমূহত তাৰ স্পষ্টতা আছে।

ঃ এইসকলে নিঃসঙ্কোচনাৰে সহজভাৱে স্পষ্টকৈ কৈ দিয়ে আমি মাতৃৰ সন্তান নহওঁ, এইসকল মোৰ ভাই-ভনী নহয় — আমি জহৰা সন্তান।[৭০]

ওই অম্বিক! বাটোৰ কোচু কটিত ঘুঁহি মোৰবা অলছাহ।[৭১]

অৱশ্যে এনে দৃষ্টান্ত সঘন নহয়।

ওপৰৰ আলোচনাৰ পৰা দেখা গ'ল, ৰায়চৌধুৰীয়ে নিৰ্দিষ্ট শিল্পগুণসম্পন্ন গদ্যৰ চৰ্চা সচেতনভাৱে কৰা নাছিল। গতিকে, ৰায়চৌধুৰীৰ গদ্য তেওঁৰ ব্যক্তিত্ব প্ৰকাশক আৰু স্বকীয় বৈশিষ্টযুক্ত। সেই বাবে ৰায়চৌধুৰীৰ গদ্য সম্পৰ্কে সত্যেন্দ্ৰনাথ শৰ্মাই কৰা মন্তব্য প্ৰণিধানযোগ্য। শৰ্মাই লিখিছে,

ইংৰাজীত যাক rugged prose বুলি কোৱা হয় ৰায়চৌধুৰীৰ গদ্যও সেই শ্ৰেণীতে পৰে। এই গদ্যৰ চাৰুতা নাথাকিলেও শক্তি আছে আৰু ওজঃ গুণেৰে পৰিচিহ্নিত।.......

........তেওঁৰ গদ্যৰীতি মসৃণ, পৰিশীলিত নহয়। কিন্তু ইয়াত শক্তিমত্তা তথা ওজস্বিতাৰ অভাৱ দেখা নাযায়।[৭২]

ৰায়চৌধুৰীৰ গদ্যৰচনা সৰহাংশই বক্তব্য দৃঢ়। ফলত ই কেতিয়াবা বক্তৃতাধৰ্মী গুণবিশিষ্ট হৈ পৰে। গতিকে ৰায়চৌধুৰীৰ ৰচনাৰ একোটা ছেদৰ ভিন্ ভিন্ বাক্যৰ ব্যাচ্যাৰ্থতকৈ সামগ্ৰিক বাচ্যাৰ্থহে গুৰুত্বপূৰ্ণ।[৭৩]

ওপৰৰ আলোচনাৰ পৰা দেখা গ'ল ৰায়চৌধুৰীৰ ব্যক্তিত্বত থকা আবেগ, অসহিষ্ণুতা দৃঢ়তা, ৰুক্ষতা আদি দোষগুণবোৰ গদ্য ৰচনাৱলীতো বিদ্যমান। গতিকে, ৰায়চৌধুৰীৰ গদ্য একান্তভাৱেই ব্যক্তিনিষ্ঠ গুণেৰে বিশিষ্ট।[৭৪]

---

৬৭. অম্বিকাগিৰী ৰায়চৌধুৰী, আহুতি, পূৰ্বোল্লিখিত, পৃঃ ৫৭৪.
৬৮. উল্লিখিত, পৃঃ ৫৯৮.
৬৯. অম্বিকাগিৰী ৰায়চৌধুৰী, 'শাসন সংস্কাৰত নিৰ্বাচন', পূৰ্বোল্লিখিত, পৃঃ ৬৮৭.
৭০. অম্বিকাগিৰী ৰায়চৌধুৰী, আহুতি, পূৰ্বোল্লিখিত, পৃঃ ৬১৭.
৭১. অম্বিকাগিৰী ৰায়চৌধুৰী, মোৰ জীৱন ধুমুহাৰ এছাটি, পূৰ্বোল্লিখিত, পৃঃ ৬৫৯.
৭২. সত্যেন্দ্ৰনাথ শৰ্মা, পূৰ্বোল্লিখিত, পৃঃ ০.৪১-০.৪২.
৭৩. প্ৰফুল্ল কটকী, পূৰ্বোল্লিখিত, পৃঃ ১১৬.
৭৪. সত্যেন্দ্ৰনাথ শৰ্মা, পূৰ্বোল্লিখিত, পৃঃ ০.৪০-০.৪১.

## ৬.০৪ ৰায়চৌধুৰীৰ নাট্যাৱলী ঃ আদৰ্শ আৰু লক্ষ্য

আদৰ্শ আৰু লক্ষ্যৰ সম্পৰ্ক পৰস্পৰ পৰিপূৰক। ৰায়চৌধুৰীৰ নাট্যাৱলীতো পৰস্পৰ পৰিপূৰকৰূপে প্ৰকাশ লাভ কৰা দেখা গৈছে।

অম্বিকাগিৰীয়ে তিনিখন পূৰ্ণাঙ্গ নাট ৰচনা কৰিছিল। সেইকেইখন হৈছে, 'জয়দ্ৰথ-বধ', 'ভক্তগৌৰৱ' আৰু 'কল্যাণময়ী'। এইকেইখনৰ উপৰিও 'বিপ্লৱৰ শেষ', 'ধূনপেচ', 'শ্ৰীৰামচন্দ্ৰ আৰু তাৰা', 'বিশ্বনাট্য', 'স্বৰ্গ মৰ্ত্ত্য আৰু ডাক বিভাগ' আদি নাট্য গুণসম্পন্ন ৰচনা আছে।[১]

'জয়দ্ৰথ-বধ' আৰু 'ভক্ত গৌৰৱ'ক পৌৰাণিক কাহিনী লৈ লেখা পৌৰাণিক নাট বুলি কোৱা হৈছে।[২] লেখকে দুয়োখনকে 'যাত্ৰা গীতি নাট্য' বুলি অভিহিত কৰিছে।[৩]

ৰায়চৌধুৰীৰ লক্ষ্য সযত্ন নাট্য-শিল্পৰ চৰ্চা নহয়। নাট্য শিল্পৰ চৰ্চা ৰায়চৌধুৰীৰ বৃত্তি নাছিল। ৰায়চৌধুৰীয়ে অভিনয় কৰিছিল, কিন্তু দীৰ্ঘকালৰ বাবে নহয়।[৪]

ৰংগমঞ্চৰ লগতো ৰায়চৌধুৰীৰ দীৰ্ঘদিনৰ সম্পৰ্ক নাছিল।[৫] ৰঙ্গমঞ্চৰ লগত দীৰ্ঘ দিনৰ স্থায়ী সম্পৰ্ক নাথাকিলে যথাৰ্থ নাট্য ৰচনা কঠিন কৰ্ম।[৬]

ৰায়চৌধুৰীৰ জীৱনাদৰ্শ হ'ল স্বদেশপ্ৰেম। ভিন্ ভিন্ স্তৰত ভিন্ ভিন্ কৰ্ম আৰু ৰচনাত এই আদৰ্শ পৰিব্যাপ্ত হৈ আছে। উল্লিখিত জীৱনাদৰ্শৰ লক্ষ্য হ'ল ভাৰতীয় পটভূমিত অসমীয়া জাতিৰ স্বীয় অস্তিত্ব সংৰক্ষণ, সংবৰ্ধনেৰে আৰ্থ-ৰাজনৈতিক আৰু সাংস্কৃতিক দিশত সামগ্ৰিক বিকাশ।[৭] সেই লক্ষ্য পূৰণত নাট্য চৰ্চাকো এটা পৰীক্ষাৰূপেই গ্ৰহণ কৰিছিল।[৮]

ৰায়চৌধুৰীৰ নাটসমূহৰ অন্তৰংগ উপাদান আৰু সেইবোৰ সৃষ্টিৰ প্ৰেৰণা আৰু পৃষ্ঠভূমিৰ আলোচনা কৰিলে উল্লিখিত বক্তব্য অধিক স্পষ্ট হ'ব।

ৰায়চৌধুৰীৰ সাহিত্য চৰ্চাৰ সূত্ৰপাত নাট ৰচনাৰ মাজেদি। এই নাট ৰচনাৰ প্ৰেৰণা সম্পূৰ্ণ ৰাজনৈতিক। স্বদেশী আন্দোলনৰ লগত জড়িত সূত্ৰে আসাম ভেলী ট্ৰেডিং কোম্পানীৰ মালিক গোবিন্দ লাহিড়ীৰ ব্যৱহাৰ আৰু তৎজনিত সংঘাত প্ৰথম নাট ৰচনাৰ গুৰি কথা।[৯] সম্পূৰ্ণ ৰাজনৈতিক বিষয়লৈ, সম্পূৰ্ণ ৰাজনৈতিক প্ৰেৰণাবশতঃ প্ৰথম নাট 'বন্দিনী ভাৰত'

---

১. পূৰ্ববৰ্তী, ৪.০৪.
২ শৈলেন ভৰালী, আধুনিক অসমীয়া সাহিত্য ঃ দুটি তৰঙ্গ, পৃঃ ৪১, সত্যেন্দ্ৰনাথ শৰ্মা, 'অম্বিকাগিৰী ৰায়চৌধুৰীৰ প্ৰতিভা', অম্বিকাগিৰী ৰায়চৌধুৰী ৰচনাৱলী, পৃঃ ০.৩৪.
৩. অম্বিকাগিৰী ৰায়চৌধুৰী, মোৰ জীৱন ধুমুহাৰ এছাটি, অম্বিকাগিৰী ৰায়চৌধুৰী ৰচনাৱলী, পৃঃ ৬৬৮, সম্পা. সত্যেন্দ্ৰনাথ শৰ্মা.
৪. উল্লিখিত, পৃঃ ৬৬৩-৬৫.
৫. অম্বিকাগিৰী ৰায়চৌধুৰী, 'মই লিখোঁ কিয়' ? অম্বিকাগিৰী ৰায়চৌধুৰী ৰচনাৱলী, পৃঃ ৯৯৩, সম্পা. সত্যেন্দ্ৰনাথ শৰ্মা; যুগল দাস, গড়ৰ দেশত পতবাজ —অসম কেশৰী অম্বিকাগিৰী, পৃঃ ১৭-১৮.
৬ সত্যেন্দ্ৰনাথ শৰ্মা, 'ৰায়চৌধুৰীৰ নাট্য প্ৰতিভা', অসম কেশৰী অম্বিকাগিৰী, পৃঃ ১৮১, সম্পা. অক্ষয় কুমাৰ মিশ্ৰ, গোবৰ্দ্ধন দাস,
৭ পূৰ্ববৰ্তী, ৩.০১, ৩.০২, ৩.০৩, ৫.০১, ৫.০২; ৬.০১, ৬.০২;
৮. সত্যেন্দ্ৰনাথ শৰ্মা, উল্লিখিত, পৃঃ ১৯০.
৯. অম্বিকাগিৰী ৰায়চৌধুৰী, মোৰ জীৱন ধুমুহাৰ এছাটি, পূৰ্বোল্লিখিত, পৃঃ ৬৫৬-৫৮, পূৰ্ববৰ্তী, ৪.০৪.

লিখা হৈছিল। "নাটক গোটেইখনতে আছিল বিদ্ৰোহৰ কথা", গতিকে, অভিনয় চলি থকা অৱস্থাতে নাটখন পুলিচে জব্দ কৰে।[১০]

দ্বিতীয় নাট 'জয়দ্ৰথ বধ'। জয়দ্ৰথ বধৰ কাহিনীভাগ এনে ধৰণৰ ঃ

কৃষ্ণই নাৰায়ণী সেনা বধ কৰিবলৈ অৰ্জুনক দ্বৈপায়ন হ্ৰদৰ কাষলৈ লৈ যায়। আনফালে অৰ্জুন পুত্ৰ অভিমন্যুক সপ্তৰথীয়ে বেহুৰ মাজত সুমুৱাই লয় আৰু নিৰস্ত্ৰ অৱস্থাত জয়দ্ৰথে বধ কৰে। অৰ্জুন ঘূৰি আহি এই সংবাদ পাই পিছদিনা সূৰ্যাস্তৰ আগতে জয়দ্ৰথক বধ কৰিব নোৱাৰিলে অগ্নিত আত্মজাহ দিব বুলি প্ৰতিজ্ঞা কৰে। অৰ্জুনৰ প্ৰতিজ্ঞা শুনি জয়দ্ৰথৰ হৃদকম্প আৰম্ভ হয় আৰু অৱশেষত সেই দিনটোৰ বাবে দ্ৰোণাচাৰ্যই জয়দ্ৰথক ৰক্ষাৰ প্ৰতিজ্ঞা কৰে। দ্ৰোণাচাৰ্য আৰু অৰ্জুন উভয়ে কৃষ্ণভক্ত। গতিকে উভয় সংকট। উভয় ভক্তৰ প্ৰতিজ্ঞা ৰক্ষাৰ্থে কৃষ্ণই মায়াদেৱীৰ হতুৱাই দ্বিপ্ৰহৰ যাওঁতেই জগত অন্ধকাৰ কৰাই সূৰ্যাস্ত হোৱাৰ ধাৰণা সৃষ্টি কৰিলে। অৰ্জুন অগ্নিত জাহ যাবলৈ ওলাল, শত্ৰুৰ আত্ম বলিদান চাবলৈ জয়দ্ৰথ দ্ৰোণাচাৰ্যৰ প্ৰতিৰক্ষাৰ পৰা ওলাল। কৃষ্ণৰ ইঙ্গিতত সূৰ্যক মায়াদেৱীয়ে জালমুক্ত কৰি দিলে। পোহৰ হ'ল, অৰ্জুনে জয়দ্ৰথক বধ কৰিলে। প্ৰিয় শিষ্য অৰ্জুনৰ আত্মজাহ চাব নোৱাৰিব বুলি দ্ৰোণাচাৰ্য আগতেই সেই ঠাইৰ পৰা আঁতৰি গৈছিল।

নাট্যকাহিনীটো মহাভাৰতৰ দ্ৰোণপৰ্বৰ অন্তৰ্গত।[১১] নাট্যকাহিনীত নাট্যকাৰে নতুনত্ব প্ৰদান কৰাৰ চেষ্টা কৰিছে। এই বিষয়ে সত্যেন্দ্ৰনাথ শৰ্মাই লিখিছে,

> নাটখনত মহাভাৰতীয় কাহিনীটো নাটকীয় ৰূপ দিওঁতে নাট্যকাৰে মূল কাহিনী অব্যাহত ৰাখি নিজস্ব কল্পনাৰে কিছু নতুনত্ব প্ৰদান কৰিবলৈ চেষ্টা কৰিছে। পুত্ৰহন্তা জয়দ্ৰথক সূৰ্যাস্ত নহওঁতে বধ কৰিবলৈ কৰা অৰ্জুনৰ প্ৰতিজ্ঞা এফালে আৰু আনফালে সূৰ্য আকাশত থকালৈকে জয়দ্ৰথক ৰক্ষা কৰিবলৈ দ্ৰোণাচাৰ্যই কৰা প্ৰতিজ্ঞা— দুজন একান্ত ভক্তৰ প্ৰতিজ্ঞা কেনেধৰণে কৃষ্ণই ৰক্ষা কৰি ভক্তৰ মৰ্যাদা অক্ষুন্ন ৰাখিলে নাটখনিত সেয়ে নাট্যকাৰৰ মৌলিক সৃষ্টি বুলি ক'ব পাৰি।[১২]

নাট্যকাৰৰ স্বকল্পিত ঘটনাংশ হ'ল কৃষ্ণৰ অনুৰোধত মায়াদেৱীয়ে কৰা কাৰ্যখিনি।[১৩] মূল কাহিনীত দ্ৰোণাচাৰ্যৰ প্ৰতিজ্ঞা নাই আৰু শ্ৰীকৃষ্ণই সুদৰ্শন চক্ৰৰে সূৰ্য আৱৰি ৰখাৰ কথাহে আছে। এই পৰিবৰ্তনত নাটকৰ মূল কাহিনী বাধাগ্ৰস্ত হোৱা নাই। গতিকে, নতুনত্ব প্ৰদানৰ কৃতিত্ব নাট্যকাৰৰ প্ৰাপ্য।[১৪]

কলা-কৌশলৰ দিশত নাটখন পশ্চিমীয়া আৰ্হিৰ বদ্ধ ৰংগমঞ্চৰ উদ্দেশ্যে ৰচিত হোৱা নাই। বঙলা যাত্ৰা-নাটৰ আৰ্হিতহে ৰচিত।[১৫] তদুপৰি "সম্ভৱতঃ শ্ৰীমন্ত শংকৰী যুগৰ অসমীয়া

১০. উল্লিখিত, পৃঃ ৬৫৮.

১১. শৈলেন ভৰালী, পূৰ্বোল্লিখিত, পৃঃ ৪১. সত্যেন্দ্ৰনাথ শৰ্মা, 'অম্বিকাগিৰী ৰায়চৌধুৰীৰ প্ৰতিভা', পূৰ্বোল্লিখিত, পৃঃ ০৩৪.

১২. সত্যেন্দ্ৰনাথ শৰ্মা, উল্লিখিত, পৃঃ ০.৩৪.

১৩. জয়দ্ৰথ বধ, ৪ৰ্থ অংকে, ১ম, ২য় গৰ্ভাংকে, অম্বিকাগিৰী ৰায়চৌধুৰী ৰচনাৱলী, পৃঃ ৮৯-১১১.

১৪. সত্যেন্দ্ৰনাথ শৰ্মা, 'ৰায়চৌধুৰীৰ নাট্যপ্ৰতিভা' পূৰ্বোল্লিখিত, পৃঃ ১৮৫.

১৫. অম্বিকাগিৰী ৰায়চৌধুৰী, 'জয়দ্ৰথ বধ ৰচনাৰ ইতিবৃত্ত' অম্বিকাগিৰী ৰায়চৌধুৰী ৰচনাৱলী, পৃঃ ৫, ৯. সত্যেন্দ্ৰনাথ শৰ্মা, উল্লিখিত, পৃঃ ১৮৪.

নাটবোৰৰ পাছত, জনসাধাৰণৰ মুকলি নাট মঞ্চৰ বাবে বৰ্তমান যুগৰ উপযোগীকৈ বিৰাট সাফল্যেৰে অভিনীত হোৱা গীতিনাট অসমীয়া ভাষাত এই 'জয়দ্ৰথ বধ' আৰু 'ভক্ত গৌৰৱ'ই প্ৰথম"[১৬] বুলি কোৱাৰ পৰা অংকীয়া নাটৰ কলা-কৌশলৰ দিশটোও প্ৰণিধানযোগ্য।

অংক বিভাজন পশ্চিমীয়া আৰ্হিৰ হলেও বিস্তৃত মঞ্চ নিৰ্দেশনা বৰ্জন কৰা হৈছে। তদুপৰি ভিন্ন গৰ্ভাংকত দেখুৱাব লগা দৃশ্য একেটা গৰ্ভাংকতে দেখুৱাৰ ফলত গৰ্ভাংক দীৰ্ঘ হৈছে।"[১৭] যথা দ্বিতীয় অংকৰ প্ৰথম গৰ্ভাংক।

সুসংহত আৰু সুষম শিল্প সৃষ্টি নাট্যকাৰৰ উদ্দেশ্য নহ'লেও চৰিত্ৰাংকনত নাট্যকাৰে সজীৱতা দানৰ চেষ্টা কৰিছে। চৰিত্ৰসমূহৰ "পৌৰাণিক ৰূপ অব্যাহত" ৰখাৰ চেষ্টা কৰাৰ উপৰিও "প্ৰধান চৰিত্ৰাৱলীক স্বকীয় বৈশিষ্ট্য"ৰে উজ্জ্বল কৰিবলৈ চেষ্টা কৰা দেখা গৈছে।[১৮] যুধিষ্ঠিৰ সত্যনিষ্ঠ, স্নেহশীল, নিজ কাৰ্যৰ সুস্থিৰ বিশ্লেষক, ভীমক ক্ষত্ৰিয় বীৰ, অৰ্জুনক ক্ষত্ৰিয় বীৰ আৰু পুত্ৰপ্ৰাণ পিতৃ ৰূপত অংকনৰ চেষ্টা কৰিছে। দ্ৰোণই সত্য-অসত্য, ন্যায়-অন্যায় বুজি পায়, কিন্তু অন্নদাতাৰ প্ৰতি অকৃতজ্ঞ হ'ব নোৱাৰে। যুধিষ্ঠিৰ প্ৰমুখ্যে মূল চৰিত্ৰসমূহ অধিক কৃষ্ণ নিৰ্ভৰ হোৱাৰ ফলত চৰিত্ৰৰ স্বাভাৱিক বিকাশ ৰুদ্ধ হৈছে। চৰিত্ৰ হিচাপে কৃষ্ণ ক্ৰিয়াশীল।

নাৰী চৰিত্ৰসমূহৰ ভিতৰত দ্ৰৌপদী, দুঃশলা অধিক ক্ৰিয়াশীল। দ্ৰৌপদীৰ চৰিত্ৰত ক্ষত্ৰিয় ৰমণীৰ গুণাৰোপ কৰাৰ প্ৰচেষ্টা কৰিছে। দুঃশলা স্বামী অনুৰক্তা, স্বামী মঙ্গলাকাংক্ষী সুভদ্ৰা আৰু উত্তৰাৰ বিকাশ যথোচিত হোৱা নাই।

নাটকৰ নামকৰণৰ দিশৰ পৰা জয়দ্ৰথ চৰিত্ৰটো যেনে ব্যক্তিত্বসম্পন্ন হ'ব লাগিছিল, হোৱা নাই। তাৰ বিপৰীতে ক্ষত্ৰিয় হিচাপে ভীতু, দুৰ্বল আৰু ব্যক্তিত্বহীন। এই বিষয়ে কোৱা হৈছে,

> নাটৰ প্ৰধান চৰিত্ৰ হিচাপে জয়দ্ৰথে দৃষ্টি আকৰ্ষণ কৰিব পৰা নাই, এই চৰিত্ৰক বৰ নিষ্প্ৰভ কৰি ৰখা হ'ল।[১৯]

নাটখনিৰ উল্লেখযোগ্য দিশটো হ'ল থলুৱা সুৰ-সঞ্চাৰৰ প্ৰায়োগিক পৰীক্ষা। এই বিষয়ে নাট্যকাৰৰ বক্তব্য এনে ধৰণৰ,

> অসমৰ তথা কামৰূপৰ খিলঞ্জীয়া বৰগীত-দেহবিচাৰ-কীৰ্ত্তন নাম আদিৰ সুৰবোৰৰ সমন্বয় ঘটাই গীত বিলাক ৰচনা কৰি গ'লো..........।[২০]

দ্বিতীয় পূৰ্ণাঙ্গ নাট 'ভক্ত গৌৰৱ'ৰ কাহিনী ভাগ গঢ়ি উঠিছে— কৃষ্ণভক্ত তাম্ৰধ্বজৰ প্ৰতিযোদ্ধা কামনা, প্ৰতিভা-ইন্দুমতীৰ প্ৰেমাকাংক্ষা, কৃষ্ণৰ দ্বাৰা শিখিধ্বজৰ ভক্তি পৰীক্ষা আৰু শিখিধ্বজৰ সত্য ৰক্ষাৰ বাবে আত্ম বলিদানৰ ওপৰত।

সেনাপতি সংঘন-কন্যা প্ৰতিভা আৰু ৰাজমন্ত্ৰী সত্যশীল দুহিতা ইন্দুমতী উভয়ে তাম্ৰধ্বজৰ প্ৰেমাকাংক্ষিণী। কিন্তু তাম্ৰধ্বজে ভাল পায় প্ৰতিভাক। উভয়ে উভয়ৰ প্ৰেমৰ

---

১৬. অম্বিকাগিৰী ৰায়চৌধুৰী, উল্লিখিত, পৃঃ ৯.
১৭. সত্যেন্দ্ৰনাথ শৰ্মা, 'ৰায়চৌধুৰীৰ নাট্য প্ৰতিভা', পূৰ্বোল্লিখিত, পৃঃ ১৮৭.
১৮. দ্ৰ. উল্লিখিত, পৃঃ ১৮৬-৮৭.
১৯. দ্ৰ. সত্যেন্দ্ৰনাথ শৰ্মা, 'ৰায়চৌধুৰীৰ নাট্য প্ৰতিভা' পূৰ্বোল্লিখিত, পৃঃ ১৮৭.
২০. অম্বিকাগিৰী ৰায়চৌধুৰী, 'জয়দ্ৰথ-বধ ৰচনাৰ ইতিবৃত্ত', পূৰ্বোল্লিখিত, পৃঃ ৫.

বিষয়ে জ্ঞাত হোৱাত ইন্দুমতীয়ে প্ৰতিভাৰ বাবে স্বাৰ্থত্যাগ কৰিলে যদিও বালকবেশেৰে তাম্ৰধ্বজৰ অনুসৰণ কৰিছে।

ধাৰ্মিক শিখিধ্বজৰ ৰাজ্য ৰত্নাৱতীত পাণ্ডৱৰ যজ্ঞাশ্ব প্ৰবেশ কৰাত পুত্ৰ তাম্ৰধ্বজে ঘোঁৰা বন্দী কৰি যুদ্ধৰ ইচ্ছা কৰে। শিখিধ্বজৰ ইচ্ছা ঘোঁৰা ঘূৰাই দি মিত্ৰতা কৰে। অৱশেষত শিখিধ্বজেও পুত্ৰক সমৰ্থন কৰে, যুদ্ধত কৃষ্ণই ভক্তৰ বাঞ্ছা পূৰণ কৰি তাম্ৰধ্বজৰ হাতত অৰ্জুনৰ পৰাস্ত ঘটায়।

তৃতীয় স্তৰত শিখিধ্বজৰ ধৰ্ম পৰীক্ষাৰ বাবে কৃষ্ণাৰ্জুনে ব্ৰাহ্মণ বেশ লৈ শিখিধ্বজৰ শৰীৰৰ অৰ্ধাংশ বিচাৰে। প্ৰতিশ্ৰুতি ৰক্ষা কৰি শিখিধ্বজে ধৰ্ম, সত্য ৰক্ষাৰ বাবে আত্ম বলিদান দিছে। পৰিশেষত ইন্দুমতী (যুদ্ধত মৃত) আৰু শিখিধ্বজৰ জীৱন দানেৰে নাটৰ পৰিসমাপ্তি ঘটিছে।

নাটৰ কাহিনীভাগ জৈমিনিয়াশ্ব-মেধিক পৰ্ব' আৰু 'মহাভাৰতৰ অশ্বমেধ পৰ্বত' আছে। মহাভাৰত অনুসৰি শিখিধ্বজৰ প্ৰতিশ্ৰুত দান আৰু তাম্ৰধ্বজৰ বীৰত্বই কাহিনীৰ মূল।[২১]

নাট্যকাৰে মূল কাহিনীটোত স্বকল্পিত ঘটনা আৰু চৰিত্ৰ সংযোজন কৰিছে। নাটৰ সংঘন, পুষ্পক, ইন্দুমতী, প্ৰতিভা, সৰ্বানন্দ, সত্যশীল আদি চৰিত্ৰ আৰু কাৰ্যসমূহ নাট্যকাৰৰ স্বকল্পিত।[২২]

নাটকীয় কাহিনীত সম্ভাব্য কোনোটো সংঘাতকেই তীব্ৰৰূপত শীৰ্ষ বিন্দুলৈ আগবঢ়াই নিনি আদবাটতে সমাধান কৰা হৈছে। যথা, প্ৰতিভা ইন্দুমতীৰ সম্ভাব্য সংঘাত ইন্দুমতীৰ ত্যাগেৰে, প্ৰতিভাক নাটৰ পৰা আঁতৰাই, পিতা-পুত্ৰৰ সম্ভাব্য সংঘাত সপোনেৰে, তাম্ৰধ্বজ সংঘনৰ সংঘাত আৰু ষড়যন্ত্ৰ সংঘন পুষ্পকৰ মৃত্যুৰে সমাধান কৰি নাটৰ কাহিনীক সৰল-ৰৈখিক গতিৰে পৰিণতিলৈ আগবঢ়াই নিছে। নাটকীয় বিৰোধক স্বগতিত অগ্ৰসৰ হ'বলৈ নিদি সমাধান কৰাত নাটকীয় উৎকণ্ঠাৰ নিৰসণ হৈছে। কেৱল ইন্দুমতীক বালক বেশেৰে নাটকৰ শেষলৈ নিয়া হৈছে নাট্যকাৰৰ জীৱনাদৰ্শ প্ৰচাৰৰ বাবে।

নাটখনিত কেইটামান অসংগতি দেখা গৈছে।[২৩] যথাঃ নাটকৰ প্ৰথম অংকৰ প্ৰথম গৰ্ভাংকত ইন্দুমতী আৰু প্ৰতিভাক বাই-ভনী ৰূপে দেখুৱা হ'ল, কিন্তু সেই একে অংকৰে পঞ্চম দৃশ্যত প্ৰতিভাক সেনাপতি সংঘন কন্যা আৰু চতুৰ্থ অংক চতুৰ্থ দৃশ্যত ৰাজমন্ত্ৰী সত্যশীলৰ কন্যা বুলি কোৱাত কাহিনী সূত্ৰৰ সংগতিহীনতা প্ৰকাশ পাইছে। পিতৃ সত্যশীলে

ই কি!
ই কি দেখো?
এয়া দেখো কন্যা মোৰ
ইন্দুমতী আই, ইন্দুমতী!
ইন্দুমতী। ইন্দুমতী।
শুনিছিলোঁ আই তোৰ
মৃত্যু হোৱা বুলি।[২৪]

---

২১. সত্যেন্দ্ৰনাথ শৰ্মা, 'অম্বিকাগিৰী ৰায়চৌধুৰীৰ প্ৰতিভা', পূৰ্বোল্লিখিত, পৃঃ ০.৩৫.
২২. সত্যেন্দ্ৰনাথ শৰ্মা, 'অম্বিকাগিৰী ৰায়চৌধুৰীৰ প্ৰতিভা' পূৰ্বোল্লিখিত, পৃঃ ০.৩৫.
২৩. উল্লিখিত, পৃঃ ০.৩৫.
২৪. ভক্ত গৌৰৱ, চতুৰ্থ অংক, ৪ৰ্থ দৃশ্য, অম্বিকাগিৰী ৰায়চৌধুৰী ৰচনাৱলী, পৃঃ ২৪৭.

আকৌ একে অংকৰে ৫ম দৃশ্যত,

—আচম্বিতে অন্তৰ্দ্ধান দেখি যাৰ বৃদ্ধ বয়সত মই হইছিলোঁ শোক-ম্ৰিয়মাণ......[২৫]

বুলি কোৱাৰ মাজত স্বাভাৱিকতা নাই।

প্ৰথম অংকৰ তৃতীয় গৰ্ভাংকত সেনাপতি সংঘনৰ লগত উপযুক্ত কাৰণ নোহোৱাকৈয়ে সংঘনক তাম্ৰধ্বজে যুদ্ধলৈ আহ্বান জনোৱাটো অসংগতিসূচক। সংঘন-পুষ্পকৰ ঘটনাটো কাহিনী-বৃত্তৰ বহিৰ্ভূত হৈ ৰ'ল। প্ৰতিভা-তাম্ৰধ্বজৰ বিবাহত বিশৃংখল দৃশ্য (খোৱা-বোৱাক কেন্দ্ৰ কৰি) ঘটনা বিকাশৰ বাবে অপ্ৰয়োজনীয়। দ্বিতীয় অংক দ্বিতীয় দৃশ্যৰ পৰা , এক প্ৰকাৰ কাহিনীৰ পৰা প্ৰতিভাক যিদৰে আঁতৰাই পঠোৱা হ'ল, সেইটোও স্বাভাৱিক হোৱা নাই। চতুৰ্থ অংকৰ চতুৰ্থ দৃশ্যত ইন্দুমতীয়ে তাম্ৰধ্বজক প্ৰতিভাক মনত পেলাই দিব লগা হোৱাটোও স্বাভাৱিক নহয়।

আদৰ্শৰ দিশৰ পৰা চৰিত্ৰসমূহত সততে কৃষ্ণভক্তি প্ৰদানৰ প্ৰচেষ্টা অবাহত। এই ক্ষেত্ৰতো তাম্ৰধ্বজক এবাৰ কৃষ্ণভক্ত, মাজতে মাতৃশক্তিৰ প্ৰতিনিধিৰূপে দেখুৱা হৈছে।[২৬] ই সংগতিসূচক নহয়। তদুপৰি পিতৃশক্তি আৰু মাতৃশক্তিৰ সংঘাত অথবা সমন্বিত অৱস্থা প্ৰদৰ্শনতো কৃতিত্ব প্ৰদৰ্শনত ব্যৰ্থ হৈছে।[২৭]

নাটখনৰ কাহিনীভাগত তাম্ৰধ্বজৰ প্ৰতিযোদ্ধা কামনা, ইন্দুমতীৰ ব্যক্তিগত আৰু স্বদেশ প্ৰেমৰ ওপৰত গুৰুত্ব প্ৰদানে শিখিধ্বজৰ কৃষ্ণভক্তি আৰু আত্ম বলিদানেৰে সত্য-অঙ্গীকাৰ ৰক্ষা কৰা মূল ঘটনাটো অনুজ্জ্বল কৰি ৰাখিলে।[২৮]

চৰিত্ৰাংকনত তাম্ৰধ্বজক বীৰ, যোদ্ধা; শিখিধ্বজক দানশীল, ভক্ত, আদৰ্শনিষ্ঠ, সংঘন পুষ্পকক ষড়যন্ত্ৰকাৰী, আত্মকেন্দ্ৰিক, নীচাশয়যুক্ত ৰূপত চিত্ৰিত কৰিছে। সৰ্বানন্দ চৰিত্ৰটিত চন্দ্ৰধৰ বৰুৱাৰ 'মেঘনাদ বধ'ৰ সৰ্বানন্দৰ প্ৰভাৱ পৰিছে বুলি অনুমান কৰা হৈছে।[২৯] কুমুদ্বতী, সত্যলেখা স্বামী অনুগামিনী, প্ৰতিভাক প্ৰেমিকা, ইন্দুমতীক প্ৰেমিকা, কৰ্মসংগিনী, সাহসী দেশপ্ৰেমেৰে উদ্বুদ্ধ ৰূপত অংকন কৰাৰ চেষ্টা কৰিছে।

নাট্য-কাহিনী আৰু চৰিত্ৰত স্বদেশপ্ৰেমৰ স্ফুৰণ ঘটোৱাটো নাট্যকাৰৰ স্পষ্ট উদ্দেশ্য। এই বিষয়ে সত্যেন্দ্ৰনাথ শৰ্মাৰ মন্তব্য উল্লেখ কৰিব পাৰি,

> স্বদেশপ্ৰেম, বীৰত্ব আৰু আদৰ্শৰ কাৰণে আত্মত্যাগ নাটখনৰ প্ৰধান বস্তুৰূপে চিত্ৰিত হোৱা দেখা যায়।[৩০]

উল্লিখিত দুয়োখন নাটতে, পৌৰাণিক নাটৰ বৈশিষ্ট্যসমূহ— নিয়তিবাদ বা দৈৱবাদ, ধৰ্ম, ভক্তি, অলৌকিকতা আদি বাদ পৰা নাই। দুয়োখন নাটৰে সংলাপ অমিত্ৰাক্ষৰ ছন্দৰ। সংলাপ উচ্ছ্বাসপূৰ্ণ, বক্তৃতাধৰ্মী আৰু অনাহক দীৰ্ঘ। অৱশ্যে সংলাপ এনে হোৱাৰ উৎস

---

২৫. উল্লিখিত, ৪ৰ্থ অংক ৫ম দৃশ্য, পৃঃ ২৫০.

২৬. ভক্ত গৌৰৱ, ১ম অংক, ৩য় দৃশ্য; ৪ৰ্থ অংক, ১ম-২য় দৃশ্য, সত্যেন্দ্ৰনাথ শৰ্মা, অম্বিকাগিৰী ৰায়চৌধুৰীৰ প্ৰতিভা, পূৰ্বোল্লিখিত, পৃঃ ০.৩৬.

২৭. দ্ৰ. সত্যেন্দ্ৰনাথ শৰ্মা, উল্লিখিত, পৃঃ ০.৩৬.

২৮. দ্ৰ. সত্যেন্দ্ৰনাথ শৰ্মা, 'ৰায়চেধুৰীৰ নাট্যপ্ৰতিভা' পূৰ্বোল্লিখিত, পৃঃ ১৮৮.

২৯. দ্ৰ. সত্যেন্দ্ৰনাথ শৰ্মা, 'অম্বিকাগিৰী ৰায়চৌধুৰীৰ প্ৰতিভা' পূৰ্বোল্লিখিত, পৃঃ ০.৩৬.

৩০. দ্ৰ. সত্যেন্দ্ৰনাথ শৰ্মা, পূৰ্বোল্লিখিত, পৃঃ ১৮৮.

ৰায়চৌধুৰীৰ নাট্য চৰ্চাৰ গুৰি কথা আৰু ৰায়চৌধুৰী উল্লিখিত জাতীয় ইতিবৃত্তৰ লগত জড়িত হ'ব পাৰে।[৩১]

ৰায়চৌধুৰীৰ তৃতীয় পূৰ্ণাঙ্গ নাট 'কল্যাণময়ী'ৰ কাহিনীভাগ অসম বুৰঞ্জীৰ এটি ঐতিহাসিক ঘটনাক কেন্দ্ৰ কৰি সৃষ্টি কৰা হৈছে। আহোম স্বৰ্গদেউ চক্ৰধ্বজ সিংহৰ কাল এই নাটৰ পটভূমি।

জয়ধ্বজ সিংহৰ দিনৰ সন্ধিপত্ৰ [৩২] অনুসৰি মোগলৰ কটকী আহি চক্ৰধ্বজ সিংহক এমাহৰ ভিতৰত কৰ সোধাবলৈ নিৰ্দেশ দিলে। ফুকনৰ পৰামৰ্শ ক্ৰমে স্বৰ্গদেৱে কটকী ওভতাই পঠালে। যুদ্ধ ঘোষণা কৰি মীৰজুমলা আৰু ৰামসিংহ আগুৱাই আহিল। অসমৰ কল্যাণময়ীৰ নেতৃত্বত কুসুমিকাৰ দ্বাৰা মোগল সৈন্যক বিভ্ৰান্ত কৰি ভুল পথে আনি নাৰীবাহিনীয়ে পৰাস্ত কৰিলে। ৰামসিংহই যুদ্ধত আহত কল্যাণময়ীক চক্ৰধ্বজৰ হাতত অৰ্পণ কৰিলে সপ্ৰশংস-ভাৱে। এয়ে নাটকীয় কাহিনী।

নাটখনিত কেইবাটাও চৰিত্ৰ কালানুক্ৰমে সজোৱা হোৱা নাই। স্বৰ্গদেৱ চক্ৰধ্বজ সিংহৰ দিনত অসমীয়া আৰু মোগল সৈন্যৰ যি যুদ্ধ হৈছিল, সেই যুদ্ধৰ প্ৰধান সেনাপতি আছিল ৰামসিংহ।[৩৩] এই যুদ্ধত নাট্যকাৰে মীৰজুমলাকো সেনাপতি হিচাপে দেখুৱাইছে। কিন্তু মীৰজুমলা জয়ধ্বজ সিংহৰ দিনত হোৱা যুদ্ধৰহে সেনাপতি আছিল। এই যুদ্ধৰ শেষত সন্ধিপত্ৰ স্বাক্ষৰিত হোৱাৰ পাছত যুদ্ধ সামৰি উভতি যাওঁতে বাটত মীৰজুমলাৰ মৃত্যু হয়।[৩৪] ফলত নাটখনিত কালবিৰোধ দোষ ঘটিছে। অন্যান্য চৰিত্ৰসমূহৰ ভিতৰত কল্যাণময়ী, কুসুমিকা আদি চৰিত্ৰবোৰ কাল্পনিক। কল্যাণময়ীক এজন ফুকনৰ কন্যা ৰূপে দেখুৱা হৈছে, কিন্তু সেইজন কোন ফুকন উল্লেখ কৰা হোৱা নাই। তদুপৰি এই যুদ্ধত কোনো নাৰী বাহিনীৰ অস্তিত্ব ইতিহাসে স্বীকাৰ কৰা নাই।[৩৫] আনহাতে যি ধৰণৰ যুদ্ধৰ কথা নাটত দেখুৱা হৈছে সেই যুদ্ধখনো ঐতিহাসিক নহয়।[৩৬]

এই আলোচনাৰ পৰা দেখা গ'ল, কল্যাণময়ী নাটখনি ঐতিহাসিক নহয়। ঐতিহাসিক পটভূমিত নাট্যকাৰৰ কল্পিত কাহিনীৰ নাট্য ৰূপায়ণ।[৩৭]

নাটখনিৰ চৰিত্ৰায়ণৰ ক্ষেত্ৰত মূল চৰিত্ৰকে (কল্যাণময়ী) কেন্দ্ৰ কৰি সৰহখিনি চৰিত্ৰই নাট্যকাৰৰ কল্পিত। গতিকে, সিবোৰৰ কাৰ্যক্ৰম নাট্যকাৰৰ স্বনিয়ন্ত্ৰিত। নাৰী চৰিত্ৰৰ ভিতৰত কল্যাণময়ী, জগদম্বা, কুমুমিকা সকলোৱেই দেশপ্ৰেমেৰে উদ্দীপিত। পুৰুষ চৰিত্ৰত চক্ৰধ্বজক যুঁজলৈ উদ্দীপিত কৰিছে কল্যাণময়ীয়ে, ফুকনক উৎসাহিত কৰিছে ভাৰ্যা জগদম্বাই। চক্ৰধ্বজ কল্যাণময়ীৰ প্ৰেমাকাংক্ষী। বুৰঞ্জীৰ চক্ৰধ্বজৰ স্বাধীনতা স্পৃহা, দৃঢ়তা চক্ৰধ্বজৰ চৰিত্ৰত ফুটি

---

৩১. সত্যেন্দ্ৰনাথ শৰ্মা, অসমীয়া নাট্য সাহিত্য পৃঃ ১২৩-৩০, 'ৰায়চৌধুৰীৰ নাট্য প্ৰতিভা' পূৰ্বোল্লিখিত, পৃঃ ১৮৪, ১৮৬, ১৮৮; অম্বিকাগিৰী ৰায়চৌধুৰী, 'জয়দ্ৰথ বধ ৰচনাৰ ইতিবৃত্ত', পূৰ্বোল্লিখিত, পৃঃ ৩.৪। তদুপৰি বৰপেটাৰ নাট্যদলবোৰে অসমীয়া নাটৰ ৰচনৰ প্ৰসংগত কৰা মন্তব্য উল্লেখযোগ্য।

৩২. দ্ৰ. সূৰ্য কুমাৰ ভূঞা, মীৰজুমলাৰ অসম আক্ৰমণ, পৃঃ ৭৭-৯০.

৩৩. উল্লিখিত, পৃঃ ১২৮-২৯.

৩৪. উল্লিখিত, পৃঃ ৭৭-৭৮.

৩৫. সূৰ্য কুমাৰ ভূএল, উল্লিখিত, পৃঃ ১২৮-৩৬.

৩৬. সত্যেন্দ্ৰনাথ শৰ্মা, 'অম্বিকাগিৰী ৰায়চৌধুৰীৰ প্ৰতিভা', পূৰ্বোল্লিখিত, পৃঃ ০.৩৭.

৩৭. উল্লিখিত, পৃঃ ০.৩৭.

উঠা নাই।[৩৮] কল্যাণময়ীৰ চৰিত্ৰত ৰোমাণ্টিকতা সংযোগ কৰিছে। কিন্তু মাক জগদম্বাৰ কথাই তাইক পৰিবৰ্তন কৰিছে। এই পৰিৱৰ্তন অস্বাভাৱিক, অধিক কি, অতিনাটকীয়। নাট্যকাৰে সততে চৰিত্ৰসমূহক নিয়ন্ত্ৰণত ৰাখিছে, স্বাধীনভাৱে বিকাশৰ সুযোগ দিয়া নাই। সেইবাবেই নাটখনৰ চৰিত্ৰ সৃষ্টি সংক্ৰান্তত সত্যেন্দ্ৰনাথ শৰ্মাই লিখিছে,

> চৰিত্ৰসৃষ্টিতো বিশেষ সফলতা লাভ কৰিছে বুলি ক'ব নোৱাৰি, কাৰণ চৰিত্ৰবোৰ স্বকীয় বৈশিষ্ট্যৰে উজ্জ্বল হৈ পৰা নাই।[৩৯]

নাটৰ কাহিনী বিকাশত দেখা যায় , সুসংহত কাহিনীকথন নাট্যকাৰৰ উদ্দেশ্য নহয়। নাটখনিত সাধাৰণ চৰিত্ৰৰে যি দুটা দৃশ্য[৪০] সংযোগ কৰিছে সেই দুটাক মূল কাহিনী-বৃত্তৰ লগত সাঙুৰিব পৰা নাই। সেইবাবে "কাহিনীৰ সুসংবদ্ধ বিকাশ আৰু বিন্যাস দেখা নাযায়, গতিকে এটি নিটোল ৰূপ ফুটি উঠা নাই"।[৪১]

নাটৰ গৰ্ভাংকসমূহ পূৰ্বৰ নাট দুখনতকৈ চমু। অৱশ্যে নাট্যকাৰৰ বক্তব্য অনুসৰি নাটখন বদ্ধ ৰংগমঞ্চৰ বাবে।[৪২] গতিকে. গৰ্ভাংক দীঘল কৰাৰ সুযোগ কম। সংলাপত বক্তৃতাধৰ্মিতা আৰু দীৰ্ঘতা এৰাই চলিব পৰা নাই।[৪৩]

নাটকেইখনৰ নাৰী চৰিত্ৰসমূহ সৃষ্টিত নাট্যকাৰৰ চিন্তাৰ এটি বিকাশ দেখা যায়।'জয়দ্ৰথ বধ'ৰ দ্ৰৌপদী ক্ষত্ৰিয় তেজোদীপ্তা ক্ষত্ৰিয় ৰমণী, কিন্তু কাৰ্যৰ দ্বাৰা প্ৰতিষ্ঠাপিত কৰা নাই। 'ভক্ত গৌৰৱ'ত ইন্দুমতীক কাৰ্যসম্পন্না কৰা হৈছে, কিন্তু তাৰ উৎসত তাম্ৰধ্বজৰ প্ৰতি থকা ব্যক্তিগত প্ৰেমাকাংক্ষাই ক্ৰিয়া কৰিছে। এই দুটা চৰিত্ৰৰ বিপৰীতে 'কল্যাণময়ী'ক অধিক ক্ৰিয়াশীলৰূপে প্ৰতিষ্ঠাৰ প্ৰয়াস কৰিছে। ব্যক্তিপ্ৰেমতকৈ স্বদেশপ্ৰেমৰ গুৰুত্ব অধিক, এই কথা কল্যাণময়ীৰ চৰিত্ৰৰ যোগে প্ৰতিপন্ন কৰিব খোজা হৈছে। স্বদেশপ্ৰেমেৰে উদ্বুদ্ধ নাৰী চৰিত্ৰৰ সন্ধানে 'কল্যাণময়ী'ত পূৰ্ণতা পাইছে। অৱশ্যে চৰিত্ৰটোত স্বাভাৱিকতা দান কৰিব পৰা নাই বুলি আঙুলিয়াই দিয়া হৈছে।[৪৪]

আলোচিত পূৰ্ণাঙ্গ নাটকেইখনৰ উপৰিও নাটকীয় গুণ বিশিষ্ট 'বিপ্লৱৰ শেষ', 'ধুন পেচ' 'শ্ৰীৰামচন্দ্ৰ আৰু তাৰা', 'বিশ্বনাট্য' 'স্বৰ্গমৰ্ত্ত্য ডাক বিভাগ', 'একোক্তি' আদি ৰচনা কৰিছে।

'বিপ্লৱৰ শেষ'ত সহিংস শাসনৰ বিপৰীতে জনসাধাৰণৰ অহিংস সংগ্ৰামৰ সাৰ্থকতা প্ৰতিপন্ন কৰা হৈছে। ইয়াৰ প্ৰেৰণাৰ উৎস গান্ধীবাদী অহিংসা নীতি বুলি অনুমান কৰা হৈছে।[৪৫] 'ধুনপেচ'ত নাৰীৰ কৰ্তব্য আৰু বিলাসিতাৰ অসাৰ্থকতা প্ৰতিপাদ্য বিষয়। 'শ্ৰীৰামচন্দ্ৰ আৰু তাৰা'ত ৰামচন্দ্ৰই বালীক অন্যায়ভাৱে হত্যা কৰাৰ বাবে বালীৰ ভাৰ্যা তাৰাই কৰা তিৰস্কাৰ আৰু ৰামচন্দ্ৰৰ আপোন কৰ্মৰ সপক্ষে যুক্তি প্ৰদৰ্শনেই মূল বিষয়। 'স্বৰ্গমৰ্ত্ত্য ডাক-বিভাগ'ত

---

৩৮ সূৰ্য কুমাৰ ভূঞা, পূৰ্বোল্লিখিত, পৃঃ ১২১.

৩৯ দ্ৰ. সত্যেন্দ্ৰনাথ শৰ্মা, 'ৰায়চৌধুৰীৰ নাট্য প্ৰতিভা', পূৰ্বোল্লিখিত, পৃঃ ১৮৯.

৪০ কল্যাণময়ী, ১ম অংক, ২য় গৰ্ভাংক, ৩য় অংক, ৩য় গৰ্ভাংক।

৪১ সত্যেন্দ্ৰনাথ শৰ্মা, উল্লিখিত, পৃঃ ১৮৯.

৪২ সত্যেন্দ্ৰনাথ শৰ্মা, 'অম্বিকাগিৰী ৰায়চৌধুৰীৰ প্ৰতিভা' পূৰ্বোল্লিখিত, পৃঃ ০.৩৭, অম্বিকাগিৰী ৰায়চৌধুৰী, মোৰ জীৱন ধুমুহাৰ এছাটি, পূৰ্বোল্লিখিত, পৃঃ ৬৬৮.

৪৩ কল্যাণময়ী, ২য় অংকৰ ২য় গৰ্ভাংকত 'জগদম্বা'ৰ সংলাপ, পূৰ্বোল্লিখিত, পৃঃ ২৯২

৪৪ সত্যেন্দ্ৰনাথ শৰ্মা, 'ৰায়চৌধুৰীৰ নাট্য প্ৰতিভা', পূৰ্বোল্লিখিত, পৃঃ ১৮৯.

৪৫ সত্যেন্দ্ৰনাথ শৰ্মা, 'ৰায়চৌধুৰীৰ নাট্য প্ৰতিভা', পূৰ্বোল্লিখিত, পৃঃ ১৮৯.

মানুহ আৰু প্ৰকৃতিৰ সম্পৰ্ক উত্থাপন কৰা হৈছে। 'বিশ্বনাট্য'ত পুৰণি আৰু নতুনৰ সংঘাত, আৰু গতিশীলতাই যে জগতৰ ধৰ্ম সেই কথা কোৱা হৈছে।[৪৬] ইয়াৰ উপৰিও হিংসাৰ বিৰুদ্ধে সাম্য-মৈত্ৰী, ঐক্য আৰু পৰস্পৰৰ আদান-প্ৰদানতহে গতিশীলতা আছে সেই কথাও ক'ব খোজা হৈছে। 'একোক্তি'ত দেশৰ পৰাধীনতাৰ বেদনা আৰু পৰাধীন জাতিৰ মুক্ত আনন্দ যে নাই সেই বিষয়ে ইঙ্গিত দিয়া হৈছে। 'বিপ্লৱৰ শেষ' 'বিশ্বনাট্য' 'একোক্তি'ত পৰোক্ষভাৱে স্বদেশ প্ৰেমৰ চেতনাৰ প্ৰকাশ ঘটিছে।

ওপৰৰ আলোচনাৰ পৰা দেখা গ'ল নাট ৰচনাৰ ক্ষেত্ৰত সুষম শিল্প সৃষ্টি ৰায়চৌধুৰীৰ উদ্দেশ্য নাছিল। কিয়নো, নাটকেইখনত ৰায়চৌধুৰীৰ সযত্ন নাট্য-চৰ্চাৰ প্ৰযত্ন পৰিলক্ষিত হোৱা নাই। গতিকে, ৰায়চৌধুৰীৰ নাট্য চৰ্চাৰ পৃষ্ঠভূমিৰ আলোচনা কৰিলে উপৰি উল্লিখিত আদৰ্শ আৰু লক্ষ্য অধিক স্পষ্ট ৰূপত প্ৰতিভাত হ'ব।

বিংশ শতিকাৰ প্ৰাথমিক বছৰবোৰত বৰপেটা অঞ্চলত বঙালী সাংস্কৃতিক প্ৰভাৱে এটি সাংস্কৃতিক সংকটৰ সৃষ্টি কৰিছিল। ৰায়চৌধুৰীৰ শৈশৱৰ আৰু কৈশোৰ কাল গুৱাহাটীত অতিবাহিত হৈছিল। কম সময়ৰ বাবে বৰপেটালৈ যাওঁতে এই সংকটৰ ঘনীভূত ৰূপটো স্পষ্ট প্ৰত্যক্ষীকৰণ হোৱা নাছিল। থলুৱা সংস্কৃতিৰ তেতিয়া বৰপেটাত মুহ্যমান অৱস্থা। এই সংকটৰ লগত 'জয়দ্ৰথ-বধ' ৰচনা আৰু ৰায়চৌধুৰীৰ নাট্য চৰ্চা ঘনিষ্ঠভাৱে জড়িত। এই সংক্ৰান্তত ৰায়চৌধুৰীয়ে লিখিছে,

> মুকলি মঞ্চৰ এই গীতি নাটখন ৰচনাৰ ৫০ বছৰবো আগৰ এটা জাতীয় ইতিবৃত্ত আছে। মোৰ বয়স তেতিয়া ২৩/২৪ বছৰ। ইং ১৯০৪/৫ চনত তেতিয়াৰ বৰলাট লৰ্ড কাৰ্জনৰ বঙ্গ ভঙ্গই জন্ম দিয়া স্বদেশী আন্দোলনৰ যুগ। গুৱাহাটীত এনাৰ্কিষ্ট দল গঠন কৰা সন্দেহৰ চেকা লৈ মই গুৱাহাটীৰ পৰা মোৰ নিজ ঘৰ বৰপেটাত গৈ থিতি হ'ব লগীয়াত পৰোঁ ইং ১৯০৮ চনৰ শেষ ভাগত। সেই সময়ত, গীতিনাট্য আমোদী বৰপেটাবাসীৰ বঙলা ভাষাৰ গীত নাট অভিনয়ত বুৰ গৈ থকা অৱস্থা।..................... নাম বৰগীত আদি অসমীয়াৰ আপুৰুগীয়া গীত-মাতবিলাক মূৰ্চ্ছাত পৰা অৱস্থা লৈ বুঢ়া—ভকতীয়াসকলৰ ভিতৰত সীমবদ্ধ।[৪৭]

গুৱাহাটীত থাকি দেশৰ বা-বাতৰিৰ বুজ পোৱা ৰায়চৌধুৰীৰ সচেতন মানসিকতা এই অৱস্থা গ্ৰহণৰ পৰিপন্থী। গতিকে, সাংস্কৃতিক অৱক্ষয়ৰ "অসন্মানী ৰূপটোৰ শিপা উভাৰি পেলাবলৈকে মনত দৃঢ় সংকল্প ল'লে।[৪৮]

প্ৰাথমিক স্তৰত সেই সময়ত বৰপেটাত শিল্প চৰ্চা কৰা দলসমূহক "জাতীয় মৰ্য্যদা হানিকৰ অৱস্থাটোৰ কথা কৈ বঙলা ভাষাৰ গীত-নাট এৰি অসমীয়া গীত-নাটৰ অভিনয় কৰিবলৈ অনুৰোধ কৰিলে। কিন্তু দলসমূহে "অসমীয়া ভাষাত অভিনয়ত ধৰিবলৈকে ভাল মন লগা অৰ্থাৎ বচনবোৰ মাতি সুখ পোৱা উপযোগী গীত-নাট নাই" বুলি ৰায়চৌধুৰীক

---

৪৬. উল্লিখিত, পৃঃ ১৮৯-৯০.
৪৭. অম্বিকাগিৰী ৰায়চৌধুৰী, 'জয়দ্ৰথ-বধ ৰচনাৰ ইতিবৃত্ত', অম্বিকাগিৰী ৰায়চৌধুৰী ৰচনাৱলী, পৃঃ ৩.
৪৮. উল্লিখিত, পৃঃ ৩.

নেতিবাচক উত্তৰ দিলে।[৪৯]

১৯১১ চনত ৫ম জৰ্জৰ ভাৰতত ৰাজ অভিষেক উপলক্ষে বৰপেটাতো অন্যান্য কাৰ্যসূচীৰ লগতে নাট্যাভিনয়ৰ বিষয়টো সেই উপলক্ষে আহুত সভাত উত্থাপিত হয়। ৰায়চৌধুৰীয়ে পুনৰ পূৰ্বৰ অনুৰোধ নাট্য দলবোৰৰ উদ্দেশ্যে দোহাৰিলে আৰু উত্তৰো পূৰ্বৰ দৰেই নেতিবাচক হ'ল। ৰায়চৌধুৰীয়ে সভা এৰি গুচি আহিল আৰু এইবোৰ ঘটনাই তেওঁৰ চেতনাসম্পন্ন মনত প্ৰত্যাহ্বানৰ জন্ম দিলে।[৫০] ৰায়চৌধুৰী বংশ পৰম্পৰা সূত্ৰে বৈষ্ণৱ সাংস্কৃতিক পৰম্পৰাৰ অনুগামী আছিল। বৰপেটাৰ নাড়ী-নক্ষত্ৰৰ লগত তেওঁ পৰিচিত। গতিকে মাকৰ পৰামৰ্শ ক্ৰমে "বৰপেটাৰ বৈষ্ণৱী ধাতুত লগাকৈ"[৫১] নাট ৰচনা কৰিবলৈ মহাভাৰতৰ অৰ্জুন পুত্ৰ অভিমন্যু বধ আৰু অৰ্জুনৰ দ্বাৰা জয়দ্ৰথ বধৰ কাহিনীটো বাছি ল'লে। নাট্য চৰ্চাত অনভিজ্ঞ বাবে বঙালী নাটৰ আৰ্হি আৰু "কিছু ভাবো" লৈ নাটৰ ৰচনাত প্ৰবৃত্ত হ'ল। নাট লিখিলে, নিজা তদাৰকত আখৰা আৰু সেই বছৰৰ মাধৱদেৱৰ তিথিত অভিনয় কৰালে। সফলো হ'ল। "জাতীয় মৰ্যদা হানিকৰ" অৱস্থাৰ অৱসান ঘটাই "বৰপেটৰ পৰা বঙলা গীত-নাটৰ" অভিনয়ৰ লগে লগে বঙালী সাংস্কৃতিক প্ৰভাৱ মুক্ত হোৱাৰ পথ প্ৰশস্ত হ'ল আৰু নাট্যকাৰৰ "উদ্দেশ্য পৰিপূৰণ" হ'ল।[৫২] নাট্যকাৰৰ উল্লিখিত উদ্দেশ্য যে নাট্যশিল্পৰ সুষম চৰ্চা নাছিল, সেয়া বোধগম্য। অধিক স্পষ্ট ভাষাত ৰায়চৌধুৰীয়ে লিখিছে, "তেতিয়া মোৰ সাহিত্য সৃষ্টি কৰাতকৈ বঙলা নাটক খেদাহে ঘাই উদ্দেশ্য আছিল।"[৫৩]

গতিকে, ৰায়চৌধুৰীৰ নাট্য চৰ্চাৰ পৃষ্ঠভূমিত আছে সাংস্কৃতিক পৰনিৰ্ভৰশীলতাৰ পৰা অসমীয়া মানুহক মুক্ত কৰাৰ প্ৰৱণতা। সাংস্কৃতিক স্বকীয়তা প্ৰদৰ্শনেৰে, জাতীয় আত্মোপলব্ধি দানেৰে স্বদেশ চেতনা জাগৰিত কৰা।

'জয়দ্ৰথ বধ'ৰ সফলতাই ৰায়চৌধুৰীক উৎসাহিত কৰিলে। বৰপেটাবাসী ৰাইজ আৰু অসমীয়া নাট নকৰোঁ বোলা নাটৰ দলসমূহৰ প্ৰেৰণাত 'ভক্ত গৌৰৱ' লিখি উলিয়ায় আৰু অসমৰ বিভিন্ন মঞ্চত এই নাট দুখন অভিনীত হয়।[৫৪]

তৃতীয় নাট 'কল্যাণময়ী' ৰচনাৰ সংক্ৰান্তত লিখকৰ বক্তব্যই উল্লিখিত স্বদেশপ্ৰেমৰ বিষয়টোৰেই সমৰ্থন কৰে।

> 'জয়দ্ৰথ বধ' আৰু 'ভক্ত গৌৰৱ'ৰ জয়ে মোৰ মনত সংগ্ৰামী কাঠিন্যৰ ভাৱ এটাহে বৰ্তাইছিল সেইটো আছিল কেনেকৈ অসমীয়া ভাষাক বৰপেটীয়া ৰাইজৰ আভিনয়িক ৰুচিৰ উপযোগী কৰি বঙলা ভাষাৰ নাটক অভিনয়ৰ ৰুচি মোহৰ পৰা তেওঁলোকক মুক্ত কৰা যায়। ৰঙ্গমঞ্চৰ বাবে লিখা কল্যাণময়ী নাটকখনো চক্ৰধ্বজ সিংহৰ সময়ত মিৰজুমলাৰ অসম আক্ৰমণত বিধ্বস্ত

৪৯. উল্লিখিত, পৃঃ ৩-৪। উল্লিখিত 'বচনবোৰ মাতি সুখ পোৱা' কথাষাৰ ৰায়চৌধুৰীৰ নাটসমূহৰ সংলাপৰ উচ্ছ্বাসপূৰ্ণতা, দীৰ্ঘতা আদিৰ হেতু।

৫০. অম্বিকাগিৰী ৰায়চৌধুৰী, 'জয়দ্ৰথ-বধ ৰচনাৰ ইতিবৃত্ত', পুৰ্বোল্লিখিত, পৃঃ ৪-৫.

৫১. উল্লিখিত 'বৈষ্ণৱী ধাতু' লগোৱাৰ চিন্তা ক্ৰিয়াশীল হৈ থকাৰ ফলত নাট দুখনত ধৰ্মৰ প্ৰত্যক্ষ উল্লেখ আৰু কৃষ্ণ চৰিত্ৰৰ বিশেষ গুৰুত্ব দেখা যায়।

৫২. অম্বিকাগিৰী ৰায়চৌধুৰী, 'জয়দ্ৰথ বধ ৰচনাৰ ইতিবৃত্ত', পুৰ্বোল্লিখিত, পৃঃ ৮-৯.

৫৩. উল্লিখিত, পৃঃ ৫.

৫৪. উল্লিখিত, পৃঃ ৮.

হোৱা ঘটনা লৈ এটি সংগ্ৰামী মানসিকতাৰেই লিখা হৈছিল।[৫৫]

নাটকেইখনৰ অন্তৰঙ্গ উপাদানতো দেশপ্ৰেমৰ আদৰ্শ স্পষ্ট। জয়দ্ৰথ বধত এই উপাদান স্পষ্ট ৰূপত নাথাকিলেও 'ভক্ত গৌৰৱ' আৰু 'কল্যাণময়ী'ত সেই আদৰ্শ প্ৰত্যক্ষ। 'ভক্ত গৌৰৱ'ত পাণ্ডৱৰ যজ্ঞাশ্ব বন্দী কৰাৰ পাছত পাণ্ডৱৰ লগত সংগ্ৰামত প্ৰবৃত্ত হোৱা-নোহোৱাৰ লৈ পিতা-পুত্ৰৰ মত বিৰোধ হৈছে।[৫৬] সেই সময়ত ইন্দুমতীয়ে সকলোকে উদ্দেশ্য কৰি কৈছে,

জন্মভূমি জননীৰ বিশাল বুকত
শত্ৰুই আঘাত কৰে ঘৃণিত পদেৰে
মাতৃৰ সন্তান হৈ
সেই দুখ গুচাবৰ চেষ্টা কৰা নাই।
ইয়াতকৈ আছেনে লাজৰ কথা আৰু ?[৫৭]

আকৌ তাম্ৰধ্বজক উদ্দেশ্য কৰি কৈছে,

যুৱৰাজ
তুমিওনে পিতৃৰ নিচিনা
কঁপি কঁপি মৃত্যুৰ ভয়ত
জনমভূমিৰ এই সঙ্কট কালত
দেখি আছা মৰণৰ বিভৎস তাণ্ডৱ ?
ৰত্নাৱতীৰ যুৱৰাজে
ইখিনিতে কৰিছেনে
জীৱনৰ উদ্দেশ্য সফল।[৫৮]

আনহাতে ধৰ্মপ্ৰাণ শিখিধ্বজৰ মুখতো ধৰ্ম সত্য ৰক্ষাৰ বাবে আত্মবলিদান দিয়াৰ আগতে স্বদেশপ্ৰেম প্ৰকাশক সংলাপ,

ব'লা ৰাণী ব'লা তাম্ৰধ্বজ
মোৰ অবিহনে
মাতৃৰ উপদেশ মানি
মোৰ এই সুহৃদ সখা
আৰু মন্ত্ৰীবৰ সত্যশীলৰ সৈতে
পৰামৰ্শ কৰি আনন্দেৰে পালিবা প্ৰজাক
অৰিকুল ধ্বংস কৰি
জননী জন্মভূমি স্বৰ্গাদপি গৰীয়সী
স্বদেশৰ ভৱিষ্যত অনন্ত কালৰ বাবে
ৰাখিবা সংশয় মুক্ত কৰি।[৫৯]

---

৫৫. অম্বিকাগিৰী ৰায়চৌধুৰী, মোৰ জীৱন ধুমুহাৰ এছাটি, পূৰ্বোল্লিখিত, পৃঃ ৬৬৮.
৫৬. ভক্ত গৌৰৱ, ২য় অংক, ৩য় দৃশ্য.
৫৭. ভক্ত গৌৰৱ, ২য় অংক, ৩য় দৃশ্য, পূৰ্বোল্লিখিত, পৃঃ ১৮৩.
৫৮. ভক্ত গৌৰৱ, ২য় অংক, ৩য় দৃশ্য, পূৰ্বোল্লিখিত, পৃঃ ১৮৩.
৫৯. উল্লিখিত, ৪ৰ্থ অংক, ৫ম দৃশ্য, পৃঃ ২৬৩.

সেইদৰে 'কল্যাণময়ী'ত কল্যাণময়ীৰ প্ৰেমাকাংক্ষী চক্ৰধ্বজক কল্যাণময়ীয়ে কৈছে, প্ৰথমে দেশপ্ৰেম, পাছতহে প্ৰণয়—

একফালে দিল্লীশ্বৰে দূত পঠিয়াই
বীৰ্য্যহীন আমি ম্লেচ্ছৰ পদত
পৰি থকা জাননী জনাই,
কৰ আদায়ৰ হেতু কৰিছে তাড়না
আনফালে নিশ্চিন্ত মনেৰে তুমি
খুজিছা প্ৰণয় মোৰ
স্বভাৱ বিৰুদ্ধ যেন লাগে।[৬০]

আকৌ,

আগতে ক্ষত্ৰিয় বীৰ্য্য বুকত জ্বলাই
ধৰ্মনাশী শত্ৰুৰৰ
ভস্ম কৰি অস্তিত্ব সমূলি
শত্ৰুহীন কৰি এই স্বৰ্ণ আসামৰ
কৰিলে প্ৰণয় ভিক্ষা
তেহে হ'ব স্বভাৱিক।[৬১]

নাট্যকাৰ ব্যক্তি জীৱনতো, "ব্যক্তিপ্ৰেমতকৈ দেশপ্ৰেম মহীয়ান। দেশৰ আৰু জাতিৰ পৰাধীনতাৰ ব্যক্তীয় সকলো ৰূপ সকলো সৌন্দৰ্য্য সকলো সম্পদ মান নিষ্প্ৰভ, ম্লান" বুলি বিশ্বস্ত।[৬২]

যুদ্ধৰ শেষত চক্ৰধ্বজৰ ওচৰত আহত কল্যাণময়ীক গতাই দিবলৈ অহা শত্ৰু ৰামসিংহৰ মুখতো কল্যাণময়ীৰ স্বদেশপ্ৰেমৰ বন্দনা ঃ

জয় উল্লাসত তুমি বিভত নহৈ,
এনে নাৰী আসামৰ,
ঘৰে ঘৰে জন্মিবৰ বাবে
দিন ৰাতি কৰিবা সাধনা।[৬৩]

সেই বাবেই, এই নাটখনৰ বিষয়ে লেখা হৈছে,

> চৰিত্ৰসমূহৰ ভাৱ-চিন্তা আৰু উক্তিত দেশোদ্ধাৰৰ জল্পনা-কল্পনাই প্ৰধানকৈ ঠাই পাইছে, সেই কাৰণে দেশপ্ৰেমৰ উচ্ছ্বাস এই নাটৰ প্ৰধান বৈশিষ্ট্য।[৬৪]

ৰায়চৌধুৰীয়ে তেওঁৰ প্ৰথম নাট 'বন্দিনী ভাৰত মাতা'ৰ ৰচনাৰ বিষয়ে লেখিছে,

> 'তুমি' আৰু 'বীণা' ৰচনাৰ আগডোখৰ বয়সৰ পৰাই মোৰ ভিতৰত জনসেৱা আৰু স্বদেশানুৰাগৰ যি এটা কেঁচা ক্ষীণ প্ৰবাহ বৈ আছিল সেই প্ৰবাহৰ বেগে

---

৬০ কল্যাণময়ী, ২য় অংক, ৫ম গৰ্ভাংক, পূৰ্বোল্লিখিত পৃঃ ২৯৯.
৬১ উল্লিখিত, পৃঃ ৩০০
৬২. অম্বিকাগিৰী ৰায়চৌধুৰী, মোৰ জীৱন ধুমুহাৰ এছাটি, পূৰ্বোল্লিখিত, পৃঃ ৭৫২.
৬৩. কল্যাণময়ী, ৫ম অংক, ৩য় গৰ্ভাংক, পূৰ্বোল্লিখিত পৃঃ ৩৩১.
৬৪. সত্যেন্দ্ৰনাথ শৰ্মা, 'ৰায়চৌধুৰীৰ নাট্য প্ৰতিভা', পূৰ্বোল্লিখিত, পৃঃ ১৮৯.

মোক 'লিখা'তকৈ 'কৰা'ৰ ফালেৰে সদায় পৰিচালিত কৰিছিল। ইং ১৯০৪ চনত 'বন্দিনী ভাৰত মাতা' নামেৰে এখন সৰু নাটক লিখি উলিয়াই সৰস্বতী পূজাৰ দিনা গুৱাহাটীৰ কলেজিয়েট স্কুলত অভিনয় কৰিছিলো। সেই নাটকখনৰ পাণ্ডুলিপি অভিনয় শেষ হোৱা মাত্ৰেই পুলিচে লৈ গৈ নষ্ট কৰি পেলাইছিল। সেই নাটকখন ৰচনা কৰাৰ উদ্দেশ্য আছিল, বৃটিছ শাসনৰ বিৰুদ্ধে দেশবাসীৰ মনত তীব্ৰ বিক্ষোভ সৃষ্টি কৰা।[৬৫]

আনহাতেদি, ৰায়চৌধুৰীৰ ৰচনাৰ, 'তুমি' 'বীণা' আৰু 'অনুভূতি'ত অন্তৰ্ভুক্ত কিছু সংখ্যক কবিতাৰ বাহিৰে "ৰচনাৰ প্ৰায় আটাইখিনিয়েই প্ৰত্যক্ষভাৱে উদ্দেশ্যমূলক"।[৬৬]

গতিকে, দেখা গ'ল, নাটকসমূহৰ ৰচনাও উল্লিখিত উদ্দেশ্য বহিৰ্ভূত হ'ব নোৱাৰে। দেশসেৱাৰ প্ৰবল প্ৰেৰণাত নাটসমূহ ৰচনা কৰিছিল। এই বিষয়ে ৰায়চৌধুৰীৰ বক্তব্যও স্পষ্ট,

উক্ত নাটকসমূহ ৰচনাৰ ক্ষেত্ৰতো সাহিত্য সৃষ্টি কৰা মোৰ উদ্দেশ্য নাছিল, — আছিল দেশ-সেৱাৰ আকাংক্ষা।[৬৭]

উল্লিখিত 'জনসেৱা' আৰু 'স্বদেশানুৰাগে' ৰায়চৌধুৰীক 'দেশসেৱা'ৰ আদৰ্শক জীৱনাদৰ্শ ৰূপে গ্ৰহণ কৰাইছিল। সেই আদৰ্শৰ মূল লক্ষ্য আছিল 'জাতীয় মৰ্যদা হানিকৰ' অৱস্থাৰ মূল উৎস জাতীয় চেতনা আৰু দেশপ্ৰাণতাহীনতাৰ অন্ত পেলাই অসমীয়া জনসাধাৰণক দেশপ্ৰেমেৰে উদ্বুদ্ধ কৰা। দেশপ্ৰেমৰ অনিৰ্বাপিত চেতনাইহে অসমীয়া জাতিৰ জাতীয় জীৱন, জাতীয় আৰ্থ-ৰাজনৈতিক আৰু সাংস্কৃতিক সত্তাক নিৰাপদে ৰাখিব পাৰে। গতিকে, অসমীয়া জাতিৰ সাৰ্মগ্ৰিক বিকাশ আছিল তেওঁৰ লক্ষ্য। ৰায়চৌধুৰীৰ নিজা বক্তব্য উল্লেখ কৰিলে বিষয়টো অধিক স্পষ্ট হ'ব,

মোৰ এই সকলো সংগঠন আৰু কৰ্ম পৰিচালনাৰ একেটা লক্ষ্য অসম আৰু অসমীয়া জাতিক নিজ দেশত নিজস্ব ৰূপত, নিজস্ব অধিকাৰত শক্তিশালীকৈ প্ৰতিষ্ঠা কৰা।[৬৮]

গতিকে, নাটসমূহৰ ৰচনাও উল্লিখিত আদৰ্শ আৰু লক্ষ্য বহিৰ্ভূত নোহোৱাটোৱেই স্বাভাৱিক।

৬৫. অম্বিকাগিৰী ৰায়চৌধুৰী, 'মই লিখোঁ কিয়?', পূৰ্বোল্লিখিত, পৃঃ ৯৯৩.

৬৬. উল্লিখিত, পৃঃ ৯৯৪.

৬৭. উল্লিখিত, পৃঃ ৯৯৪.

৬৮. উল্লিখিত, পৃঃ ৯৯৬; 'অসমীয়া সংৰক্ষিণী সভা', 'অসম জাতীয় মহাসভা', আদি সংগঠনসমূহৰ কথা উল্লেখ কৰিছে।

## ৬.০৫ ৰায়চৌধুৰীৰ সাহিত্যৰ সামগ্ৰিক মূল্যায়ন

কোনো লেখকৰ সাহিত্যৰ মূল্যায়নত ব্যক্তিগত জীৱনৰ পটভূমিৰ উল্লেখ যিদৰে নিতান্ত প্ৰাসঙ্গিক সেইদৰে সমানে গুৰুত্বপূৰ্ণ ঐতিহাসিক পৃষ্ঠভূমি। কিয়নো, সামাজিক প্ৰাণী হিচাপে কোনো লেখকে সমাজ বিচ্ছিন্ন জীৱন নিৰ্বাহ কৰিব নোৱাৰে। গতিকে, ঐতিহাসিক আৰ্থ-ৰাজনৈতিক আৰু সাংস্কৃতিক ঘটনাৱলীত জনসাধাৰণে অংশ গ্ৰহণ কৰি পাৰস্পৰিক ক্ষেত্ৰত সামাজিক গতি প্ৰকৃতিৰ নিৰ্ণায়কৰ ভূমিকা লয়। বুদ্ধিজীৱীসকল সমাজৰে অগ্ৰণী অংশ। গতিকে, যুগৰ আৰু জনসাধাৰণৰ আশা-আকাংক্ষাৰ দ্বাৰা তেওঁলোক প্ৰভাৱিত হয় আৰু সেই আশা আকাংক্ষাক শক্তিশালী ব্যক্তিত্বৰে প্ৰভাৱিত কৰি প্ৰয়োজনীয় গঢ দিবলৈ চেষ্টা কৰে।[১] গতিকে, ৰায়চৌধুৰীৰ সাহিত্যৰ মূল্যায়নো সেই দিশতে কৰিবলৈ চেষ্টা কৰা হৈছে।

মধ্যযুগৰ অসমৰ জাতীয় জীৱনৰ ৰূপ দান কৰোঁতা শংকৰদেৱৰ লগত বংশগত সূত্ৰে সম্পৰ্কিত, পাৰিবাৰিক সূত্ৰে জাতীয় সাংস্কৃতিক পৰম্পৰাৰ লগত সংযুক্তি, বৈষ্ণৱ সাংস্কৃতিক পৰম্পৰাৰ চৰ্চা কেন্দ্ৰ বৰপেটাত জন্ম আৰু শৈশৱ অতিবাহিত কৰি উত্তৰাধিকাৰ আৰু পাৰিপাৰ্শ্বিক প্ৰভাৱ সূত্ৰে ৰায়চৌধুৰীয়ে এক আধ্যাত্ম চেতনা লাভ কৰিছিল। এই অধ্যাত্ম চেতনাৰ লগত ভাৰতীয় সাংস্কৃতিক চেতনাৰ প্ৰভাৱো ঐতিহ্যসূত্ৰে আত্মসাৎ কৰিছিল। প্ৰাক্-বৃটিছ ভাৰতত ৰাজনৈতিক অনৈক্য সত্বেও সাংস্কৃতিক ঐক্যসূত্ৰ প্ৰৱাহিত আছিল।[২]

উল্লিখিত সূত্ৰে আত্মীকৃত আধ্যাত্মবাদী সাংস্কৃতিক পৰম্পৰাৰ পৃষ্ঠভূমিত ৰায়চৌধুৰীক আমি এজন যথাৰ্থ আধ্যাত্মিক তথা অতীন্দ্ৰিয়বাদী চেতনাৰ কবিৰূপে জীৱনৰ প্ৰথম আৰু দ্বিতীয় পৰ্বৰ কবিতাসমূহত আৰু আধ্যাত্মিক গীতাৱলীৰ স্ৰষ্টাৰূপত প্ৰত্যক্ষ কৰিছোঁ।[৩] তদুপৰি চন্দ্ৰকুমাৰ আগৰৱালাৰ 'মাধুৰী' আৰু লক্ষ্মীনাথ বেজবৰুৱাৰ 'প্ৰিয়তমা'[৪] কবিতাত প্ৰকাশিত আধুনিক অসমীয়া কবিতাৰ কামসিক চেতনাৰ সুৰটো ৰায়চৌধুৰীৰ কবিতাত অধিক স্পষ্ট ৰূপত প্ৰকাশ ঘটিছে।[৫] উল্লিখিত কবিতাসমূহ আৰু গীতাৱলীৰ বৌদ্ধিক উপাদান ভাৱবাদী দৰ্শন জাত ব্যক্তিগত ৰসানুভূতি। সেই বাবে, এই কবিতা আৰু গীতসমূহ ব্যক্তি-চেতনাৰ যথাৰ্থ প্ৰকাশ বুলিব পাৰি।

বিংশ শতিকাৰ দ্বিতীয় দশকৰ পৰা ভাৰত তথা অসমৰ ৰাজনৈতিক ঘটনাৱলী খৰ গতিত পৰিৱৰ্তিত হ'বলৈ ধৰে। পৰিৱৰ্তিত পৰিস্থিতিত সংঘটিত সামাজিক-ৰাজনৈতিক ঘটনাৱলীৰ লগত ৰায়চৌধুৰীৰ প্ৰত্যক্ষ সংযুক্ত গঢ়ি উঠিল।[৬] ৰায়চৌধুৰীৰ পূৰ্বৰ আধ্যাত্মিক চেতনা পৰিৱৰ্তিত সামাজিক-ৰাজনৈতিক ঘটনাপ্ৰৱাহে সমাজমুখী কৰি নতুন মাত্ৰা আৰু বিস্তৃত আয়তন দান কৰিলে। এই মাত্ৰা নিতান্তই ৰাজনৈতিক। ফলস্বৰূপে ৰাজনৈতিক চেতনা যুক্ত

---

১. পূৰ্ববৰ্তী, ০.০১.
২. পূৰ্ববৰ্তী, ০.০৩, ৪.০১.
৩. পূৰ্ববৰ্তী, ৪.০২, ৬.০১, ৬.০২.
৪. যজ্ঞেশ্বৰ শৰ্মা (সম্পা.) শতপত্ৰ, (আধুনিক অসমীয়া কবিতাৰ সংগ্ৰহ) পৃঃ ১২, পৃঃ ১৯.
৫. দ্ৰ. ভূমি কাব্য, পূৰ্ববৰ্তী, ৬.০১.
৬. পূৰ্ববৰ্তী, ০.০৩, ৩.০২, ৫.০১.

কবিতাসমূহ আৰু গীতসমূহৰ স্ৰষ্টাৰূপে লক্ষ্য কৰোঁ। এই সমূহৰ মূল প্ৰেৰণা বৃটিছ সাম্ৰাজ্যবাদ-বিৰোধী, জাতীয়তাবাদী, স্বৰাজ-স্পৃহা জনিত স্বদেশ-চেতনা। উক্ত স্বদেশ-চেতনা সংগ্ৰামমুখী আৰু বৈপ্লৱিক।[৭]

ৰায়চৌধুৰীৰ সাহিত্য চিন্তাৰ এই বিবৰ্তন আৰু মাত্ৰাৰ উপাদান ভাৰতীয় পটভূমিৰ স্বৰাজ স্পৃহা, কংগ্ৰেছ দলৰ কাম-কাজ গান্ধীবাদী চিন্তা আৰু উদাৰনৈতিক মানৱিকী চেতনা-সম্ভূত বুলি ঠাৱৰ কৰিব পাৰি। বৰপেটাৰ এটা ঐতিহ্যসম্পন্ন পৰিয়ালৰ এজন মানুহ হিচাপে আমি ৰায়চৌধুৰীক যথাৰ্থ অতীন্দ্ৰিয়বাদী কবি ৰূপেই পালোঁহেঁতেন যদিহে ভাৰত তথা অসমত উল্লিখিত ঐতিহাসিক, ৰাজনৈতিক ঘটনাৱলী নঘটিলহেঁতেন আৰু তাত ৰায়চৌধুৰীৰ সংযুক্তি নঘটিলহেঁতেন।

ঐতিহাসিক কাৰণত বিলম্বিত অসমীয়া জাতিসত্তাৰ বিকাশৰ এটি জটিল সময়ৰ বুদ্ধিজীৱী হিচাপে জাতিসত্তাৰ বিকাশ আৰু সাংস্কৃতিক স্বকীয়তা সংৰক্ষণ, সংবৰ্ধনৰ প্ৰক্ৰিয়াটোক ঐতিহাসিক পটভূমিত নিজা বিচাৰ-বিশ্লেষণেৰে এটি নিৰ্দিষ্ট গঢ় দিবলৈকো তেওঁ চেষ্টা কৰিছিল ৰাজনৈতিকভাৱে।[৮] ফলত, উল্লিখিত ৰাজনৈতিক চিন্তা-চেতনাৰ আয়তন আৰু মাত্ৰাত দ্বি-কৌণিক প্ৰবাহ স্পষ্ট হ'ল। ভাৰতীয় চেতনা আৰু অসমীয়া চেতনাৰ এটি সংশ্লেষণ সৃষ্টিৰ প্ৰযত্নত সংগঠক আৰু ভাষ্যকাৰ হিচাপে সাহিত্যকো এটি মাধ্যমৰূপে ব্যৱহাৰ কৰিলে, যিদৰে পূৰ্বৰ স্তৰটোত কৰিছিল।

সাংবাদিক হিচাপে 'চেতনা' আৰু পৰৱৰ্তী কালত 'ডেকা অসম'ৰ যোগেদি জাতি গঠনৰ প্ৰক্ৰিয়াটোত অধিক দৃষ্টি নিবদ্ধ কৰাৰ ফলত পৰৱৰ্তী ৰচনাসমূহত আঞ্চলিক চেতনা অধিক প্ৰকট। সেই বাবেই, তৃতীয় পৰ্ব আৰু তৎপৰৱৰ্তী কালৰ কবিজনৰ কবিতাসমূহত বিষয়তকৈ বিষয়ী, ভাব সম্পদতকৈ লক্ষ্যই, শিল্প ৰূপতকৈ বক্তব্যই অধিক গুৰুত্ব পোৱাৰ ফলত এইবোৰ কবিতা হিচাপে ৰসোত্তীৰ্ণ নহ'ল।[৯] এইবোৰৰ মাজতে ৰাজনৈতিক ঘটনাৱলীয়ে সৃষ্টি কৰা বিপ্লৱী চেতনাৰ প্ৰকাশ ঘটা কবিতাকেইটাই সংগ্ৰামী জীৱনৰ সাৰ্থক ৰূপৰ সূচনা কৰিলেও অধিক শিল্পসন্মত ৰূপলৈ পৰৱৰ্তী কাব্য চৰ্চাৰ বিকাশ ব্যাহত হ'ল।[১০]

স্বদেশপ্ৰেমমূলক সাহিত্যৰ মূল্যায়নত আন এটি প্ৰাসংগিক বিষয় হ'ল ইয়াৰ সামাজিক, ৰাজনৈতিক আৰু কালগত উপযোগিতা। গতিকে, কালগত উপযোগিতাৰ দিশৰ পৰাই স্বদেশ-চেতনাজনিত সাহিত্যৰ মূল্যায়ন হোৱা উচিত। এই বিষয়ত জন ড্ৰিংকৱাটাৰৰ বক্তব্য প্ৰণিধানযোগ্য।[১১]

গদ্য ৰচনাৱলীত ৰায়চৌধুৰীক মূলতঃ এজন ৰাজনৈতিক সংগঠনক, অসমীয়া আঞ্চলিক চেতনাৰ তাত্ত্বিক আৰু ভাষ্যকাৰ ৰূপতহে অধিকভাৱে পোৱা যায়। 'জগতৰ শেষ আদৰ্শ আৰু

---

৭. পূৰ্ববৰ্তী, ৪.০২, ৬.০১, ৬.০২.
৮. পূৰ্ববৰ্তী, ৩.০৩, ৫.০২.
৯. পূৰ্ববৰ্তী, ৪.০২, ৬.০১, পৰৱৰ্তী, ৭.০২.
১০. পূৰ্ববৰ্তী, ৬.০১.
১১. দ্ৰ. অঞ্জলি কাঞ্জিলাল, 'নিবেদন' উনবিংশ শতাব্দীৰ বাংলা সাহিত্যে স্বদেশ প্ৰেম, পৃঃ ২৩.

বিশ্বশান্তি স্থাপনৰ পথ' নির্দেশ কৰিব খোজা ৰায়চৌধুৰী ক্ৰমে বহল দার্শনিক চিন্তাৰ বৃত্তৰ পৰা সংকুচিত আঞ্চলিক চেতনাৰ পৰিধিৰ মাজলৈ সোমাই আহিল।[১২]

আত্মজীৱনীমূলক ৰচনাসমূহত[১৩] ৰায়চৌধুৰীৰ উদাৰ মানৱিকতাবোধ, সংগ্রামী মানসিকতা, দৃঢ় ব্যক্তিত্বৰ ছাপ স্পষ্টৰূপত আছে। জীৱনৰ ঘটনাৱাজিৰ নিৰাবৰণ প্রকাশ এইবোৰত ঘটিছে। আধাডুখৰীয়া হ'লেও ৰচনাসমূহ সংগ্রামী মানসিকতাৰ প্ৰেৰণা হ'ব পাৰে। আনহাতেদি অসমীয়া প্ৰেমৰ কাব্য জগতত ব্যক্তিগত প্ৰেমৰ নিৰাবৰণ প্ৰকাশৰ (এনে ব্যতিক্ৰম অসমীয়া সাহিত্যত দ্বিতীয় নাই) ফলত গতানুগতিক আৰু কেৱল তথ্যভিত্তিক জীৱনী সাহিত্যত এটি উল্লেখযোগ্য ব্যতিক্ৰম বুলি চিহ্নিত।

অসম সাহিত্য সভাৰ অভিভাষণখনি(১৯৫০)ত সাহিত্য সংজ্ঞা নির্ধাৰণৰ প্রচেষ্টা কৰিছে স্ব-দৃষ্টিকোণেৰে। ইয়াৰ উপৰিও নিজা জীৱনাদর্শৰ ভিত্তিত অসমীযা জাতিৰ দোষ-দুর্বলতা আৰু উন্নতিৰ পথ নির্দেশ কৰিবলৈ চেষ্টা কৰিছে। এনেবোৰ বিষয়ত জীৱনাদর্শৰ তৃতীয় পর্বৰ চিন্তা-চেতনা প্রকাশ হৈছে। সাহিত্যৰ সংজ্ঞাৰ প্ৰসঙ্গত, সসীম আৰু অসীমৰ মিলন, মানবাত্মাক মানৱীয় মর্যাদাত প্রতিষ্ঠা, দেশ আৰু জাতিক স্বমর্যাদাত প্রতিষ্ঠাৰ ওপৰত গুৰুত্ব দিয়া হৈছে।[১৪] উল্লিখিত ব্যাখ্যাত ৰোমান্টিক যুগৰ উদাৰনৈতিক আৰু ভাববাদী চিন্তা-চেতনাৰ প্ৰভাৱ স্পষ্ট।

গদ্যশিল্পী হিচাপে ৰায়চৌধুৰীৰ বিশেষ অৱদান হ'ল উজনি-নামনিৰ ভাষিক ব্যৱহাৰৰ সমতা অনাৰ প্ৰচেষ্টা। এই প্রচেষ্টা পৰৱৰ্তী কালত 'আৱাহন' আলোচনীয়ে কৰিছিল। আনহাতে ৰায়চৌধুৰীৰ গদ্য সংস্কৃতগন্ধী আৰু আবেগনির্ভৰ। ৰায়চৌধুৰীৰ গদ্য তেওঁৰ দৃঢ় ব্যক্তিত্ব-সূচক। ৰায়চৌধুৰীৰ গদ্যত 'ষ্টাইল ইজ দি মেন' কথাষাৰ যথার্থভাৱেই প্রযোজ্য। সেই বাবেই ৰায়চৌধুৰীৰ গদ্য অননুকৰণীয়।[১৫]

নাট্যশিল্পী হিচাপে ৰায়চৌধুৰীৰ কৃতিত্ব সীমিত। নাটৰ কলাকৌশল, আঙ্গিক, চৰিত্ৰসৃষ্টি আদিত শিল্প-চেতনা অনুপস্থিত। দেশসেৱাৰ আবেগ আৰু স্বদেশ-চেতনাই সার্থক নাট সৃষ্টিৰ যথার্থ উপাদান নহয়। নাট্যকাৰ হিচাপে ৰায়চৌধুৰীৰ অৱদান হ'ল জাতীয় সংস্কৃতিত বংগীয় প্ৰভাৱ নষ্ট কৰি অসমীয়া নাট্যাভিনয় প্রচলন কৰা।[১৬] এই ক্ষেত্ৰত বেজবৰুৱাৰ দিনৰে পৰা আৰম্ভ হোৱা নিঃবংগায়ন[১৭] প্রক্রিয়াক শক্তিদান কৰাৰ ভূমিকাহে ৰায়চৌধুৰীৰ কৃতি। এই কার্যত ৰায়চৌধুৰীক মূলতঃ সাংস্কৃতিক জাতীয়তাবাদীৰ প্ৰবক্তাৰূপে অভিহিত কৰিব পাৰি। পূৰ্বে উল্লেখ কৰা হৈছে একোজন লিখক, শিল্পীয়ে সাংস্কৃতিক জাতীয়তাবাদৰ সৃষ্টিত একো সময়ত বিশিষ্ট অৰিহণা দিয়ে।[১৮]

---

১২. পূর্ববর্তী, ৩.০২, ৩.০৩, ৫.০১, ৫.০২, ৬.০৩.
১৩. দ্ৰ. মোৰ জীৱন ধুমুহাৰ এছাটি
১৪. পূর্ববর্তী, ৩.০৩, ৪.০১.
১৫. পূর্ববর্তী, ৪.০৩, ৬.০৩; পৰবৰ্তী, ৭.০১.
১৬. পূর্ববর্তী, ৪.০৪, ৬.০৪.
১৭. প্রসেঞ্জিৎ চৌধুৰী, 'বংগায়ন আৰু নিঃবংগায়ন' সাদিন, (শৰৎ সমগ্র) ১৯৮৯, পৃঃ ৭-৮; সম্পা. অজিত কুমাৰ ভূঞা.
১৮. পূর্ববর্তী, ০.০২.

অসমীয়া জাতিসত্তাৰ বিকাশৰ প্ৰাথমিক পৰ্যায়ত সাংস্কৃতিক পৰনিৰ্ভৰশীলতা আৰু তাৰ ফলত সাংস্কৃতিক স্বকীয়তা নষ্ট হোৱাৰ প্ৰৱণতা এটি ঊনবিংশ শতিকাত দেখা গৈছিল। অৱশ্যে ঊনবিংশ শতিকাতেই এই প্ৰৱণতাৰ বিৰুদ্ধে অসমীয়া বুদ্ধিজীৱীসকলে তেওঁলোকৰ কৰ্মৰাজি নিযুক্ত কৰিছিল।

এই আলোচনাৰ পৰা দেখা গ'ল, ৰায়চৌধুৰীৰ জীৱনৰ বিভিন্ন পৰ্বৰ চিন্তা-চেতনা তেওঁৰ ৰচনাৰাজিত বিয়পি আছে। ৰায়চৌধুৰীৰ বাস্তৱ আৰু বৈষয়িক জীৱনৰ যি দ্বি-কৌণিকতা লক্ষ্য কৰা যায় সাহিত্যতো সেই দ্বৈত ব্যক্তিত্ব সমুজ্জ্বল হৈ আছে। কিন্তু দ্বৈত ব্যক্তিত্বত প্ৰথমটিহে অৰ্থাৎ এগৰাকী অতীন্দ্ৰিয় চেতনাৰ সাৰ্থক কবিৰূপেহে অসমীয়া সাহিত্যত স্থান নিৰ্ধাৰিত হ'ব। ৰাজনৈতিক তাত্ত্বিক অথবা ভাষ্যকাৰ হিচাপে ৰায়চৌধুৰীৰ অৱস্থান নিতান্তই বৈষয়িক; অসমীয়া জাতি গঠন প্ৰক্ৰিয়াৰ বহুমাত্ৰিক গতিয়ে তেওঁৰ তত্ত্ব নাকচ কৰি দিবগৈও পাৰে।

## সপ্তম অধ্যায়

## ৭.০০ অম্বিকাগিৰী ৰায়চৌধুৰী আৰু তেওঁৰ সংবাদ সেৱা : প্ৰেৰণা আৰু লক্ষ্য

### ৭.০১ সমকালীন অসমীয়া সংবাদ পত্ৰৰ প্ৰতি দৃকপাত

ঊনবিংশ শতিকাৰ প্ৰথমাৰ্ধৰ শেষ দশকত আমেৰিকান মিছনেৰীসকলৰ দ্বাৰা প্ৰকাশিত 'অৰুনোদই' (১৮৪৬) 'সম্বাদ পত্ৰ'তেই[১] অসমীয়া 'সংবাদ-সাহিত্য'ৰ[২] সূত্ৰপাত। এই শতিকাত প্ৰকাশিত অন্যান্য আলোচনী, সংবাদ পত্ৰ, — আসাম নিউচ (১৮৮২-৮৫) আসাম বন্ধু (১৮৮৫-৮৬), জোনাকী (১৮৮৯) বিজুলী (১৮৯০) আসাম-বিলাসিনী (১৮৭১-৮৩) মৌ (১৮৮৬) আসাম তৰা (১৮৮৯-৯০) লৰাবন্ধু (১৮৮৮) আদি উল্লেখযোগ্য।[৩]

অসমীয়া সাংবাদিকতা সাহিত্য-সম্ভূত। কিয়নো, অসমীয়া সাংবাদিকতাৰ আৰম্ভ আৰু বিকাশৰ পৰ্যায়ত প্ৰতিষ্ঠিত লিখকসকলৰ সংযুক্তি ঘনিষ্ঠ আছিল। সেই বাবেই বংগদেশ বা অন্যান্য ৰাজ্যৰ বিপৰীতে অসমীয়া সাংবাদিকতাক স্বাধীনতাৰ কাললৈকে ভাষা-সাহিত্য আদি বিষয়বোৰে নিয়ন্ত্ৰণ কৰিছিল।[৪]

সেই বাবেই, আধুনিক অৰ্থত অসমীয়া সংবাদ পত্ৰৰ জন্মলৈকে আলোচনীসমূহৰ লগত অসমীয়া 'সংবাদ-সাহিত্য' জড়িত হৈ থাকিল। আনহাতেদি "এই মাহেকীয়া কাকতবোৰতে সাংবাদিকতাৰ অঙ্কুৰ আৰু পৰিবৰ্ধন" ঘটিছে।[৫] গতিকে আমাৰ আলোচ্য বিষয় প্ৰসংগত অসমীয়া আলোচনীসমূহৰ প্ৰাসঙ্গিক উল্লেখ কৰা উচিত হ'ব বুলি ভবা হৈছে। কিয়নো, আধুনিক অসমীয়া সাহিত্য আৰু অসমীয়া সাংবাদিকতা প্ৰায় হাতত ধৰা ধৰিকৈ আগবাঢ়িছে। প্ৰসঙ্গ-ক্ৰমে বেণুধৰ শৰ্মাৰ মন্তব্য এটি উদ্ধৃত কৰিব পাৰি,

> সংবাদ পত্ৰ আৰু আলোচনী কাকতৰ News Paper & Views paper বা Journal— কৃত্য সুকীয়া সুকীয়া। আমাৰ দেশৰ সাংবাদিকতাই কিছুদিনৰ আগলৈকে দুয়োটা কৰ্ম একেলগেই সম্পাদন কৰিছিল।[৬]

অম্বিকাগিৰীৰ সংবাদ-সেৱাৰ সূত্ৰপাত বিংশ শতিকাৰ দ্বিতীয় দশকত। এৰা-ধৰাকৈ

---

১. মহেশ্বৰ নেওগ, অসমীয়া সাহিত্যৰ ৰূপৰেখা, পৃঃ ২৪২; বীৰেন্দ্ৰ কুমাৰ ভট্টাচাৰ্য, ডেৰশ বছৰৰ অসমীয়া সংস্কৃতিত এভুমুকি, পৃঃ ১০০-১০২.

২ নকুল চন্দ্ৰ ভূঞা, 'সভাপতিৰ অভিভাষণ' অসম সাহিত্য সভা, ১৯৬৬, ভাষণাৱলী, ৪ৰ্থ ভাগ, পৃঃ ৩৫৬ সম্পা. অতুল চন্দ্ৰ হাজৰিকা

৩. মহেশ্বৰ নেওগ, উল্লিখিত, পৃঃ ২৫১, সত্যেন্দ্ৰনাথ শৰ্মা, অসমীয়া সাহিত্যৰ ইতিবৃত্ত, পৃঃ ৩৩৮-৩৯.

৪. অৰবিন্দ মজুমদাৰ, 'দি ইমাৰ্জেন্স এণ্ড ৰোল অব্ জাৰ্ণেলিষ্ট ইন্ নৰ্থ ইষ্ট ইণ্ডিয়া' দি ইমাৰ্জেন্স এণ্ড ৰোল অব্ মিডল ক্লাচ ইন্ নৰ্থ ইষ্ট ইণ্ডিয়া, পৃঃ ২৩৭; সম্পা. বি. দত্ত ৰয়।

৫. দ্ৰ. বীৰেন্দ্ৰ কুমাৰ ভট্টাচাৰ্য, উল্লিখিত, পৃঃ ১০২.

৬ দ্ৰ. বেণুধৰ শৰ্মা, 'অসমীয়া বাতৰি কাকত আৰু আলোচনীৰ বুৰঞ্জী সংকলনৰ প্ৰয়োজন', নৱযুগ, ৩য় সংখ্যা, পৃঃ ১২৫.

প্ৰায় দুকুৰি বছৰ ৰায়চৌধুৰী সংবাদ জগতৰ লগত জড়িত হৈ আছিল।[৭] গতিকে, বিশ শতিকাৰ প্ৰথমাৰ্ধৰ আলোচনী আৰু বাতৰি কাকতসমূহলৈ দৃষ্টিপাত কৰিলেহে ৰায়চৌধুৰীৰ সংবাদ সেৱাৰ বিশিষ্টতাখিনি স্পষ্ট হ'ব।

বিংশ শতিকাৰ আৰম্ভৰ লগে লগে পূৰ্বমৃত 'জোনাকী' গুৱাহাটীৰ পৰা সত্যনাথ বৰাৰ সম্পাদনাত ১৯০১ চনৰ পৰা প্ৰকাশ হ'বলৈ আৰম্ভ কৰে। আনহাতে ১৯০২ চনত 'বিজুলী'য়ে ভুমুকি মাৰে। কিন্তু কিছুদিন চলাৰ পাছত দুয়োখনৰে পূৰ্বাৱস্থাপ্ৰাপ্ত হয়।[৮] এই দুয়োখন আলোচনীয়ে অসমীয়া সাহিত্যলৈ দিয়া অৱদানৰ বিষয়ে লিখা হৈছে,

> এক শ্ৰেণীৰ লেখক সৃষ্টি কৰি আৰু সাহিত্যলৈ নতুন ভাৱ আদৰ্শ আৰু ৰীতি আমদানি কৰি উক্ত কাকতে সাহিত্যক স্থায়ী আৰু দৃঢ় ভেটিত প্ৰতিষ্ঠা কৰি গ'ল।[৯]

এই দশকতে সমসাময়িকভাৱে পদ্মনাথ গোহাঞি বৰুৱাৰ সম্পাদনাত তেজপুৰৰ পৰা 'উষা' (১৯০৭) আৰু কলিকতাৰ পৰা লক্ষ্মীনাথ বেজবৰুৱাৰ সম্পাদনাত 'বাঁহী' (১৯০৯) প্ৰকাশ হয়। অসীয়া সাহিত্যলৈ দুয়োখন কাকতে আগবঢ়োৱা বৰঙণি উল্লেখযোগ্য। চুটিগল্প, বুৰঞ্জীমূলক প্ৰবন্ধ, কবিতা, পুৰণি অসমীয়া সাহিত্যৰ আলোচনা-সমালোচনা আদিৰে বিভিন্ন দিশত অসমীয়া সাহিত্যক চহকী কৰিছিল। তদুপৰি দুয়োখনেই সমসাময়িক সামাজিক সনস্যাবোৰত আলোকপাত কৰাৰ উপৰিও সাহিত্য আৰু সামাজিক সমস্যাৰ বিষয়ে উভয়ে দীঘলীয়া বিতৰ্কৰো সৃষ্টি কৰিছিল।[১০] দুয়োখন কাকতৰ দৃষ্টিভংগী মধ্যমপন্থী আছিল যদিও তাৰ মাজতো পাৰ্থক্য বিৰাজ কৰিছিল। কিয়নো,

> বাঁহীৰ দৃষ্টিভংগী অধিক নিৰ্ভীক আৰু স্বতন্ত্ৰীয়া আছিল। 'উষা' চৰকাৰৰ নিৰ্ভীক সমালোচক নাছিল, বৰং চৰকাৰৰ নীতিৰ সমৰ্থক আছিল।[১১]

আনহাতেদি বাঁহীয়ে "অসমত সাংবাদিকতাৰ এটা নতুন আয়তন দান" কৰিলে।[১২]

'উষা' কিছুদিন চলি বন্ধ হয়। কিন্তু বাঁহী ১৯২৯ চনলৈকে কলিকতাৰ পৰা 'স্বমহিমা'ৰে আৰু তাৰ পাছত গুৱাহাটী আৰু তেজপুৰৰ পৰা ক্ৰমে অমিয় কুমাৰ দাস আৰু মাধৱ বেজবৰুৱাৰ সম্পাদনাত ১৯৪০ চনলৈকে অনিয়মীয়াভাৱে চলি আছিল। এই আলোচনীৰ লগত জ্যোতিপ্ৰসাদ আগৰৱালাও (১৯০৩-৫১) জড়িত হৈছিল।[১৩]

১৯১০ চনত ডিব্ৰুগড়ৰ 'আলোচনী সভা'ৰ প্ৰচেষ্টাত প্ৰসন্ন কুমাৰ বৰুৱা আৰু নীলমণি ফুকনৰ সম্পাদনাত 'আলোচনী' প্ৰকাশ হয় আৰু ১৯১৭ চন পৰ্যন্ত চলি থাকে। এই সময়ৰ

---

৭. পৰৱৰ্তী, ৭.০২.

৮. সত্যেন্দ্ৰনাথ শৰ্মা, পূৰ্বোল্লিখিত, পৃঃ ৩৩৮; অতুলচন্দ্ৰ বৰুৱা, 'অসমীয়া সাহিত্য সৃষ্টিত আলোচনীৰ বৰঙণি', অসম বাণী, সাহিত্য সভা সংখ্যা, ১০ মাৰ্চ, ১৯৭৮, পৃঃ ২২.

৯. দ্ৰ. সত্যেন্দ্ৰনাথ শৰ্মা, পূৰ্বোল্লিখিত, পৃঃ ৩৩৯.

১০. সত্যেন্দ্ৰনাথ শৰ্মা, পূৰ্বোল্লিখিত, পৃঃ ৩৩৯; বিৰিঞ্চি কুমাৰ বৰুৱা, হিষ্ট্ৰী অব্ আছামিজ লিটাৰেচাৰ, পৃঃ ১৯৪.

১১. দ্ৰ. সত্যেন্দ্ৰনাথ শৰ্মা, পূৰ্বোল্লিখিত, পৃঃ ৩৩৯.

১২. দ্ৰ. অৰবিন্দ মজুমদাৰ, পূৰ্বোল্লিখিত, পৃঃ ২৩৮.

১৩. সত্যেন্দ্ৰনাথ শৰ্মা, পূৰ্বোল্লিখিত, পৃঃ ৩৪০, অতুল চন্দ্ৰ বৰুৱা, পূৰ্বোল্লিখিত, পৃঃ ২২, দেবেশ শৰ্মা, 'অৰুনোদই'ৰ পৰা বৰ্তমানলৈ আলোচনী আৰু সংবাদপত্ৰ', প্ৰদুত, ১০ ফেব্ৰুৱাৰী, ১৯৮৫, পৃঃ ৭.

আন এখন আলোচনী আসাম বান্ধৱ (১৯১০-১৭)। আসাম বান্ধৱ প্ৰকাশ কৰিছিল কালিৰাম মেধি, ভাৰত চন্দ্ৰ দাস, গঙ্গাৰাম চৌধুৰী আৰু ডাঃ হৰিকৃষ্ণ দাসে যুটীয়াভাৱে। এই আলোচনী প্ৰকাশৰ মূলতে আছিল, "কামৰূপী মাত-কথাক ব্যঙ্গ কৰাৰ প্ৰত্যুত্তৰ" দিয়া।[১৪] এই ক্ষেত্ৰত লক্ষ্মীনাথ বেজবৰুৱাৰ বাঁহীয়ে স্পষ্টভাৱে কামৰূপী শব্দৰ ব্যৱহাৰৰ বিৰোধিতা কৰিছিল।[১৫] ইয়াৰ পাছত ১৯১৯ চনত অম্বিকাগিৰী ৰায়চৌধুৰী-চন্দ্ৰনাথ শৰ্মা সম্পাদিত 'চেতনা' প্ৰকাশ হয়।[১৬]

এই সময়ছোৱাত প্ৰকাশিত আন তিনিখন আলোচনী হ'ল অসম সাহিত্য সভা পত্ৰিকা (১৯২৬) মিলন (১৯২৩) আৱাহন (১৯২৯)। এইকেইখনৰ উপৰিও কম সময়ৰ বাবে প্ৰকাশিত আলোচনীসমূহ হ'ল— কবিতালতা (১৯১১), আসাম ৰায়ত (১৯১২) অৰুণ (১৯১৬), ইচলামি আখ্‌বাৰ (১৯২০-২১) অসম কৃষক (১৯২১) জন্মভূমি (১৯২২) অৰ্ঘ্য (১৯২২) পখিলা (১৯২৩), মইনা (১৯২৩), সাধনা (১৯২৩), আৰ্য্যদৰ্পণ (১৯২৪), জাগৰণ (১৯২৪-২৬), খেতিয়ক (১৯২৫), আসাম হিতৈষী (১৯২৫), অৰুণ (১৯২৬), পশুপালন (১৯২৬), সন্ত প্ৰদীপ (১৯২৮), ঘৰ জেউতি (১৯২৭), প্ৰভাতী (১৯২৬), প্ৰচাৰক (১৯২৮) গল্প চিৰিজ (১৯২৯), অসম প্ৰদীপিকা (১৯২০-২১) ৰাইজ (১৮৮৫ শক)।[১৭]

অসম সাহিত্য সভাৰ দ্বাৰা প্ৰকাশিত সভাৰ মুখপত্ৰখন "গহীন প্ৰবন্ধ প্ৰকাশৰ স্থল"। মাজতে কিছুদিন বন্ধ হৈ বৰ্তমানো এই আলোচনী চলি আছে।[১৮]

অসম ছাত্ৰ সন্মিলনৰ মুখপত্ৰ 'মিলনে'ও অসমীয়া সাহিত্যলৈ উল্লেখযোগ্য অৰিহণা দি গৈছে। 'মিলন'ৰ লগত ডিম্বেশ্বৰ নেওগ, বিনন্দচন্দ্ৰ বৰুৱা প্ৰমুখ্যে অসমীয়া সাহিত্যৰ অনেক লিখকৰ ঘনিষ্ঠ সম্পৰ্ক আছিল।[১৯]

১৯২৯ চনত জমিদাৰ নগেন্দ্ৰ নাৰায়ণ চৌধুৰীৰ পৃষ্ঠপোষকতাত ডাঃ দীননাথ শৰ্মাৰ সম্পাদনাত কলিকতাৰ পৰা 'আৱাহন' প্ৰকাশ হ'বলৈ ধৰে। আৱাহনে অসমীয়া সাহিত্যৰ বিভিন্ন শাখাৰ বিস্তৃত আয়তন দানৰ উপৰিও পৃথিৱীৰ বিভিন্ন সাহিত্যৰ সোৱাদ অসমীয়া পাঠকক দিছিল।[২০]

'আৱাহনে' সমসাময়িক অসমৰ সমস্যাসমূহৰ ক্ষেত্ৰত শক্তিশালী নেতৃত্ব দান কৰিছিল। ব্ৰহ্মপুত্ৰৰ ওপৰত দলং নিৰ্মাণ, অসমত বিশ্ববিদ্যালয় প্ৰতিষ্ঠা, গোৱালপাৰাক বঙ্গভুক্তিৰ বিৰুদ্ধে আদি বিষয়সমূহৰ ওপৰত গুৰুত্ব প্ৰদান কৰিছিল। তদুপৰি ৰুচ বিপ্লৱ, চীনাসকলৰ স্বাধীনতা

---

১৪. লক্ষ্মীনাথ ফুকন, ৰত্নকান্ত বৰকাকতী, মহাত্মাৰ পৰা ৰূপকোঁৱৰলৈ, পৃঃ ১৮৩, অম্বিকাগিৰী ৰায়চৌধুৰী, মোৰ জীৱন ধুমুহাৰ এছাটি, অম্বিকাগিৰী ৰায়চৌধুৰী ৰচনাৱলী, পৃঃ ৬৭৮; সম্পা. সত্যেন্দ্ৰনাথ শৰ্মা

১৫. অম্বিকাগিৰী ৰায়চৌধুৰী, উল্লিখিত, পৃঃ ৬৮১.

১৬. পৰৱৰ্তী, ৭.০২.

১৭. অতুল চন্দ্ৰ বৰুৱা, পূৰ্বোল্লিখিত, পৃঃ ২২, প্ৰসন্ন কুমাৰ ফুকন, 'অসমত সংবাদ পত্ৰ প্ৰকাশৰ উদ্যম ঃ এটি চমু সমীক্ষা', প্ৰান্তিক, ১-১৫ জুন, ১৯৮৬, পৃঃ ৩৬, শান্তনু কৌশিক বৰুৱা, 'অসমৰ সংবাদ পত্ৰৰ ১৪৩ বছৰ ঃ এটি চমু সমীক্ষা, দৈনিক জনমভূমি, সপ্তদশ বাৰ্ষিকী পৰিপূৰিকা, ১ জুন ১৯৮৯, পৃঃ গ; কেশৱ শৰ্মা, পূৰ্বোল্লিখিত, পৃঃ ১২৫.

১৮. দ্ৰ. অতুল চন্দ্ৰ বৰুৱা, পূৰ্বোল্লিখিত, পৃঃ ২২.

১৯. অতুলচন্দ্ৰ হাজৰিকা, 'মিলন', ভাৱমালা, পৃঃ ৩০২-৩০৪. সম্পা. অতুলচন্দ্ৰ হাজৰিকা.

২০. কনকচন্দ্ৰ ডেকা, 'ডা. দীননাথ শৰ্মা এণ্ড দি আৱাহন' দি আছাম ট্ৰিবুন, জুন, ৪, ১৯৮৪, পৃঃ ৪.

আন্দোলন, আফগানিস্তানত সাম্রাজ্যবাদৰ বিস্তৃতিৰ বিৰুদ্ধে হোৱা প্ৰতিবাদ আদি আন্তৰ্জাতিক বিষয়বোৰ অসমীয়া পাঠকক অৱগত কৰাইছিল।[২১]

সামগ্রিকভাৱে, অসমৰ জাতীয়জীৱন আৰু ভাষা-সাহিত্য-সাংবাদিকতাৰ প্ৰতি এক-সুগভীৰ দায়বদ্ধতা 'আৱাহন'ত স্পষ্টভাৱেই প্ৰতিফলিত হৈছিল। উজনি-নামনিৰ ভাষাৰ ক্ষতিকৰ সংঘাতৰ সাম্যৰ বাবে'আৱাহনে' চেষ্টা কৰিছিল। এই বিষয়ে 'আৱাহন'ৰ সম্পাদকে লিখিছে,

> .............ইটোৰ পিচত সিটো সমস্যাৰ প্ৰতি সজাগ দৃষ্টি ৰখাটো আৱাহনৰ জীৱন ইতিহাসৰ ঐতিহ্য। এই ঐতিহ্যৰ প্ৰথম আৰু প্ৰধান সপোন বুলিব পাৰি 'আৱাহনে' উজনি-নামনিৰ ভাষা প্ৰতিযোগিতাৰ ক্ষতিকৰ প্ৰভাৱ দূৰ কৰাৰ কাৰণে দুয়ো বিভাগৰে সাহিত্যৰ ক্ষেত্ৰত আঁৰিয়া-অৰি ভাৱাপন্ন লিখকসকলকো অৱাহনৰ পাতত সামৰি লোৱা।[২২]

উল্লিখিত উজনি-নামনিৰ ভাষা-সংঘাত বিষয়টোত প্ৰথম গুৰুত্ব দিয়া ব্যক্তিজন হ'ল অম্বিকাগিৰী ৰায়চৌধুৰী।[২৩]

অসহযোগ আন্দোলনে (১৯২১) দেশসেৱাৰ ন ন ক্ষেত্ৰ মুকলি কৰাৰ সময়ত 'কলিকতীয়া বাতৰি কাকতৰ উভৈনদী" অৱস্থা আৰু "আমাৰ আলোচনী-বাতৰিৰ দৈন্যই"[২৪] 'আৱাহন' (১৯২৯) প্ৰকাশত সম্পাদকক প্ৰেৰণা দিছিল। জাতীয় জীৱনত সংবাদ পত্ৰৰ গুৰুত্বপূৰ্ণ ভূমিকাৰ কথা স্মৰণ কৰি "অসমীয়া জাতীয় স্বাৰ্থৰ হকে 'দৈনিক বাতৰি কাকত এখন অনতি পলমে লাগে বুলি আৱাহনে আহ্বান জনাইছিল।"[২৫] যোৰহাটৰ পৰা 'দৈনিক বাতৰি' (১৯৩৫) প্ৰকাশ হোৱাৰ পাছত আৱাহনৰ সম্পাদকে প্ৰেৰণাসূচক মন্তব্য দিছিল,

> অলপ দিনৰ ভিতৰতে আমাৰ ভাষাত কেবাখনো বাতৰি কাকত যেনে, 'দৈনিক বাতৰি', 'ডেকা অসম', 'অসম' আৰু 'নগৰৰ কথা' নতুনকৈ প্ৰকাশ হোৱাতো জাতীয় উন্নতিৰ বিশেষ পৰিচায়ক হৈছে।..................,........ আমাৰ ভাষাত বাতৰি কাকতৰ সংখ্যা বঢ়াৰ লগে লগে বিদেশী কাকতৰ মূল্য আৰু আৱশ্যকতা হ্ৰাস পাব বুলি আশা কৰা যায়। বিশেষকৈ 'দৈনিক বাতৰি'য়ে বিদেশী-কাকতৰ লগত সমানে ফেৰ মাৰি নিউজ এজেন্সি বিলাকৰ পৰা তাঁৰৰ যোগেদি ডাঁৰৰ আৱশ্যকীয় বাতৰি ডাঁৰে যোগাবলৈ সমৰ্থ হোৱাত আন বিদেশী কাকত লোৱাৰ কোনো যুক্তিযুক্ততা দেখা নাযায়।[২৬]

এনেদৰেই 'আৱাহনে' অসমীয়া সংবাদ পত্ৰক উৎসাহিত কৰিছিল আৰু অসমীয়া সংবাদ পত্ৰৰ বহুল প্ৰচাৰৰ বাবে আহ্বান জনাইছিল।

'অৰুনোদয়'ত আৰম্ভ হোৱা অসমীয়া 'সম্বাদ-পত্ৰ'ৰ বিকাশত উল্লিখিত আলোচনীসমূহে এইদৰে প্ৰত্যক্ষ-পৰোক্ষ অৱদান দিছিল। শতিকাটো ঘূৰাৰ বছৰতে প্ৰকাশ হ'ল পদ্মনাথ গোহাঞি

---

২১. কনকচন্দ্ৰ ডেকা, উল্লিখিত, পৃঃ ৪, ডাঃ দীননাথ শৰ্মা, 'মোৰ সাংবাদিক জীৱন আৰু আৱাহন', নৱযুগ, ২৭ অক্টোবৰ, ১৯৬৫, পৃঃ ৪৩-৪৪.

২২. দ্ৰ. ডাঃ দীননাথ শৰ্মা, উল্লিখিত, পৃঃ ৪৩.

২৩. পূৰ্ব্বৱতী, ৬.০৩, পৰৱতী, ৭.০২.

২৪. দ্ৰ. ডাঃ দীননাথ শৰ্মা, পুৰ্বোল্লিখিত, পৃঃ ৪২.

২৫. দ্ৰ. ডাঃ দীননাথ শৰ্মা, পুৰ্বোল্লিখিত, পৃঃ ৪৪.

২৬. দ্ৰ. প্ৰসন্ন কুমাৰ ফুকন, পুৰ্বোল্লিখিত, পৃঃ ৩৬.

বৰুৱাৰ 'আসাম-বন্তি' কাকত। ১৯১৩ চনত যোৰহাটৰ পৰা ওলাল 'আসাম বিলাসিনী'। 'আসাম-বিলাসিনী' (১৮৭১-৮৩) মাজুলীৰ আউনিআটী সত্ৰৰ পৰা প্ৰকাশিত ধৰ্মালোচনী আছিল। কাকতখনৰ সম্পাদক আছিল সত্ৰাধিকাৰ দত্তদেৱ গোস্বামী।[২৭] ১৮৮৩ চনত কাকতখন বন্ধ হয়। বন্ধ হোৱাৰ কাৰণ সত্ৰৰ স্থান সলনি। কোনোৰ মতে 'মাজুলীৰ বিলাসিনীয়ে ধৰ্ম বিষয়ৰ প্ৰবন্ধাদিৰ উপৰিও ৰাজনীতি চৰ্চা কৰা বুলি শিৱসাগৰৰ জিলাধিপতি এ. চি. কেম্পবেলে ভাবুকি দি কাকতখন বন্ধ কৰিলে"।[২৮] পেস্কাৰ কৃষ্ণকান্ত ভট্টাচাৰ্যই কাকত এখন উলিওৱাৰ মন কৰি মাজুলীৰ পৰা ধৰ্ম প্ৰকাশ প্ৰেছটো ১৯১২ চনত যোৰহাটত বহুৱালেহি। পূৰ্বৰ 'নিৰ্বন্ধ' অনুসৰি প্ৰেছ আৰু কাকতৰ নাম আগৰ দৰেই ৰাখি ১৯১৩ চনত 'আসাম বিলাসিনী' প্ৰকাশ কৰে। কাকতখনত সম্পাদকৰূপে প্ৰথমে ঘনকান্ত ভট্টাচাৰ্যৰ নাম ছপা হৈছিল। সহযোগী আছিল বিদ্যাধৰ শৰ্মা। ১৯১৬ চনৰ পৰাহে কৃষ্ণকান্ত ভট্টাচাৰ্যৰ নাম সম্পাদকৰূপে ছপা হয়।[২৯]

প্ৰাথমিক অৱস্থাত কাকতখনৰ নীতি মধ্যমপন্থী আছিল বুলি বেণুধৰ শৰ্মাৰ মন্তব্যৰপৰা অনুমান কৰিব পাৰি। শৰ্মাই লিখিছে, "অসমৰ অসমীয়া স্বাৰ্থটো "সৰ্ব প্ৰকাৰে ৰক্ষা" কৰাৰ চিন্তাৰ ফল— এখন বাতৰি কাকতৰ প্ৰয়োজনীয়তা অনুভৱ।[৩০] বীৰেন্দ্ৰ কুমাৰ ভট্টাচাৰ্যৰ মতেও এই সময়ৰ কাকতবোৰৰ নীতি মজলীয়া ধৰণৰ।[৩১] একে প্ৰসঙ্গতে হৰেন্দ্ৰনাথ বৰুৱাই লেখিছে,

> 'আমাস বিলাসিনী' নামৰ কাকতখন প্ৰথমতে মিচেছ এনী বেচান্ত আৰু কেইগৰাকীমান ভাৰতীয় জাতীয়তাবাদীৰ দ্বাৰা পৰিচালিত "হমৰুল" আন্দোলনত আৰু পিচলৈ কংগ্ৰেছৰ অসহযোগ আন্দোলনত, কৌশলেৰে সমৰ্থন আগবঢ়াইছিল।[৩২]

কাকতখন সাদিনীয়া আছিল। কাকতখনত ভাৰতীয় জাতীয়তাবাদী সুৰটো দেখি চৰকাৰী পেঞ্চন প্ৰাপ্ত সম্পাদক ভট্টাচাৰ্যক এনে কাৰ্যৰ পৰা বিৰত থাকিবলৈ কোৱা হৈছিল, কিন্তু তেওঁ সেইটো নকৰাত ১৯২১ চনত তেওঁৰ পেঞ্চন চৰকাৰে বন্ধ কৰি দিয়ে।[৩৩] "গৱৰ্ণৰ হেনৰি কাৰ ছাহাবে 'বিলাসিনী'ৰ সম্পাদকক স্পষ্ট কথা প্ৰকাশ কৰি গৱৰ্ণমেণ্টক সহায় কৰাৰ বাবে"[৩৪] প্ৰশংসা কৰিছিল, সেই বিলাসিনীৰ চৰিত্ৰত যেতিয়া ভাৰতীয় ৰাজনৈতিক চেতনাৰ সুৰ স্পষ্ট হ'বলৈ ধৰিলে লগে লগে কাকতখনৰ বিপদ ঘনীভূত হৈ আহিল। এই বিষয়ে বেণুধৰ শৰ্মাৰ বক্তব্য প্ৰণিধানযোগ্য,

> মহাত্মা গান্ধী যোৰহাটত পদাৰ্পণ কৰাৰ পিছৰ পৰাই 'বিলাসিনী'ত কিলিঙ্খা লাগিল। 'বিলাসিনী'য়ে অসহযোগ সম্পৰ্কে ধাৰাবাহিক প্ৰবন্ধ প্ৰকাশ কৰিবলৈ

---

২৭. বেণুধৰ শৰ্মা, 'সাংবাদিক কৃষ্ণকান্ত ভট্টাচাৰ্য্য' **অৰ্ঘ্যাৱলী**, পৃঃ ৯৯; বীৰেন্দ্ৰ কুমাৰ ভট্টাচাৰ্য, পূৰ্বোল্লিখিত, পৃঃ ১০৩.

২৮. দ্ৰ. প্ৰসন্ন কুমাৰ ফুকন, 'কৃষ্ণপেস্কাৰ' **দৈনিক অসম**, শাৰদীয় সংখ্যা, ১৯৮৬, পৃঃ ৯৬.

২৯. বেণুধৰ শৰ্মা, উল্লিখিত, পৃঃ ৯৯, পৃঃ ১০২.

৩০. দ্ৰ. বেণুধৰ শৰ্মা, 'সাংবাদিক কৃষ্ণকান্ত ভট্টাচাৰ্য্য', পূৰ্বোল্লিখিত, পৃঃ ৯৮.

৩১. বীৰেন্দ্ৰ কুমাৰ ভট্টাচাৰ্য, পূৰ্বোল্লিখিত, পৃঃ ১০৩.

৩২. হৰেন্দ্ৰনাথ বৰুৱা, 'ভাৰতৰ স্বাধীনতা আন্দোলনত অসমৰ সাংবাদিকতাৰ বৰঙণি', **ৰাধানাথ চাংকাকতী**, পৃঃ ৯৯. সম্পা. চন্দ্ৰপ্ৰসাদ শইকীয়া,

৩৩. উল্লিখিত, পৃঃ ৯৯.

৩৪. দ্ৰ. বেণুধৰ শৰ্মা, সাংবাদিক কৃষ্ণকান্ত ভট্টাচাৰ্য্য, পূৰ্বোল্লিখিত, পৃঃ ১০৫.

ধৰিলে আৰু গাঁৱে-ভূঞে হোৱা চৰ্কাৰবিৰোধী সভা-সমিতি বিলাকৰ বিৱৰণ আৰু নেতাসকলৰ বাণী উলিয়াই ৰাইজক সজাগ আৰু শাসনবিৰোধী কৰি তুলিলে। ডেপুটী কমিছনাৰ ফ্ৰিল ছাহাবে কৃষ্ণকান্ত ভট্টাচাৰ্যক চকু পাৰি দেখিব নোৱাৰা হ'ল।[৩৫]

কাকতখনৰ উল্লিখিত চৰিত্ৰদানত নকুলচন্দ্ৰ ভূঞা আৰু কংগ্ৰেছী নেতা চন্দ্ৰনাথ শৰ্মাৰ ভূমিকাও উল্লেখযোগ্য।[৩৬] কাকতখনে অসহযোগ আন্দোলনৰ বাতৰিৰ ব্যাপ্তি ঘটোৱাত এটি নিৰ্ভীক ভূমিকা পালন কৰিছিল।[৩৭] আন্দোলনৰ বা-বাতৰি, নেতা আৰু স্বেচ্ছাসেৱীসকলৰ কাৰাগাৰত হোৱা কষ্ট কৰ্মীসকলৰ ওপৰত হোৱা পুলিচী নিৰ্যাতন আদিত কাকতখনে বিশেষ গুৰুত্ব দিছিল।[৩৮] চৰকাৰে ভাৰতীয় প্ৰেছ আইনৰ অধীনত কাকতখনৰ বিৰুদ্ধে ব্যৱস্থা ল'বলৈ আগবাঢ়িল আৰু 'আবকাৰী দোকান', 'ৰাইজৰ ৰোষ', 'সহযোগিতা বৰ্জন', 'স্কুল কলেজ কিয় এৰিব লাগে', 'ৰিফৰ্ম গৱৰ্ণমেণ্ট' আদি সম্পাদকীয় নিবন্ধসমূহৰ বাবে চৰকাৰে দুহেজাৰ টকা আমানত দাবী কৰিলে। এই টকা দিবলৈ গৈ অৱশেষত কাকতখন বন্ধ কৰি দিব লগা হ'ল।[৩৯] ইয়াৰ পাছতো ভট্টাচাৰ্যই 'জননী' নামেৰে সাদিনীয়া আৰু 'সুপ্ৰভাত' নামৰ মাহেকীয়া কাকত প্ৰকাশৰ প্ৰচেষ্টা হাতত লয়। ছমাহমান চলি পুনৰ বন্ধ হয়।[৪০]

'আসাম বিলাসিনী'ৰ পাছত একেই দশকতে চন্দ্ৰকমাৰ আগৰৱালাৰ প্ৰচেষ্টাত "আসাম প্ৰিণ্টাৰ্ছ এণ্ড পাব্লিছাৰ্ছ লিমিটেড্" নামৰ এটা 'যৌথ প্ৰতিষ্ঠানৰ' পৰা ১৯১৮ চনত ডিব্ৰুগড়ৰ পৰা সাদিনীয়া 'অসমীয়া" প্ৰকাশ হয়।[৪১] কাকতখনে "ধাৰাবাহিকভাৱে লোকচান" ভৰাত বাকী অংশীদাৰসকল আঁতৰি গ'ল আৰু চন্দ্ৰকুমাৰ হতাশ নহৈ কাকতখন চলাই থাকিল। ১৯২১ চনৰ পৰা কাকতখন গুৱাহাটীৰ পৰা ওলাবলৈ ধৰে।[৪২]

অসমীয়া প্ৰথম সংখ্যাৰ 'পৰিচয় প্ৰবন্ধ' চন্দ্ৰকুমাৰে নিজে লিখিছিল। এই কাকতৰ সম্পাদনা বিভাগত বিভিন্ন সময়ত জড়িত লোকসকল সদানন্দ দুৱৰা, মহেশ্বৰ বৰুৱা, নীলমণি ফুকন, পদ্মধৰ চলিহা, বেণুধৰ শৰ্মা, আনন্দচন্দ্ৰ বৰুৱা, অমিয় কুমাৰ দাস, হৰেন্দ্ৰনাথ বৰুৱা, লক্ষ্মীনাথ ফুকন, জ্যোতিপ্ৰসাদ আগৰৱালা, যোগেন্দ্ৰনাথ বৰকাকতি, মোহন চন্দ্ৰ মহন্ত আদি।[৪৩] কাকতখনৰ আৰম্ভণি পৰ্যায়ৰ সম্পাদনাৰ বিষয়ে লিখা হৈছে,

---

৩৫. উল্লিখিত, পৃঃ ১০৫.

৩৬. প্ৰসন্ন কুমাৰ ফুকন, 'কৃষ্ণ পেস্কাৰ', পূৰ্বোল্লিখিত, পৃঃ ৯৬.
অৰুণ চন্দ্ৰ ভূঞা আৰু অন্যান্য (সম্পা) **পলিটিকেল হিষ্ট্ৰী অৱ্ আছাম**,খণ্ড-৩, পৃঃ ২০৬.

৩৭. অৰুণ চন্দ্ৰ ভূঞা আৰু অন্যান্য (সম্পা.) **পলিটিকেল হিষ্ট্ৰী অৱ্ আছাম**, খণ্ড-৩, পৃঃ ২০৪.

৩৮. উল্লিখিত, পৃঃ ২০৩.

৩৯. হৰেন্দ্ৰনাথ বৰুৱা, পূৰ্বোল্লিখিত, পৃঃ ৯৯; বেণুধৰ শৰ্মা, 'সাংবাদিক কৃষ্ণকান্ত ভট্টাচাৰ্য্য', পূৰ্বোল্লিখিত, পৃঃ ১০৫-১০৬, প্ৰসন্ন কুমাৰ ফুকন, 'কৃষ্ণ পেস্কাৰ', পূৰ্বোল্লিখিত, পৃঃ ৯৭.

৪০. বেণুধৰ শৰ্মা, উল্লিখিত, পৃঃ ১০৬; প্ৰসন্ন কুমাৰ ফুকন, উল্লিখিত, পৃঃ ৯৭.

৪১. 'শ্ৰীলক্ষ্মীনাথ ফুকনৰ পঞ্চত্ৰিশ বছৰীয়া সাংবাদিকতাৰ অভিজ্ঞতা', **নৱযুগ**, ৩য় বছৰ ১ম সংখ্যা, পৃঃ ৩৫. ২৭ অক্টোবৰ, ১৯৬৫. (বৰ্তমান ফুকন প্ৰয়াত), বেণুধৰ শৰ্মা, 'অসমীয়া সাংবাদিকতাৰ খনিকৰ চন্দ্ৰকুমাৰ আগৰৱালা' **চন্দ্ৰকুমাৰ আগৰৱালাৰ প্ৰতিভা**, পৃঃ ৯৬, পৃঃ ১০০. সম্পা. শশী শৰ্মা.

৪২. উল্লিখিত, পৃঃ ৩৫, পৃঃ ১০৩.

৪৩. লক্ষ্মীনাথ ফুকন, উল্লিখিত, পৃঃ ৩৫, 'অসমত সাংবাদিকতা—এটি টোকা' **নৱযুগ**, ২২ ডিচেম্বৰ, ১৯৬৫, ৩য় বছৰ ৯ম সংখ্যা, পৃঃ ৩৭৩, বীৰেন্দ্ৰ কুমাৰ ভট্টাচাৰ্য, 'মুকলি চিন্তা' **নৱযুগ**, ২৭ অক্টোবৰ, ১৯৬৫, পৃঃ ২.

> যি সময়ত "অসমীয়া" ওলাইছিল (১৯১৮) সেই সময়ত বাতৰি কাকতত সম্পাদকৰ নাম দিব নালাগিছিল। নাম নিদিলেও "অসমীয়া"ৰ প্ৰথম সম্পাদক আছিল সদানন্দ দুৱৰা, যদিও তেওঁ ক'বলৈ গ'লে কেইমাহমানহে সেই কাম কৰিছিল আৰু তেওঁ সম্পাদক হৈ থাকোঁতেও সৰহখিনি সম্পাদকীয় কাম কৰিছিল শ্ৰীনীলমণি ফুকনে। কাকতখনত নাম ওলোৱা সম্পাদক হ'ল ডিব্ৰুগড়ৰ মহেশ্বৰ বৰুৱা..........।[৪৪]

কাকতখনৰ সম্পাদকীয় নিবন্ধ লিখাৰ সংক্ৰান্তত বেণুধৰ শৰ্মাই লিখিছে,

> কাকতৰ সম্পাদকীয় প্ৰবন্ধ-নিবন্ধ যে সদায় আগৰৱালায়েই নিজেই লেখিছিল, এনে নহয়। আগৰছোৱাত ভালেমান কৃতী বিশ্বস্ত আৰু তেওঁৰ বন্ধু-বান্ধৱেও সম্পাদকীয় লেখি কাকতৰ মৰ্য্যাদা বঢ়াইছিল, কিন্তু, আগৰৱালাই চকু ফুৰাই চাইহে সেই প্ৰবন্ধ প্ৰকাশ কৰিবলৈ দিছিল।[৪৫]

'অসমীয়া' কাকতখন অসমৰ সাংবাদিকতাৰ 'সেৱা'ৰ যুগৰ প্ৰতিনিধি। গতিকে প্ৰথম সংখ্যাত চন্দ্ৰকুমাৰে লেখিলে,

> বিশ্ব নিয়ন্তাক প্ৰণিপাত কৰি, অসম দেশৰ সমূহ ৰাইজলৈ নমস্কাৰ জনাই অসম মাতৃৰ সেৱা মূৰত তুলি লৈ সাধ্য অনুসৰি ৰজা আৰু ৰাইজৰ প্ৰতি কৰ্তব্য সাধিবলৈ আজি অসমীয়াই সংকল্প কৰিছে।[৪৬]

অসমীয়াৰ উদ্দেশ্য আছিল জাতিৰ সেৱা, আৰু সকলোকে জাতিৰ সেৱাৰ বাবে উদ্দীপিত কৰা, দেশৰ অৱস্থাৰ ভু-ভা- দিয়া। সৰ্বোপৰি 'সাহিত্যৰ বাহন' হিচাপেও বাতৰি কাকতক ব্যৱহাৰ কৰা। জাতিৰ সেৱাৰ ক্ষেত্ৰখন যে অসমীয়া সেই কথা অনুভৱ কৰিব পাৰি নিম্নোল্লেখিত কথাষাৰিৰ পৰা,

> 'অসমীয়া'ই অসমীয়াৰ সেৱালৈকে জন্ম ধৰিছে।[৪৭]

'অসমীয়া'ৰ জন্ম দিওঁতে চন্দ্ৰকুমাৰক ইংলণ্ডৰ 'টাইমছ' কাকতৰ আৰ্হিয়ে প্ৰেৰণা আৰু আদৰ্শৰ স্পষ্টতা দিছিল, কিয়নো,

> টাইমছে আজি যি কয়, ইংলণ্ডে কালিলৈ তাকে ক'ব। টাইমছে আজি যি কামলৈ উদগায় ইংলণ্ডে কালিলৈ তাকে কৰিব, সেয়ে দেশৰ কাম।[৪৮]

তদুপৰি দেশৰ সৰ্বদিশৰ মঙ্গলেই যে বাতৰি কাকতৰ লক্ষ্য হোৱা উচিত সেই কথা অসমীয়াৰ প্ৰকাশক চন্দ্ৰকুমাৰে বুজিছিল। সেই বাবেই তেওঁৰ বিষয়ে কোৱা হৈছে,

> ...........চন্দ্ৰ কুমাৰ আগৰৱালা স্বদেশী আছিল আৰু তেঁৱেই প্ৰথম সাৰ্থক অসমীয়া কাকতৰ প্ৰকাশক।[৪৯]

'অসমীয়া' প্ৰকাশৰ সমসাময়িকভাৱে অসম তথা ভাৰতৰ ৰাজনৈতিক ঘটনাৱালীৰ

---

৪৪. লক্ষ্মীনাথ ফুকন, 'অসমত সাংবাদিকতা— এটি টোকা', পূৰ্বোল্লিখিত, পৃঃ ৩৭৩.
উদ্ধৃতিত উল্লিখিত শ্ৰীনীলমণি ফুকন বৰ্তমান প্ৰয়াত।

৪৫. দ্ৰ. বেণুধৰ শৰ্মা, 'অসমীয়া সাংবাদিকতাৰ খনিকৰ চন্দ্ৰকুমাৰ আগৰৱালা', পূৰ্বোল্লিখিত, পৃঃ ৯৯.

৪৬. দ্ৰ. অমিয় কুমাৰ দাস, 'সাংবাদিক চন্দ্ৰ কুমাৰ' চন্দ্ৰকুমাৰ আগৰৱালাৰ প্ৰতিভা, পৃঃ ৬৮.

৪৭. দ্ৰ. উল্লিখিত, পৃঃ ৬৯.

৪৮. দ্ৰ. অমিয় কুমাৰ দাস, 'সাংবাদিক চন্দ্ৰকুমাৰ' পূৰ্বোল্লিখিত, পৃঃ ৬৯.

৪৯. বীৰেন্দ্ৰ কুমাৰ ভট্টাচাৰ্য, 'মুকলি চিন্তা', পূৰ্বোল্লিখিত, পৃঃ ২.

পৰিবৰ্তন খৰ গতিত সংঘটিত হয়। ১৯২১ চনৰ আৰম্ভৰ লগে লগে অসমৰ আঞ্চলিক জাতীয়তাবাদে ভাৰতীয় জাতীয়বাদৰ সোঁতৰ লগত মিলি যায়।[৫০]

'অসমীয়া'ই ঐতিহাসিক দায়িত্ব পালনৰ বাবে আগবাঢ়ি আহিল। অসহযোগ আন্দোলনৰ বা-বাতৰিৰ আন্দোলনৰ বিভিন্ন দিশত সহায় আগবঢ়ালে। অসমীয়াই আন্দোলনৰ নেতা আৰু স্বেচ্ছাসেৱীসকলৰ কাৰাগাৰৰ কষ্ট,কৰ্মীসকলৰ ওপৰত হোৱা পুলিচী নিৰ্যাতন আদিৰ যথাযথ সংবাদ গুৰুত্বসহকাৰে পৰিবেশন কৰিছিল।[৫১] ১৯২২ চনত বৰপেটাত সুন্দৰীদিয়া সত্ৰৰ নামঘৰত বৃটিছ বিষয়াই জোতাৰে প্ৰবেশ কৰি 'কৰিব নলগীয়া কাম' কৰাৰ বাতৰি গান্ধীজীৰ ইয়ং ইণ্ডিয়া প্ৰমুখ্যে অনেক কাকতত ওলাল, 'অসমীয়া'তো। চৰকাৰে 'অসমীয়া'ৰ ওপৰত মোকৰ্দমা তৰিলে। 'অসমীয়া'ৰ দণ্ড হ'ল।[৫২] এইবোৰৰ উপৰিও 'অসমীয়া'ই চাহ বাগিচাৰ মাটি পট্টনত বৃটিছ খেতিয়কৰ প্ৰতি পক্ষপাতিত্ব, বনুৱাৰ দুৰৱস্থা, বগুৱাক কৰা দুৰ্ব্যৱহাৰ, বনুৱা আন্দোলন আদি বিষয়ত সেই কালৰ প্ৰয়োজনীয় বিষয়বোৰৰ ওপৰত গুৰুত্ব দি সংবাদ আৰু সম্পাদকীয় মন্তব্য দিছিল।[৫৩] অসহযোগ আন্দোলনৰ স্বাৰ্থ ৰক্ষা হোৱাকৈ সেই সময়ৰ (১৯২১-২৩) সংবাদ পৰিবেশনৰ নীতি 'অসমীয়া'ই নিৰ্ধাৰণ কৰি লৈছিল।[৫৪]

১৯৩০ চনৰ ১ জানুৱাৰীৰ পৰা কাকতখন সাদিনীয়াৰ ঠাইত তিনিদিনীয়া ৰূপে প্ৰকাশ হ'বলৈ আৰম্ভ কৰে।[৫৫] ১৯৩০ চনত অসমৰ কংগ্ৰেছী নেতৃত্বত দ্বিধা, দুৰ্বলতা, শিথিলতা আহি পৰা সত্ত্বেও আন্দোলন অব্যাহত ৰখাত 'অসমীয়া'ৰ ভূমিকা আছিল গুৰুত্বপূৰ্ণ। এই বিষয়ে অমিয় কুমাৰ দাসে উল্লেখ কৰিছে এনেদৰে,

> ১৯৩০ চনত কংগ্ৰেছৰ নেতৃত্বত শিথিলতা অহা সত্ত্বেও ১৯৩০ চনত অসমত কেনেকৈ এটা ডাঙৰ জন জাগৰণ হোৱাতো সম্ভৱ হৈছিল, সকলো কথা বিশ্লেষণ কৰিলে তিনিদিনীয়া অসমীয়াই যে, এটা ডাঙৰ বৰঙণি যোগাইছিল এইটো কোনেও অস্বীকাৰ কৰিব নোৱাৰিব।[৫৬]

কংগ্ৰেছৰ বিভিন্ন কাৰ্যসূচীত দিয়া সমৰ্থনৰ ফলত কাকতখন এক প্ৰকাৰ কংগ্ৰেছৰ মুখপত্ৰ স্বৰূপ হৈ পৰিছিল। এইটো অধিক স্পষ্ট হৈছিল অমিয় কুমাৰ দাস আৰু হৰেন্দ্ৰনাথ বৰুৱাৰ সম্পাদনাৰ কালত। এই প্ৰসঙ্গত লিখা হৈছে,

> দ্বিতীয় দশকৰ মাজভাগত শ্ৰীঅমিয় কুমাৰ দাস (পিচত তেখেত অসমৰ শিক্ষা আৰু শ্ৰমমন্ত্ৰী হৈছিল) আৰু হৰেন্দ্ৰনাথ বৰুৱা (১৯৩৪-৪২) সম্পাদনাৰ কালছোৱাত অসমীয়া কাকতখন যথাৰ্থতে অসম কংগ্ৰেছৰ মুখপত্ৰ হৈ পৰিছিল।[৫৭]

আনকি এবাৰ আন্দোলনৰ বাবেই বৰুৱাই সম্পাদকৰ বাব এৰিব খোজাত অনাকাংক্ষিত

---

৫০. পূৰ্ববৰ্তী, ২.০২.

৫১. অমিয় কুমাৰ দাস, পূৰ্বোল্লিখিত, পৃঃ ৭২, আৰুণচন্দ্ৰ ভূএল আৰু অন্যান্য (সম্পা.) পূৰ্বোল্লিখিত, পৃঃ ২০৩.

৫২. অমিয় কুমাৰ দাস, পূৰ্বোল্লিখিত, পৃঃ ৭২. হৰেন্দ্ৰনাথ বৰুৱা, পূৰ্বোল্লিখিত, পৃঃ ১০০.

৫৩. অমিয় কুমাৰ দাস, পূৰ্বোল্লিখিত, পৃঃ ৭৩-৭৪.

৫৪. অৰুণচন্দ্ৰ ভূএল আৰু অন্যান্য (সম্পা.) পূৰ্বোল্লিখিত, পৃঃ ২০৭.

৫৫. অমিয় কুমাৰ দাস, পূৰ্বোল্লিখিত, পৃঃ ৭৫.

৫৬. দ্ৰ. অমিয় কুমাৰ দাস, পূৰ্বোল্লিখিত, পৃঃ ৮৬. শ্ৰীঅমিয় কুমাৰ দাস, বৰ্তমান প্ৰয়াত

৫৭. দ্ৰ. হৰেন্দ্ৰনাথ বৰুৱা, পূৰ্বোল্লিখিত, পৃঃ ১০০.

ব্যক্তি আছে আৰু তাৰ ফলত কংগ্ৰেছৰ ক্ষতি হয় বুলি তেনে কৰিবলৈ বৰুৱাক অনুমতি দিয়া নাছিল।[৫৮] ১৯৩০ চনতো প্ৰেছ আইন বলবৎ হোৱাত কাকতখনে ক্ষতি স্বীকাৰ কৰিব লগা হৈছিল।[৫৯]

'অসমীয়া' কাকতখন অসমীয়া জাতীয়তাবাদী ঘোষণাৰে আৰম্ভ হৈছিল যদিও পৰিৱৰ্তিত ৰাজনৈতিক পটভূমিত কাকতখনৰ দৃষ্টিভংগীৰ সলনি হৈছিল। ঐতিহাসিক ভূমিকা কাকতখনে অস্বীকাৰ কৰা নাছিল। এই ক্ষেত্ৰত বেণুধৰ শৰ্মাৰ মূল্যায়ন এনে ধৰণৰ,

> সন্ধিৰ বাঁহ বুধিৰে কাটি "অসমীয়া"ই বাট বুলাত ৰাজনীতিত উগ্ৰপন্থী হৈও ১৯৫৮ চনলৈকে জীয়াই থাকিল।......... চৰকাৰী নিগ্ৰহো হেলাৰঙে অতিক্ৰম কৰি "অসমীয়া"ই গান্ধী যুগৰ আৰম্ভণিৰে পৰা একেৰাহে যুগবাণী প্ৰচাৰ কৰি জাতীয় চৈতন্য সঞ্চাৰ কৰিলে। এই চৈতন্যৰ ভাব-ভাষা সকলো অসমীয়া।[৬০]

১৯৩০ চনৰ বিজয়া দশমীৰ দিনা যোৰহাটৰ দাস কোম্পানীৰ [৬১] পৰা সাদিনীয়া 'বাতৰি প্ৰকাশ হয়। প্ৰকাশক চাহখেতিয়ক শিৱপ্ৰসাদ বৰুৱা। তেৱেঁই কাকতখনৰ গৰাকীও আছিল।[৬২] কাকতখনৰ আৰম্ভণিৰ পৰা শেষলৈকে কাকতখনৰ প্ৰধান সম্পাদক ৰূপে শিৱপ্ৰসাদ বৰুৱাৰ নাম ওলাইছিল। কিন্তু "প্ৰথমতে কিছুদিন সম্পাদকীয় লিখিছিল দেৱেশ্বৰ চলিহাই, বাকীবিলাক কাম অৱশ্যে কৰিছিল কীৰ্তিনাথ বৰদলৈয়ে। সেই হিচাপে চলিহাকে বাতৰিৰ প্ৰথম সম্পাদক বুলিব পাৰি। তেওঁ কিজানি এমাহ বা দুমাহহে এই কাম কৰিছিল।"[৬৩] বেণুধৰ শৰ্মাই চলিহাৰ কথা উল্লেখ কৰা নাই বৰদলৈৰ কথাহে উল্লেখ কৰিছে।[৬৪] লক্ষ্মীনাথ ফুকনে উল্লেখ কৰা মতে চলিহা যোৱাৰ পাছত নীলমণি ফুকনে এই দায়িত্ব গ্ৰহণ কৰে। সাদিনীয়া 'বাতৰি'ৰ পৰা 'দৈনিক বাতৰি'ৰ শেষলৈকে ফুকন এই দায়িত্বত আছিল। ফুকনে সম্পাদকীয় নিবন্ধ লিখাৰ উপৰিও বাতৰি পৰিবেশন আদিতো দৃষ্টি ৰাখিছিল।[৬৫]

'বাতৰি'ৰ প্ৰকাশক আছিল চাহবাগিচাৰ মালিক। স্বাভাৱিকতে, কাকতখনত স্বদেশী উগ্ৰতা নাছিল। এক নিৰাপদ দূৰত্বত অৱস্থান আৰু আপোচমুখী নীতিৰ মাজেদি কাকতখন চলিছিল। 'বাতৰি'ৰ দৃষ্টিভংগীৰ বিষয়ে উল্লেখ কৰা হৈছে,

> বাতৰিয়ে চাহখেতিয়কসকলৰ স্বাৰ্থ ৰক্ষালৈ বেচি মনোযোগ দিছিল আৰু চাহ বনুৱাসকলৰ অভাৱ-অভিযোগবোৰ আওকাণ কৰিছিল। ভাৰতীয় ৰাজনীতিৰ মধ্যমপন্থীসকলৰ মনোভাৱেই আছিল 'বাতৰি'ৰ মনোভাব।[৬৬]

বাতৰিৰ মালিক শিৱপ্ৰসাদ বৰুৱাই "মহাত্মা গান্ধীৰ অসহযোগ আন্দোলনৰ নামকে

---

৫৮. হৰেন্দ্ৰনাথ বৰুৱা, পূৰ্বোল্লিখিত, পৃঃ ১০১.

৫৯. অমিয় কুমাৰ দাস, পূৰ্বোল্লিখিত, পৃঃ ৮৭-৮৯, হৰেন্দ্ৰনাথ বৰুৱা, পূৰ্বোল্লিখিত, পৃঃ ১০১.

৬০. দ্ৰ. বেণুধৰ শৰ্মা, 'অসমীয়া সাংবাদিকতাৰ খনিকৰ চন্দ্ৰকুমাৰ আগৰৱালা', পূৰ্বোল্লিখিত, পৃঃ ১০২.

৬১. বৰ্তমানৰ অসম প্ৰিণ্টিং ৱৰ্কছ।

৬২. 'শ্ৰীলক্ষ্মীনাথ ফুকনৰ পঞ্চল্লিশ বছৰীয়া সাংবাদিকতাৰ অভিজ্ঞতা', পূৰ্বোল্লিখিত, পৃঃ ৩৬, শান্তনু কৌশিক বৰুৱা, পূৰ্বোল্লিত পৃঃ গ

৬৩. দ্ৰ. লক্ষ্মীনাথ ফুকন, 'অসমত সাংবাদিকতা— এটি টোকা' পূৰ্বোল্লিখিত, পৃঃ ৩৭৩.

৬৪. বেণুধৰ শৰ্মা, 'অসমীয়া বাতৰি কাকত আৰু আলোচনীৰ বুৰঞ্জী সংকলনৰ প্ৰয়োজন' পূৰ্বোল্লিখিত, পৃঃ ১২৫.

৬৫. লক্ষ্মীনাথ ফুকন, উল্লিখিত, পৃঃ ৩৭৩, শান্তনু কৌশিক বৰুৱা, পূৰ্বোল্লিখিত, পৃঃ ঘ.

৬৬. 'শ্ৰীলক্ষ্মীনাথ ফুকনৰ পঞ্চল্লিশ বছৰীয়া সাংবাদিকতাৰ অভিজ্ঞতা', পূৰ্বোল্লিখিত, পৃঃ ৩৬. শ্ৰীফুকন বৰ্তমান প্ৰয়াত.

শুনিব নোৱাৰিছিল",[৬৭] গতিকে, স্বভাৱিকতে, কাকখনে স্বদেশী নীতি অৱলম্বন কৰাতো সম্ভৱ নাছিল। সেই বাবে কাকতখন ইংৰাজ চাহখেতিয়কসকলে আদৰি লৈছিল। তদুপৰি সেই পৰ্যন্ত নীলমণি ফুকন কংগ্ৰেছী হোৱা নাছিল।[৬৮]

> কাকতখন কংগ্ৰেছ পন্থীতো নাছিলেই বৰং কংগ্ৰেছৰ বিপৰীত পন্থীহে আছিল। শিৱপ্ৰসাদ বৰুৱা আৰু শ্ৰীনীলমণি ফুকন দুয়ো আছিল মধ্যম পন্থী অৰ্থাৎ 'মডাৰেট' বা 'লিবাৰেল' দলৰ লোক আৰু সেই দলৰ নীতি অনুসৰিয়েই 'দৈনিক বাতৰি' চলোৱা হৈছিল। মহাত্মা গান্ধীৰ অসহযোগ নীতিৰ লগত কাকতখনৰ ৰাহী নাহিছিল।[৬৯]

১৯৩৫ চনৰ আগষ্ট মাহত সাদিনীয়া 'বাতৰি'য়ে 'দৈনিক বাতৰি'লৈ ৰূপ সলালে। 'দৈনিক বাতৰি'য়ে অসমৰ প্ৰথম পূৰ্ণাঙ্গ দৈনিক বাতৰি কাকত। কাকতখনৰ প্ৰকাশৰ স্থান যোৰহাটৰ পৰা শিৱপ্ৰসাদ বৰুৱাৰ জন্ম স্থান ঠেঙালৈলৈ নিয়া হ'ল; ঠেঙাল এখন গাওঁ।[৭০] 'দৈনিক বাতৰি'য়ে বাতৰি প্ৰতিষ্ঠানৰ পৰা সংবাদ লোৱা প্ৰথম অসমীয়া বাতৰি কাকত। সেই সময়ৰ অন্যান্য 'ভাৰতীয় ভাষাৰ মজলীয়া খাপৰ' দৈনিক কাকতবোৰৰ দৰেই এই কাকতখন চলোৱা হৈছিল।[৭১]

'দৈনিক বাতৰি'ৰ দৃষ্টিভংগী মূলতঃ অসমীয়া জাতীয়তাবাদী আছিল। সমকালীন চৰকাৰৰ লগত সংঘৰ্ষলৈ নাহিবলৈ কাকতখনে চেষ্টা কৰিছিল।[৭২] কাকতখনৰ নীতি আৰু আদৰ্শৰ বিষয়ে অধিক স্পষ্টভাৱে তিলক হাজৰিকাই লিখিছে,

> ...............মূলনীতি আৰু উদ্দেশ্য আছিল বান্দৰৰ মুখৰ কল ভুকুৱাই সৰুওৱা আৰু ৰান্ধনীক উচতাই জোল খোৱা বিধৰ। অৰ্থাৎ চৰকাৰৰ লগত কোনো কথাৰে সমালোচনালৈ নাহি অসমীয়াৰ হক ৰক্ষা কৰা আৰু জাতীয় জীৱন গঢ়ি তোলা।[৭৩]

উল্লিখিত দৃষ্টিভংগীৰেই এই কাকতখন পৰিচালনা কৰা হৈছিল। অসমীয়া জাতীয় চেতনাক সুদৃঢ় কৰা, অসমীয়া জাতীয়তাবাদৰ বিস্তৃত আয়তন দানত এই কাকতৰ ভূমিকা উল্লেখযোগ্য। অসমত বিশ্ববিদ্যালয় প্ৰতিষ্ঠা, শ্ৰীহট্ট বিচ্ছেদ, লাইন প্ৰথা, অসমত বঙলা মাধ্যমৰ বিদ্যালয় প্ৰসাৰণত বাধা দান আদি সেইকালৰ গুৰুত্বপূৰ্ণ বিষয়বোৰত কাকতখনে এটি স্পষ্ট দৃষ্টিভংগী গ্ৰহণ কৰিছিল।[৭৪] সেই দৃষ্টিভংগী স্বাভাৱিকতে অসমীয়া জাতীয়তাবাদী দৃষ্টিকোণৰ পৰাই লোৱা হৈছিল। এনেবোৰ প্ৰসঙ্গৰ অৱতাৰণা কৰি তিলক হাজৰিকাই লিখিছে,

---

৬৭. উল্লিখিত, পৃঃ ৩৬.

৬৮. উল্লিখিত, পৃঃ ৩৬.
লক্ষ্মীনাথ ফুকন, 'শিৱ প্ৰসাদ বৰুৱা', মহাত্মাৰ পৰা ৰূপকোঁৱৰলৈ, পৃঃ ১৪৯.

৬৯. লক্ষ্মীনাথ ফুকন, 'শিৱ প্ৰসাদ বৰুৱা', মহাত্মাৰ পৰা ৰূপকোঁৱৰলৈ, পৃঃ ১৪৯.

৭০. উল্লিখিত, পৃঃ ১৪৫-৪৮; শান্তনু কৌশিক বৰুৱা, পূৰ্বোল্লিখিত, পৃঃ গ, বেণুধৰ শৰ্মা, 'বাতৰিৰ বিভূতি', বাতৰিৰ বিভূতি, পৃঃ ৩. সম্পা. বেণুধৰ শৰ্মা.

৭১. দ্ৰ. লক্ষ্মীনাথ ফুকন, উল্লিখিত, পৃঃ ১৪৮.

৭২. তিলক হাজৰিকা, সাংবাদিক বেণুধৰ শৰ্মা, বেণুধৰ শৰ্মা, (অভিনন্দন গ্ৰন্থ) পৃঃ ৮০, সম্পা. উপেন্দ্ৰ বৰকটকী.

৭৩. দ্ৰ. উল্লিখিত, পৃঃ ৮০.

৭৪. শান্তনু কৌশিক বৰুৱা, পূৰ্বোল্লিখিত, পৃঃ গ
দ্ৰ. বেণুধৰ শৰ্মা সম্পাদিত বাতৰিৰ বিভূতিত সংকলিত সম্পাদকীয়সমূহ।

'দৈনিক বাতৰি'য়ে অসমৰ ইমূৰৰ পৰা সিমূৰলৈকে বঙলা ভাষাৰ প্ৰচলন আৰু বঙালী স্কুল স্থাপন কৰাৰ বিৰুদ্ধে এক প্ৰবল জনমত গঢ়াত সফল হৈছিল। তদুপৰি 'দৈনিক বাতৰি'য়ে শ্ৰীহট্ট বিচ্ছেদ কৰিবলৈ আৰু মৈমন সিঙীয়া সকলক লাইন প্ৰথাত ৰাখিবলৈ এক প্ৰবল আন্দোলন চলাইছিল।[৭৫]

কংগ্ৰেছ প্ৰদৰ্শিত ভাৰতীয় জাতীয়তাবাদৰ আদৰ্শ আৰু অম্বিকাগিৰীৰ প্ৰচাৰিত সংৰক্ষিণীৰ আদৰ্শৰ সংঘাতে 'দৈনিক বাতৰি'কো প্ৰভাৱান্বিত কৰিছিল। বেণুধৰ শৰ্মাৰ বক্তব্যৰ পৰা এই কথা স্পষ্ট হয়,

বাতৰিৰ সম্পাদক শ্ৰীনীলমণি ফুকন ডাঙৰীয়াইও সেইদৰে কংগ্ৰেছ সংৰক্ষিণীৰ মাজত উদ্ভৱ হোৱা জাতীয়ত্ব বিধ্বংসী হলাহলখিনিও শত-সহস্ৰ গঞ্জনা প্ৰতিৰোধ কৰিও নীলকণ্ঠৰ দৰে জীণ নিয়াই দৈনিক বাতৰিৰ কঠিয়াতলিত বিভূতিৰূপে তাৰ সঁচ বা বিধান সিঁচি থৈ গ'ল।[৭৬]

শ্ৰীহট্ট বিচ্ছেদ, বৃহত্তৰ বাংলা, আদি অসমীয়া জাতীয়তাবাদ, জাতি বিকাশৰ প্ৰক্ৰিয়াত সমস্যা বুলি বিবেচিত হোৱা বিষয়বোৰৰ প্ৰতি কংগ্ৰেছ পন্থীসকলৰ ভূমিকাত 'দৈনিক বাতৰি' সন্তুষ্ট হ'ব পৰা নাছিল। সেই কথাও বেণুধৰ শৰ্মাৰ বক্তব্যৰ পৰা অনুধাৱন কৰিব পাৰি,

আমাৰ ভাৰত প্ৰেমিক দেশ প্ৰেমিক সকলৰ আদৰ্শই ইয়াৰ বিৰুদ্ধে তুং শব্দ এটাও নকৰিছিল। বাতৰিত অসমীয়াৰ ভৱিষ্যত মঙ্গলামঙ্গল চিন্তাত ব্যাপৃত থকাসকলৰ মানত এই আদৰ্শ বিহগুটি যেন তিতা আছিল। এই দুই আদৰ্শৰ সংঘৰ্ষত যি বৰবিহৰ উৎপন্ন হৈছিল তাক "হৰ-বিস্ত হৰ পানীকৃত হৈ পৰ" বুলি নূন্যাধিক অষ্টশক্তিৰ অধিকাৰী বুলি নীলমণি ফুকনেহে উৰাই দিব পাৰিছিল।[৭৭]

চল্লিশৰ দশকত বেণুধৰ শৰ্মাৰ সম্পাদনাত চাহবাগিচাৰ গৰাকী নন্দেশ্বৰ চক্ৰৱৰ্তীৰ পৃষ্ঠপোষকতাত ডিব্ৰুগড়ৰ পৰা 'তৰুণ-অসম' নামৰ এখন সাপ্তাহিক প্ৰকাশ হয়। 'দৈনিক বাতৰি'ৰ দৰে 'তৰুণ-অসমে'ও অসমৰ হক ৰক্ষাৰ প্ৰতি লক্ষ্য কৰিছিল।

তদুপৰি কাকতখন চৰকাৰৰ কঠোৰ সমালোচক আৰু স্বদেশী আন্দোলনৰ মুখপত্ৰ নাছিল।[৭৮] উল্লিখিত 'দৈনিক বাতৰি' আৰু 'তৰুণ-অসমে' অসমীয়া সাংবাদিকতাৰ এটি নিজস্ব শৈলী সৃষ্টি কৰাৰ ক্ষেত্ৰত বিশেষ অৰিহণা দিছিল।[৭৯]

এই সময়ছোৱাত প্ৰকাশিত ডিব্ৰুগড়ৰ পৰা 'ৰণৰ বাতৰি' (প্ৰথম মহাযুদ্ধৰ সময়ত) যোৰহাটৰ পৰা মফজুল হুছেইন (বোপাতা)ৰ সম্পাদনাত দিনৌ ওলোৱা আৰু যোৰহাটৰ ভিতৰতে প্ৰচাৰিত 'নগৰৰ কথা' (১৯৩৫) দিনেকীয়া আছিল যদিও 'দৈনিক বাতৰি'ৰ পৰ্যায়লৈ যোৱা নাছিল। 'বুলেটিন' সদৃশ আছিল। ডিব্ৰুগড়ৰ পৰা তোষেশ্বৰ ঢেকিয়ালৰ সম্পাদনাত 'সত্যবাদী' (১৯২৬) প্ৰকাশ হৈছিল। ডাঃ হৰিকৃষ্ণ দাসৰ প্ৰচেষ্টাত প্ৰথমে দেবেন্দ্ৰনাথ শৰ্মাৰ

৭৫. দ্ৰ. তিলক হাজৰিকা, পূৰ্বোল্লিখিত, পৃঃ ৮০-৮১.

৭৬. দ্ৰ. বেণুধৰ শৰ্মা, 'বাতৰিৰ বিভূতি', পূৰ্বোল্লিখিত, পৃঃ ২. শ্ৰীফুকন বৰ্তমান প্ৰয়াত.

৭৭. দ্ৰ. বেণুধৰশৰ্মা, 'বাতৰিৰ বিভূতি', পূৰ্বোল্লিখিত, পৃঃ ২-৩.

৭৮. তিলত হাজৰিকা, পূৰ্বোল্লিখিত, পৃঃ ৭৮-৮০.

৭৯. উল্লিখিত, পৃঃ ৮০; 'সাংবাদিক বেণুধৰ শৰ্মা', নৱযুগ, ২৭ অক্টোবৰ, ১৯৬৫, পৃঃ ৪১; বীৰেন্দ্ৰ কুমাৰ ভট্টাচাৰ্য, 'মুকলি চিন্তা', পূৰ্বোল্লিখিত, পৃঃ ২.

সম্পাদনাত, পিছলৈ বিজয়চন্দ্ৰ ভাগৱতীৰ সম্পাদনাত তেজপুৰৰ পৰা 'অসম সেৱক' প্ৰকাশ হৈছিল। ভাগৱতীৰ সম্পাদনাৰ সময়ত কাকতখনে গুৰুত্ব পাইছিল।[৮০]

ওপৰৰ আলোচনাৰ পৰা দেখা গৈছে, যি কেইখন সংবাদ পত্ৰ বিংশ শতিকাৰ প্ৰথম দুটা দশকত প্ৰকাশ হৈছিল সেইবোৰৰ প্ৰাথমিক পৰ্যায়ৰ সুৰ আছিল মধ্যমপন্থী। আলোচনীবোৰৰ ক্ষেত্ৰতো একেই কথা। অসমৰ জাতীয় জীৱনৰ সুদৃঢ় ভেটি প্ৰতিষ্ঠাই এই আলোচনী আৰু সংবাদ পত্ৰ সমূহৰ মূল লক্ষ্য আছিল। ৰাজনৈতিক চেতনা সহ চৰকাৰ বিৰোধী সুৰটো ১৯২০ চনৰ পৰৱৰ্তী কালৰহে। কিন্তু ইয়াৰ মাজতো ব্যতিক্ৰম হিচাপে দুয়োটা সুৰৰ সংশ্লেষণ সৃষ্টিৰ প্ৰযত্নত অম্বিকাগিৰীৰ 'চেতনা' (১৯১৯-২৬)হে আছিল।[৮১] পৰিৱৰ্তিত সামাজিক-ৰাজনৈতিক পটভূমিত এই সংবাদ পত্ৰসমূহে ঐতিহাসিক দায়িত্ব পালন কৰিছিল। এই দুটা দশকৰ সংবাদ পত্ৰসমূহৰ বিষয়ে আঙুলিয়াই দিয়া হৈছে, "এই কাকতসমূহ নৰমপন্থী সুৰৰ হ'লেও জনসাধাৰণক স্পৰ্শ কৰি যোৱা চৰকাৰী কাৰ্যসমূহৰ বিষয়ে মন্তব্য নকৰাকৈ নাছিল।"[৮২]

উল্লিখিত নৰমপন্থী সুৰটো প্ৰথম দুটা দশক শেষ হোৱাৰ লগে লগে কমি আহিল আৰু ভাৰতীয় প্ৰেক্ষাপটত ভাৰতীয় জাতীয়তাবাদী আদৰ্শৰ অনুসৰণ কৰিবলৈ ধৰে। কংগ্ৰেছৰ মাধ্যমেদি অহা ভাৰতীয় চেতনাক সুদৃঢ় কৰাত 'আসাম বিলাসিনী' আৰু 'অসমীয়া'ৰ ভূমিকা গুৰুত্বপূৰ্ণ। অসমৰ সাংবাদিকতাই অসহযোগ আন্দোলনৰ প্ৰাথমিক পৰ্যায়ত যথোচিতভাৱে সঁহাৰি জনাইছিল।[৮৩] মুখ্যতঃ 'অসমীয়া' কাকতখন "জাতীয়তাবাদী শক্তিসমূহৰ বাবে শক্তিৰ এটি স্তম্ভ স্বৰূপ" হৈছিল।[৮৪] কিয়নো, অসমীয়াৰ সম্পাদকীয় নীতি গান্ধীবাদী আদৰ্শেৰে অনুপ্ৰাণিত আছিল।[৮৫]

'বাতৰি' আৰু দৈনিক বাতৰি'ৰ লক্ষ্য আছিল অসমীয়া জাতিৰ সুদৃঢ় বিকাশৰ পথ প্ৰশস্ত কৰা। অৱশ্যে পূৰ্ববঙ্গৰ পমুৱা প্ৰব্ৰজন, লাইন প্ৰথা আদিৰ ক্ষেত্ৰত 'অসমীয়া' আৰু 'আসাম বিলাসিনী'ৰ ভূমিকা অসমীয়া জাতিৰ আঞ্চলিক সাংস্কৃতিক স্বকীয়তাৰ সপক্ষেই আছিল। কিন্তু কংগ্ৰেছ দলৰ সংবাদৰ প্ৰতি অধিক মনোযোগ দিছিল। আনহাতেদি 'দৈনিক বাতৰি'ৰ স্বাধীনতা আন্দোলনলৈ অৱদান পৰোক্ষ ধৰণৰহে।[৮৬]

এই আলোচনাৰ পৰা দেখা গ'ল, বিংশ শতিকাৰ প্ৰথমাৰ্ধৰ অসমীয়া আলোচনী আৰু সংবাদ পত্ৰসমূহৰ মাজেদি দুটি চেতনাই গতিশীলতা পাইছিল— ভাৰতীয় চেতনা আৰু অসমীয়া চেতনা। এই দুয়োটা চেতনাৰ সাৰ্থক সংশ্লেষণৰ প্ৰচেষ্টা প্ৰথম কৰিছিল অম্বিকাগিৰীয়ে ১৯১৯ চনত প্ৰকাশ কৰা 'চেতনা' নামৰ মাহেকীয়া আলোচনীৰ যোগেদি। 'বাতৰি' আৰু 'দৈনিক বাতৰি'ৰ আদৰ্শৰো বীজ সিঁচিছিল অম্বিকাগিৰীয়ে অসমীয়া সংৰক্ষিণী সভাৰ যোগেদি, যি আদৰ্শৰ মুখপত্ৰ আছিল অম্বিকাগিৰীৰ সম্পাদিত 'ডেকা অসম' নামৰ কাকতখন।[৮৭]

---

৮০. বেণুধৰ শৰ্মা, 'অসমীয়া বাতৰি কাকত আৰু আলোচনীৰ বুৰঞ্জী সংকলনৰ প্ৰয়োজন', পূৰ্বোল্লিখিত, পৃঃ ১২৫; শান্তনু কৌশিক বৰুৱা, পূৰ্বোল্লিখিত, পৃঃ গ; হৰেন্দ্ৰনাথ বৰুৱা, পূৰ্বোল্লিখিত, পৃঃ ১০২.

৮১. পৰৱৰ্তী, ৭.০২.

৮২. দ্ৰ. এইচ্. কে. বৰপূজাৰী (সম্পা.) পলিটিকেল হিষ্টৰী অৱ্ আছাম, খণ্ড-১ , পৃঃ ১৫৪.

৮৩. দ্ৰ. অৰুণ চন্দ্ৰ ভূঞা আৰু অন্যান্য (সম্পা.) পূৰ্বোল্লিখিত, পৃঃ ২১২.

৮৪. উল্লিখিত, পৃঃ ২১৩.

৮৫. উল্লিখিত, পৃঃ ২২৩.

৮৬. উল্লিখিত, পৃঃ ২২৯-৩১.

৮৭. পূৰ্ববৰ্তী, ৩.০৩, ৫.০২, পৰৱৰ্তী, ৭.০২.

## ৭.০২ ৰায়চৌধুৰীৰ সংবাদ-সেৱাৰ সমকালীন সকলৰ পৰা পৃথকতা

ৰায়চৌধুৰীৰ সংবাদ-সেৱাৰ বিশিষ্টতা আৰু সমকালীন সকলৰ লগত তেওঁৰ পৃথকতাখিনি পোহৰলৈ আনিবলৈ হ'লে ৰায়চৌধুৰীৰ সংবাদ-সেৱাৰ লগত সংযুক্তি আদর্শ আৰু লক্ষ্য, সাংবাদিকতা সম্পর্কে ৰায়চৌধুৰীৰ ধ্যান-ধাৰণা, সম্পাদক হিচাপে ব্যক্তিগত দৃষ্টিভংগী আদি আলোচনা কৰিব লাগিব। গতিকে, তলৰ আলোচনাত উল্লিখিত বিষয়বোৰৰ ওপৰত আলোকপাত কৰাৰ চেষ্টা কৰা হৈছে।

ৰায়চৌধুৰীৰ সংবাদ-সেৱাৰ সূত্ৰপাত বিংশ শতিকাৰ দ্বিতীয় দশকত 'আসাম বান্ধৱ' (১৯১০-১৬) আলোচনীত, সহকাৰী সম্পাদকৰূপে। নজৰবন্দীৰ কাল শেষ হোৱাৰ পাছত ৰায়চৌধুৰী বৰপেটাৰ পৰা ডিব্ৰুগড়লৈ আহে। সেই সময়ত,

> অসমীয়া ভাষাত কামৰূপী শাব্দিক (ভাৱ প্ৰকাশক হ'লেও) আৰু প্ৰাত্যয়িক ৰূপ (যেনে- চখু, চকু, তাৰা-তৰা, ৰাজা-ৰজা, ৰাঙা-ৰঙা, ঘৰক-ঘৰলৈ, হাতেদি-হাতেৰে আদি) ব্যৱহাৰৰ বাবে লক্ষ্মীনাথ বেজবৰুৱাৰ সম্পাদিত বাঁহীৰ বিৰোধিতাৰ প্ৰত্যাহ্বান স্বৰূপে 'আসাম বান্ধৱ' আলোচনী প্ৰকাশ হৈছিল।[১]

উল্লিখিত কাকতখনৰ ডাঃ হৰিকৃষ্ণ দাস, কালিৰাম মেধি, ভাৰতচন্দ্ৰ দাস, গঙ্গাৰাম চৌধুৰী আদিয়ে গুৰি ধৰিছিল। সম্পাদক আছিল তাৰানাথ চক্ৰৱৰ্তী কাব্য বিনোদ। সম্পাদক চক্ৰৱৰ্তীয়ে দীঘলীয়া ছুটী লোৱাত ডাঃ দাসৰ তত্ত্বাৱধানত ৰায়চৌধুৰীয়েই কাকতখনৰ সম্পাদনাৰ দায়িত্ব ল'ব লগাত পৰিছিল। উল্লিখিত 'ভাষিক আঁৰিয়াঅৰিৰ' সময়তাৰ বাবে "প্ৰতিষ্ঠাৱান লেখকসকলে প্ৰবন্ধত বানান, শব্দ প্ৰত্যয়াদি প্ৰয়োগ বিষয়ত যেনেকৈ লিখে 'আসাম বান্ধৱ'ৰ ঠাঁচত কাট-কুট নকৰাকৈ" ছপাবৰ কাৰণে ৰায়চৌধুৰীয়ে ডাঃ দাসক পৰামৰ্শ দিলে। কিন্তু ডাঃ দাস সন্মত নহল আৰু ৰায়চৌধুৰীয়েও আসাম বান্ধৱৰ দায়িত্ব এৰি সংশ্লিষ্ট দৃষ্টিভংগীৰে এখন কাকত উলিওৱাৰ সিদ্ধান্ত লয়।[২]

উল্লিখিত পটভূমিত অম্বিকাগিৰী ৰায়চৌধুৰীৰ সংবাদ সেৱাৰ ব্যক্তিগত প্ৰচেষ্টাৰ আৰম্ভ হয়। ৰায়চৌধুৰীৰ সংবাদ সেৱাৰ ব্যক্তিগত প্ৰচেষ্টাক দুটা স্তৰত[৩] বিভাজন কৰিব পাৰোঁ। সাহিত্যালোচনী স্তৰ আৰু 'মতপত্ৰ'ৰ স্তৰ।[৪]

'আসাম বান্ধৱ'ৰ লগত সম্পৰ্ক ছিন্ন কৰাৰ পাছত আৰম্ভ হ'ল নিজাকৈ এটা প্ৰেছ প্ৰতিষ্ঠাৰ প্ৰচেষ্টা। প্ৰেছ কিনাৰ আশাৰে ৰায়চৌধুৰী কলিকতা পালেগৈ যদিও প্ৰেছ কিনা নহল।

---

১. অম্বিকাগিৰী ৰায়চৌধুৰী, মোৰ জীৱন ধুমুহাৰ এছাটি অম্বিকাগিৰী ৰায়চৌধুৰী ৰচনাৱলী, পৃঃ ৬৬৯-৭০, পৃঃ ৬৮১; সম্পা. সত্যেন্দ্ৰনাথ শৰ্মা.

২. উল্লিখিত, পৃঃ ৬৮১.

৩. যোগেশ দাস, 'সংবাদসেৱী ৰায়চৌধুৰী', অম্বিকাগিৰী ৰায়চৌধুৰী, (স্মৃতিগ্ৰন্থ) পৃঃ ২০৯, সম্পা. হৰিপ্ৰসাদ নেওগ।

৪. উল্লিখিত, পৃঃ ২০৯.

কোনো কোনোৱে এনে প্ৰচেষ্টাত ৰায়চৌধুৰীক হতাশ কৰিছিল যদিও ৰায়চৌধুৰী লক্ষ্যত স্থিৰভাৱে লাগি থাকিল। "প্ৰেছ এখন নাপালে"— "জীৱন নাবাচিব" বুলি ভবা ৰায়চৌধুৰীয়ে অৱশেষত বৰপেটাৰ পণ্ডিত নাৰায়ণ মিশ্ৰৰ পৰা প্ৰেছ এটা ভাৰালৈ আনিলে। প্ৰেছ ভাৰা লোৱা কাৰ্যত সেই সময়ৰ অসম এছোচিয়েশ্যনৰ সহকাৰী সম্পাদক চন্দ্ৰনাথ শৰ্মাৰ সহযোগিতা উল্লেখযোগ্য। অৰ্থাভাৱ হেতুকে প্ৰেছ প্ৰতিষ্ঠাৰ সকলো কায়িক শ্ৰম চাৰিদিন ভাত-পানী নোখোৱাকৈ নিজে কৰিব লগা হ'ল। ১৯১৮ চনত হাতত দুটকা মূলধন লৈ পাণবজাৰৰ বৰপেটীয়া পাৰাত প্ৰেছ প্ৰতিষ্ঠা কৰিলে।[৫]

চন্দ্ৰকুমাৰ আগৰৱালাই সেই সময়ত 'অসমীয়া' প্ৰকাশৰ স্থান ডিব্ৰুগড়ৰ পৰা গুৱাহাটীলৈ সলোৱাৰ চিন্তা কৰিছিল।[৬] গতিকে, আগৰৱালাই ৰায়চৌধুৰীকো নিজৰ প্ৰেছটো 'অসমীয়া'ৰ প্ৰেছৰ লগত লগাই যুটীয়াকৈ কাকত উলিওৱাৰ প্ৰস্তাৱ দিলে। কিন্তু "এটা বিশেষ মত লৈ" উলিয়াব খোজা আলোচনীখন যুটীয়া কৰিলে "সেই মতত বাধা পৰিব পাৰে" বুলি ৰায়চৌধুৰীয়ে আগৰৱালাৰ পৰামৰ্শ গ্ৰহণ নকৰিলে। প্ৰেছৰ নামকৰণ কৰিলে ককায়েক গিৰীশ ৰায়চৌধুৰীৰ প্ৰথমা কন্যা 'অৰুণা'ৰ নামেৰে।[৭] পিছত 'এডভোকেট অব্ আছাম'[৮] ছপোৱা প্ৰেছটোও আনি লগ লগাই প্ৰেছ প্ৰতিষ্ঠাৰ কাম সম্পূৰ্ণ কৰিলে।[৯]

উল্লিখিত সকলো কায়িক-মানসিক শ্ৰমৰ অন্তৰালত লুকাই আছিল এটি লক্ষ্য "নিজামতৰ কাকত এখন" উলিওৱা। আলোচনী উলিওৱাৰ বিষয়ে চন্দ্ৰনাথ শৰ্মাৰ লগত আলোচনা কৰিলে। আলোচনীখনৰ নামকৰণ আৰু সম্পাদনাৰ বিষয়ে অম্বিকাগিৰীয়ে লিখিছে,

> ................চন্দ্ৰ শৰ্মাৰ লগত পৰামৰ্শ কৰি মই প্ৰস্তাৱ কৰিলোঁ আলোচনীখনৰ নাম চেতনা দিম। ...........স্থিৰ হ'ল চন্দ্ৰ শৰ্মা আৰু মই দুয়ো যুটীয়া সম্পাদক হ'ম।[১০]

এই প্ৰসঙ্গতে উল্লেখযোগ্য যে চন্দ্ৰনাথ শৰ্মাই হাইস্কুলৰ ছাত্ৰাৱস্থাতে স্কুলৰ ভিতৰতে 'চেতনা' নামৰ হাতে লিখা আলোচনী এখন উলিয়াইছিল। তিনি সংখ্যা ওলোৱাৰ পাছত বন্ধ হ'ল। এই প্ৰসঙ্গৰ উল্লেখ কৰি বীৰেন্দ্ৰ কুমাৰ ভট্টাচাৰ্যই লিখিছে,

> 'চেতনা'ক ভবিষ্যতে ছপা আলোচনী আকাৰে উলিওৱাৰ আশা তেওঁলোকে ত্যাগ কৰা নাছিল। ১৯১৯ চনৰ ভাদ মাহৰ জন্মাষ্টমীৰ দিনা গুৱাহাটীৰ অৰুণা প্ৰেছৰ পৰা চন্দ্ৰনাথ শৰ্মা আৰু অম্বিকাগিৰী ৰায়চৌধুৰীৰ সম্পাদনাত 'চেতনা'ৰ প্ৰথম সংখ্যা প্ৰকাশ হয়।[১১]

তদুপৰি ডিব্ৰগড়ৰ পৰাও 'চেতনা' নামৰ আলোচনী এখন ওলাইছিল। উক্ত

---

৫. অম্বিকাগিৰী ৰায়চৌধুৰী, পূৰ্বোল্লিখিত, পৃঃ ৬৮১-৯৩, পৃঃ ৭০৪.

৬. পূৰ্ববৰ্তী, ৭.০১.

৭. অম্বিকাগিৰী ৰায়চৌধুৰী, পূৰ্বোল্লিখিত, পৃঃ ৭০০-৭০৪.

৮. মথুৰা মোহন বৰুৱাৰ দ্বাৰা সম্পাদিত সাদিনীয়া ইংৰাজী কাকত।

৯. অম্বিকাগিৰী ৰায়চৌধুৰী, পূৰ্বোল্লিখিত, পৃঃ ৭০০-৭০২.

১০. অম্বিকাগিৰী ৰায়চৌধুৰী, পূৰ্বোল্লিখিত, পৃঃ ৭০৭.

১১. দ্ৰ. বীৰেন্দ্ৰ কুমাৰ ভট্টাচাৰ্য, 'কৰ্মবীৰৰ সাধনা' কৰ্মবীৰ চন্দ্ৰনাথ শৰ্মা (স্মৃতিগ্ৰন্থ) পৃঃ ৫৯, সম্পা. বীৰেন্দ্ৰ কুমাৰ ভট্টাচাৰ্য।

আলোচনীখন ডাঃ হেম বৰুৱাৰ মতে তেজপুৰৰ চেতনাৰ দ্বিতীয় পৰ্যায়।[১২] ১৯১৫ চনত যোৰহাট বেজবৰুৱা হাইস্কুলৰ পৰাও প্ৰসন্নলাল চৌধুৰীৰ সম্পাদনাত 'চেতনা' নামৰ এখন হাতেলিখা আলোচনী ওলাইছিল।[১৩] উল্লিখিত 'চেতনা' নামটোৱে তৰুণসকলৰ মানসিকতাৰ ইঙ্গিত বহন কৰে।[১৪] অসম এচাচিয়েশ্যনৰ মৃদু ৰাজনৈতিক ধ্যান-ধাৰণাৰ বিপৰীতে এই অস্পষ্ট উপলব্ধি বলিষ্ঠ ৰূপত আগুৱাই অহাৰ চিন পৰিস্ফুট। অম্বিকাগিৰী, চন্দ্ৰনাথ শৰ্মাৰ 'চেতনা'ত সি বিস্তৃত আয়তন লাভ কৰিলে। চেতনাৰ জন্মৰ লগে লগেই অসমীয়া সাংবাদিকতাত প্ৰতিবাদৰ সুৰ দৃঢ় হ'ল আৰু পৰৱৰ্তী বছৰত অসম এছোচিয়েশ্যনৰ কংগ্ৰেছৰ আদৰ্শ গ্ৰহণত ৰাজনৈতিক ক্ষেত্ৰতো দৃঢ় পদক্ষেপৰ সূচনা হ'ল।

১৮৪১ শকৰ (১৯১৯ চন) ভাদ মাহত 'চেতনা' প্ৰকাশ কৰিলে। প্ৰথম পৃষ্ঠাতে ছপা হৈছিল উপনিষদৰ বাণী "উত্তিষ্ঠিত জাগ্ৰত প্ৰাপ্যবৰাণ নিবোধত"। কাকতখনৰ আকাৰ আছিল ৰয়েল অক্টেভো। প্ৰথম সংখ্যা বিনামূল্যে বিলাই দিয়া হৈছিল। আলোচনীখন গুৱাহাটীত বিলি কৰাৰ পৰা ডাকত পঠোৱা, নাম ঠিকনা লিখা, টিকট লগোৱা সকলো কাম নিজেই নিয়াৰিকৈ কৰিছিল।[১৫] আলোচনীখনৰ প্ৰকাশ হোৱা মুহূৰ্তৰ কথা সুঁৱৰি ৰায়চৌধুৰীয়ে লিখিছে,

> ............১৯১৭ চনত ডিব্ৰুগড়ত 'আসাম বান্ধৱ'ৰ সংশ্ৰৱ এৰি ডাঃ হৰিকৃষ্ণ দাসৰ আগত সংকল্প প্ৰকাশ কৰি আহি এবছৰো ওপৰ নানা লটি-ঘটি হোৱাৰ মাজেদি সুদাহাতে কঠোৰ প্ৰাণ ঢলা পৰিশ্ৰমক সাৰথি কৰি সংকল্পিত আলোচনী 'চেতনা'ৰ প্ৰথম সংখ্যা প্ৰকাশ কৰিব পৰা সাফল্যত মোৰ মনত যি আনন্দৰ উদ্দীপনা উঠিছিল সি আজিও বাৰ্দ্ধক্য পীড়িত মোক সতেজ কৰি তোলে।[১৬]

প্ৰথম সংখ্যাত নিয়মাবলীৰ পৰিবৰ্তে 'নিবেদন' ৰূপে প্ৰকাশিত বিষয়সমূহ—

ক) চেতনাৰ বৰঙিণ— বছৰেকীয়া-৩্ টকা, ভি. পি.৩।.; ছমহীয়া, ২ টকা, ভি. পি. ২।., প্ৰতিসংখ্যা ৵., ডাকমাচুল ১০. ভি. পি.ত পঠোৱা নহয়।

খ) বছৰ ধৰা হৈছিল ভাদৰ পৰা শাওণলৈ। নিৰ্দিষ্ট সংখ্যক ছপোৱাৰ বাবে গ্ৰাহকে যি মাহৰ পৰা বৰঙণি দিব সেই মাহৰ পৰাহে বছেৰেকীয়া গ্ৰাহক ভুক্ত হ'ব।

গ) প্ৰতিমাহৰ প্ৰথম সপ্তাহত প্ৰকাশৰ প্ৰতিশ্ৰুতি। কোনো গ্ৰাহকে নাপালে ডাকঘৰৰ প্ৰমাণ পত্ৰ পঠালে সংশ্লিষ্ট সংখ্যা বিনামূল্যে পঠোৱাৰ প্ৰতিশ্ৰুতি।

ঘ) গ্ৰাহকৰ ঠিকনা সলনি হ'লে জনাব লাগিব।

ঙ) প্ৰবন্ধ-পাতিৰ লগত উপযুক্ত ডাক টিকট পঠালে প্ৰকাশৰ খবৰ অথবা অমনোনীত প্ৰবন্ধ ঘূৰাই দিয়াৰ প্ৰতিশ্ৰুতি।[১৭]

---

১২. উল্লিখিত, পৃঃ ৫৮; ডাঃ হেম বৰুৱা, 'পিটচন্দ্ৰ' কৰ্মবীৰ চন্দ্ৰনাথ শৰ্মা (স্মৃতিগ্ৰন্থ) পৃঃ ১২, সম্পা. বীৰেন্দ্ৰ কুমাৰ ভট্টাচাৰ্য।

১৩. বিজনলাল চৌধুৰী, 'অসমীয়া বুদ্ধিজীৱীৰ প্ৰগতিঃ অসমৰ পৰা ভাৰতলৈ' নতুন পৃথিৱী, ২য় বছৰ, ৪ৰ্থ সংখ্যা, পৃঃ ৬৩ সম্পা. অনিল ৰায়চৌধুৰী আৰু অন্যান্য.

১৪. উল্লিখিত, পৃঃ ৬৩.

১৫. অম্বিকাগিৰী ৰায়চৌধুৰী, পূৰ্বোল্লিখিত, পৃঃ ৭০৭-৭১১.

১৬. অম্বিকাগিৰী ৰায়চৌধুৰী, পূৰ্বোল্লিখিত, পৃঃ ৭০৯.

১৭. 'পুৰণি অসমীয়া আলোচনীৰ পাতৰ পৰা', নৱযুগ, ৩য় বছৰ ১ম সংখ্যা, পৃঃ ৩২.

কিন্তু ছাত্ৰ, শিক্ষক আৰু মণ্ডলসকলক ৰেহাইৰ মূল্য ২।।. অনাত দিয়া হৈছিল। কাকতৰ যুটীয়া সম্পাদক ৰায়চৌধুৰীয়েই প্ৰকাশক আৰু মুদ্ৰক আছিল। কাকতখনৰ তৃতীয় বছৰলৈকে অম্বিকাচৰণ ৰায়চৌধুৰী নামহে ব্যৱহাৰ কৰিছিল।[১৯]

আলোচনীখনৰ সম্পাদকীয় লিখিছিল অম্বিকাগিৰীয়ে।[২০] এই বিষয়ে ৰায়চৌধুৰীয়ে লিখিছে,

> ............চন্দ্ৰ শৰ্মাক কলোঁ, 'চেতনা'ৰ উদ্দেশ্য আৰু লক্ষ্যলৈ আৰম্ভণিৰ কথাখিনি লিখিবলৈ। কিন্তু চন্দ্ৰ শৰ্মা সেই সময়ত, অৰ্থাৎ অসমলৈ তথা ভাৰতলৈ বৃটিছৰ নতুন শাসন-সংস্কাৰ আহিব ধৰা হুলস্থুলখিনিৰ ভিতৰত 'আসাম এছোছিয়েচন'ৰ কামত এনেভাৱে ব্যস্ত আছিল যে তেওঁ তেতিয়া তেওঁৰ ওকালতি ব্যৱসায়কো স্থগিত ৰাখি কাম কৰিবলগীয়া হৈছিল। গতিকে তেওঁ সময় কৰিব নোৱাৰাত আৰম্ভণিখিনি ময়েই লিখিব লগাত পৰিলোঁ।[২১]

'চেতনা' প্ৰকাশৰ আগলৈকে অসমীয়া সাংবাদিকতাত জাতীয়তাবাদৰ বলিষ্ঠ সুৰ এটা অনুপস্থিত আছিল।[২২] সেই বিষয়ে ৰায়চৌধুৰীৰ বক্তব্য তলত দিয়া ধৰণৰ,

> প্ৰথম সংখ্যা 'চেতনা'ত প্ৰচাৰ কৰা তাৰ উদ্দেশ্য, লক্ষ্য, আদৰ্শ আৰু সংগ্ৰামশীলতা জ্ঞাপক জাতীয়তাৰ বাণীয়ে সকলোৰে মন আকৰ্ষণ কৰিলে। আগৰ আলোচনী বিলাক 'বিজুলী', 'বাঁহী', 'উষা', 'আসাম বান্ধৱ'ত এই স্পষ্ট জাতীয়তাবাদৰ আভাস নাছিল। আৰু তাৰ বাবে সংগ্ৰামশীলতাৰ কোনো প্ৰকাৰৰ ঔৎসুক্য নাছিল। সকলোফালৰ পৰা উৎসাহপূৰ্ণ চিঠি পত্ৰ পাবলৈ ধৰিলোঁ।[২৩]

এনে হোৱাৰ মূলতে 'চেতনা'ই "ভাৰতীয় মহাজাতীয়তাৰ লগত নিবিড় সামঞ্জস্য ৰক্ষা কৰি অসমীয়া জাতীয়তাবাদৰ নিছান শিৰত তুলি লৈ"[২৪] দিয়া দৃঢ় পদক্ষেপ। কিয়নো চেতনাই ঘোষণা দিলে,

> ................সমাজনীতি, ৰাজনীতি, অৰ্থনীতি, কৃষি, শিল্প বাণিজ্য, বিজ্ঞান, সাহিত্য ইত্যাদিৰ সহায়েৰেই জাতীয়তাৰ ডাঙৰ-দীঘল, আহল-বহল ৰাজআলি বান্ধিবলৈকে যত্ন কৰি আগবাঢ়িম।[২৫]

চেতনাই যি পথ গ্ৰহণ কৰাৰ ঘোষণা প্ৰচাৰ কৰিলে সমকালৰ অসমৰ জাতীয় মঞ্চৰ প্ৰৱণতাও সেইটোৱেই আছিল।[২৬] সেই বাবেই চেতনাই অসমৰ জাতীয় জীৱনত এটি শক্তিশালী ভূমিকা গ্ৰহণ কৰিব পাৰিলে।

---

১৮. যোগেশ দাস, পূৰ্বোল্লিখিত, পৃঃ ২১০.

১৯. 'গুৱাহাটীৰ বৰপেটীয়া পাৰা 'অৰুণাপ্ৰেছ'ত এ.চি. ৰায়চৌধুৰীৰ দ্বাৰা মুদ্ৰিত আৰু প্ৰকাশিত' বুলি ছপা হৈছিল।

২০. যুগল দাস, গড়ৰ দেশত পশুৰাজ— অসম কেশৰী অম্বিকাগিৰী, পৃঃ ৪৯.

২১. অম্বিকাগিৰী ৰায়চৌধুৰী, পূৰ্বোল্লিখিত পৃঃ ৭০৭.

২২. দীনবন্ধু তালুকদাৰ, অসম কেশৰী অম্বিকাগিৰী পৃঃ ৫৪; বিজনলাল চৌধুৰী, পূৰ্বোল্লিখিত, পৃঃ ৬৩.

২৩. অম্বিকাগিৰী ৰায়চৌধুৰী, পূৰ্বোল্লিখিত, পৃঃ ৭১১.

২৪. অম্বিকাগিৰী ৰায়চৌধুৰী, পূৰ্বোল্লিখিত, পৃঃ ৭০৭.

২৫. অম্বিকাগিৰী ৰায়চৌধুৰী, 'চেতনাৰ উদ্দেশ্য', আহুতি, অম্বিকাগিৰী ৰায়চৌধুৰী ৰচনাৱলী, পৃঃ ৫৬৭.

২৬. পূৰ্ববৰ্তী, ২০২.

'চেতনা' সাহিত্যালোচনী হ'লেও সম্পাদকীয়সমূহৰ বিশিষ্টতা আছিল। সম্পাদকীয়-সমূহৰ বিষয় বিভাজনে সেই বিশিষ্টতা পোহৰলৈ আনিব। সম্পাদকীয়সমূহৰ প্ৰকৃতি দুটা— ক. কিছুমান সম্পাদকীয় স্থায়ী প্ৰকৃতিৰ খ. কিছুমান সম্পাদকীয় অস্থায়ী প্ৰকৃতিৰ। স্থায়ী প্ৰকৃতিৰ সম্পাদকীয়সমূহ,— 'জাতীয়তাৰ মূল', 'মনুষ্যত্ব', 'মুক্তি', 'মানুহ আৰু তাৰ অধিকাৰ', 'ভবিষত ৰাষ্ট্ৰ বা মানৱতন্ত্ৰ', মনুষ্যত্ব আৰু ভাৰতীয় সাধনা', 'জগত ব্যাপী শান্তিৰ প্ৰথম খোজ' ইত্যাদি উল্লেখযোগ্য।[২৭]

সমসাময়িক বিষয়ত লিখা সম্পাদকীয়সমূহত আলোচিত বিষয়বোৰ—

ভাৰতীয় জাতীয়তাবাদ আৰু অসমীয়া জাতীয়তাবাদৰ সম্পৰ্ক, সংমিশ্ৰণ প্ৰক্ৰিয়া, শিক্ষা, শাসন সংস্কাৰ, নিৰ্বাচন, নন-ক'অপাৰেচন, জাতীয় ভাষা, হিন্দু মুছলমানৰ ঐক্য ইত্যাদি।[২৮] আন্তৰ্জাতিক কিছু বিষয়ো সম্পাদকীয়সমূহত সামৰা হৈছে। যেনেঃ 'চীনৰ ধ্বংস', 'আমেৰিকা আৰু জাপানৰ কথা', 'স্বৰ্গীয় লেনিন' ইত্যাদি আঙুলিয়াব পাৰি।[২৯]

প্ৰবন্ধসূচীত সম্পাদকীয় দৃষ্টিভংগীয়ে প্ৰতিফলিত হৈছিল। প্ৰকাশিত প্ৰবন্ধপঞ্জীক তলত দিয়াৰ দৰে বিভাজন কৰিব পাৰি।

**অসমৰ ইতিহাস ঃ** 'অসমীয়া খেলা', 'অসমত সোণ কমোৱা ব্যৱসায়', 'বলবৰ্মাৰ তাম্ৰশাসন' 'অসমৰ পুৰণি বৰটোপ', 'অসম বুৰঞ্জীৰ কথা' 'ঘোঁৰা আৰু হাতীৰ ঔষধৰ পুথি', 'নৰকাসুৰ আৰ্য্যনে অনাৰ্য্য', 'অসমত বৌদ্ধ ধৰ্মাবলম্বী শ্যান জাতি'।[৩০] দ্বিতীয় বছৰৰ বিভিন্ন সংখ্যাত প্ৰকাশিত বুৰঞ্জীমূলক প্ৰবন্ধ ঃ 'মিৰি নগাজাতিৰ সংক্ষিপ্ত বিবৰণ'।[৩১] চতুৰ্থ বছৰত প্ৰকাশিত প্ৰবন্ধ ঃ 'মিৰি জাতি', 'পৰ্বতীয়া মিৰি', 'মিৰি বিলাকৰ মত' 'হাজোৰ বিৱৰণ'।[৩২] পঞ্চম বছৰত প্ৰকাশিত বুৰঞ্জীমূলক প্ৰবন্ধ ঃ 'বড়ো কছাৰী', 'চুতীয়া মিৰি ও মিৰি শব্দৰ ব্যাখ্যা', 'কামৰূপত কোঁচ ৰজাৰ কীৰ্ত্তি চিহ্ন'।[৩৩] ষষ্ঠ বছৰত প্ৰকাশিত প্ৰবন্ধ ঃ 'দেউৰী বিলাকৰ বিষয়ে দুআষাৰ', 'শ্ৰীশ্ৰীবিশ্বেশ্বৰ দেৱ মন্দিৰৰ শিলৰ ফলি', 'ব্ৰহ্মদেশত অসমীয়া', 'কৌণ্ডিল্যৰ বিৱৰণ', 'শ্ৰীসূৰ্য্যৰ পাহাৰ দৰ্শন'।[৩৪] সপ্তম বছৰত প্ৰকাশিত প্ৰবন্ধ ঃ 'নগা পৰ্বতত মান'।[৩৫]

**অসমীয়া সাহিত্য ঃ** 'ৰাম সৰস্বতী আৰু অনন্ত কন্দলি', 'অনন্ত কন্দলি', 'অসমীয়া জাতীয় গীত নাম আৰু সাধুকথা', শ্ৰীশঙ্কৰদেৱৰ উত্তৰাকাণ্ড ৰামায়ণ', 'কবি শ্ৰীশঙ্কৰদেৱ', 'ৰিপুঞ্জয় বিদ্যাবাগীশ', 'পুৰণি পুথি আৰু লিখক', 'গীতগোবিন্দ', 'পুৰণি অসমীয়া সাহিত্য' 'অঙ্কীয়া ভাওনা' বৰ্ত্তমান অসমীয়া সাহিত্য', ইত্যাদি।[৩৬]

---

২৭. অম্বিকাগিৰী ৰায়চৌধুৰী, আহুতি, পূৰ্বোল্লিখিত, পৃঃ ৫৫৯-৬৩, ৫৮৬-৮৮, ৬০৬-৬১৪, ৯০৬-১১, ৯২১-২৩.

২৮. উল্লিখিত, পৃঃ ৫৯৩-৬০০, ৫৭৯-৮১, ৮৭৯-৮১, ৮৯৮-৯৯ পৃঃ ৮৮৫-৮৬, ৮৮১-৮৫, ৮৮৭-৯০, ৮৯৩-৯৪, পৃঃ ৮৯৭-৯৮, পৃঃ ৯১৯-২১, পৃঃ ৮৭১-৭৩, ৯২৪-২৬.

২৯. উল্লিখিত, পৃঃ ৯৩২-৩৩, ৯৩৫-৩৬; চেতনা, ৫ ম বছৰ ষষ্ঠ সংখ্যা,

৩০. দ্ৰ. সূৰ্য্য কুমাৰ ভূঞা, **বুৰঞ্জীমূলক প্ৰবন্ধৰ তালিকা**, ১ম ভাগ, পৃঃ ৫, ১৯, ২৮, ৩১, ৩২, ৩৪, ৩৯.

৩১. উল্লিখিত, পৃঃ ৩১.

৩২. উল্লিখিত, পৃঃ ৭, ৩৪.

৩৩. চেতনা, ৫ম বছৰ, ৪ৰ্থ, ৭ম সংখ্যা,

৩৪. সূৰ্য্যকুমাৰ ভূঞা, উল্লিখিত, পৃঃ ১৭, ১১, ১৬.

৩৫. উল্লিখিত, পৃঃ ১৭.

৩৬. উল্লিখিত, পৃঃ ৮, ১০, ১২, ১৪, ১৫, ১৮, ৩২.

এইসমূহৰ উপৰিও 'চেতনা'ত প্ৰকাশিত প্ৰবন্ধৰ অন্যান্য বিষয়সমূহ হ'ল— ধৰ্ম, সাম্প্ৰদায়িক ঐক্য, মহাদেশীয় সাহিত্য, সংগীত, ফাইললজী, শিক্ষা, চিত্ৰ বিদ্যা, সামাজিক সমস্যা ইত্যাদি।[৩৭]

চেতনাই সক্ৰিয়ভাৱে ৰাজনৈতিক চিন্তা-চৰ্চাক আদৰ্শ ৰূপে গ্ৰহণ কৰি লৈছিল। সম্পাদকীয় নিবন্ধসমূহৰ বিষয়সমূহৰ নিৰ্বাচনত দেখা গৈছে, অসম ভাৰত আৰু আন্তৰ্জাতিক চেতনা প্ৰতিফলিত হৈছে। 'চেতনা'ৰ সম্পাদকীয়সমূহৰ বিষয়ে লিখা হৈছে,

> .....................অসমীয়াৰ স্বাধীনতা আকাংক্ষা আৰু অসমীয়াৰ আত্ম প্ৰতিষ্ঠাৰ সমস্যাটো সৰ্বভাৰতীয় জাতীয় আন্দোলনৰ সৈতে জড়িত বিষয়, সেই কথা একমাত্ৰ অম্বিকাগিৰীৰ "চেতনা" আলোচনীৰ সম্পাদকীয়সমূহৰ মাজেৰেহে প্ৰকাশ পাইছিল। অসমীয়াৰ অসমীয়াত্ব যে সৰ্বভাৰতীয়তাৰ অংগ সেই কথা অম্বিকাগিৰীৰ ভালেমান সম্পাদকীয় আলোচনাত কথিত হৈছে।[৩৮]

সমকালৰ ভাৰতৰ ৰাজনৈতিক চিন্তা-চৰ্চাৰ লগত অসমক সংযুক্ত কৰাৰ লক্ষ্য সদায় আগত ৰাখিছিল। এই বিষয়ে ৰায়চৌধুৰীয়ে লিখিছে,

> মাহেকীয়া হ'লেও সেই সময়ত ভাৰতৰ স্বাধীনতা সংগ্ৰামৰ উচিত সুৰটো ৰাইজক যোগান ধৰিবলৈ চেতনাৰ বাহিৰে আন কাকত নাছিল বাবেই অসমীয়া ৰাইজৰ মাজত 'চেতনা'ৰ জনপ্ৰিয়তা বাঢ়ি গৈছিল।[৩৯]

কিয়নো,

> চেতনাৰ যুগ মানেই জাতীয় চেতনা, সাম্ৰাজ্যবাদবিৰোধী.চেতনা আৰু ৰিণি ৰিণিকৈ আন্তৰ্জাতিক চেতনাও প্ৰতিধ্বনিত হোৱাৰ যুগ। চেতনাৰ প্ৰকাশ অসমীয়া সাহিত্যত এক প্ৰগতিৰ পদক্ষেপ।[৪০]

কাৰণ 'চেতনা' কাকতে "অসমীয়া সাহিত্যত জাতীয়তাবাদী চেতনা সুদৃঢ়"[৪১] কৰিছিল। কিয়নো,

> .....................সৰ্বভাৰতীয় দাসত্বৰ উপলব্ধিৰ ওপৰত ভিত্তি কৰিয়েই গঢ়ি উঠা অসহযোগৰ প্ৰথম স্তৰৰ সংগ্ৰামী অনুভূতিৰ ওপৰত এদল নতুন বুদ্ধিজীৱীয়ে 'চেতনা' আলোচনীৰ মাজেৰে সাহিত্য চৰ্চা আৰু স্বাধীনতাৰ মতাদৰ্শৰ ওপৰত নতুনকৈ ৰেখাপাত কৰিবলৈ ধৰিলে।[৪২]

গতিকে, 'চেতনা' উগ্ৰ মতবাদৰ কাকত বুলিয়ে পৰিচিত আছিল।[৪৩] কাকতখনে সমকালীন

---

৩৭. চেতনা, ৭ম বছৰ ১ম সংখ্যা (মহাপুৰুষ সংখ্যা); ৫ম বছৰ ৮ম, ১২শ সংখ্যা; ৭ম বছৰ ১০ম সংখ্যা; ৫ম বছৰ ৭ম সংখ্যা, ১২শ সংখ্যা; ৭ম বছৰ ৩য় সংখ্যা; ২য় বছৰ ৯ম, ১০ম সংখ্যা, ৫ম বছৰ ৩য় সংখ্যা, ২য় বছৰ ১ম সংখ্যা।

৩৮. 'অসমীয়া সাংবাদিকতালৈ অম্বিকাগিৰীৰ অবদান' নৱযুগ, ৩য় বছৰ ১ম সংখ্যা, পৃঃ ৩৮.

৩৯. অম্বিকাগিৰী ৰায়চৌধুৰী, মোৰ জীৱন ধুমুহাৰ এছাটি, পৰ্বোল্লিখিত, পৃঃ ৭১৪.

৪০. বিজনলাল চৌধুৰী, পুৰ্বোল্লিখিত, পৃঃ ৬৩.

৪১. হেম বৰুৱা, 'ৰায়চৌধুৰীৰ দেশপ্ৰেমমূলক কবিতা' অম্বিকাগিৰী ৰায়চৌধুৰী, (স্মৃতিগ্ৰন্থ) সম্পা. হৰিপ্ৰসাদ নেওগ, পৃঃ ১৩৮.

৪২. বিজনলাল চৌধুৰী, পুৰ্বোল্লিখিত, পৃঃ ৭৩.

৪৩. অতুল চন্দ্ৰ বৰুৱা, 'অসম কেশৰী অম্বিকাগিৰী আৰু অসম', অম্বিকাগিৰী ৰায়চৌধুৰী, পৃঃ ৮২-৮৩ সম্পা. হৰিপ্ৰসাদ নেওগ।

বৃটিছ চৰকাৰৰো যে দৃষ্টি আকৰ্ষণ কৰিছিল সেই বিষয়ে বেণুধৰ শৰ্মাই উল্লেখ কৰা এটি ঘটনাৰ পৰা বুজিব পাৰি,

> ....................সেই সময়ত "চেতনা" আলোচনীয়েই আছিল একমাত্ৰ ৰাজনীতি আলোচনা কৰা কাকত। তাৰ সম্পাদকৰ স্ফুলিঙ্গসদৃশ প্ৰবন্ধ একোটাই চৰকাৰৰ ঘৰত মাজে সময়ে একোটা জোঁকাৰ মাৰিছিল; তাতে উচপ খাই কোনোবা ভক্তই বেণ্টিঙ্ক কমিছ্নাৰ চাহাবক লগালেগৈ বোলে "চেতনা"ই বিদ্ৰোহৰ অগনি জ্বলাইছে। হেম গোঁসাইক প্ৰবন্ধ বিলাক পৰীক্ষা কৰিবলৈ কোৱাত গোঁসায়ে লেখিলে ঃ 'চেতনা'খন আদ্যোপান্ত পঢ়ি চাই প্ৰেছ একট্ মতে প্ৰেছ বন্ধ কৰিব লগীয়া একো প্ৰবন্ধ নেপালোঁ।[৪৪]

গতিকে, এনে ঘটনাৰ পৰা কাকতখনৰ ৰাজনৈতিক চৰিত্ৰ সম্বন্ধে চৰকাৰো সজাগ থকাৰ বিষয়টো স্পষ্ট হয়। চেতনাৰ কাল ডোখৰ অম্বিকাগিৰীৰ "ৰাজনৈতিক সক্ৰিয়তাৰ"[৪৫] কাল। এই ৰাজনৈতিক সক্ৰিয়তা স্বাভাৱিকতে বৃটিছ সামৰাজ্যবাদ বিৰোধী ৰাজনীতিৰ সক্ৰিয়তা। এই ৰাজনৈতিক সক্ৰিয়তাৰ চেতনা 'চেতনা'ৰ পাততো সিঁচৰতি হৈছিল। কাৰণ 'চেতনা'ৰ উদ্দেশ্যত ঘোষণা কৰিছিল জাতীয়তাৰ আহল বহল ৰাজআলি বান্ধিবলৈ "ৰাজনীতি"ৰো সহায় ল'ব। গতিকে, 'চেতনা' ৰাজনীতিৰ চাৰি ঢাপৰ বাহিৰত নাছিল। 'চেতনা'ৰ বিশ্লেষত্বলৈ আঙুলিয়াই বীৰেন্দ্ৰ কুমাৰ ভট্টাচাৰ্যই লিখিছে,

> 'চেতনা'ৰ ঘাই বিশেষত্ব হ'ল, ই ৰাজনীতিৰ পৰা আঁতৰত থকা নাছিল আৰু "সাম্প্ৰদায়িকতাৰ চাৰি ঢাপৰ" বাহিৰত আছিল। চেতনাৰ আৰু এটা বিশেষত্ব হ'ল "প্ৰত্যেক লিখকৰ ব্যক্তিগত স্বাধীনতা" ৰক্ষা কৰি চলা। চন্দ্ৰনাথ আৰু অম্বিকাগিৰীয়ে চেতনা এখন জাতীয় আদৰ্শৰ আলোচনীৰূপে থিয় কৰাবলৈ সমৰ্থ হৈছিল।[৪৬]

'চেতনা' সাহিত্যালোচনী আছিল। সেই বাবেই চেতনাই চূড়ান্ত লক্ষ্য হিচাপে "সত্যম্ শিৱম্ সুন্দৰম্"ক গ্ৰহণ কৰিছিল।[৪৭]

'চেতনা' সম্পাদনা আৰু প্ৰকাশ কৰোঁতে অসমীয়া কাকত-আলোচনীৰ ক্ষণস্থায়িত্ব সম্পৰ্কেও ৰায়চৌধুৰী সচেতন আছিল। অসমীয়া কাকতৰ এই ক্ষণস্থায়িত্বৰ 'সৰ্ব প্ৰধান' কাৰণ দুটাৰ প্ৰথমটো "সাময়িক ৰুচি আৰু আৱশ্যক মতে প্ৰবন্ধ ছপা" নোহোৱাটো বুলি উল্লেখ কৰিছে।[৪৮] সেই বাবেই প্ৰবন্ধ সূচীত দেখিবলৈ পাইছোঁ বিভিন্ন লিখকৰ বিভিন্ন ৰুচিৰ প্ৰবন্ধৰ সমাহাৰ।

'চেতনা'ৰ প্ৰথম সংখ্যাৰ লিখক সূচীত আছিল, নবীন চন্দ্ৰ বৰদলৈ, অম্বিকানাথ বৰা,

---

৪৪. দ্ৰ. বেণুধৰ শৰ্মা, 'সাত্ত্বিক পণ্ডিত হেম চন্দ্ৰ গোস্বামী' অৰ্ঘ্যাৱলী, পৃঃ ৬৪.

৪৫. মহেশ্বৰ নেওগ, 'অম্বিকাগিৰীৰ অমৰ কবিতা', অম্বিকাগিৰী ৰায়চৌধুৰী (স্মৃতিগ্ৰন্থ) পৃঃ ১৭৯; সম্পা. হৰিপ্ৰসাদ নেওগ, পূৰ্ববৰ্তী, ৫.০১.

৪৬. দ্ৰ. বীৰেন্দ্ৰ কুমাৰ ভট্টাচাৰ্য, পূৰ্বোল্লিখিত, পৃঃ ৭৮

৪৭. অম্বিকাগিৰী ৰায়চৌধুৰী, 'চেতনা সম্বন্ধে আমাৰ কথা' অম্বিকাগিৰী ৰায়চৌধুৰী ৰচনাৱলী, পৃঃ ৮৬৫.

৪৮. উল্লিখিত, পৃঃ ৮৬৬.

ৰত্নকান্ত বৰকাকতি, সৰ্বেশ্বৰ শৰ্মা কটকী, চাইফুদ্দিন আহমদ, হেৰাছাৎ উল্লা, গোপাল কৃষ্ণ দে।[৪৯] 'চেতনা'ৰ বিভিন্ন বছৰৰ বিভিন্ন প্ৰবন্ধ, কবিতা আদিৰ লিখকসকলৰ ভিতৰত ড° বাণীকান্ত কাকতি, ড° সূৰ্য্য কুমাৰ ভূঞা, ৰত্নকান্ত বৰকাকতি, ৰঘুনাথ চৌধাৰী, সৰ্বেশ্বৰ শৰ্মা কটকী, কমলাকান্ত ভট্টাচাৰ্য্য, ভৈৰৱ খাটনিয়াৰ, সিংহ দত্ত দেৱ অধিকাৰী, মহী চন্দ্ৰ বৰা, হেৰাছৎ উল্লা, মোছলেহউদ্দিন, নকুল চন্দ্ৰ ভূঞা, কৃষ্ণকান্ত সন্দিকৈ, শৰৎ চন্দ্ৰ গোস্বামী, গোপাল কৃষ্ণ দে, মদাৰাম ব্ৰহ্ম, মুহিবুল হক, সোণাৰাম চৌধুৰী, দৈৱচন্দ্ৰ তালুকদাৰ আদি উল্লেখযোগ্য।[৫০] উল্লিখিত লিখকসকলক একেঠাই কৰিব পৰাটো গুৰুত্বপূৰ্ণ কথা। চেতনাত প্ৰকাশিত ড° বাণীকান্ত কাকতিৰ 'নামঘোষা' প্ৰবন্ধটিক কেন্দ্ৰ কৰি হোৱা বিতৰ্কৰ ফলত ড° কাকতিয়ে "বিজুলী" প্ৰবন্ধ লানি লিখিছিল।[৫১]

`'চেতনা'ত 'নানা কথা', 'দেশ-বিদেশৰ কথা' 'ত্ৰিদিব', 'বিশ্ববাণী' আদি ভিন্ ভিন্ শিতানত প্ৰাচীন ভাৰতৰ প্ৰজাতন্ত্ৰৰ পৰা দেশ-বিদেশৰ বিভিন্ন সৰু-সুৰা বাতৰি পৰিবেশন কৰিছিল।[৫২]

'পোৱা পুথিৰ সমালোচনা', 'পোৱা পুথিৰ সংক্ষেপ পৰিচয়', 'অসমীয়া সাহিত্যৰ প্ৰতিভা' আদি শিতানত গ্ৰন্থ সমালোচনা কৰা হৈছিল।

১৯২১ চনৰ ১০ মাৰ্চত অৰুণা প্ৰেছত জুই লাগে। এই সময়তে ৰায়চৌধুৰীৰ ককায়েক গিৰীশ ৰায়চৌধুৰী আহি প্ৰেছটো পুনৰ সচল কৰি সেই সময়ৰ 'মিলন'ৰ (ছাত্ৰ সম্মিলনৰ মুখপত্ৰ) সম্পাদক গৰ্গনাৰায়ণ চৌধুৰীক সম্পাদক পাতি কেইসংখ্যামান প্ৰকাশ কৰে। ৰায়চৌধুৰী তেতিয়া কাৰাগাৰত। জেলৰ পৰা আহি পুনৰ ঠিক ঠাক কৰি ১৯২৭ চনলৈকে কাকতখন চলালে। কিন্তু শেষৰ ফালে প্ৰেছৰ কৰ্মচাৰীসকলৰ দৰ্মহা বৰ্ধনৰ দাবীয়ে মূৰ দাঙি উঠে। প্ৰেছত তেওঁলোকক সমস্বত্ব দিও কাকতখন চলাই ৰাখিছিল। কিন্তু ধৰ্মঘট হ'বলৈ আৰম্ভ হোৱাত তিক্ত-বিৰক্ত হৈ কাকতখন বন্ধ কৰি দিয়ে।[৫৩] কিয়নো, আলোচনীখন গ্ৰাহকৰ বৰঙণিৰ ওপৰত নিৰ্ভৰ কৰিয়ে চলিছিল। বিজ্ঞাপনৰ ক্ষেত্ৰত ৰায়চৌধুৰীয়ে এটি কঠোৰ নীতি মানি চলিছিল। এই বিষয়ে তেওঁ লিখিছে,

> 'চেতনা'ত অসমীয়াৰ স্বাৰ্থ হানি হোৱা কোনো বাহিৰৰ ব্যৱসায়ীৰ বিজ্ঞাপন প্ৰকাশ নহৈছিল, যদিও বহুবিলাক আহিছিল। সেই বাবে অকল গ্ৰাহকৰ চাঁদাৰ ওপৰতেই তাৰ জীৱন নিৰ্ভৰ কৰিছিল।[৫৪]

এইদৰেই ৰায়চৌধুৰীয়ে 'চেতনা' আলোচনী স্তৰৰ সংবাদ সেৱাৰ পৰিসমাপ্তি ঘটে।

পূৰ্বৰ বাসস্থানৰ পৰা উচ্ছেদ হ'ব লগা পৰিস্থিতিত ৰায়চৌধুৰীৰ অৰ্থনৈতিক অৱস্থা এনেই কাহিল হৈছিল। প্ৰেছৰ কৰ্মচাৰীসকলৰ অসন্তুষ্টি ধৰ্মঘট আদিৰ ফলত প্ৰেছৰ অৱস্থা

---

৪৯. অম্বিকাগিৰী ৰায়চৌধৰী, মোৰ জীৱন ধুমুহাৰ এছাটি, পূৰ্বোল্লিখিত, পৃঃ ৭০৮.

৫০. যোগেশ দাস, পূৰ্বোল্লিখিত, ২২১; চেতনা, ৭ম বছৰ মহাপুৰুষৰ সংখ্যা, ২য়, ১০ম, ৫ম, ৩য় সংখ্যা।

৫১. মহেশ্বৰ নেওগ, অসমীয়া সাহিত্যৰ ৰূপৰেখা, পৃঃ ৩৩৩.

৫২. চেতনা, ষষ্ঠ বছৰ ৮ম সংখ্যা, ২য় বছৰ ১১শ সংখ্যা।

৫৩. অম্বিকাগিৰী ৰায়চৌধুৰী, মোৰ জীৱন ধুমুহাৰ এছাটি, পূৰ্বোল্লিখিত, পৃঃ ৭১৯-২১.

৫৪. উল্লিখিত, পৃঃ ৭২০.

দিনক দিনে পৰি আহিল। প্ৰেছটোৰ সৰহাংশ বিক্ৰী কৰিব লগা অৱস্থাৰ সৃষ্টি হ'ল। সিমানতো দেশসেৱাৰ আদৰ্শ লৈ এজন কৰ্মচাৰীৰ বাহিৰে বাকীসকলক বিদায় দিলে। কেইবছৰমান নীৰৱে থকাৰ পাছত ১৯৩৫ চনৰ ২২ জুলাইত, (১৮৫৭শক, ৩১ আহাৰ) 'সংৰক্ষিণী সভাৰ মুখপত্ৰ স্বৰূপে 'ডেকা অসম' নামৰ সাদিনীয়া কাকতখন প্ৰকাশ কৰে।[৫৫] কাকতখনৰ আকাৰ ফুলস্কেপ কাগজৰ। পৃষ্ঠাৰ সংখ্যা চাৰিৰ পৰা বাৰলৈকে। সাধাৰণতে আঠ পৃষ্ঠা ওলাইছিল। গুৱাহাটীৰ পাণবজাৰৰ অৰুণা প্ৰেছত অম্বিকাগিৰী ৰায়চৌধুৰীৰ দ্বাৰা মুদ্ৰিত আৰু প্ৰকাশিত হৈছিল।[৫৬] কাকতখন নিয়মীয়াকৈ ১৯৪৪ চন পৰ্যন্ত চলিছিল। তাৰ পাছত বাৰ বছৰ বন্ধ হৈ থাকি ১৯৫৬ চনৰ পৰা ওলাইছিল যদিও অনিয়মীয়া হ'ল।[৫৭]

উপৰি উল্লিখিত কাৰণসমূহৰ বাবে ৰায়চৌধুৰীৰ অৰ্থনৈতিক অৱস্থা যথেষ্ট দুৰ্বল হৈ পৰিল। ফলস্বৰূপে "ডেকা অসম" কাকত প্ৰকাশ কৰিবলৈ নিজ হাতে আখৰ কম্পোজ কৰাৰ উপৰিও পুৱিয়ালৰ অন্যান্য সকলকো নিয়োগ কৰিছিল। অৱস্থা এনে বেয়াৰ ফাললৈ গৈছিল যে প্ৰেছৰ কম্পজিতৰৰ দৰ্মহা দিবলৈ জীয়েকৰ জলপানি অহালৈ বাট চাইছিল। অথবা ধাৰ কৰিব লগা হৈছিল। আনকি কেতিয়াবা লঘোণে থাকিও কাকত চলাইছিল।[৫৮]

কাকতখনৰ বছৰেকীয়া বৰঙণি গুৱাহাটীত ২।., বাহিৰত ২৸., ভি. পি. ৩ৢ টকা, ছমহীয়া ১।।. টকা। ছমাহৰ কমত গ্ৰাহক কৰা নহৈছিল। আগতীয়া খবৰ দি ভি. পি. কৰিছিল। ভি. পি. নুখুলিলেও পুনৰ পঠাইছিল। ডাকঘৰৰ যাৱতীয় কাম নিজেই কৰিছিল।[৫৯]

'ডেকা অসম' নামটোৰ আৰ্হিৰূপে গান্ধীজীৰ 'ইয়ং ইণ্ডিয়া'ই আছিল। 'ইয়ং ইণ্ডিয়া'ৰ আৰ্হিত 'ইয়ং আছাম'— এই অৰ্থত 'ডেকা অসম'।[৬০] গান্ধীজীৰ প্ৰভাৱ ৰায়চৌধুৰীৰ জীৱনত স্পষ্ট।[৬১] সমসাময়িকভাৱে বেণুধৰ শৰ্মাইও ডিব্ৰুগড়ৰ 'তৰুণ অসম' সম্পাদনা কৰিছিল।[৬২] এইবোৰে প্ৰমাণ কৰে যে গান্ধীৰ 'ইয়ং ইণ্ডিয়া' কাকতখনৰ নাম আৰু লক্ষ্যই অসমৰ তৰুণ সাংবাদিকসকলকো প্ৰভাৱিত কৰিছিল। অৱশ্যে কোনোৱে গান্ধীজীৰ 'হৰিজন' কাকতৰ আৰ্হিতহে 'ডেকা অসম' উলিয়াইছিল বুলি আঙুলিয়াইছে।[৬৩]

ডেকা অসম যথাৰ্থ অৰ্থত বাতৰিকাকত নাছিল। 'ভিউজ পেপাৰ' বা 'মত পত্ৰ'হে

---

৫৫. অম্বিকাগিৰী ৰায়চৌধুৰী, **মোৰ জীৱন ধুমুহাৰ এছাটি**, পূৰ্বোল্লিখিত, পৃঃ ৭২১; অতুলচন্দ্ৰ বৰুৱা, পূৰ্বোল্লিখিত, পৃঃ ৮৪.

৫৬. দ্ৰ. **ডেকা অসম**, বিভিন্ন সংখ্যা।

৫৭. ৰমা বৰঠাকুৰ, 'জাতীয় মহাসভা আৰু ৰায়চৌধুৰী', **অম্বিকাগিৰী ৰায়চৌধুৰী**, (স্মৃতিগ্ৰন্থ) পৃঃ ৪৭ সম্পা. হৰি প্ৰসাদ নেওগ।

৫৮. উল্লিখিত, পৃঃ ৪৭; অতুলচন্দ্ৰ বৰুৱা, পূৰ্বোল্লিখিত, পৃঃ ৮৫, যোগেশ দাস, পূৰ্বোল্লিখিত, পৃঃ ২০৮-২০৯; তিলক চন্দ্ৰ দাস, **অম্বিকাগিৰী আৰু তেওঁৰ জীৱন দৰ্শন** পৃঃ ১২৮-২৯.

৫৯. যোগেশ দাস, পূৰ্বোল্লিখিত, পৃঃ ২১৩, ৰমা বৰঠাকুৰ, পূৰ্বোল্লিখিত, পৃঃ ৪৭.

৬০. 'অসমীয়া সাংবাদিকতালৈ অম্বিকাগিৰীৰ অৱদান', পূৰ্বোল্লিখিত, পৃঃ ৩৮.

৬১. পূৰ্ববৰ্তী, ৩.০১, ৩.০২, ৮.০৩.

৬২. 'সাংবাদিক বেণুধৰ শৰ্মা' **নৱযুগ, ৩য় বছৰ**, ১ম সংখ্যা, পৃঃ ৪০.

৬৩. ৰমা বৰঠাকুৰ, পূৰ্বোল্লিখিত, পৃঃ ৪৭.

আছিল।[৬৪] এই বিষয়ে ৰায়চৌধুৰীৰ বক্তব্যও স্পষ্ট। কিয়নো, ১ম বছৰ ১ম সংখ্যাত এই বিষয়ে লিখিছিল,

> দেশবাসীয়ে 'ডেকা অসম'ক বাতৰিকাকতৰ শাৰীত লৈ বিচাৰ নকৰি জাতি সংগঠন আৰু সংৰক্ষণ বিষয়ক ক্ষুদ্ৰ পত্ৰিকা বুলি ধৰিলেহে উচিত হ'ব।[৬৫]

এই বক্তব্যই 'ডেকা অসম' যে মত পত্ৰ সেই কথা প্ৰতীয়মান কৰে।

ৰায়চৌধুৰীৰ আৰ্থিক অস্বচ্ছলতাৰ প্ৰসঙ্গ ইতিমধ্যে উত্থাপন কৰা হৈছে। সেই আৰ্থিক অস্বচ্ছলতাৰ বিষয়ে ৰায়চৌধুৰীয়ে 'ডেকা অসম'ত স্পষ্টভাৱেই লিখিছিল,

> 'ডেকা অসম' যাৰ মুখপত্ৰ যি ধন সম্বলহীন। সেই বাবে সম্প্ৰতি সি সামান্য আকাৰেৰে ওলাল। ইয়াৰ প্ৰয়োজনীয়তা বুজি দেশবাসীয়ে লাগতিয়াল সহযোগ দিলে, ই দোপতদোপে ক্ৰমে ডাঙৰ বহল হৈ যাব।[৬৬]

'ডেকা অসম'ৰ আদৰ্শ আৰু লক্ষ্যৰ ঘোষণাত গুৰুত্ব দিয়া বিষয়কেইটা হ'ল,

ক. অসমীয়া জাতি সংগঠনত সংৰক্ষিণী সভাৰ যি লক্ষ্য 'ডেকা অসম'ৰো সেয়ে লক্ষ্য,

খ. অবিভক্ত অসমৰ "মূল অধিবাসী" আৰু অসমীয়া জাতিৰ স্বাৰ্থৰ প্ৰতি শ্ৰদ্ধাশীল অন্যান্য প্ৰদেশৰ লোকসকলেৰে গঠিত অসমীয়া জাতিৰ ডেকাসকলৰ সন্মুখত উচ্চ আদৰ্শ দাঙি ধৰি তাক "পূৰ্ণ স্বৰাজ"ত প্ৰতিষ্ঠা কৰা।

গ. 'অন্যায় আৰু বিৰোধ'ৰ পৰা আঁতৰি থাকি দেশবাসীৰ ভিতৰত "মিলন আৰু শান্তি"ৰ প্ৰতিষ্ঠা কৰা।

ঘ. অসমীয়াৰ "সবল জাতীয় অস্তিত্ব প্ৰতিষ্ঠাৰ" বিষয়ে যি দৰে মনোযোগ দিব, সেইদৰে "ভাৰতৰ বহল জাতীয় স্বাৰ্থৰ লগতো বিশেষভাৱে সংশ্ৰৱ" ৰাখিব।

ঙ. "সমাজ সেৱাৰ মহান আদৰ্শ" দাঙি ধৰা।[৬৭]

'ডেকা অসম'ৰ প্ৰথম পৃষ্ঠাত ২য় বছৰৰ ২৯শ সংখ্যা পৰ্যন্ত "সংৰক্ষিণী সভাৰ মুখপত্ৰ" ৰূপে ছপোৱা হৈছে। কিন্তু ২য় বছৰৰ ৩০শ সংখ্যাৰ পৰা "অসমীয়া জাতীয়তাবাদৰ মুখপত্ৰ" ৰূপে ছপোৱা হৈছে।[৬৮]

কাকতখন স্বাভাৱিকতে মতপত্ৰ হোৱা হেতুকে সাধাৰণ বা-বাতৰি পৰ্যাপ্ত পৰিমাণৰ দিয়া নহৈছিল। ঘোষিত আদৰ্শৰ লগত সংগতি থকা বাতৰি আদি ছপাইছিল। কটন কলেজৰ খবৰ গুৰুত্বসহকাৰে ছপাইছিল। নিজে যিটো সত্য বুলি বিবেচনা কৰিছিল তাকে ডেকা অসমত প্ৰকাশ কৰিছিল। সেই বাবে সন্মুখত পাণ্ডুলিপি নোহোৱাকৈ কম্পোজ কৰি গৈছিল।[৬৯]

---

৬৪. 'অসমীয়া সাংবাদিকতালৈ অম্বিকাগিৰীৰ অৱদান' পূৰ্বোল্লিখিত, পৃঃ ৩৮; যোগেশ দাস, পূৰ্বোল্লিখিত, পৃঃ ২০৯.

৬৫. ডেকা অসম, ১ম বছৰ ১ম সংখ্যা; 'পুৰণি আলোচনীৰ পাতৰ পৰা', পূৰ্বোল্লিখিত, পৃঃ ৩২.

৬৬. উল্লিখিত, পৃঃ ৩২.

৬৭. ডেকা অসম, ১ম বছৰ ১ম সংখ্যা, 'পুৰণি অসমীয়া আলোচনীৰ পাতৰ পৰা', পূৰ্বোল্লিখিত, পৃঃ ৩২.

৬৮. ডেকা অসম, ২য় বছৰ, ২৯শ, ৩০শ সংখ্যা.

৬৯. যোগেশ দাস, পূৰ্বোল্লিখিত, পৃঃ ২১২; 'অসমীয়া সাংবাদিকতালৈ অম্বিকাগিৰীৰ অৱদান', পূৰ্বোল্লিখিত, পৃঃ ৩৯.

মতপত্ৰ হ'লেও, সংবাদ পৰিবেশন পৰ্যাপ্ত নহলেও, কাকতখনৰ সম্পাদনা ৰীতিৰ কিছু বিশিষ্টতা আছিল। কাকতখনত মানি চলা সম্পাদকীয় নীতি তলত আলোচনা কৰা বিষয়বোৰৰ পৰা স্পষ্ট হ'ব।

ক. **অৰ্থনৈতিক ঃ** অৰ্থনৈতিক দৃষ্টিভংগী মূলতঃ অসমীয়া জাতিয়তাবাদী। 'গাওঁ সংগঠনত কেন্দ্ৰীয় বণ্টন', 'বিদেশী ধনী মহাজন'ৰ শোষণত অসমীয়া ব্যৱসায়ীৰ দুৰৱস্থা, 'আৰ্থিক ক্ষেত্ৰত অসমীয়াৰ অভিযান', লক্ষীমপুৰ জিলাত "অসমীয়া মিৰিসকলৰ" বাবে চৰকাৰী মাটি খুলি দিয়া আদি[৭০] বিষয়বোৰৰ প্ৰতি লক্ষ্য কৰাটোৱে অসমীয়া জাতীয়তাবাদী দৃষ্টিভংগীয়ে সূচায়। কিন্তু সেয়ে হ'লেও, দুই-এটা বিষয়ত ব্যতিক্ৰমো আছে। যেনে ঃ অৰ্থনৈতিক অৱস্থা বিশ্লেষণ নকৰাকৈ "কোৰ্ট ফি, ষ্টাম্প ডিউটি" বঢ়োৱাত সম্পাদকীয়ত আপত্তি কৰিছে। অকল আপত্তিয়ে নহয় উক্ত বিলৰ প্ৰতিবাদত কাউন্সিলৰ সদস্যসকলে পদ ইস্তফা নিদিলে কিয় বুলিও প্ৰশ্ন কৰা হৈছে। সেইদৰে "ৰাইজৰ উপকাৰাৰ্থে কোন গৱৰ্ণমেণ্টে কি কৰিছে"? শিতানত বঙ্গ আৰু পাঞ্জাব চৰকাৰৰ তুলনাত যে অসম চৰকাৰে একো কৰা নাই সেই কথা আঙুলিয়াই দিয়া হৈছে। সেইদৰে স্কুলৰ মাচুল বৃদ্ধিৰ প্ৰতিবাদ কৰা "টিংখাং যুৱক সন্মিলন", "তামুলীছিগা ভগামুখ ৰায়ত সভাৰ" খবৰ ছপোৱা হৈছে।[৭১] এইবোৰত এক অস্পষ্ট সাম্ৰাজ্যবাদবিৰোধী সুৰ নিহিত হৈ আছে।

খ. **শিক্ষা ঃ** শিক্ষা বিভাগৰ অদূৰদৰ্শিতাত অসমীয়া শিক্ষকৰ দুৰ্ভোগ, নতুন কলেজ প্ৰতিষ্ঠা, স্ত্ৰী-শিক্ষাৰ বাবে কলেজ প্ৰতিষ্ঠা, গুৱাহাটীত বিশ্ববিদ্যালয় প্ৰসঙ্গ, স্কুলীয়া পাঠ্যপুথিৰ বেমেজালি, মাতৃভাষাত পাঠ্যপুথিৰ অভাৱ,— স্কুলীয়া মাছুল বৃদ্ধিৰ প্ৰতিবাদ আদি বিষয় সমূহলৈ দৃষ্টি ৰাখিছিল।[৭২]

গ. **সামাজিক, সাম্প্ৰদায়িক ঃ** দেশৰ প্ৰকৃত সমস্যা দৈন্য, দুৰ্ভিক্ষ, খাজানা, টেক্স আদি জটিল আৰু গুৰুত্বপূৰ্ণ সমস্যাৰ কথা নাভাবি "এমহীয়া আৰু এঘাৰ দিনীয়া"ৰ দৰে "সামান্য" সমস্যাত লাগি থকাৰ বাবে কংগ্ৰেছ কৰ্মীক সমালোচনা কৰিছে। "অসমত হিন্দু সভা" শিতানত হিন্দু সংগঠনৰ বিৰুদ্ধে মত পোষণ কৰি ভাষিক ঐক্যত গুৰুত্ব দিছে।[৭৩]

ঘ. **কংগ্ৰেছৰ প্ৰতি দৃষ্টিভংগী ঃ** ক্ষেত্ৰ বিশেষে কংগ্ৰেছক সমালোচনা কৰিলেও মূলতঃ দৃষ্টিভংগী আছিল মিত্ৰতামূলক।[৭৪]

ঙ. **গণতান্ত্ৰিক প্ৰমূল্য ঃ** 'নেপালী অসমীয়া' শিতানত অসমীয়া হৈ যোৱা নেপালীসকলৰ ভোটাধিকাৰ নোপোৱাৰ বাবে চৰকাৰী বিভাজন নীতি আৰু থলুৱা অসমীয়াসকলৰ সমালোচনা কৰিছে। বৰাক উপত্যকাত 'কীন ব্ৰিজ' উদ্বোধন উপলক্ষে অসমৰ গৱৰ্ণৰে পৰোক্ষভাৱে ৰায়বাহাদুৰ প্ৰমোদ চন্দ্ৰ দত্তক পৰৱৰ্তী নিৰ্বাচনত সহযোগিতা কৰিবলৈ ৰাইজলৈ

---

৭০. ডেকা অসম, ২য় বছৰ, ষষ্ঠ, ৭ম; ৪ৰ্থ বছৰ, ১১শ ২৩শ সংখ্যা।

৭১. ডেকা অসম, ২য় বছৰ, ১১শ, ১৪শ, ৩য়, ৩১শ সংখ্যা।

৭২. ডেকা অসম,, ২য় বছৰ ৮ম, ৩০শ সংখ্যা, ২৭শ, ৩১শ সংখ্যা।

৭৩. ডেকা অসম, ২য় বছৰ ১১শ, ৫ম বছৰ ৯ম সংখ্যা।

৭৪. ডেকা অসমং, ২য়, ১৪শ, ৪ৰ্থ বছৰ, ৩য়, ৮ম, ১০ম সংখ্যা, তিলক চন্দ্ৰ দাস, পূৰ্বোল্লিখিত, পৃঃ ১২৮.

আহ্বান জনোৱাৰ পৰিপ্ৰেক্ষিতত লিখিছিল "প্ৰমোদ বাবুৰ হুকে গৱৰ্ণৰৰ প্ৰপাগাণ্ডা আৰু তেওঁৰ স্বৰূপ"। পৰৱৰ্তী সংখ্যাত তেওঁ "অপোন লেটাৰ টু হিজ এক্সেলেন্সি ছাৰ মাইকেল কীন দি গৱৰ্ণৰ অব্ আছাম" শীৰ্ষক মুকলি চিঠি লিখে।[৭৫] এই কাৰ্যৰ বাবে 'ডেকা অসম'ক "জামিন কিয় লোৱা নহব" বুলি কাৰণ দৰ্শোৱাৰ জাননী দিছিল। এই কাৰ্যত কাকতখনক অন্যান্য কাকতে সমৰ্থন জনোৱা নাছিল। সেই বাবে সহযোগী কাকতসমূহক সমালোচনা কৰা হৈছে। অৱশ্যে ডেপুটী কমিছনাৰ মিঃ চি. আৰ. পদ্বীয়ে "ভৱিষ্যতৰ বাবে সতৰ্ক" কৰি দি জামিনৰ পৰা ৰেহাই দিয়ে।[৭৬] এই কাৰ্যই সম্পাদকৰ গণতান্ত্ৰিক প্ৰমূল্যৰ প্ৰতি আস্থা ঘোষণা কৰে।

অন্যান্য সংবাদৰ ভিতৰত জাৰ্মান কলাবিদৰ ভাৰত ভ্ৰমণ, ডিগবৈৰ বনুৱা আন্দোলন, অসমৰ পুৰণি গৌৰৱৰ আবিষ্কাৰ, অসমীয়া কেন্‌ভাচাৰৰ কীৰ্তি, বিৰিঞ্চি কুমাৰ বৰুৱাৰ কলিকতা বিশ্ববিদ্যালয়ত নিযুক্তি, চীনৰ যুদ্ধ ক্ষেত্ৰত আহতসকলৰ চিকিৎসালৈ যোৱা ডাক্তৰৰ মাজত অসমীয়া ডাক্তৰৰ অনুপস্থিতি আদি বিষয়ো বাদ পৰা নাছিল। ছোভিয়েট ৰাছিয়াৰ ঊনবিংশ জয়ন্তীৰ খবৰো পৰিবেশিত হৈছিল।[৭৭]

'চেতনা'ৰ দৰে 'ডেকা অসম'তো গ্ৰন্থ সমালোচনা শিতানটো সময়ে সময়ে প্ৰকাশ হৈছিল।[৭৮]

'চিত্ৰ জগতৰ কথা' শিতানত জ্যোতিপ্ৰসাদ আগৰৱালাৰ "ইন্দ্ৰমালতী" কথাছবিৰ সমালোচনা আৰু অসমীয়া ৰাইজক উক্ত ছবি চাবলৈ আহ্বান জনাইছে।[৭৯]

'চেতনা'ত বিজ্ঞাপনৰ যি নীতি আছিল সেই নীতি 'ডেকা অসম'তো মানি চলা হৈছিল। অসমীয়াৰ স্বাৰ্থ হানিকৰ আৰু অৰুচিকৰ বিজ্ঞাপন দিয়া নহৈছিল।[৮০] চাৰি বছৰৰ বিজ্ঞাপন পৰীক্ষা কৰি মাথোঁ অসমৰ বাহিৰৰ দুটা বিজ্ঞাপন পোৱা গ'ল। প্ৰথমটো "নিউ ইণ্ডিয়া এসিওৰেন্স কোম্পানী লিমিটেড" যাৰ প্ৰধান কাৰ্যালয় বোম্বাই (বৰ্তমান মুম্বাই) আনটো কলিকতীয়া কোম্পানীৰ "বোটল কাগ"ৰ বিজ্ঞাপন।[৮১] বিজ্ঞাপনসমূহৰ শ্ৰেণী পাত্ৰী লাগে, চৰকাৰী, অসমীয়া কিতাপ আৰু আলোচনী। লক্ষ্মীধৰ শৰ্মাৰ কিতাপ; বাঁহী, জয়ন্তী, পাৰিজাত, আৱাহন, বৰদৈচিলা আদি আলোচনীৰ বিজ্ঞাপন ওলাইছিল।[৮২]

'ডেকা অসম' অসমীয়া জাতীয়তাবাদৰ মুখপত্ৰ। ৰায়চৌধুৰীৰ জীৱনৰ তৃতীয় পৰ্বৰ [৮৩] যি জীৱনাদৰ্শ সেই জীৱনাদৰ্শই 'ডেকা অসম'ৰ সম্পাদকীয়সমূহৰ মাজেদি প্ৰতিফলিত হৈছিল।

---

৭৫. ডেকা অসম, ২য় বছৰ, ৫ম সংখ্যা, ২১শ, ২২শ সংখ্যা।

৭৬. ডেকা অসম, ২য় বছৰ, ২৪শ, ২৫শ সংখ্যা।

৭৭. ডেকা অসম, ২য় বছৰ, ১২শ; ৪ৰ্থ বছৰ, ৫ম; ২য় বছৰ, ৩৪শ ১২শ; ৪ৰ্থ বছৰ, ১ম, ২য়, ৩১শ সংখ্যা।

৭৮. ডেকা অসম, ২য় বছৰ, ৩য়; ৪ৰ্থ বছৰ, ১৫শ; ৫ম বছৰ ১৭শ সংখ্যা।

৭৯. ডেকা অসম, ৫ম বছৰ, ১ম সংখ্যা।

৮০. ৰমা বৰঠাকুৰ, পূৰ্বোল্লিখিত, পৃঃ ৫১-৫২; যোগেশ দাস, পূৰ্বোল্লিখিত, পৃঃ ২০৮.

৮১. ডেকা অসম, ষষ্ঠ বছৰ ১৬শ সংখ্যা।

৮২. ডেকা অসম, ২য় বছৰ, ৫ম; ৪ৰ্থ বছৰ ৫ম, ১ম; ৫ম বছৰ ১ম সংখ্যা।

৮৩. পূৰ্বৱৰ্তী, ৩.০৩.

সৰহ সংখ্যক সম্পাদকীয়ৰ যোগেদি অসমীয়া জাতিৰ সংগঠন, সংৰক্ষণ আৰু সংবৰ্ধনৰ বাণী প্ৰচাৰ কৰিছিল।[৮৪] কিন্তু এইবোৰৰ মাজত স্থায়ী মূল্যৰ সম্পাদকীয়ও দুই চাৰিটা লিখা হৈছিল।[৮৫]

ৰায়চৌধুৰী তেওঁৰ সংৰক্ষিণী দৰ্শনৰ বাবে কলিকতীয়া কাকতবোৰৰ সমালোচনাৰ পাত্ৰ হৈছিল। সেই সমালোচনাৰ প্ৰত্যুত্তৰ তেওঁ 'ডেকা অসম'ৰ যোগেদিয়ে দিছিল।[৮৬]

সংবাদ পত্ৰৰ লগত জড়িত ব্যক্তিসকলৰ যে এটা নিজা সংগঠনৰ প্ৰয়োজন সেই কথা উপলব্ধি কৰি ৰায়চৌধুৰীয়ে অমিয় কুমাৰ দাস, মহাদেৱ শৰ্মা আদিৰ লগ লাগি 'অসম সাংবাদিক সন্থা' গঠন কৰিছিল। কিন্তু ছমাহমানৰ পাছত নিষ্ক্ৰিয় হৈ পৰে। নিষ্ক্ৰিয় হোৱাৰ কাৰণ ৰায়চৌধুৰীৰ মতে অসমলৈ পূৱ বঙ্গৰ মৈমনসিং জিলাৰ পৰা হোৱা প্ৰব্ৰজনৰ সংক্ৰান্তত 'অসমীয়া' আৰু 'প্ৰতিভা'ৰ সম্পাদক দ্বয়ৰ লগত 'চেতনা'ৰ সম্পাদকৰ মতভেদ।[৮৭]

অসমৰ সমস্যাবোৰৰ প্ৰসঙ্গত কলিকতীয়া কাকতবোৰৰ ভূমিকা যথোচিত নাছিল। ১৯৪৬ চনত অসমক পাকিস্থানভুক্ত কৰাৰ বিষয়টো কলিকতাৰ কাকতবোৰে যথাৰ্থভাৱে উত্থাপন কৰা নাছিল বুলি ৰায়চৌধুৰীয়ে অনুভৱ কৰি ১৯৪৬ চনৰ ফেব্ৰুৱাৰীত 'অমৃত বাজাৰ পত্ৰিকা'ৰ সম্পাদক মৃণালকান্তি ঘোষৰ সভাপতিত্বত অনুষ্ঠিত "অল ইণ্ডিয়া নিউজ্জ পেপাৰ এডিটৰছ কনফাৰেন্স"ত ডেকা অসম'ৰ তৰফৰ পৰা প্ৰতিনিধিত্ব কৰে।[৮৮] উক্ত অধিবেশনত অম্বিকাগিৰীয়ে এটি প্ৰস্তাৱ উত্থাপন কৰে। উক্ত প্ৰস্তাৱত ৰায়চৌধুৰীয়ে আঙুলিয়াই দিয়ে,

ক. অসম ভাৰতবৰ্ষৰ অংগ। খ. অসমৰ সমস্যাবোৰ ভাৰতৰ অন্যান্য প্ৰদেশৰ সমস্যাবোৰতকৈ বেলেগ। গ. সৰ্বভাৰতীয় দিশৰ পৰা সহানুভূতিহীনতাৰ ফলত সমস্যাবোৰৰ সমাধান সুদূৰপৰাহত হৈছেগৈ। ঘ. অসমৰ সাংবাদিকতা অবিকশিত অৱস্থাত থকাৰ বাবে সমস্যাবোৰৰ সৰ্বভাৰতীয় প্ৰচাৰ দিব পৰা নাই আৰু চুবুৰীয়া সাংবাদিকতাইও যথোচিত দৃষ্টি দিয়া নাই। ঙ. গতিকে, ভাৰতৰ বিভিন্ন প্ৰদেশৰ বাতৰিকাকতসমূহে এই জটিল সমস্যাবোৰলৈ দৃষ্টি দিব আৰু এইবোৰ সৰ্বভাৰতীয় বিষয় হিচাপে গ্ৰহণ কৰি সমাধান বিচাৰিব।[৮৯] অৱশ্যে মৃণালকান্তি ঘোষৰ প্ৰতিশ্ৰুতিত প্ৰস্তাৱটো উঠাই লয়।[৯০]

---

৮৪. অম্বিকাগিৰী ৰায়চৌধুৰী, 'সঞ্জীৱনীৰ ব্যৱস্থা', 'নিজ সত্তাৰ চিন্তা সকলোৰে আগশাৰীত', 'নিজ মাটি ভৰাতহে সত্যৰ পোন প্ৰথম বিকাশ', 'ভৱিষ্যত অসমৰ ডেকা শক্তিলৈ' 'সেই বাবে আমি বেজাৰ পোৱা নাই', 'বেদনাৰ বেদনা প্ৰকাশৰ ভাষা নাই' 'আত্ম চেতনাহীনৰ জাতীয় চৰিত্ৰ' 'এতিয়া হেলা কৰিলে আৰু কেতিয়াও নাপাবা', 'অসমীয়াক কি লাগে আৰু কি নালাগে', 'জীয়াৰ ৰহস্য', আহুতি, পূৰ্বোল্লিখিত, পৃঃ ৫৭৫-৭৮, ৫৮৩-৮৪, পৃঃ ৬০২-৬০৩; ৬১৪-৬১৮, ৬১৯-২০, ৬২২-২৩;

৮৫. 'পৃথিবীৰ ৰূপান্তৰ দান', 'নৈতিক উৎসই সকলোৰে মূল' উল্লিখিত, পৃঃ ৫৮২-৮৩, ৫৮৪-৮৫;

৮৬. সতীশ চন্দ্ৰ কাকতী, 'ৰায়চৌধুৰী মানুহজন', অম্বিকাগিৰী ৰায়চৌধুৰী, পৃঃ ৩১-৩২. সম্পা. হৰি প্ৰসাদ নেওগ।

৮৭. 'অসমীয়া সাংবাদিকতালৈ অম্বিকাগিৰীৰ অৱদান' পূৰ্বোল্লিখিত, পৃঃ ৩৯, অম্বিকাগিৰী ৰায়চৌধুৰী, "অম্বিকাগিৰীৰ অসমীয়া সাংবাদিকতালৈ অৱদান" সম্বন্ধে "সাদিনীয়া নৱযুগ"লৈ, নৱযুগ, ৩য় বছৰ ৩য় সংখ্যা, পৃঃ ১২৩.

৮৮. অম্বিকাগিৰী ৰায়চৌধুৰী, উল্লিখিত, পৃঃ ১২৪.

৮৯. অম্বিকাগিৰী ৰায়চৌধুৰী, "অম্বিকাগিৰীৰ অসমীয়া সাংবাদিকতালৈ অৱদান" সম্বন্ধে "সাদিনীয়া নৱযুগলৈ" পূৰ্বোল্লিখিত, পৃঃ ১২৪.

৯০. উল্লিখিত, পৃঃ ১২৪.

আলোচনাৰ পৰা দেখা গ'ল, অসমৰ সমস্যাবোৰৰ সমাধানত সাংবাদিক হিচাপে সৰ্বভাৰতীয় দৃষ্টি আকৰ্ষণ কৰিবলৈকো চেষ্টা কৰিছিল।

সংবাদ পত্ৰৰ স্বাধীনতা সংক্ৰান্তত ৰায়চৌধুৰীৰ স্পষ্ট ধাৰণা আছিল। ১৯৪২ চনত কামৰূপৰ ডেপুটি কমিছনাৰে তেখেতৰ বাসভৱনত কিছু বিশিষ্ট লোকক মাতি নি যুদ্ধৰ বিষয়ে আলোচনা কৰিছিল। কথা প্ৰসঙ্গত তাত উপস্থিত থকা অসমীয়াৰ সম্পাদকক সপ্তাহে সপ্তাহে যুদ্ধ সম্পৰ্কীয় বিষয় প্ৰকাশৰ বাবে এটা কলম দিব পাৰিব নেকি জানিব খুজিলে। সম্পাদকে স্বত্বাধিকাৰীক নোসোধাকৈ জনাব নোৱাৰিব বুলি কোৱাত উপস্থিত অন্য ভদ্ৰলোক এজনে টকাৰ বিনিময়ত ছপাব বুলি কোৱাত ৰায়চৌধুৰীয়ে প্ৰতিবাদ কৰে। ৰাইজক নলগা যুদ্ধ এখনৰ কথা অৰ্থৰ বিনিময়ত "অসমীয়া"ই ছপাব বুলি কোৱা কথাটো ৰায়চৌধুৰীয়ে "জাতীয় সন্মান হানিকৰ" বুলি বিবেচনা কৰিছিল।[৯১]

আলোচনাৰ পৰা ৰায়চৌধুৰীৰ সংবাদসেৱাৰ কেইটিমান বিশিষ্টতা দেখা গ'ল—

ক. ৰায়চৌধুৰীৰ দুটকা মূলধনেৰে কায়িক আৰু মানসিক শ্ৰমেৰে প্ৰতিষ্ঠা কৰা 'অৰুণা প্ৰেছ' অৰ্থ উপাৰ্জনৰ যন্ত্ৰ নাছিল। এনে উদাহৰণ সমকালৰ অসমীয়া সাংবাদিক মহলত বিৰল।

খ. ৰায়চৌধুৰী সম্পাদক, কম্পজিতৰ, হকাৰ সকলো।

গ. সংবাদ পত্ৰৰ স্বাধীনতা সম্পৰ্কে সচেতনতা।

ঘ. ভাৰতীয় পটভূমি এৰি নিদিয়াকৈ অসমীয়া জাতি সত্তাৰ বিকাশৰ বাবে সংবাদ সেৱাক নিয়োগ কৰিছে।

ঙ. ভাৰতীয় জাতীয় কংগ্ৰেছক সমৰ্থন-সমালোচনাৰে নিজৰ কৰ্মৰ মূল্যায়নৰ বাবে প্ৰচেষ্টা কৰিছে।

চ. সাংবাদিক হিচাপে নিৰ্ভীক আৰু ভাৰতীয় সংবাদ পত্ৰৰ জগতত অসমৰ স্থান নিৰ্ণয় কৰি গৈছে।

ছ. সংবাদ সেৱাত ব্যৱসায়ী বুদ্ধি নাছিল।

জ. অসমীয়া সাংবাদিকতাত সাম্ৰাজ্যবাদবিৰোধী চেতনাৰ প্ৰবৰ্তক।

ঝ. অসমীয়া সাহিত্য ক্ষেত্ৰত উজনি-নামনিৰ ভাষিক সমতাৰ দিশত অৱদান উল্লেখযোগ্য।

ঞ. দুয়োখন কাকততে ক'তো খ্ৰীষ্টিয় শঁক ব্যৱহাৰ কৰা নাছিল।

ট. সম্পাদক হিচাপে ৰায়চৌধুৰীৰ বিশিষ্টতা হ'ল যে কিছু কিছু সম্পাদকীয়ত স্থায়ী মূল্য সংযোজিত হৈছে।[৯২]

গতিকে, দেখা গ'ল অম্বিকাগিৰীৰ সংবাদসেৱা দেশসেৱাৰে নামান্তৰ মাথোন। কিয়নো, সংবাদ সেৱা সম্পৰ্কে ৰায়চৌধুৰীৰ নিজা ধাৰণা হ'ল,—

> জাতীয় চেতনা জগাই তুলি ঐক্য সাধন কৰাত বৰ্তমান সাংবাদিকে অসীম বৰঙণি যোগাব পাৰে। সাংবাদিকসকলৰ পদ যি দৰে সন্মানসূচক, সেইদৰে দায়িত্বও মহান।[৯৩]

---

৯১. দীনবন্ধু তালুকদাৰ, পূৰ্বোল্লিখিত, পৃঃ ৩৪-৩৫.

৯২. 'অসমীয়া সাংবাদিকতালৈ অম্বিকাগিৰীৰ অৱদান' পূৰ্বোল্লিখিত, পৃঃ ৩৮; মহেশ্বৰ নেওগ, পূৰ্বোল্লিখিত, পৃঃ ১৮২.

৯৩. দ্ৰ. 'অসমীয়া সাংবাদিকতালৈ অম্বিকাগিৰীৰ অৱদান', পূৰ্বোল্লিখিত, পৃঃ ৩৯.

ৰায়চৌধুৰীয়ে সাংবাদিক জীৱনত 'মহান দায়িত্ব' পালনৰে প্ৰযত্ন কৰিছিল। গান্ধীজীয়ে সাংবাদিকতা সম্পৰ্কে কোৱা কথাখিনিৰ মাজত অম্বিকাগিৰীৰ সংবাদ সেৱাৰ বিশিষ্টতা আৰু পৃথকতা ধৰা পৰিব। গান্ধীজীয়ে নিজৰ সাংবাদিকতা সম্পৰ্কে আঙুলিয়াই দি কৈছিল যে,

> মই সাংবাদিকতা কেৱল সাংবাদিকতাৰ স্বাৰ্থতে গ্ৰহণ নকৰি মোৰ জীৱনৰ-মিছনৰ সহায়ক হিচাপেহে গ্ৰহণ কৰিছোঁ।
> সাংবাদিকতাৰ একমাত্ৰ লক্ষ্য হ'ল সেৱা।[৯৪]

ৰায়চৌধুৰীয়েও জীৱনাদৰ্শ বিস্তাৰৰ বাবেই "কৰ্ম সাধনাৰ সহায়ক হিচাপেহে"[৯৫] লিখিছিল। এই কৰ্ম সাধনাৰ উদ্দেশ্য আছিল "দেশ আৰু কৰ্তব্যৰ কঠোৰ আদেশ"[৯৬] পালন কৰা।

গতিকে, দেখা গ'ল, ৰায়চৌধুৰীৰ সংবাদ সেৱা বৃত্তিগত, বিত্তগত নাছিল। জীৱনাদৰ্শ প্ৰচাৰ আৰু প্ৰসাৰৰ বাবে সংবাদসেৱা এটি মাধ্যম ৰূপেই গ্ৰহণ কৰিছিল। সেইটোৱেই অম্বিকাগিৰীৰ সংবাদ সেৱাৰ বিশিষ্টতা আৰু সমকালীনসকলৰ পৰা পৃথকতাক চিহ্নিত কৰে।

---

৯৪. দ্ৰ. এন্. বি. সেন, (সম্পা.) **ৱৰ্ডছ অৱ গান্ধী**, পৃঃ ১৫৮.

৯৫. অম্বিকাগিৰী ৰায়চৌধুৰী, 'মই লিখো কিয় ?' **অম্বিকাগিৰী ৰায়চৌধুৰী ৰচনাৱলী**, পৃঃ ৯৯২.

৯৬. উল্লিখিত, পৃঃ ৯৯৭.

## অষ্টম অধ্যায়

# ৮.০০ অম্বিকাগিৰী ৰায়চৌধুৰীৰ বৌদ্ধিক ব্যক্তিত্ব ঃ এটি সমীক্ষা

## ৮.০১ ৰায়চৌধুৰীৰ চিন্তাৰ ধনাত্মক দিশ

অম্বিকাগিৰী ৰায়চৌধুৰীৰ জীৱন আৰু সাহিত্যৰ ঐতিহাসিক পটভূমিত বিচাৰ কৰোঁতে তেওঁৰ চিন্তা-চেতনাত ধনাত্মক আৰু কিছু কিছু ক্ষেত্ৰত ঋণাত্মক[১] দিশ প্ৰত্যক্ষ কৰা হৈছে।

ৰায়চৌধুৰীৰ জীৱনৰ প্ৰথম পৰ্বৰ সন্ত্ৰাসবাদী[২] ধ্যান-ধাৰণা পৰিবৰ্তিত সামাজিক-ৰাজনৈতিক পৰিস্থিতিত[৩] সলনি হৈছে। কিয়নো, দৃঢ়পিনদ্ধ আদৰ্শ আৰু লক্ষ্য অবিহনে অসংগঠিত সন্ত্ৰাসবাদী কাৰ্যকলাপ যথাৰ্থ বিপ্লৱী ৰাজনৈতিক আন্দোলনত পৰিণত হ'ব নোৱাৰে। এনে আন্দোলনৰ অসাৰতা উপলব্ধিয়ে ৰায়চৌধুৰীৰ চিন্তাৰ ধনাত্মক দিশটোৰ প্ৰতিনিধিত্ব কৰে।

ইতিমধ্যে কৰা আলোচনাৰ পৰা দেখা গৈছে, ৰায়চৌধুৰীৰ জীৱনাদৰ্শ মূলতঃ জাতীয়তাবাদী। উল্লিখিত জাতীয়তাবাদী দৃষ্টিকোণৰ পৰা ভাবীকালৰ ভাৰতীয় ৰাষ্ট্ৰৰ যি যুক্তৰাষ্ট্ৰীয় আৰ্হি দাঙি ধৰিছিল তাৰ মাজেদি ৰায়চৌধুৰীৰ যুক্তৰাষ্ট্ৰীয় ধ্যান-ধাৰণাতো সম্ভাৱী দিশ ফুটি উঠা দেখা যায়। এই প্ৰসঙ্গত যুক্তৰাষ্ট্ৰৰ গাঁথনিৰ বিষয়ে কে. টি. শ্বাহৰ বক্তব্য প্ৰণিধানযোগ্য। কে. টি. শ্বাহে লিখিছে যে,

> যুক্তৰাষ্ট্ৰ প্ৰধানতঃ সমতাৰ সমষ্টি। গতিকে, ই যুক্তৰাষ্ট্ৰৰ পৰা উদ্ভূত অধিকাৰ আৰু সা-সুবিধাৰ ক্ষেত্ৰতো সম-ভাগীদাৰৰ ভেটি হিচাপে কাৰ্য-নিৰ্বাহ কৰিব লাগিব। সেইবাবে, প্ৰত্যেক যুক্তৰাষ্ট্ৰই সাৰ্বভৌমত্বকে বিভাজিত কৰা নাই; ইয়াৰ নাগৰিক সকলৰো যুক্তৰাষ্ট্ৰৰ অংশ জন্মৰাজ্য বা স্থায়ীভাৱে বাস কৰা ৰাজ্য আৰু স্বয়ং যুক্তৰাষ্ট্ৰৰ প্ৰতি বিভাজিত অথবা দ্বৈত আনুগত্য থাকিব লাগিব।[৪]

ৰায়চৌধুৰীয়ে জাতীয়তাবাদী চিন্তাধাৰা প্ৰকাশ কৰোঁতে বৃহৎ ভাৰতীয় প্ৰেক্ষাপট এৰি দি বিচ্ছিন্নভাৱে চিন্তা কৰা নাই। লগতে, আন্তৰ্জাতিক পৃষ্ঠভূমিও দৃষ্টিৰ সন্মুখত ৰাখিছে। এইকেইটাৰ মাজত দ্বন্দ্ব উপস্থিত হৈছে, কিন্তু চূড়ান্ত লক্ষ্যত মানৱিকী চিন্তাক বিসৰ্জন দিয়া নাই, সেয়েহে, ৰায়চৌধুৰীৰ জীৱনাদৰ্শত ধনাত্মক দিশটো অনুপস্থিত নহয়। কিন্তু মধ্যবিত্তীয় সীমাবদ্ধতাক ৰায়চৌধুৰীয়ে অতিক্ৰম কৰিব পৰা নাই।[৫]

ভাৰতৰ ৰাজনৈতিক মুক্তিৰ ক্ষেত্ৰত প্ৰাদেশিক সত্তাবোৰৰ ঐক্যবদ্ধতাৰ প্ৰয়োজনীয়তাক

---

১. পৰৱৰ্তী, ৮.০২

২. পূৰ্ববৰ্তী, ৩.০১.

৩. পূৰ্ববৰ্তী, ৩.০২.

৪. দ্ৰ. কে. টি. শ্বাহ, ফেডাৰেল ষ্ট্ৰাক্‌চাৰ, পৃঃ ৩.

৫. পূৰ্ববৰ্তী, ৩.০৩, ৫.০৩.

তেওঁ অস্বীকাৰ কৰা নাই আৰু উল্লিখিত ক্ষেত্ৰত বিচ্ছিন্নমুখী চিন্তাৰ প্ৰবক্তা ৰূপেও ৰায়চৌধুৰীৰ ভূমিকা নাই।

জাতীয়তাবাদ, অসমীয়া জাতীয়তাবাদৰ প্ৰসঙ্গ আলোচনা কৰোঁতে ৰায়চৌধুৰীয়ে বাঙালী জাতীয়তাবাদৰে বিৰোধিতা কৰা নাই, সামগ্ৰিকভাৱে সমগ্ৰ বিশ্বতে জাতিগত আধিপত্যৰ বিৰুদ্ধেও আপোন চিন্তা উত্থাপন কৰিছে। এই প্ৰসঙ্গতে অসমৰ ক্ষুদ্ৰ জাতিসত্তাসমূহৰ ভাষিক-সাংস্কৃতিক স্বাধিকাৰ স্বীকৃতিৰ দিশটোও প্ৰণিধানযোগ্য। এইবোৰে স্পষ্টভাৱে দেখুৱাই ৰায়চৌধুৰীৰ জীৱনাদৰ্শত সম্ভাৱী আৰু মানৱমুখী চিন্তাৰ ভূমিকা নিতান্ত নগণ্য নহয়।

অনিয়ন্ত্ৰিত আৰু অপৰিকল্পিত প্ৰব্ৰজনৰ ফলত উদ্ভৱ হ'ব পৰা সমস্যা আৰু তৎজনিত সম্ভাব্য সংকটৰ পূৰ্ব-উপলব্ধি, অসমৰ দৰে অনগ্ৰসৰ আৰু অ-সম বিকাশৰ বলি হোৱা ঐতিহাসিক কাৰণতে দুৰ্বল হৈ পৰা সাংস্কৃতিক ভিত্তিভূমিৰ পটভূমিত বাস্তৱতাশূণ্য বুলি ভবাটো ন্যঞৰ্থক চিন্তাপ্ৰসূত হ'ব। সেই দিশৰ চিন্তাৰ বাস্তৱতা পৰৱৰ্তী কালৰ অসমৰ সামাজিক-ৰাজনৈতিক জীৱন অস্থিৰ কৰি তোলা বিদেশী বিতাড়ন[৬] আন্দোলনত প্ৰতিফলিত হৈছে। এই আন্দোলনতো জাতিসত্তাৰ অস্তিত্বৰ প্ৰশ্নটো উত্থাপিত হৈছে।[৭]

সাংস্কৃতিক পৰিচয়েই এটা জাতিৰ আচল পৰিচয়। জাতীয় সংস্কৃতিয়েই এটা জাতিক অন্য জাতিৰ পৰা পৃথকাই ৰাখে। উল্লিখিত পৃথকীকৰণৰ উপাদান হ'ল সংশ্লিষ্ট সংস্কৃতিৰ জাতীয় ভিত্তি। এই জাতীয় ভিত্তি যে অন্ধ অনুকৰণগামিতাৰ পৰা উদ্ভৱ নহয় ৰায়চৌধুৰীয়ে কৰা সেই উপলব্ধিত ধনাত্মক দিশ বৰ্তমান। উল্লিখিত উপলব্ধিয়ে ৰায়চৌধুৰীক সাংস্কৃতিক ক্ষেত্ৰত নিঃবংগায়ন প্ৰক্ৰিয়াটোক দৃঢ়তা দান কৰাৰ বাবে চিন্তা-চৰ্চা আৰু কৰ্ম-নিযুক্ত হবলৈ বাধ্য কৰিছিল।

প্ৰাদেশিক জাতীয়তাবাদৰ প্ৰবক্তা ৰায়চৌধুৰীয়ে পঞ্চাছৰ দশকতে অনুভৱ কৰিছিল, অসমীয়া জাতীয়তাবাদত প্ৰবাহিত হবলৈ ধৰা জাতিদম্ভৰ সুৰটো। সেইবাবে তেওঁ সতৰ্ক দৃষ্টিৰে সাৱধানবাণী শুনাইছিল,

> .........উঠা, যোৱা, সেই আগৰ দৰেই তোমাৰ পৰ্বতবাসী ভাই-ভনীসকলক বুকুত সুমুৱাই আকোঁৱালি লোৱাগৈ। নমাই আনাগৈ ভৈয়ামলৈ তেওঁলোকক তোমালোকৰ মাজত সম্মানিত স্থান দিবলৈকে, — আৰু যোৱাগৈ পৰ্বতলৈ উঠি তেওঁলোকৰ মনৰ পৰা তোমাৰ ওপৰত পুহি ৰখা সন্দেহৰ ভাব নিৰ্মূল কৰি তোমাৰ একাত্মবোধৰ উদাৰতাৰে তেওঁলোকৰ হৃদয় জয় কৰিবলৈকে। .............ভৈয়ামৰ অসমীয়া এই বিষয়ত তোমাৰেই দায়িত্ব আজি গধুৰ। তুমিয়েই তোমাৰ উচ্চাত্মিকাৰ গৰ্ব্বাভিমানেৰে পৰ্বতবাসী অসমীয়া ভাই ভনীসকলক দূৰলৈ থেলি থৈ দিছা। ........... তোমাৰ উচ্চ সাংস্কৃতিক গৰ্ব্বাভিমানৰপৰা তুমি ৰেহাই লৈ, জাতীয় জীৱনৰ মহান মঙ্গলৰ হকে প্ৰথমতে

৬ দেব প্ৰসাদ বৰুৱা, 'ফৰেইন নেশ্যনেল ইছুইন্ ইণ্ডিয়াজ নৰ্থ ইষ্ট উইথ স্পেচিয়েল ৰেফাৰেঞ্চ টু আচাম' ইণ্ডিয়াজ নৰ্থ ইষ্ট, পৃঃ ১১-২৩; সম্পা. পংকজ ঠাকুৰ, বীৰেন্দ্ৰ কুমাৰ ভট্টাচাৰ্য, 'এ ফ্ৰেশ্ লুক্ এট্ আছামছ ফাইট ফৰ আইডেন্‌টিটি; উল্লিখিত, পৃঃ ২০৯-২১৯.

৭. তিলোত্তমা মিশ্ৰ, 'আছাম এণ্ড দি নেশ্যনেল কুৱেশ্যন' নেশ্যনেলিটি কুৱেশ্যন ইন্ ইণ্ডিয়া, পৃঃ ৪১-৬০, সম্পা. অন্ধ্ৰ প্ৰদেশ ৰেডিকেল ষ্টুডেণ্টছ্ ইউনিয়ন

এই দায়িত্ব আজি তুমিয়েই নিঃসঙ্কোচনাৰে পালন কৰিব লাগিব।[৮]

জাতীয়তাবাদী চিন্তাধাৰাত এনে দিশবোৰ ধনাত্মক বুলি অভিহিত কৰিব লাগিব। বাঙালী জাতীয়তাবাদৰ আগ্ৰাসী ভূমিকা এটি আছে বুলি ৰায়চৌধুৰী বিশ্বস্ত আছিল।[৯] সেই ভূমিকাৰ সমালোচনা কৰাৰ দৰে অসমীয়া জাতীয়তাবাদত উচ্চাত্মিকা ভাৱ এটাৰ অস্তিত্ব উপলব্ধিৰ বিপৰীতে এই সতৰ্কবাণী নিতান্ত বাস্তৱ, প্ৰায়োগিক, আৰু সম্ভাৰী চিন্তা-প্ৰসূত। বাঙালী জাতীয়তাবাদৰ এনে এটি দিশৰ বিষয়ে ৰায়চৌধুৰীয়েই নহয়, অন্যান্য জনেও ইঙ্গিত কৰিছে।[১০]

জাতীয় ভাষা এটা যে শব্দ সম্ভাৰেৰে চহকী হ'ব লাগে সেই চিন্তাও গুৰুত্বপূৰ্ণ। থলুৱা উপাদানসমূহেৰে অসমীয়া ভাষাৰ এটি শক্তিশালী শৈলী সৃষ্টি কৰাৰ চিন্তা নিতান্ত ধনাত্মক। ভাষাৰ জাতীয় পৰিচয় হ'ল শৈলী।

ভাৰতীয় জাতীয়তাবাদী আন্দোলনত প্ৰাথমিক অৱস্থাত থকা হিন্দুবাদী চেতনাৰ প্ৰভাৱ ৰায়চৌধুৰীৰ ওপৰতো পৰিছিল। কিন্তু পৰৱৰ্তী কালত "বৰ্তমান হিন্দুত্বৰ একো অৰ্থ নাই"[১১] বুলি কৰা অনুভৱ চমকপ্ৰদ।

অসমীয়া জাতীয়তাবাদৰ এগৰাকী দৃঢ় প্ৰবক্তা ৰায়চৌধুৰীয়ে ব্যক্তিগত অথবা ৰাজহুৱা কৰ্ম আৰু চিন্তা প্ৰকাশ কৰোঁতে কেতিয়াও মানৱতাবোধ বিসৰ্জন দিয়া নাছিল। ৰায়চৌধুৰীৰ চিন্তাৰ সেইটোৱে সৰ্বোপৰি মূল্যবান দিশ।

---

৮. অম্বিকাগিৰী ৰায়চৌধুৰী, 'আবৈঁৰালি লোৱা আৰু বচোৱা সাংস্কৃতিক অভিমান' আহুতি, অম্বিকাগিৰী ৰায়চৌধুৰী ৰচনাৱলী, পৃঃ ৫৯৩, সম্পা. সত্যেন্দ্ৰ নাথ শৰ্মা.

৯. অম্বিকাগিৰী ৰায়চৌধুৰী, 'সভাপতিৰ অভিভাষণ' অসম সাহিত্য সভা, ১৯৫০, অম্বিকাগিৰী ৰায়চৌধুৰী ৰচনাৱলী, পৃঃ ৮৪০-৪৪, সম্পা. সত্যেন্দ্ৰনাথ শৰ্মা.

১০. তিলোত্তমা মিশ্ৰ, পূৰ্বোল্লিখিত, পৃঃ ৫১-৫২.

১১. দ্ৰ. হোমেন বৰগোহাঞিলৈ লেখা ব্যক্তিগত চিঠি, প্ৰকাশ, ৫ম বছৰ, ৯ম সংখ্যা, পৃঃ ২৮।

## ৮.০২ ৰায়চৌধুৰীৰ চিন্তাৰ ঋণাত্মক দিশ

জাতীয়তা ধাৰণাটোৰ সুনিৰ্দিষ্ট, পানী-নসৰকা মাপ-কাঠী নাই। দেশ, কাল আৰু পাত্ৰভেদে বিষয়টোৰ ধনাত্মক আৰু ঋণাত্মক দিশ দুটা আপেক্ষিক।

জাতীয়তাবাদ নিৰ্ণয়ত ভাষাৰ ভূমিকাও জটিল। অৱনত জাতিসমূহৰ গঠন প্ৰক্ৰিয়াত ভাষিক-চেতনাৰ ভূমিকা ধনাত্মক আৰু সংশ্লিষ্ট ভাষিক গোষ্ঠী ঐক্যবদ্ধ হোৱাৰ উপাদান স্বৰূপে কাম কৰে। কিন্তু অগ্ৰৱৰ্তী জাতিৰ ক্ষেত্ৰত ভাষিক-চেতনাৰ ভূমিকা আগ্ৰাসী আৰু ঋণাত্মক।

অম্বিকাগিৰীৰ জাতীয়তাবাদী চিন্তাত ভাষিক-চেতনা সমকালীন সামাজিক উপযোগিতা বিহীন বুলিব নোৱাৰি অথবা অনৈতিহাসিকো নহয়। ৰায়চৌধুৰীৰ চিন্তাৰ দ্বন্দ্ব হ'ল সঠিক ঐতিহাসিক পৰিপ্ৰেক্ষিতত বিষয়টোৰ যথাৰ্থ সংশ্লেষণ সৃষ্টি কৰাত। ফলত, ৰায়চৌধুৰীৰ ভাষিক আৰু সাংস্কৃতিক স্বকীয়তাৰ চিন্তা-চেতনা অতিৰিক্ত দিশলৈ ধাৱমান হ'ল আৰু অসমীয়া জাতিৰ অস্তিত্ব বিলোপৰ মানসিক ভীতিগ্ৰস্ততাই ৰায়চৌধুৰীক ব্যতিব্যস্ত কৰিছিল, তাৰ ফলস্বৰূপে ৰায়চৌধুৰীয়ে এনে কেতবোৰ মন্তব্য প্ৰকাশ কৰিছিল অথবা এনে কেতবোৰ কাম কৰিছিল সেইবোৰ অসমীয়া জাতি গঠনৰ প্ৰক্ৰিয়াৰ বিৰুদ্ধেই গৈছিল। অসম প্ৰাদেশিক মুছলীম লীগৰ বাৰ্ষিক অধিবেশন এখনৰ মুকলি অধিবেশনত আবদুল্লা নুৰুল হকৰ বাঙলা ভাষাত দিয়া ভাষণৰ প্ৰতি ৰায়চৌধুৰীৰ মনোভাৱ, ৰবীন্দ্ৰনাথ ঠাকুৰৰ জন্ম শতবাৰ্ষিকী উপলক্ষে ভাৰত চৰকাৰৰ প্ৰস্তাৱিত ৰবীন্দ্ৰ ভৱন' সংক্ৰান্তত ৰায়চৌধুৰীৰ মনোভাৱ প্ৰশংসাযোগ্য বুলি ক'ব নোৱাৰি।

জীৱনৰ প্ৰাৰম্ভিক স্তৰৰ ৰচনাসমূহত বিধৃত হৈ থকা বিশাল মানৱিক আৰু কালৰ পটভূমিত বৈপ্লৱিক চিন্তাৰ বিপৰীতে পৰৱৰ্তী কালৰ চিন্তাত যি সীমাবদ্ধতা আহিল সি তেওঁৰ চিন্তাৰ ঋণাত্মক দিশকে প্ৰতিফলিত কৰে। একোটা বিষয় বিশ্লেষণত বঙলা ভাষা-ভাষীসকলক এটা 'নিগেটিভ ৰেফাৰেন্স গ্ৰুপ' ৰূপে চিহ্নিত কৰি লোৱাত মীমাংসা ঋণাত্মক হ'ল। অসম সাহিত্য সভাৰ মাৰ্ঘেৰিটা অধিবেশনৰ (১৯৫০) সভাপতি হিচাপে ৰায়চৌধুৰীৰ এটি মন্তব্য এই দিশত প্ৰণিধানযোগ্য,

> ....................অসমক বৃহত্তৰ বঙ্গত ৰূপান্তৰিত কৰিবলৈকে নানা মিছা প্ৰচাৰেৰে সমগ্ৰ ভাৰতক আৰু কেন্দ্ৰীয় চৰকাৰক অসমীয়াৰ বিৰুদ্ধে বিষাক্ত কৰি, এনেকি তেওঁলোকৰ মাতৃভূমি বঙ্গত ধৰ্মোন্মাদনাৰ ফলত যি অকথ্য উপদ্ৰৱ ভোগ কৰি পৈতৃক ঘৰ-ভেটি এৰি প্ৰাণ লৈ নানাফালে পলাই গৈছে, সেই বঙ্গ হিন্দু বিলাকেই বঙ্গভাষাগত উন্মাদনাৰে অসমত অসমীয়া-ভাষা-সংস্কৃতি অৰ্থনীতি লুণ্ঠন কৰা বিষয়ত অসমীয়াৰ বিৰুদ্ধে সেই বঙ্গ মুছলমানৰ লগত একগোট বান্ধি নানা অসৎ উপায় অৱলম্বন কৰিছে। সেই বাবে অসমবাসী বঙালীসকলে বৃটিছতকৈও অসমীয়াৰ প্ৰতি বেছি শত্ৰুতাচৰণ কৰিছে বুলি আত্মৰক্ষাকামী

---

১. সদানন্দ চলিহা, 'ৰায়চৌধুৰী আৰু তেওঁৰ মধুৰ উন্মাদনা' অম্বিকাগিৰী ৰায়চৌধুৰী, অসম প্ৰকাশন পৰিষদ, পৃঃ ১৫২-৫৪.
যুগল দাস, গড়ৰ দেশত পশুৰাজ— অসম কেশৰী অম্বিকাগিৰী, পৃঃ ৪৩-৪৪.

অসমীয়াসকলৰ বিশ্বাস ক্ৰমে দৃঢ় হৈ যাব ধৰিছে।[২]

এই বিশ্লেষণ ৰায়চৌধুৰীৰ মানসিক ভীতিগ্ৰস্ততাৰ ফল। এনে বিশ্লেষণে ৰায়চৌধুৰীক অনৈতিহাসিক মীমাংসাত উপনীত কৰাইছে। কিয়নো, প্ৰাক্ স্বাধীনতা কালৰ অসমলৈ হোৱা প্ৰব্ৰজনত বৃটিছ চৰকাৰৰ প্ৰত্যক্ষ পৃষ্ঠপোষকতা আছিল। "ৰাজহৰ দিশৰ বিবেচনাৰে"[৩] এনে প্ৰব্ৰজনক চৰকাৰে উৎসাহিত কৰিছিল।

ৰায়চৌধুৰীয়ে বাঙালী জাতীয়তাবাদৰ আগ্ৰাসী ভূমিকা প্ৰতিহত কৰিবলৈ আগবাঢ়োঁতে বৃটিছ চৰকাৰৰ কৰ্ম সচেতনভাৱে লক্ষ্য কৰা নাই। কিয়নো, বঙলা ভাষা-ভাষীসকল বৃটিছ সকলতকৈ অসমীয়াসকলৰ অধিক শত্ৰু বুলি মীমাংসা কৰাটো ইতিহাসসন্মত নহয় আৰু সেয়ে ই তেওঁৰ ঋণাত্মক চেতনাৰ পৰিচায়ক।

সমকালীন ঐতিহাসিক কাৰ্য সম্পাদন কৰা কংগ্ৰেছৰ কাৰ্য প্ৰণালীত আস্থা হেৰুৱাটোৱে ৰায়চৌধুৰীৰ ইতিহাস-চেতনাক ঋণাত্মক দিশলৈ গতি কৰাইছে। অসমত কংগ্ৰেছ প্ৰতিষ্ঠাত ৰায়চৌধুৰীৰ সক্ৰিয় চিন্তা-চৰ্চাও জড়িত আছিল।[৪] এই চেতনাৰ বিপৰীতে কংগ্ৰেছৰ পৰা আঁতৰি অহাৰ ফলত ৰায়চৌধুৰীৰ ৰাজনৈতিক চিন্তা-চৰ্চা সীমাবদ্ধ আৰু একদেশদৰ্শিতাৰ দোষত দুষ্ট হোৱাই নহয় জীৱনৰ আদি ভাগৰ তীব্ৰ বৃটিছ সাম্ৰাজ্যবাদ-বিৰোধী-চেতনা তীব্ৰ বাঙালী জাতীয়তাবাদবিৰোধী চেতনালৈ অৱনমিতও হৈছে।

পৰৱৰ্তী জীৱনৰ চিন্তাৰ এই একদেশদৰ্শিতাৰ বাবে ৰায়চৌধুৰীৰ জীৱনত অসন্তুষ্টি আৰু অসহায়তাৰ মাত্ৰ বাঢ়ি গ'ল। তদুপৰি ইয়াৰ ফলত তেওঁ "আঞ্চলিক উগ্ৰ জাতীয়তাবাদী"[৫] ৰূপে পৰিচিত হ'ল। অৱশ্যে উল্লিখিত মূল্যায়ন ৰায়চৌধুৰীৰ জীৱনৰ আৰু সাহিত্যৰ সামগ্ৰিক মূল্যায়নত যথাৰ্থ বুলি বিবেচিত নহব। কিয়নো, ৰায়চৌধুৰীৰ সীমিত বিদ্যায়তনিক অভিজ্ঞতা আৰু সামগ্ৰিকভাৱে সকলো দিশতে অনগ্ৰসৰ অসমৰ সমাজ-জীৱনৰ পটভূমিত তেওঁৰ জীৱন আৰু কৰ্মৰ ইতিবাচক দিশটোৰ গুৰুত্ব অনস্বীকাৰ্য।

ৰায়চৌধুৰী আবেগেৰে পৰিচালিত ব্যক্তি। কবিহৃদয়ৰ আৱেগে ৰাজনৈতিক চিন্তা-চেতনা, নিয়ন্ত্ৰণ কৰাৰ ফলত বাস্তৱ-যুক্তি, ইতিহাস চেতনাক বাটভেটি ধৰিলে। ভাৰতীয় জাতীয়তা আৰু অসমীয়া জাতীয়তাৰ যি সংশ্লেষণ দাঙি ধৰাৰ চেষ্টা ৰায়চৌধুৰীয়ে কৰিছিল তাৰ প্ৰায়োগিক দিশৰ ব্যৰ্থতাৰ পৰা গ্ৰহণ বৰ্জন কৰিব নোৱৰাটো ঋণাত্মক চেতনাসম্ভূত বুলি চিহ্নিত কৰিব পাৰি। এই বিষয়ে বাণীকান্ত কাকতিৰ এষাৰ কথা উদ্ধৃত কৰিব পাৰি,

...........সাধাৰণতে তেওঁৰ সমাজ-পৰ্যালোচনা নিৰ্ভুল; কিন্তু নীতি-নিৰ্দেশবোৰ কবিত্বময়ী হোৱা কাৰণে সৰ্বসাধাৰণে সেইবোৰ বুজিব নোৱাৰে।.........ৰায়চৌধুৰীৰ আঁচনিত সকলো কাব্যিক সৌন্দৰ্য বিদ্যমান যদিও বাস্তৱৰ আটাইবোৰ দিশ নাথাকে। তেওঁ নিজৰ আবেগত ইমান মত্ত হৈ থাকে যে আনে তেওঁৰ দৃষ্টিভংগী কিয় সমৰ্থন নকৰে তেওঁ বুজি নাপায়।[৬]

২. অম্বিকাগিৰী ৰায়চৌধুৰী, 'সভাপতিৰ অভিভাষণ' অসম সাহিত্য সভা, ১৯৫০, অম্বিকাগিৰী ৰায়চৌধুৰী ৰচনাৱলী, সম্পা. সত্যেন্দ্ৰনাথ শৰ্মা.

৩. অমলেন্দু গুহ, প্লেন্টাৰ ৰাজ টু স্বৰাজ, পৃঃ ২০৮.

৪. পূৰ্বৱৰ্তী, ৫০১.

৫. অমলেন্দু গুহ, উল্লিখিত, পৃঃ ২১১-১২.

৬. বাণীকান্ত কাকতি, 'অম্বিকাগিৰী ৰায়চৌধুৰী' অসম কেশৰী অম্বিকাগিৰী, সম্পা. অক্ষয় কুমাৰ মিশ্ৰ, গোবৰ্ধন দাস, পৃঃ ৪-৫.

## ৮.০৩ ৰায়চৌধুৰীৰ ব্যক্তিত্বৰ ঐতিহাসিক গুৰুত্ব

বৃটিছ প্ৰশাসন অসমত সুদৃঢ়ভাৱে প্ৰতিষ্ঠিত হোৱাৰ পাছতহে, ভাৰতীয় জাতীয় কংগ্ৰেছৰ জন্মৰ বছৰতে অম্বিকাগিৰী ৰায়চৌধুৰীৰো জন্ম। সীমিত নিয়মীয়া শিক্ষাৰে শিক্ষিত ৰায়চৌধুৰী। বিদ্যাৱান অথবা বিত্তৱান, ৰায়চৌধুৰী যথাৰ্থ অৰ্থত এটিও নাছিল। আৰ্থিক স্বচ্ছলতা ৰায়চৌধুৰীৰ জীৱনত নাছিল। চমু কথাত, জন্মসূত্ৰে মধ্যবিত্ত চৰিত্ৰ ৰায়চৌধুৰীৰ নাছিল।

সমকালীন অসমৰ সামাজিক-ৰাজনৈতিক ঘটনাৱলীত ৰায়চৌধুৰী সংযুক্ত হৈ পৰিছে।[১] সংশ্লিষ্ট ঘটনাপ্ৰৱাহে ৰায়চৌধুৰীক প্ৰভাৱিত কৰিছে আৰু ৰায়চৌধুৰীয়েও প্ৰভাৱিত কৰি ক্ষেত্ৰবিশেষে দিক নিৰ্ণায়কৰ ভূমিকা গ্ৰহণ কৰিছে। প্ৰাথমিক স্তৰত স্বদেশী আৰু বৰ্জন আন্দোলন, সন্ত্ৰাসবাদী কৰ্ম, আদিৰে বৃটিছবিৰোধী প্ৰতিবাদী দৰ্শনৰূপে ৰায়চৌধুৰীৰ জীৱনাদৰ্শই গঢ় লৈছে। সাহিত্য কৰ্মী হিচাপেও প্ৰথমে "বন্দিনী ভাৰত মাতা"ৰ বন্দনযুক্ত স্বৰূপটোহে প্ৰত্যক্ষ কৰিছে।

দ্বিতীয় স্তৰত পৰিৱৰ্তিত সামাজিক-ৰাজনৈতিক ঘটনা প্ৰৱাহৰ পৰিপ্ৰেক্ষিতত সন্ত্ৰাসবাদী কৰ্মৰ অসাৰ্থকতা অনুভৱ, গান্ধীৰ নিষ্ক্ৰিয় প্ৰতিৰোধ, ভাৰতীয় জাতীয় কংগ্ৰেছ প্ৰদৰ্শিত ৰাজনৈতিক দৰ্শনৰ প্ৰতি আনুগত্যত[২] ৰায়চৌধুৰীৰ কালচেতনা আৰু ইতিহাস চেতনাৰ স্বাক্ষৰ স্পষ্ট। এই ঐতিহাসিক চেতনাৰ ফলত অসম এছোচিয়েশ্যনৰ মৃদু ৰাজনৈতিক দৃষ্টিভংগীৰ পৰিৱৰ্তন ঘটোৱাত সক্ৰিয় ভূমিকাৰে অসমৰ আঞ্চলিক জাতীয়তাবাদক ভাৰতীয় জাতীয়তাবাদৰ লগত সংযুক্ত কৰাৰ ঐতিহাসিক দায়িত্ব পালনৰ ভূমিকা নিশ্চয় গুৰুত্বপূৰ্ণ বুলি বিবেচিত হ'ব। এই ক্ষেত্ৰত ৰায়চৌধুৰীৰ ভূমিকা সংযোগ ৰক্ষাকাৰীৰ।

ৰায়চৌধুৰীয়ে স্পষ্টভাৱেই অনুভৱ কৰিছিল ভাৰতৰ আন্তঃ প্ৰাদেশিক ঐক্যহে বৃটিছ সাম্ৰাজ্যবাদৰ পৰা ৰাজনৈতিক মুক্তি লাভ কৰাত সহায়ক হ'ব। ৰায়চৌধুৰীৰ উল্লিখিত উপলব্ধি,

> সকলো প্ৰদেশে পাৰস্পৰিক সহযোগ লৈ নচলিলে সমগ্ৰ ভাৰততে সমানে পৰিব্যাপ্ত অধীনতাৰ শৃংখল ছিঙি মুক্ত হোৱাটো অসম্ভৱ কাৰণেই একগোট বান্ধি চলিব লগীয়া হৈছে।[৩]

এই উপলব্ধি ঐতিহাসিক পটভূমিত যথাৰ্থতাজ্ঞাপক।

তৃতীয় স্তৰত ভাৰতীয় জাতীয় পৃষ্ঠভূমিক অস্বীকাৰ নকৰাকৈ গঢ়ি তুলিছে প্ৰাদেশিক জাতীয়তাৰ দৰ্শন। এই দৰ্শনৰ বাস্তৱ প্ৰয়োগৰ প্ৰচেষ্টাৰে অসমীয়া জাতীয়তাৰ সাৰ্বিক বিকাশৰ লগত সংযুক্ত কৰিবলৈ প্ৰযত্ন কৰিছিল। গতিকে, সংগঠন, সংৰক্ষণ আৰু সংবৰ্ধন — এই ত্ৰিচেতনাৰ ভিত্তিত গঢ়ি তুলিছিল সংৰক্ষিণী দৰ্শন। কিন্তু এই দৰ্শনৰ প্ৰবক্তাৰূপে ভাৰতীয় পৃষ্ঠভূমিক অস্বীকাৰ কৰাৰ প্ৰৱণতা স্পষ্ট নহয়। এই দৰ্শনৰ প্ৰৱক্তাৰূপে ৰায়চৌধুৰী ত্ৰিশৰ দশকৰ পৰা সক্ৰিয়। আনহাতেদি, ত্ৰিশৰ দশকৰ পৰা ভাৰতৰ অন্যান্য প্ৰদেশতো জাতীয়

---

১. পূৰ্ববৰ্তী, ৩.০১.
২. পূৰ্ববৰ্তী, ৩.০২, ৫.০১.
৩. অম্বিকাগিৰী ৰায়চৌধুৰী, 'ভাৰতীয়ৰ স্বৰাজ আৰু অসমীয়াৰ স্বৰাজ' আহুতি, অম্বিকাগিৰী ৰায়চৌধুৰী ৰচনাৱলী, সম্পা. সত্যেন্দ্ৰনাথ শৰ্মা, পৃঃ ৫৭৮.

সাংস্কৃতিক ভাষিক সত্তা সংৰক্ষণৰ চেতনা সক্রিয়।[৪] অসমতো এই চেতনাৰ প্ৰকাশ ঘটিছে। এই চেতনাৰ বাহক আৰু প্ৰবক্তাৰূপে ৰায়চৌধুৰীৰ ভূমিকা গুৰুত্বপূৰ্ণ। ৰায়চৌধুৰীয়ে জাতীয়তাবাদৰ প্ৰসংগত জাতীয় আত্ম নিয়ন্ত্ৰণৰ প্ৰশ্নটোৱেই উত্থাপন কৰিছিল। ৰায়চৌধুৰীৰ জাতীয়তাবাদী দৰ্শনত যুক্তৰাষ্ট্ৰীয় আৰ্হিৰ ধাৰণাটো স্পষ্ট ৰূপত আছে। ভাৰতৰ যুক্তৰাষ্ট্ৰীয় গাঁথনিৰ সংক্ৰান্তত ৰায়চৌধুৰীৰ ধাৰণাটো কে. টি. শ্বাহে যুক্তৰাষ্ট্ৰ সংক্ৰান্তত প্ৰকাশ কৰা যুক্তৰাষ্ট্ৰীয় গাঁথনি আৰু দ্বৈত নাগৰিকৰ ধাৰণাৰ পোহৰত প্ৰণিধানযোগ্য।[৫]

ত্ৰিশ দশকৰ পৰা ভাৰতৰ স্বাধীনতা আন্দোলনত ভাৰতীয় জাতীয়তাবাদ আৰু আঞ্চলিক জাতীয়তাবাদ এই দুয়োটাৰে সহাৱস্থান ঘটিছে। এফালে বৃহৎ ভাৰতীয় জাতীয়তাবাদ আৰু আনফালে জাতিসমূহৰ পৰিচয় অক্ষুণ্ণ ৰখাৰ প্ৰশ্ন আৰু মিত্ৰতামূলক সম্পৰ্কৰ মাজেদি জাতীয় আন্দোলন আগবাঢ়িছিল। উল্লিখিত বিষয়টো জাতিসমূহৰ আত্মনিয়ন্ত্ৰণৰ প্ৰশ্নৰ লগতে জড়িত। গতিকে, ৰায়চৌধুৰীয়ে অসম আৰু অসমীয়া জনসাধাৰণৰ আত্মনিয়ন্ত্ৰণৰ অধিকাৰৰ প্ৰশ্ন উত্থাপন কৰাৰ যোগেদি অন্যান্য অঙ্গৰাজ্যবিলাকৰ অধিকাৰৰ প্ৰশ্নটোও উত্থাপন কৰিছে। ৰায়চৌধুৰীয়ে উত্থাপন কৰা বিষয়বোৰে সেইবাবেই আত্মনিয়ন্ত্ৰণৰ মৌলিক দিশবোৰ এৰি যোৱা নাই বুলি ভবা হৈছে। গতিকে, ৰায়চৌধুৰীৰ প্ৰাদেশিক চেতনা-জনিত দৰ্শনটো ঐতিহাসিক উপযোগিতাবিহীন নহয়।

আনহাতেদি, অসমৰ প্ৰসংগত আৰু এটি দিশ প্ৰণিধানযোগ্য। সংবিধান সভা, অসম বিধান সভাৰ বিতৰ্ক, অসমৰ বাতৰি কাকতসমূহত সংবিধান প্ৰণয়ন কালত প্ৰকাশিত জন-মানসিকতা সংগঠিত বা অসংগঠিতভাৱে যেনে ভাৱেই নহওক প্ৰাদেশিক স্বায়ত্ত শাসনৰ সপক্ষেই আছিল বুলি কোৱা হৈছে।[৬] তদুপৰি সংবিধান গ্ৰহণৰ চাৰি বছৰমানৰ ভিতৰতে পৰিস্থিতিৰ বিপাকত পৰি কেন্দ্ৰীয় চৰকাৰে ৰাজ্য পুনৰ্গঠন আয়োগ[৭] বহুৱাব লগা হোৱাটোৱে ভাৰতীয় জাতীয়তাবাদৰ দুৰ্বলতা আৰু প্ৰাদেশিক সত্তাবোৰৰ আপোন পৰিচয় সংৰক্ষণৰ প্ৰৱণতাটো অধিক স্পষ্টৰূপত প্ৰতিভাত কৰে। সেইবাবেই সংবিধানখনৰ সমালোচনা প্ৰসংগত সংবিধানখনক অধিক কেন্দ্ৰীভূত আৰু ৰাজ্যসমূহ স্থানীয় নিকায়ৰ পৰ্যায়লৈ পৰ্যবসিত হোৱা বুলি ভি. ডি. মহাজনে অভিমত প্ৰকাশ কৰি কৈছে যে ভাৰতৰ ঐক্য আৰু প্ৰতিৰক্ষাৰ স্বাৰ্থতে আৰু ভাৰতৰ ৰাজনীতিত অপকেন্দ্ৰাভিমুখী শক্তিৰ অৱস্থিতিৰ বাবেই কেন্দ্ৰক প্ৰচুৰ ক্ষমতা প্ৰদান কৰা হৈছে।[৮] উল্লিখিত প্ৰৱণতাটোৰ বিষয়ে ৰায়চৌধুৰীয়ে সংবিধান প্ৰণয়নৰ বহু আগতেই অনুধাবন কৰি লেখিছিল,

> ..........আজি সমগ্ৰ ভাৰত সমানে একেটিমাত্ৰ বিদেশী প্ৰবল শক্তিৰ অধীনতাত পৰি সমব্যথাৰ ভুক্তভোগী হৈ থকাৰ কাৰণেহে সকলো প্ৰদেশে একোটা ভাৰতীয় স্বাৰ্থত বান্ধ খাই একযোগে, ভাৰতৰ স্বাধীনতাৰ উদ্দেশ্যে চেষ্টা কৰিবলগীয়াত পৰিছে আৰু কেতিয়াবা প্ৰাদেশিক জাতিবিলাকৰ বৈশিষ্ট্যবিলাক

---

৪. পূৰ্ববৰ্তী, ৩.০৩.
৫. দ্ৰ. কে. টি. শ্বাহ, ফেডাৰেল ষ্ট্ৰাকচাৰ, পৃঃ ৩.
৬. দ্ৰ. গিৰীন ফুকন, আছামছ্ এটিচিউদ টু ফেডাৰেলিজিম,
৭. ভি. ভি. মহাজন, ইণ্ডিয়া চিন্চ ১৫২৬, পৃঃ ৬৫২.
৮. উল্লিখিত, পৃঃ ৪১৯.

মুৰ দাঙি উঠিব খুজিলেই ভাৰতৰ সামগ্রিক স্বাৰ্থৰ কিবা ক্ষতি হ'ব বুলি দোহাই দি নিতাল মৰাই থোৱা হৈছে।..........

............কিন্তু যেতিয়া ভাৰতত স্বাধীনতা প্রতিষ্ঠিত হ'ব, তেতিয়া এই প্রাদেশিক বৈশিষ্ট্যবিলাক নিজ নিজ মুক্তি লৈ নিশ্চয় মুৰ দাঙি উঠিব।[৯]

ভাৰতীয় জাতীয়তাবাদৰ এই অন্তর্নিহিত দুৰ্বলতা উপলব্ধি কৰিব পৰাটো ৰায়চৌধুৰীৰ বৌদ্ধিক ব্যক্তিত্বৰ বিশেষত্ব নুবুলি উপায় নাই। শেহতীয়াভাৱে অসমত প্রব্রজনজনিত সমস্যাৰ পৰা উদ্ভৱ হোৱা সংকট, কাশ্মিৰী, নাগা, মিজো, কুকি, মেইটেই সকলৰ আত্মনিয়ন্ত্রণ, হিন্দীভাষাৰ বিৰুদ্ধে তামিলসকলৰ আন্দোলন, স্বায়ত্তশাসন বিদৰ্ভ, ঝাৰখণ্ড, চট্টিগঢ় আদিৰ পৃথক ৰাজ্যিক সত্তাৰ দাবী[১০] আদিয়ে উল্লিখিত বক্তব্যৰ সাৰবত্তা প্ৰমাণ কৰিছে। সেই বাবেই এনেবোৰ আন্দোলনৰ প্রসংগত এ. আৰ. দেশায়ে স্বাধীন ভাৰতৰ সংবিধান প্ৰণয়ন প্রসংগত, আঙুলিয়াই দিয়া দিশ কেইটিও প্ৰণিধানযোগ্য। দেশায়ে উল্লেখ কৰিছে যে,

ক) ভবিষ্যতে গঢ়ি উঠিব পৰা ৰাজ্যিক গোটবোৰ কি নীতিৰ ভিত্তিত সৃষ্টি কৰা হ'ব সেই বিষয়ত সংবিধান প্ৰণেতাসকল নীৰৱ।

খ) ভাষিক, ঐতিহাসিক আৰু সাংস্কৃতিক ভিত্তিত ৰাজ্যিক গোট গঠনৰ কংগ্ৰেছ দলৰ পূৰ্বৰ নীতি বিচ্যুতি

গ) ভাৰতীয় যুক্তৰাষ্ট্ৰখন জাতিসত্তাৰ নীতিভিত্তিক ভিন্ ভিন্ ৰাজ্যিক গোটৰ স্বেচ্ছামিলনত গঠিত হোৱা নাছিল আৰু দ্বিতীয় সদনত সমান প্রতিনিধিত্বও দিয়া হোৱা নাছিল।[১১]

বৰ্তমান উল্লিখিত পৰিস্থিতি আৰু সমালোচনাৰ পৰিপ্রেক্ষিতত ৰায়চৌধুৰীৰ পূৰ্বোল্লিখিত বক্তব্য গুৰুত্বপূৰ্ণ।

আনহাতেদি ৰাজ্য পুনৰ্গঠন সংক্ৰান্তত ৰায়চৌধুৰীৰ অসন্তুষ্টিৰ কথা ইতিমধ্যে আঙুলিয়াই দিয়া হৈছে।[১২] ভাৰতৰ ৰাজ্য পুনৰ্গঠনৰ ক্ষেত্ৰতো ত্ৰুটী-বিচ্যুতি ঘটাৰ কথা দেশায়ে স্পষ্টভাৱেই আঙুলিয়াই দিছে।[১৩]

অসমলৈ হোৱা জন-প্ৰব্ৰজন সংক্ৰান্তত ৰায়চৌধুৰীৰ যি দৃষ্টিভংগী সেই বিষয়টো জাতীয় আত্মনিয়ন্ত্রণ, ভাৰতীয় জাতীয়তাবাদ আৰু প্রাদেশিক জাতীয়তাবাদৰ সম্পৰ্কৰ প্ৰশ্নতে বিচাৰ কৰিব লাগিব। বৰ্তমান ভাৰতত উপৰি উল্লিখিত জাতিসমূহৰ আন্দোলনসমূহৰ পটভূমিত ৰায়চৌধুৰীৰ চিন্তা আৰু ব্যক্তিত্বৰ ঐতিহাসিক গুৰুত্বটোৱেই প্ৰতিপন্ন কৰে। কিয়নো, মাইকেল লৰিৰ মতে, জাতীয় পৰিচয় ৰক্ষা কৰাৰ প্ৰৱণতাটো শূণ্যতে সৃষ্টি নহয়। এইবিলাক মন্ময় উপাদান হ'লেও গুৰুত্ব উলাই কৰিব নোৱাৰি। জাতীয় পৰিচয় সংৰক্ষণৰ মন্ময় উপাদানবোৰো

---

৯. অম্বিকাগিৰী ৰায়চৌধুৰী, পূৰ্বোল্লিখিত, পৃঃ ৫৯৭.

১০. এ. আৰ. দেশাই, 'নেশ্যনেলিটি কুৰেশ্যন ইন্ ইণ্ডিয়া ঃ ছম্ আন্ এগজামিনড্ এছপেক্টছ্', নেশ্যনেলিটি কুৱেশ্যন ইন ইণ্ডিয়া, অন্ধ্র প্রদেশ ৰেডিকেল ষ্টুডেন্টছ্ ইউনিয়ন, পৃঃ ১৩৬-৩৮.

১১. উল্লিখিত, পৃঃ ১৩৫.

১২. পূৰ্ববৰ্তী, ৫.০৩.

১৩. দ্র. এ. আৰ. দেশাই, উল্লিখিত, ১৩৫.

কিছুমান ঐতিহাসিক অৱস্থা, অত্যাচাৰ, উৎপীড়ন আদিৰেই সৃষ্টি।[১৪]

উদাৰনৈতিক মানৱতাবাদী চেতনাৰ পৰা ৰায়চৌধুৰী বিচ্যুত হোৱা নাছিল। বিশ্বজনীনতাৰ বিশাল পটভূমিও ৰায়চৌধুৰীয়ে অস্বীকাৰ কৰা নাছিল। সেই বিষয়েও ৰায়চৌধুৰীয়ে সতৰ্ক দৃষ্টি ৰখিছিল,

> ..............জাতীয় চেতনা আৰু জাতীয় আদৰ্শৰ ভিতৰেদি মানুহৰ অন্তৰৰ সকলোবিলাক প্ৰবৃত্তিৰ সদ্-সম্পদটো পৰিস্ফুটকৈ তুলি ক্ৰমে পূৰ্ণ-মানৱতাৰ সাঁচত নিজে গঢ়ি উঠাটোৰেই মানুহ নামধাৰী প্ৰাণ বস্তুটোৰ মনুষ্যত্ব।[১৫]

অসমীয়া জাতীয়তাবাদৰ প্ৰসঙ্গত অসমৰ ক্ষুদ্ৰ জনগোষ্ঠীসমূহৰ গুৰুত্বপূৰ্ণ প্ৰশ্নটো ৰায়চৌধুৰীয়ে এৰাই যোৱা নাছিল। সেইবাবেই কোনোৱে ক্ষুদ্ৰ জনগোষ্ঠীসমূহৰ আত্মপৰিচয় সংৰক্ষণৰ প্ৰৱণতাটোৰ সূত্ৰপাতৰ অন্তৰালত ৰায়চৌধুৰীৰ চিন্তাৰ প্ৰভাৱ প্ৰত্যক্ষ কৰিছে,

> ......................অসমৰ উত্তৰ পূৰ্বাঞ্চলত জনজাতীয় বিক্ষোভ তীব্ৰতৰ হৈ উঠিছে। জনজাতীয়সকলৰ স্বায়ত্ত শাসনৰ দাবী মূৰ তুলি উঠিছে। এই মনোভাৱৰ পিছতো অম্বিকাগিৰীৰ চিন্তাৰ প্ৰভাৱ থকা যেন দেখা যায়। কাৰণ তেওঁ সকলো সম্প্ৰদায়ৰ বিকাশ নিজ নিজ অধিকাৰৰ ভিত্তিত হ'বলৈ দিয়াৰ পোষকতা কৰে।[১৬]

আনহাতেদি,

> এসময়ত অসম উপত্যকাৰ অধিবাসীসকলৰ মাজত সাংস্কৃতিক ঐক্য অধিক শক্তিশালী ৰূপে সংগঠিত কৰি ৰাখিবৰ কাৰণে তেওঁ অসমৰ পাৰ্বত্য অঞ্চল পৃথকীকৰণৰ সপক্ষেই পৰামৰ্শ দিছিল, যদিও সেইটো জনমতৰ প্ৰতিকূল আছিল। তেওঁৰ সেই মনোভাৱ হয়তো হতাশাৰ পৰা হোৱা বুলি ভাবিব পাৰি। কিন্তু অসম পুনৰগঠনে তাৰেই পোষকতা কৰা দেখা গ'ল।[১৭]

ৰায়চৌধুৰীৰ জাতীয়তাবাদী চিন্তা-চেতনাত মহাত্মা গান্ধীৰ প্ৰভাৱ সুস্পষ্ট। কিয়নো, জাতীয়তাবাদ, আৰু আন্তৰ্জাতিকতাবাদৰ সম্পৰ্কে গান্ধীজীয়ে লেখিছে,

> আমি যিহেতু আনক শোষণ নকৰোঁ ঠিক তেনেকৈ আনকো আমাক শোষণ কৰিবলৈ নিদিও, গতিকে, আমাৰ জাতীয়তাবাদ আনৰ বাবে ধ্বংসাত্মক হ'ব নোৱাৰে।[১৮]

সদৃশ চিন্তা ৰায়চৌধুৰীৰ ৰচনাত,

> ডেকা অসমে তাৰ সমূহীয়া ঠাইখিনিৰ সীমাৰ ভিতৰত শোষণ প্ৰয়াসী

---

১৪ দ্ৰ. তিলোত্তমা মিশ্ৰ, 'আছাম এণ্ড দি নেশ্যনেল কুৱেশ্যন' নেশ্যনেলিটি কুৱেশ্যন্ ইন ইণ্ডিয়া, অন্ধ্ৰ প্ৰদেশ ৰেডিকেল ষ্টুডেন্টছ্ ইউনিয়ন, পৃঃ ৫৮.

১৫. অম্বিকাগিৰী ৰায়চৌধুৰী, 'মনুষ্যত্ব কি', পূৰ্বোল্লিখিত, পৃঃ ৫৬০.

১৬. বীৰেন্দ্ৰ কুমাৰ ভট্টাচাৰ্য, 'অম্বিকাগিৰীৰ স্মৃতিত' ডেকা অসম, দ্বিতীয় প্ৰকাশ, যোৰহাট, সম্পা. ক্ষিতীশ চন্দ্ৰ ফুকন, পৃঃ ২৭.

১৭. উল্লিখিত, পৃঃ ২৭.
ভট্টাচাৰ্যৰ মূল প্ৰবন্ধটি 'দি আছাম ট্ৰিবিউন' কাকতৰ ১৯৬৯ চনৰ ২ জানুৱাৰীত প্ৰকাশ হৈছিল। আমি উল্লেখ কৰাটো অনূদিত ৰূপ।

১৮. দ্ৰ. গ্ৰেবিয়াছ থটছ্ অৱ্ গান্ধী, পৃঃ ১৯০, সম্পা. এন. বি. সেন.

আনৰ যি কোনো ৰাজনৈতিক (political) অৰ্থনৈতিক (economic), সামাজিক (social), ভাষাগত (linguistic), সংস্কৃতিগত (cultural), ধৰ্মগত (religious), দেহগত (physical), মানসিক (mental), শোষণ (exploitation), আৰু আক্ৰমণ (aggresion) মৃত্যুৰ মহাব্যাধি বুলি সৰ্বতোপ্ৰকাৰে নিৰ্মূল কৰিবলৈকে আপ্ৰাণ চেষ্টা কৰিব।[১৯]

গান্ধীজীৰ দৃষ্টিত জাতীয়তাবাদ আৰু আন্তৰ্জাতিকতাবাদৰ সম্পৰ্ক,

মোৰ অভিমত হ'ল, জাতীয়তাবাদী নোহোৱাকৈ আন্তৰ্জাতিকতাবাদী হোৱাটো অসম্ভৱ। জাতীয়তাবাদ বাস্তৱ হ'লেহে আন্তৰ্জাতিকতাবাদ সম্ভৱ।[২০]

এই বিষয়ত ৰায়চৌধুৰীৰ বক্তব্যও তদনুৰূপ,

............জাতীয় চেতনাটোৱেই হৈছে জাতিৰ উদ্‌গতিৰ ঘাই মেৰুদণ্ড। এই মেৰুদণ্ডডাল অচল-অটল শক্তিৰ পৰিপূৰ্ণতাৰে থিয়কৈ ৰখাৰ যোগ্যতা লাভ কৰিব নোৱাৰিলে, আন্তৰ্জাতিকতাৰ ফালে প্ৰাণৱন্ত খোজেৰে আগুৱাই যাবলৈ আকাঙ্ক্ষা কৰাটো বিড়ম্বনা।[২১]

ভাষা, সাংস্কৃতিক বহিৰ্প্ৰভাৱৰ প্ৰসঙ্গত গান্ধীজীয়ে লেখিছে,

মই মোৰ ঘৰটো চৌপাশৰ পৰা আৰৰি ৰাখিবলৈ বা খিৰিকি বিলাকো বন্ধ কৰি ৰাখিবলৈ নিবিচাৰোঁ। সকলো ঠাইৰ পৰা সাংস্কৃতিক বতাহ মুক্তভাৱে মোৰ ঘৰেদি প্ৰৱাহিত হোৱাতো বিচাৰোঁ। কিন্তু মই মোৰ স্থিতি হেৰুৱাবলৈ নিবিচাৰোঁ।[২২]

ৰায়চৌধুৰীৰ জাতীয়তাবাদী দৰ্শনত তাৰ স্পষ্ট প্ৰতিধ্বনি,

............একেখন ভাৰত মহাদেশৰ একে সাংস্কৃতিক ধাৰাৰ লগত সংগ্ৰথিত হ'লেও বিশিষ্ট মাটি-পানী, আকাশ-বতাহৰ আবেষ্টনীৰ প্ৰভাৱত গঢ়ি উঠা নিজস্ব জাতীয় জীৱন সম্পন্ন অসমীয়াৰ ওপৰত অকল সুদূৰৰ ইংৰাজ জাতিৰেই নহয়, গাৰ সীমাত ছালে -ছালে লাগি থকা বিভিন্ন আশা-আকাংক্ষা আদৰ্শ সম্পন্ন বেলেগ প্ৰকৃতিৰ লোকসমষ্টি এটাৰ কোনো প্ৰকাৰৰ প্ৰভাৱো জাতীয় মৰ্য্যাদাৰ সন্ধান পোৱা কোনো অসমীয়াই গ্ৰহণ নকৰে যদিও আনৰ উৎকৃষ্ট ৰীতি-নীতি, ভাৱ-চিন্তা আহৰণ কৰি তাৰ আত্মবৃক্ষক ফলে-ফুলে জাতিষ্কাৰ কৰি তোলা বিষয়ত সি সদায় আগ্ৰহান্বিত।[২৩]

ৰায়চৌধুৰীৰ নাট্য-চৰ্চাত উল্লিখিত দৃষ্টিভংগীৰ দৃঢ় প্ৰয়োগ লক্ষ্য কৰা যায়।[২৪]

দেখা গ'ল, ৰায়চৌধুৰীৰ বৌদ্ধিক ব্যক্তিত্বত সংমিশ্ৰিত হৈ থকা ঐতিহাসিক চেতনা-কেইটা— ভাৰতীয় স্বাধীনতা আন্দোলনৰ পৃষ্ঠভূমিত অসম আৰু অসমীয়া চেতনাক ভাৰত

---

১৯. অম্বিকাগিৰী ৰায়চৌধুৰী, ডেকা-ডেকেৰীৰ বেদ, পূৰ্বোল্লিখিত, পৃঃ ৫১০.
২০. এন. বি. সেন (সম্পা.), উল্লিখিত, পৃঃ ১৯০.
২১. অম্বিকাগিৰী ৰায়চৌধুৰী, 'আত্মৰক্ষাৰ বাবে প্ৰবল জাতীয় ভাৱ লাগে', আহুতি, পূৰ্বোল্লিখিত, পৃঃ ৫৮২.
২২ এন. বি. সেন. (সম্পা.) উল্লিখিত, পৃঃ ১৬২.
২৩. অম্বিকাগিৰী ৰায়চৌধুৰী, 'সঞ্জীৱনীৰ ব্যৱস্থা' আহুতি পূৰ্বোল্লিখিত, পৃঃ ৫৭৭.
২৭. পূৰ্ববৰ্তী, ৪.০৪, ৬.০৪.

আৰু ভাৰতীয় চেতনাৰ লগত সমন্বয় সাধনৰ বাস্তৱমুখী প্ৰযত্ন, ভাৰতীয় প্ৰাদেশিক সত্তাবোৰৰ সাংস্কৃতিক আত্মপৰিচয় ৰক্ষা কৰাৰ প্ৰৱণতাৰ পৰিপ্ৰেক্ষিতত অসমীয়া জাতিৰ বিকাশৰ লগত সংগতি ৰাখি জাতীয় আত্ম-নিয়ন্ত্ৰণৰ প্ৰশ্নটোৰ উত্থাপন। দ্বিতীয়তে অসমৰ ক্ষুদ্ৰ জনগোষ্ঠী-সমূহৰ অসমৰ পটভূমিত ভাষিক-সাংস্কৃতিক অধিকাৰৰ স্বীকৃতি প্ৰদান। ভাৰতীয় নৱজাগৰণে কঢ়িয়াই অনা উদাৰনৈতিক মানৱিকী চিন্তা আৰু স্বাধীনতা পৰ্যন্ত ভাৰতীয় স্বাধীনতা সংগ্ৰাম আৰু ভাৰতীয় জাতীয়তাবাদৰ প্ৰবক্তা আৰু ভাৰতীয় জাতীয় কংগ্ৰেছৰ আদৰ্শক গঢ় দিওঁতা সকলৰ অন্যতম শক্তিশালী ব্যক্তিত্ব গান্ধীজীৰ চিন্তাক সপ্ৰশংস দৃষ্টিভংগীৰে গ্ৰহণ।

উল্লিখিত দিশকেইটাই ৰায়চৌধুৰীৰ বৌদ্ধিক ব্যক্তিত্ব গঢ়ি তুলিছিল। ঐতিহাসিক পটভূমিত ৰায়চৌধুৰীৰ জীৱন আৰু সাহিত্যৰ অন্তৰালত থকা বৌদ্ধিক ব্যক্তিত্বৰ গুৰুত্বও সেইখিনিতেই। কিয়নো, ভাৰতীয় জাতীয় জীৱন আৰু অসমৰ জাতীয় সত্তাৰ পৃষ্ঠভূমিত উল্লিখিত দিশকেইটা সামাজিক-ঐতিহাসিক উপযোগিতাবিহীন নহয়। বৰঞ্চ এতিয়াও অমীমাংসিত হৈ থকা ভাৰতৰ জাতিসমূহৰ আত্মনিয়ন্ত্ৰণৰ কোনো কোনো দিশত এনে চিন্তাৰ গুৰুত্ব হেৰাই যোৱা নাই। এই প্ৰসংগত অসম বিশেষভাৱে উল্লেখযোগ্য।

## ৮.০৪ উপসংহাৰ

অম্বিকাগিৰী ৰায়চৌধুৰীৰ জীৱন আৰু সাহিত্যৰ ঐতিহাসিক পটভূমিত বিচাৰ কৰি আমি নিম্নোল্লিখিত সিদ্ধান্তসমূহলৈ আহিছোঁ।

অম্বিকাগিৰী ৰায়চৌধুৰীৰ জীৱনাদৰ্শ আৰু সাহিত্যৰ মাজেদি পৰাধীন ভাৰতবৰ্ষ তথা পৰাধীন অসমৰ আৰ্থ-ৰাজনৈতিক আৰু সাংস্কৃতিক চেতনা প্ৰকাশিত হৈছে। এই চেতনা এফালেদি ভাৰতৰ ৰাজনৈতিক মুক্তি আৰু তাৰ লগে লগে অসমৰো ঔপনিৱেশিক শাসনৰ মুক্তিৰ আকাংক্ষাৰ প্ৰতীক। আনহাতেদি স্বাধীন ভাৰতবৰ্ষত আপোন জাতিৰ জাতীয় সত্তা সংৰক্ষণেৰে আপোন পৰিচয় সংৰক্ষণ আৰু সংবৰ্ধনৰ আকাংক্ষাও প্ৰতিফলিত হৈছে। এই পৰিচয় জাতিসত্তাৰ সাংস্কৃতিক আৰু শেষ পৰিচয় স্বৰূপে স্বীকৃত হৈ আহিছে। ৰায়চৌধুৰীৰ জীৱনাদৰ্শ আৰু সাহিত্যৰ মাজত এই দুয়োটা চেতনাৰ মিত্ৰতামূলকভাৱে সহাৱস্থান ঘটিছে। ৰায়চৌধুৰীৰ আকাংক্ষা আছিল ঐক্যবদ্ধ ভাৰতবৰ্ষহে, একীভূত ভাৰতবৰ্ষ নহয়।

ৰায়চৌধুৰীয়ে জাতীয়তাবাদ, মহাজাতীয়তাবাদ আৰু বিশ্বমানৱতা সম্পৰ্কে যি ব্যাখ্যা আগবঢ়াইছে সেইখিনি ভাৰত তথা অসমৰ আৰ্থ-সামাজিক, সাংস্কৃতিক ক্ষেত্ৰত এতিয়াও ঐতিহাসিক উপযোগিতাবিহীন হোৱা নাই। কিয়নো, ভাৰত-চেতনা আৰু প্ৰাদেশিক-চেতনাৰ বিকাশ ভাৰতবৰ্ষত বৰ্তমানো সম্পূৰ্ণ হোৱা নাই। আনহাতেদি বিশ্বমানৱতাৰ ধাৰণাটোও এটা বিমূৰ্ত ধাৰণা নহয়। ইয়াৰো আৰ্থ-ৰাজনৈতিক আৰু সাংস্কৃতিক ভেটি আছে। সেই ভেটিৰ প্ৰাথমিক উপাদান জাতীয়তাবাদ। সংশ্লিষ্ট প্ৰাথমিক উপাদানটো ক'ত কেনেধৰণৰ হ'ব সেইটো নিৰ্ণীত হ'ব দেশ আৰু কালৰ অৱস্থা অনুসৰি।

বৰ্তমান ভাৰতবৰ্ষৰ জাতীয় ঐক্য আৰু জাতি সমস্যাৰ সমাধানৰ পটভূমিতো ৰায়চৌধুৰীৰ চিন্তা-চেতনা নিশ্চিতভাৱে প্ৰাসঙ্গিকতাবিহীন বুলি সিদ্ধান্ত কৰিব নোৱাৰি। আনহাতেদি অসমতো জাতি সমস্যাৰ প্ৰশ্নটোৱে বহুমাত্ৰিকতা লাভ কৰা দেখা গৈছে। এই পটভূমিত গোষ্ঠীসত্তাৰ প্ৰশ্নটোৱে জাতিসত্তাৰ পূৰ্ব ধাৰণাক প্ৰত্যাহ্বান জনাইছে। ৰায়চৌধুৰীৰ চিন্তা-চেতনাত অসমৰ বহুমাত্ৰিকতা লাভ কৰা প্ৰশ্নবোৰৰ উপস্থিতিটো প্ৰণিধানযোগ্য।

আমাৰ আলোচনাৰ মাজেদি দেখিবলৈ পাইছোঁ ৰায়চৌধুৰীৰ জীৱনাদৰ্শ আৰু সাহিত্যৰ মাজেদি প্ৰকাশিত মূল চেতনা তিনিটা ঃ

ক) ভাৰতীয় সাংস্কৃতিক পৃষ্ঠভূমিক অস্বীকাৰ নকৰাকৈ অসমৰ সাংস্কৃতিক ঐতিহ্য চেতনা আৰু অসমৰ সকলো জনগোষ্ঠীসহ অসমীয়া জনসাধাৰণৰ ৰাজনৈতিক আকাঙক্ষা।

খ) গান্ধীজীৰ ভাৰতীয় জাতীয়তাবাদী ৰাজনৈতিক দৃষ্টিভংগী।

গ) এক প্ৰজাতি হিচাপে বিশ্বৰ মানুহৰ ভবিষ্যৎ সম্পৰ্কীয় ধাৰণা।

উল্লিখিত চেতনাসমূহক আত্মসাৎ কৰি স্থানগত, কালগত আৰু অভিজ্ঞতাৰ সীমাবদ্ধতাগত অৱস্থাৰ মাজতে তেওঁৰ আপোন জীৱন আৰু কৰ্মৰাজিৰ সংঘৰ্ষহীন বহিৰ্প্ৰকাশ ঘটিছে। দেখা যায়, সমকালৰ অসম আৰু অসমীয়া জনসাধাৰণৰ চিন্তাধাৰা আৰু প্ৰৱণতাসমূহক

তেওঁ ভাৰতৰ বিশাল প্ৰেক্ষাপটত বিচাৰ কৰি চাইছে। তদুপৰি, দেশাত্মবোধৰ প্ৰাবল্যৰ মাজতো তেওঁৰ মানৱিকতাবাদী চেতনা সক্ৰিয় হৈ আছিল। এই সকলো দিশৰ বিশ্লেষণে প্ৰমাণ কৰে যে অম্বিকাগিৰী ৰায়চৌধুৰীৰ মাজেদি উনবিংশ শতিকাত জন্ম লাভ কৰা আধুনিক অসমে ভাৰতীয় মহাজাতীয়তাবাদৰ পৃষ্ঠভূমিত সাংস্কৃতিক আৰু ৰাজনৈতিক স্বাধিকাৰ লাভৰ আকাংক্ষাৰ শক্তিশালী অভিব্যক্তি লাভ কৰিছে। ৰায়চৌধুৰীৰ জীৱন আৰু কৰ্মৰ বৈপ্লৱিক চিন্তা আৰু কামৰ মাজতো তাৰেই আত্মপ্ৰকাশ ঘটিছে। এহাতে ভাৰতবৰ্ষত গঢ় লৈ উঠা সামাজ্যবাদবিৰোধী জাতীয়তাবাদৰ পটভূমি আৰু আনহাতে অসমীয়া জাতিৰ ৰাজনৈতিক-সাংস্কৃতিক স্বাধিকাৰ— এই দুয়োটাই ৰায়চৌধুৰীৰ মাজত পৰস্পৰ পৰিপূৰক হৈ আত্মপ্ৰকাশ কৰিছে। তাৰ মাজতে মানৱিকতাবাদী কবি ৰায়চৌধুৰীও জাগ্ৰত হৈ আছে। স্ব-বিৰোধ থকা সত্ত্বেও অসমীয়া জাতীয়তাবাদ, ভাৰতীয় জাতীয়তাবাদ আৰু বিশ্বমানৱতাবাদ তিনিওটাৰে ৰায়চৌধুৰীৰ জীৱন আৰু সাহিত্যত স্ব-ঘোষিত প্ৰকাশ ঘটিছে। তাৰ মাজত সমকালৰ অসমৰ ৰাজনৈতিক-সাংস্কৃতিক আৰু বৌদ্ধিক চিন্তায়ো আত্মপ্ৰকাশ লাভ কৰিছে। এই অৰ্থতেই অম্বিকাগিৰী ৰায়চৌধুৰীৰ জীৱন আৰু ৰচনাৱলী আধুনিক অসমৰ এটা পৰ্বৰ প্ৰতিনিধিত্বমূলক অভিব্যক্তিস্বৰূপে গৃহীত হ'বৰ যোগ্য।

# পৰিশিষ্ট

## ১. অম্বিকাগিৰী ৰায়চৌধুৰীৰ বংশলতা ঃ




সিটো পৃষ্ঠাত

জগতানন্দ ৰায় বৰুৱা (কোঁচ বিহাৰৰ মহাৰজাই 'ৰায় বৰুৱা' উপাধি দিয়ে)



হলিৰায়



হৰিহৰ উজীৰ (মন্ত্ৰী, কোঁচবিহাৰ)



বনমালী



জহাৰাম ৰায় চৌধাৰী ('চৌধাৰী' উপাধি আৰু 'চমুৱা' পদ পায়)



ৰঘুনন্দন



দৈৱকীনন্দন



## ২. অম্বিকাগিৰী ৰায়চৌধুৰীৰ জীৱনপঞ্জী

শ্ৰীমন্ত শংকৰদেৱৰ লগত বংশগত সূত্ৰে সম্পৰ্কিত ৰামৰায় বা জগতানন্দ বৰুৱা অম্বিকাগিৰী ৰায়চৌধুৰীৰ পূৰ্বপুৰুষ।

অম্বিকাগিৰীৰ পিতৃৰ নাম আছিল কৃষ্ণ ৰায়চৌধুৰী। অম্বিকাগিৰ মাতৃ বৰপেটাৰ সুন্দৰী দিয়া সত্ৰৰ দৈৱকী দেৱী। শ্ৰীমন্ত শংকৰদেৱৰ প্ৰিয় শিষ্য মাধৱদেৱৰ ভাগিন ৰামচৰণ ঠাকুৰৰ বংশৰ লগত মাতৃবংশ সম্পৰ্কিত। এই ৰামচৰণ ঠাকুৰেই শংকৰদেৱৰ চৰিতপুথি লেখিছিল।

অম্বিকাগিৰী কৃষ্ণৰাম ৰায়চৌধুৰী আৰু দৈৱকী দেৱীৰ দ্বিতীয় পুত্ৰ। ১৮৮৫ খৃষ্টাব্দৰ ১৮ ডিচেম্বৰ (১৮০৭ শঁক ৪ পুহ)ত বৰপেটাৰ দক্ষিণহাটীত অম্বিকাগিৰীৰ জন্ম হয়।

১৮৯২ চনত পিতৃ কৃষ্ণৰাম ৰায়চৌধুৰীৰ মৃত্যু হোৱাত মাতৃ দৈৱকী দেৱীয়ে ল'ৰা-ছোৱালীকেইটি লৈ সুন্দৰীদিয়াৰ পিতৃগৃহলৈ উভতি যায়।

মোমায়েক দামোদৰ দেৱ অধিকাৰীৰ তত্ত্বাৱধানত অম্বিকাগিৰীয়ে প্ৰাথমিক শিক্ষা আৰম্ভ কৰে। বৃত্তিসহ প্ৰাথমিক পৰীক্ষাত উত্তীৰ্ণ হয়।

১৮৯৯ চনত হাইস্কুলীয়া শিক্ষা গ্ৰহণৰ উদ্দেশ্যে খোলাবন্ধাত জাহাজত উঠি গুৱাহাটীলৈ যাত্ৰা কৰে। এই যাত্ৰাতে পলাশবাৰী জাহাজঘাটত এগৰাকী পোহাৰীক দুৰ্ব্যৱহাৰ কৰাত এজন ধুতী পিন্ধা ভদ্ৰলোকক উত্তম-মধ্যম দিয়ে।

গুৱাহাটী যাত্ৰাতে কবি কমলাকান্ত ভট্টাচাৰ্য আৰু হৰিবিলাস আগৰৱালাৰ লগত পৰিচয় ঘটে। দুয়োজন ব্যক্তিয়ে সিদিনা কোৱা কথাই অম্বিকাগিৰীক পৰৱৰ্তী জীৱনতো অনুপ্ৰাণিত কৰিছিল।

গুৱাহাটীৰ সোণাৰাম হাইস্কুলত নাম লগাই সম্বন্ধীয় ককায়েক হৰমোহন চৌধুৰীৰ সংগত থাকি অম্বিকাগিৰীয়ে শিক্ষা গ্ৰহণ কৰে। শিৱসাগৰ আৰু গোৱালপাৰাৰ গৌৰীপুৰতো শিক্ষা লৈছিল।

গুৱাহাটীৰ পাণবজাৰৰ চিদানন্দ চৌধুৰীৰ ঘৰৰ "বিভৱানন্দ ব্যায়ামশালা"ত বিভৱানন্দ চৌধুৰীৰ তত্ত্বাৱধানত অম্বিকাগিৰীয়ে শৰীৰ চৰ্চা কৰিছিল।

অম্বিকাগিৰীৰ মোমায়েক আছিল সুদক্ষ সংগীতজ্ঞ। তদুপৰি মাতৃ দৈৱকী দেৱীয়েও শুৱলাকৈ বৰগীত গাব পাৰিছিল। সৰু কালৰে পৰা অম্বিকাগিৰীয়ে মাকৰ তত্ত্বাৱধানতে সংগীত শিক্ষা লৈছিল। পৰৱৰ্তী কালত হিন্দুস্তানী ওস্তাদৰ তত্ত্বাৱধানতো সংগীত শিক্ষা গ্ৰহণ কৰিছিল। এনে শিক্ষাৰ ফলত পৰৱৰ্তী জীৱনত ৰাজহুৱা গায়ক হ'ব পাৰিছিল।

গুৱাহাটীৰ এটি বঙলাভাষী কুলীন ব্ৰাহ্মণ পৰিয়ালৰ এঘাৰ বছৰীয়া কিশোৰী ইন্দমতীৰ প্ৰতি অম্বিকাগিৰী আকৰ্ষিত হয়। এই সময়তে অম্বিকাগিৰীয়ে বঙলা ভাষাত গীত-কবিতা ৰচনা কৰিছিল।

১৯০৫ চনত বংগ ভংগৰ আন্দোলনে অসমকো স্পৰ্শ কৰিলেহি। ৰায়চৌধুৰীও স্বদেশী আন্দোলনত জড়িত হৈ পৰিল। এই সময়তে 'বন্দিনী ভাৰত মাতা' নাট ৰচনা কৰি কটন কলেজিয়েট স্কুলত অভিনয় কৰি থকা অৱস্থাতে বৃটিছ চৰকাৰৰ পুলিচে নাটখন বাজেয়াপ্ত কৰে।

স্বদেশী আন্দোলনত জড়িত হৈ স্কুললৈ অহা-যোৱা বন্ধ কৰাত থাৰ্ড ক্লাছতেই অম্বিকাগিৰীৰ শিক্ষা সমাপ্ত হয়।

অম্বিকাগিৰী সক্ৰিয়ভাৱে স্বদেশী কৰ্মত জড়িত হোৱাত প্ৰেয়সীৰ লগত যোগাযোগ পাতলি আহিল আৰু প্ৰেয়সীৰ অনুযোগৰ উত্তৰত নিজৰ বাওঁহাতৰ কনিষ্ঠা আঙুলিৰ এপাব কাটি ৰূপৰ টেমাত ভৰাই উপহাৰ দি প্ৰেমৰ নিষ্ঠা দেখুৱালে।

গুৱাহাটীত থকা অৱস্থাতে ব্ৰহ্মপুত্ৰৰ সোঁতত উটি যোৱা এজনী কিশোৰীক অম্বিকাগিৰীয়ে উদ্ধাৰ কৰে। তদুপৰি এবাৰ তেওঁ বেপাৰী নাৱৰীয়াই নদীৰ বালিত পেলাই যোৱা এটি মৃত্যুমুখী ৰুগীয়া ল'ৰাক শুশ্ৰূষা আৰু চিকিৎসা কৰাই সুস্থ কৰি তোলে।

ক্ষুদিৰাম বসু, উল্লাসকৰ দত্ত, বাৰীন্দ্ৰ ঘোষৰ সংস্পৰ্শলৈ আহি এনৰ্কিষ্ট দল খুলি সন্ত্ৰাসবাদী কাম-কাজত লিপ্ত হয়।

গুৱাহাটীৰ আন্দবাংলাত অগ্নিসংযোগ কৰে। সুৰেন্দ্ৰ দাসগুপ্তৰ লগ লাগি অসমৰ গৱৰ্ণৰ বোমফিল্ড ফুলাৰক হত্যা কৰিবলৈ অম্বিকাগিৰীয়ে গুৱাহাটী-শ্বিলং পথত ডিনামাইট পোতে। এই সময়ত অম্বিকাগিৰীয়ে দীঘাই কলিতা নাম লয়।

পুলিচৰ সন্দেহ বাঢ়ি যোৱাত ১৯০৮ চনৰ পৰা ১৯১৫ চনলৈ বৰপেটাত নজৰবন্দী হৈ থাকিব লগা হয়। নজৰবন্দীৰ কালছোৱাতে 'তুমি', 'বীণা' আৰু 'অনুভূতি'ৰ একাংশ কবিতা ৰচনা কৰে। প্ৰথম গদ্য পুথি 'জগতৰ শেষ আদৰ্শ আৰু বিশ্বশান্তি স্থাপনৰ পথ' এই সময়তে ৰচনা কৰে।

১৯০৮ চনত বৰপেটাত 'সনাতন সংগীত সমাজ' প্ৰতিষ্ঠা কৰে।

বৰপেটাত বঙলা নাটৰ যাত্ৰাভিনয়ৰ প্ৰভাৱ নিৰ্মূল কৰিবলৈ নাট ৰচনাতো হাত দিয়ে। 'জয়দ্ৰথ বধ', 'ভক্ত গৌৰৱ', 'কল্যাণময়ী' নাট নজৰবন্দীৰ কালছোৱাতে ৰচনা কৰা।

নজৰবন্দীৰ কালছোৱাত সাংস্কৃতিক কাম-কাজে জনপ্ৰিয় কৰি তোলাত পুলিচৰ সন্দেহ হয়, ১৯১২ চনত ঘৰ খানাতালচ কৰে।

১৯১৪ চনত প্ৰথম মহাযুদ্ধৰ সূত্ৰপাত। অম্বিকাগিৰীয়ে ভাৰতৰ বৰলাট লৰ্ড হাৰ্ডিঞ্জে ইচ্ছুক ভাৰতীয়সকলক যুদ্ধত যোগদানৰ আহ্বান জনোৱাৰ পৰিপ্ৰেক্ষিতত যুদ্ধত যোগ দিবলৈ আগ্ৰহান্বিত বুলি বৰলাটক জনোৱাত বৰলাটে ধন্যবাদসূচক চিঠি দিয়ে। উক্ত চিঠি বৰপেটাৰ মহকুমাধিপতি আৰু পুলিচ বিষয়াসকলক দেখুৱাই 'এনাৰ্কিষ্ট' সন্দেহৰ পৰা মুক্ত হয়।

১৯১৪ চনৰ নৱেম্বৰ মাহত ডিব্ৰুগড়লৈ যাত্ৰা কৰে। ডিব্ৰুগড়ত 'আসাম বান্ধৱ' আলোচনীৰ সহকাৰী সম্পাদক নিযুক্ত হয়।

১৯১৫ চনত 'তুমি', ১৯১৬ চনত 'বীণা' আৰু গদ্যপুথি 'জগতৰ শেষ আদৰ্শ আৰু বিশ্বশান্তি স্থাপনৰ পথ' প্ৰকাশ কৰে।

১৯১৬ চনত অসম সাহিত্য সভা গঠনৰ প্ৰাথমিক কাম-কাজতো জড়িত হয়।

১৯১৭ চনত গুৱাহাটীলৈ ঘূৰি আহে। ১৯১৮ চনত দুটকা মূলধন লৈ 'অৰুণা' প্ৰেছ প্ৰতিষ্ঠা কৰে।

১৯১৯ চনত চন্দ্ৰনাথ শৰ্মাৰ সৈতে যুটীয়া সম্পাদনাত 'চেতনা' (মাহেকীয়া আলোচনী) প্ৰকাশ কৰে। পাছলৈ নিজেই সম্পাদনা কৰি ১৯২৭ চন পৰ্যন্ত 'চেতনা' প্ৰকাশ কৰি থাকে।

ভাৰতীয় ৰাজনীতিত মহাত্মা গান্ধীৰ প্ৰভাৱ বাঢ়ি আহে আৰু অম্বিকাগিৰী গান্ধীৰ "নিষ্ক্ৰিয় প্ৰতিৰোধ' আদৰ্শৰ প্ৰতি আকৰ্ষিত হয়।

১৯২০ চনত অসম এছোচিয়েশ্যনক কংগ্ৰেছৰ আদৰ্শৰ পথলৈ অনাত সক্ৰিয় অংশ গ্ৰহণ কৰে।

১৯২১ চনত স্বাধীনতা আন্দোলনত সক্ৰিয়ভাৱে কাম কৰি কাৰাগাৰলৈ যায়। ডেৰ বছৰ সশ্ৰম কাৰাদণ্ড হয়। কাৰাগাৰৰ ভিতৰত 'আলোপাত খুন্দা' 'তেলৰ ঘানি টনা' 'শিল ভঙা' আদি কঠোৰ শাস্তিও গ্ৰহণ কৰিব লগা হয়। এই সময়তে 'জেল সংগীত' ৰূপে খ্যাত গীতসমূহ ৰচনা কৰে।

তেজপুৰ জেলত থাকোঁতেই ১৯২১ চনৰ ১০ মাৰ্চত 'অৰুণা প্ৰেছ'ত জুই লাগি ভস্মীভূত হয়।

১৯২৩ চনত কাৰাগাৰৰ পৰা ওলাই অহাৰ পাছত বৰপেটাৰ কালিচৰণ চৌধুৰীৰ কন্যা শ্ৰীমতী কৌশল্যাদেৱীৰ লগত বিবাহ পাশত আবদ্ধ হয়।

১৯২৪ চনত 'শতধাৰ' গদ্যপথি ৰচনাৰ বাবে পুনৰ তিনিমাহ জেল আৰু জৰিমনা হয়। পুথিখন চৰকাৰে বাজেয়াপ্ত কৰে।

১৯২৬ চনৰ ৪ জুনত 'অসমীয়া সংৰক্ষিণী সভা' (পাছত অসম সংৰক্ষিণী সভা) প্ৰতিষ্ঠা কৰে। সেই বছৰৰে ডিচেম্বৰত কংগ্ৰেছ অধিবেশনৰ মণ্ডপতে সভাৰ প্ৰথম বাৰ্ষিক অধিবেশন গড়মূৰীয় সত্ৰাধিকাৰ পীতাম্বৰ দেৱ গোস্বামীৰ সভাপতিত্বত অনুষ্ঠিত হয়।

১৯২৬ চনত পাণ্ডুত অনুষ্ঠিত ভাৰতীয় জাতীয় কংগ্ৰেছৰ অধিবেশনত সক্ৰিয় অংশ গ্ৰহণ, সংগীত শাখা-সমিতিৰ প্ৰধান সদস্য ৰূপে অংশ গ্ৰহণ আৰু 'বন্দো কি ছন্দেৰে' গীত ৰচনা আৰু পৰিবেশন কৰে।

১৯৩০ চনত 'স্বদেশী ক্লিনক সংঘ' আৰু 'মায়াৱিনী কেমিকেল ৱৰ্কছ' আৰম্ভ কৰে। 'মায়াৱিনী কেমিকেল ৱৰ্কছ'ৰ পৰা 'অসম ইংক', 'চেনেহী চিয়াঁহী', 'জয়মতী স্নো', 'জোনকণা' আৰু 'জিলিকণি' (জোতাৰ ৰং) উৎপাদন কৰে।

১৯৩৫ চনৰ ২২ জুলাইৰ পৰা 'ডেকা অসম' প্ৰকাশ কৰে। একে বছৰতে 'অসম সংৰক্ষিণী সভাখন ভংগ কৰি দিয়ে।

১৯৩৬ চনত 'অসম সংৰক্ষিণী সভা'ক বহল ভিত্তিত সংগঠনৰ ইচ্ছাৰে 'অসম জাতীয় মহাসভা'লৈ পৰিৱৰ্তন কৰে।

১৯৩৯ চনত 'অসম শিক্ষা প্ৰচাৰ সমিতি' প্ৰতিষ্ঠা কৰি অসমবাসী অনা-অসমীয়া-সকলৰ মাজত অসমীয়া ভাষা প্ৰচাৰৰ যত্ন কৰে।

১৯৪০-৪১ চনত 'চেল্লাহ চযৰ' কৰে। এই চযৰৰ উদ্দেশ্য অসমীয়াভাষীৰ ভাৰসাম্য ৰক্ষাৰ বাবে আহ্বান জনোৱা।

১৯৪২ চনত 'ডেকা-ডেকেৰীৰ বেদ', 'স্বাধীন পঞ্চায়ৎ ৰাষ্ট্ৰগঠনৰ প্ৰাথমিক আঁচনি' প্ৰকাশ কৰে। সেই চনতে জেলসংগীতবোৰ ড° বাণীকান্ত কাকতি আৰু ড° বিৰিঞ্চি কুমাৰ বৰুৱাৰ দ্বাৰা ইংৰাজীলৈ অনুবাদ কৰাই 'Songs of the Cell' নামেৰে প্ৰকাশ কৰে।

১৯৪৪ চনত শিৱসাগৰত অনুষ্ঠিত অসম সাহিত্য সভাৰ অধিবেশনত সংগীত সন্মিলনৰ সভাপতিত্ব কৰে।

১৯৪৬ চনত 'অসম জাতীয় মহাসভা'ৰ তৰফৰ পৰা গ্ৰুপিংবিৰোধী আন্দোলনৰ নেতৃত্ব প্ৰদান কৰে।

১৯৪৬ চনতে 'অসম আত্মৰক্ষী বাহিনী' গঠনৰ পৰিকল্পনা প্ৰকাশ কৰে।

১৯৫০ চনত মাৰ্ঘেৰিটাত অনুষ্ঠিত অসম সাহিত্য সভাৰ অধিবেশনৰ সভাপতি নিৰ্বাচিত হয়। এই বছৰতে দিল্লীত অনুষ্ঠিত 'ভাৰতীয় সংস্কৃতি সংগম'ত যোগদান কৰে। সেই আদৰ্শতে 'অসম সংস্কৃতি সংগম'ৰ পৰিকল্পনা কৰিছিল। 'অসম সাহিত্য সভাৰ তৰফৰ পৰা 'ৰাজ্য ভাষা দাবী দিৱস' পালনৰ আহ্বান দিয়ে আৰু সফলভাৱে উক্ত দিৱস উদ্‌যাপিত হয়।

১৯৫১ চনত শ্ৰীমতী শুচিব্ৰতা ৰায়চৌধুৰীৰ সৈতে যুটীয়াভাৱে 'সাহিত্য মঞ্জৰী'ৰ সম্পাদনা কৰে।

১৯৫২ চনত লীজৰ মাটিৰ পৰা উচ্ছেদ হ'ব লগা হয়।

১৯৫৩ চনত 'চেতনা', 'ডেকা অসম'ৰ কিছু সম্পাদকীয়, 'জগতৰ শেষ আদৰ্শ আৰু বিশ্বশান্তি স্থাপনৰ পথ' আৰু কেইটামান গুটীয়া প্ৰবন্ধৰ সংকলন 'আহুতি'ৰ প্ৰকাশ কৰে।

১৯৫৪ চনত ১৯১০-১৯৫০ চনৰ ভিতৰত ৰচিত কবিতাসমূহৰ সংকলন অনুভূতি প্ৰকাশ কৰে।

১৯৫৪ চনত গোৱালপাৰাত অনুষ্ঠিত ছাত্ৰ পৰিষদৰ সভাপতি নিৰ্বাচিত হয়।

১৯৫৫ চনত 'ভাৰত ঐক্য সাধন সমাজ' প্ৰতিষ্ঠা 'আঁকোৱালি লোৱা আৰু বচোৱা সাংস্কৃতিক অভিমান'ৰ আদৰ্শ প্ৰচাৰ।

১৯৫৮ চনত 'স্থাপন কৰ স্থাপন কৰ' কবিতা পুথি আৰু 'বন্দো কি ছন্দেৰে' গীতৰ সংকলন প্ৰকাশ কৰে।

১৯৬০ চনত সাহিত্যিক পেঞ্চন ত্যাগ কৰে।

১৯৬৪ চনত 'বেদনাৰ উল্কা' কবিতা পুথি প্ৰকাশ কৰে।

১৯৬৫ চনত 'দেশেই ভগৱান' কবিতা পুথি প্ৰকাশ কৰে। এই সময়তে 'মোৰ জীৱন ধুমুহাৰ এছাটি' শিতানত আত্মজীৱনীমূলক ৰচনাসমূহ 'ৰামধেনু' 'অসমবাণী' আদি কাকতত প্ৰকাশ হয়। মৰোণোত্তৰভাৱে এই গ্ৰন্থ প্ৰকাশ হৈছে।

১৯৬৫ চনত 'অসম যুৱক সমাজ' প্ৰতিষ্ঠা কৰে।

১৯৬৭ চনৰ ২ জানুৱাৰীত দেহাৱসান হয়।

মৰণোত্তৰভাৱে 'বেদনাৰ উল্কা'ই সাহিত্য অ'কাডেমীৰ বঁটা লাভ কৰে।

ৰায়চৌধুৰীৰ সন্তানসকল ক্ৰমে শ্ৰীমতীশুচিব্ৰতা ৰায়চৌধুৰী, অনসূয়া (মৃত) শ্ৰীভগিগিৰী ৰায়চৌধুৰী, ভাৰ্গৱগিৰী (মৃত) শ্ৰীমতী নীতিব্ৰতা ৰায়চৌধুৰী আৰু শ্ৰীমতী যুগব্ৰতা ৰায়চৌধুৰী।

## ৩. অম্বিকাগিৰী ৰায়চৌধুৰীৰ ৰচনাপঞ্জী

| কবিতা | ৰচনাকাল | প্ৰথম প্ৰকাশ |
|---|---|---|
| তুমি | ১৯০৭ | ডিব্ৰুগড়, ১৯১৫ |
| বীণা | ১৯০৭ | ডিব্ৰুগড়, ১৯১৬ |
| অনুভূতি | ১৯১০-৫৪ | গুৱাহাটী, ১৯৫৪ |
| স্থাপন কৰ স্থাপন কৰ | ১৯৫৭ | গুৱাহাটী, ১৯৫৮ |
| বেদনাৰ উল্কা | ১৯২৬-৬৪ | গুৱাহাটী, ১৯৬৪ |
| দেশেই ভগৱান | ১৯৬৫ | গুৱাহাটী, ১৯৬৫ |
| বাণী বিদ্যুৎ (গদ্য আৰু কবিতাৰ সংকলন) | বিভিন্ন সময়ৰ | গুৱাহাটী, ১৯৭৯ |
| **গীত** | | |
| বন্দো কি ছন্দেৰে | ১৯০৫-৫০ | গুৱাহাটী, ১৯৫৯ |
| বেণু (অপ্ৰকাশিত, সত্যেন্দ্ৰনাথ শৰ্মাৰ দ্বাৰা সম্পাদিত 'অম্বিকাগিৰী ৰায়চৌধুৰী ৰচনাৱলী'ত সংগৃহীত আৰু প্ৰকাশিত হৈছে।) | | গুৱাহাটী, ১৯৮৬ |
| চেতনাৰ কণ্ঠ সম্পা. উদয় দত্ত | | গুৱাহাটী, ১৯৮৫ |
| গীতৰ শৰাই (অপ্ৰকাশিত, 'অম্বিকাগিৰী ৰায়চৌধুৰী ৰচনাৱলীত', সংগৃহীত আৰু প্ৰকাশিত হৈছে।) | | গুৱাহাটী, ১৯৮৬ |
| **নাটক** | | |
| বন্দিনী ভাৰত (কটন কলেজিয়েট স্কুলত অভিনয় কৰি থাকোঁতে পুলিচে বাজেয়াপ্ত কৰে) | ১৯০৪ | অপ্ৰকাশিত |
| জয়দ্ৰথ-বধ | ১৯১১ | গুৱাহাটী, ১৯৬১ |
| ভক্ত গৌৰৱ বা শিখি ধ্বজৰ ধৰ্ম পৰীক্ষা (সত্যেন্দ্ৰনাথ শৰ্মা সম্পাদিত 'অম্বিকাগিৰী ৰায়চৌধুৰী ৰচনাৱলীত সংগৃহীত আৰু প্ৰকাশিত হৈছে।) | ১৯১১ | গুৱাহাটী, ১৯৮৬ |
| কল্যাণময়ী | ১৯১১-১৪ | ('আৱাহন' আলোচনীত |

| | | |
|---|---|---|
| (সত্যেন্দ্ৰ নাথ শৰ্মা সম্পাদিত 'অম্বিকাগিৰী ৰায়চৌধুৰী ৰচনাৱলী'ত প্ৰকাশ হৈছে।) | | একাংশ প্ৰকাশ হৈছিল) গুৱাহাটি, ১৯৮৬ |

## নাটকীয় দৃশ্য

| | |
|---|---|
| ধুন-পেচ | আসাম বান্ধৱ ৮ম বছৰ ১২শ সংখ্যা |
| বিশ্বনাট্য | চেতনা |
| বিপ্লৱৰ শেষ | চেতনা |
| শ্ৰীৰামচন্দ্ৰ আৰু তাৰা | ১৯৬৫ চনত গুৱাহাটী অনাতাঁৰ কেন্দ্ৰৰ দ্বাৰা প্ৰচাৰিত। |

## গদ্য

| | | |
|---|---|---|
| জগতৰ শেষ আদৰ্শ আৰু বিশ্বশান্তি স্থাপনৰ পথ (পৰৱৰ্তী কালত 'আহুতি'ত সন্নিবিষ্ট হৈছে।) | ১৯১৪ | ডিব্ৰুগড়, ১৯১৬ |
| শতধাৰ (চৰকাৰৰ দ্বাৰা বাজেয়াপ্ত) | ১৯২৩ | অপ্ৰকাশিত |
| ভাৰতীয় স্বৰাজ আৰু অসমীয়া স্বৰাজ (পৰৱৰ্তী কালত 'আহুতি'ত সন্নিবিষ্ট হৈছে) | ১৯২০ | গুৱাহাটী, ১৯৩৪ |
| ডেকা-ডেকেৰীৰ বেদ | ১৯৩৪-৪২ | গুৱাহাটী, ১৯৪২ |
| স্বাধীন পঞ্চায়ৎ ৰাষ্ট্ৰ গঠনৰ প্ৰাথমিক আঁচনি [পৰৱৰ্তী কালত 'ডেকা-ডেকেৰী'ৰ বেদত অন্তৰ্ভুক্ত হৈছে] | ১৯৪২ | গুৱাহাটী, ১৯৪২ |
| আত্মৰক্ষী বাহিনী গঠন [পৰৱৰ্তী সময়ত 'ডেকা-ডেকেৰী'ৰ বেদত অন্তৰ্ভুক্ত হৈছে] | ১৯৪৬ | গুৱাহাটী ১৯৪৬ |
| আহুতি | ১৯১৪-৫০ | গুৱাহাটী, ১৯৫৩ |
| মোৰ জীৱন ধুমুহাৰ এছাটি | ১৯২৪-৬৫ | গুৱাহাটী, ১৯৬৭ |
| অসম কেশৰীৰ বচন | | গুৱাহাটী, ১৯৮১ |

## ভাষণাৱলী

বৰপেটা ছাত্ৰ সংঘৰ সভাপতিৰ অভিভাষণ, ডেকা অসম, ৪ৰ্থ বছৰ, ৮ম সংখ্যা
সভাপতিৰ ভাষণ, সংগীত সন্মিলন, অসম সাহিত্য সভা, শিৱসাগৰ, ১৯৪৪
সভাপতিৰ অভিভাষণ, অসম সাহিত্য সভা, মাৰ্ঘেৰিটা, ১৯৫০.
ছাত্ৰ পৰিষদৰ সভাপতিৰ ভাষণ, গোৱালপাৰা, ১৯৫৪.

**প্ৰবন্ধ আৰু অন্যান্য ৰচনা (আলোচনী আৰু বাতৰি কাকতত প্ৰকাশিত)**

| আসাম বান্ধৱ | বছৰ | সংখ্যা |
|---|---|---|
| স্বৰ্গ-মৰ্ত্ত্য ডাক-বিভাগ | ২য় | ১ম |

| | | |
|---|---|---|
| একোক্তি | ৭ম | ৩য় |
| অসমীয়াৰ আত্মকথা | ৭ম | ৩য় |
| শংকৰ বিদ্যা সংস্কৃতটোল | ৭ম | ৪ৰ্থ |
| আসামত আকাল | ৭ম | ৭ম |
| জাতীয় জাগৰণ | ৭ম | ৭ম |
| গোৱালপাৰা অসমীয়াৰ নে বঙালীৰ | ৭ম | ৭ম |
| দেশৰ কথা | ৭ম | ৬ষ্ঠ, ৭ম, ৮ম |
| বিভিন্ন প্ৰবন্ধ | ৭ম | ১১শ, ১২শ |
| ধুন-পেচ | ৮ম | ১২শ |
| **চেতনা** | | |
| চেতনা সম্বন্ধে আমাৰ কথা | ১ম | ১ম |
| অসমৰ্ত সমাজ সেৱক-সমিতি | ১ম | ২য় |
| অসমত জাতীয় সমস্যা | ১ম | ২য় |
| বৰ্তমান ভাৰত কাৰ? | ১ম | ৪ৰ্থ |
| এটা জাতিৰ ব্যক্তিত্ব আন এটা জাতিৰ ব্যক্তিত্বত হজম হোৱাৰ কথা | ১ম | ৪ৰ্থ |
| অসমীয়াৰ সংকটকাল উপস্থিত | ১ম | ৫ম |
| অসমীয়া জাতীয় স্বাৰ্থবোধ | ১ম | ৫ম |
| অসমত অৰাজকতা | ১ম | ৫ম |
| অসমীয়াৰ ভিতৰত জাতীয় জীৱনৰ স্পন্দন | ১ম | ৬ষ্ঠ |
| স্ত্ৰী শিক্ষা | ১ম | ৮ম |
| অহা শাসন সংস্কাৰত নিৰ্বাচন | ১ম | ১১শ |
| ভাৰত শাসন সংস্কাৰ | ২য় | ১ম |
| শাসন সংস্কাৰত নিৰ্বাচন | ২য় | ১ম |
| মাধৱদেৱ | ২য় | ৩য় |
| ভাৰতক কিহৰ স্বাধীনতা লাগে? | ২য় | ৪ৰ্থ |
| নন-ক' অপাৰেচন আৰু ক' অপাৰেচন | ২য় | ৪ৰ্থ |
| অসমত নন-ক'অপাৰেচন | | |
| অসমীয়া জমিদাৰৰ দেশ আৰু জাতিদ্ৰোহিতা | ২য় | ৪ৰ্থ |
| স্বৰাজ (১) | ২য় | ৬ষ্ঠ |
| জাতীয় শিক্ষা | ২য় | ৬ষ্ঠ |
| ভাৰতৰ মুক্তি কাৰ হাতত? | ২য় | ৮ম |
| মনুষ্যত্ব আৰু ভাৰতীয় সাধনা | ২য় | ১০ম |
| সংশোধনৰ প্ৰস্তাৱ | ৪ৰ্থ | ৯ম |
| দ্বন্দুৰাদ্ৰোহ সংশোধনৰ প্ৰস্তাৱনাৰ বিষয়ে | ৪ৰ্থ | ১০ম |

| | | |
|---|---|---|
| দেশৰ বৰ্তমান ৰাজনৈতিক অৱস্থা | ৭ম | ১১শ |
| অসমীয়া সংৰক্ষিণী সভা স্থাপনৰ আৱশ্যকতা কিয় হ'ল?.. | ৭ম | ১২শ |

**অসম সাহিত্য সভা পত্রিকা (যোৰহাট)**

| | বছৰ | সংখ্যা |
|---|---|---|
| বিৰাট প্ৰশ্ন (কবিতা) | নতুন প্ৰকাশ | ১ম |
| দুটা ৰঙৰ দুটা কবিতা | নতুন প্ৰকাশ | ২য়, ৩য় |
| ভগৱানলৈ প্ৰাৰ্থনা | নতুন প্ৰকাশ | ২য়, ৩য় |
| ড° কাকতি স্মৃতি | নতুন প্ৰকাশ | ২য়, ৩য় |
| এখন চিঠি | ২৫শ | ১ম |

**আৱাহন (কলিকতা)**

| | বছৰ | সংখ্যা |
|---|---|---|
| দুৰ্গা পূজা অসমীয়াৰ কিয় জাতীয় উৎসৱ নহয়...... | ২য় | ১১শ |

**ৰামধেনু (গুৱাহাটী)**

| | | |
|---|---|---|
| কবিতাৰ জন্ম, মোৰ কবিতাপুথি, ছন্দৰ আদৰ্শ, কাব্য দৰ্শন..... | ৮ম | ৫ম, ৬ষ্ঠ |

**নৱযুগ (গুৱাহাটী)**

| | | |
|---|---|---|
| 'অম্বিকাগিৰীৰ অসমীয়া সাংবাদিকতালৈ অৱদান' সম্বন্ধে 'সাদিনীয়া নৱযুগ'লৈ | ৩য় | ৩য় |
| অভাৱনীয় (কবিতা) | ৩য় | ৯ম |
| বাণী বিদ্যুৎ......... (মৰণোত্তৰ প্ৰকাশ) | ৪ৰ্থ | ১১শ |
| জীৱন-মৰণ সঙ্গমত.... (মৰণোত্তৰ প্ৰকাশ) | ৪ৰ্থ | ১১শ |

**সংবাদ পত্ৰত প্ৰকাশিত প্ৰবন্ধ**

**তিনিদিনীয়া অসমীয়া (গুৱাহাটী)**

| | |
|---|---|
| অসমত সঙ্গীত চৰ্চা সম্পৰ্কে, | ২ আহাৰ ১৮৫৪ শক |

**অসম বাণী (গুৱাহাটী)**

| | |
|---|---|
| গান্ধীজীৰ লগত মোৰ প্ৰথম সাক্ষাৎ | ১৬আগষ্ট ১৯৫৭ |
| ভাৰতৰ স্বাধীনতা যুদ্ধত দেশাত্মবোধক সংগীতৰ ভূমিকা | ১৭জানুৱাৰী, ১৯৫৮ |
| ডাক্তৰ দাদাক স্মৰণ কৰি | ১২ ডিচেম্বৰ, ১৯৫৮ |
| 'আক্ৰমণ' বনাম 'আত্মৰক্ষা' | ১৯ আগষ্ট, ১৯৬০ |

**অসম বাতৰি (গুৱাহাটী)**

| | |
|---|---|
| মই লিখো কিয়? | ২ মাৰ্চ, ১৯৬৬ |
| অসম সমস্যা ঃ নগা সমস্যা | ১ জুন, ১৯৬৬ |

দৈনিক অসম (গুৱাহাটী)

ড° কাকতিৰ পুণ্য স্মৃতি ১৫ নৱেম্বৰ, ১৯৬৫

ইংৰাজীলৈ অনূদিত গ্ৰন্থ

Songs of the Cell. Guwahati, 1942.

(১৫টা গীতৰ অনুবাদ)

Dr. B. K. Kakaty.,

Dr. B. K. Barua

**Final Goal of Man and Lasting Peace.** Guwahati, 1961.

['জগতৰ শেষ আদৰ্শ আৰু বিশ্বশান্তি স্থাপনৰ পথ'ৰ অনুবাদ]

Prof. M. N. Bora.

সম্পাদিত গ্ৰন্থ (শ্ৰীমতী শুচিব্ৰতা ৰায়চৌধুৰীৰ সৈতে যুটীয়াভাৱে)

সাহিত্য মঞ্জৰী — গুৱাহাটী, ১৯৫১

## ৪. অম্বিকাগিৰী ৰায়চৌধুৰী ৰচিত বঙলা ভাষাৰ কবিতাৰ নমুনা

কে তুমি খেলেছ ওই মেঘেৰ কোলেতে
স্বপ্নেৰ সুন্দৰী যথা
লুকাও আবাৰ তথা
বিমোহিয়া অভাগাৰে মোহিনী ৰূপেতে?
ইন্দুমতী তুমি বিদ্যুল্লতা নামধাৰী
কি সুখ বলনা হায়।
খেলিয়া মেঘেৰ গায়,
এস না এস না তবে ও সুৰ-সুন্দৰী
হৃদয় আকাশে মোৰ খেল প্ৰাণ ভৰি

ৰচনা কাল ১৯০৫ চন

